# কথা-মহাভাৰত

চক্ৰবৰ্ত্তী ৰাজাগোপালাচাৰী




অনুবাদক :

শ্ৰীমহাদেৱ শৰ্ম্মা

প্ৰকাশন পৰিষদ
অসম : গুৱাহাটী

*KATHA MAHABHARAT— Assamese Translation of the 'MAHABHARAT' of Sri Rajagopalachari by Sri Mahadev Sarma, Publication Board, Assam, Gauhati. Price* 10/- & 12/-



চিত্ৰ-শিল্পী

শ্ৰীপ্ৰসাদ বন্দ্যোপধ্যায়

প্ৰকাশক

পাব্লিকেচন ব'ৰ্ড

অসম, গুৱাহাটী



মুদ্ৰক

ট্ৰিবিউন প্ৰেছ

গুৱাহাটী

মূল্য :

পকা বন্ধা ১২ টকা

কেঁচা বন্ধা ১০ টকা

# লিখকৰ কথা

অসমৰ প্ৰকাশন পৰ্ষদে মোৰ মহাভাৰতখন অসমীয়া ভাষাত প্ৰকাশ কৰিবলৈ লোৱা বাবে মই গৌৰৱ বোধ কৰিছো। আমাক দুখন মহাকাব্য দি যোৱা মহৰ্ষিসকলৰ প্ৰতি মোৰ অন্তৰৰ গভীৰ অনুৰাগ আৰু শ্ৰদ্ধা নিবেদন কৰিবলৈকে ৰামায়ণৰ দৰে এইখন পুথিও মই লিখিছো। মই ব্যাস আৰু বাল্মীকিৰ মূল পাঠ অনুসৰণ কৰিছো যদিও কাহিনী যথেষ্ট সংক্ষেপ কৰিছোঁ। হয়তো ইয়াত বহুতো দোষ ত্ৰুটি ৰৈ গৈছে; কিন্তু মই বিশ্বাস কৰো মোৰ সৰু পুথি দুখনে আমাৰ যুৱক-যুৱতীসকলক আমাৰ পূৰ্ব্বপুৰুষ আৰু মহাপুৰুষসকলৰ সৈতে সংযোগ ৰক্ষা কৰাত সহায় কৰিব। ইংৰাজী আৰু ভাৰতীয় কেবাটা ভাষাটো মোৰ এই মহাভাৰতখনৰ বহুত সংস্কৰণ ছপা হৈ গৈছে। মই বিশ্বাস কৰো অসমৰ ভাই-ভনীসকলেও এই পুথিখন নিজৰ বুলি লব।

চক্ৰবৰ্ত্তী ৰাজাগোপালাচাৰী

# তামিল সংস্কৰণৰ ভূমিকা

তামিল ভাষাৰ "কল্কি" নামৰ সপ্তাহিক বাতৰি কাকতখনত "প্ৰথম অৰ্ঘ" নামেৰে শিশুপাল সম্বন্ধে মই প্ৰবন্ধ এটা লিখিছিলো—সি আজি দুবছৰ আগৰ কথা। প্ৰবন্ধটো পঢ়ি সেই কাকতৰ সম্পাদক মহোদয় আৰু তামিল ভাষাৰ স্বনাম ধন্য সাহিত্যিক শ্ৰীযুত চিদাম্বৰনাথ মুদালিয়ৰ-দেৱে উৎসাহ আৰু অনুপ্ৰেৰণা দি মোক কৈছিল—"এনেকুৱা মনোমোহা কাহিনীসমূহ মহাভাৰতত কালিৰ ঘটনা যেন কৈ বৰ্ণনা কৰা আছে নে? সেয়ে হলে মহাভাৰতৰ এই আখ্যানসমূহ ধাৰাবাহিকভাৱে আমাৰ বাতৰি কাকতত আপুনি প্ৰকাশ কৰিলে পৰম সুখ পাম।"

তেখেতসকলৰ অনুৰোধ ৰক্ষা কৰিবলৈকে মই এই মহৎ কাৰ্য্য ভয়ে ভয়ে আৰম্ভ কৰোঁ। লাহে লাহে এই কামত দিনে দিনে মোৰ উৎসাহ ভক্তি আৰু আনন্দ বাঢ়ি আহিবলৈ ধৰিলে। এশ সাত অধ্যায়ত পুথিখনি শেষ হল।

ৰামায়ণ মহাভাৰতৰ বিষয়ে নজনা মানুহ আমাৰ দেশত নাই। কিন্তু মোৰ ধাৰণা হয় কথক আৰু কথাছবিৰ স্বত্বাধিকাৰীসকলে এই দুই কাব্যত নতুন নতুন বিষয় সংযোজনা কৰি ইয়াক অতিৰঞ্জিত কৰিছে। সৰ্ব্ব-সাধাৰণেও তাকেই শুনিছে আৰু দেখিছে। মহাকাব্য দুখনৰ প্ৰকৃত সত্য উপলব্ধি কৰিব পৰা লোকৰ সংখ্যা নিচেই তাকৰ। নতুন নতুন বিষয় সংযোজনাৰ দ্বাৰা হয়তো কৌতুক বাঢ়িব পাৰে। কিন্তু ব্যাসদেৱৰ ৰচনাত পোৱা গাম্ভীৰ্য্য আৰু গূঢ় তত্ব এনেধৰণৰ হস্তক্ষেপৰ দ্বাৰা লোপ পোৱাৰহে আশঙ্কা আছে।

ব্যাসদেৱৰ ৰচিত ভাৰত কাব্য আমাৰ দেশৰ এখনি প্ৰাচীন মহাকাব্য আৰু ই এক অতি আচৰিত সৃষ্টি। ইয়াক সম্যক ৰূপে উপলব্ধি কৰিব পাৰিলে দেশবাসীয়ে জ্ঞান সংযম আৰু আত্মশক্তি লাভ কৰিব পাৰিব—এয়ে মোৰ সঙ্কল্প আৰু আশা। ঈৰ্ষা, দ্বেষ আৰু ক্ৰোধৰ বশবৰ্তী হৈ জীৱন-

যাপন কৰা উচিত নহয়। মহাভাৰতৰ বাহিৰে অইন কোনো পুথিয়ে এনে নৈতিক শিক্ষা দিব নোৱাৰে।

"এই কাহিনীসমূহ ব্যাসদেৱৰ ভোজ" নামেৰে ভক্তি সহকাৰে সহজ সৰল ভাবে দেশবাসীৰ উদ্দেশ্যে প্ৰতিসপ্তাহে প্ৰকাশ কৰিছিলো। মোৰ বিশ্বাস "কল্কি"ৰ পাঠকসকলে ইয়াক আগ্ৰহেৰে পাঠ কৰিছিল।

"ব্যাসদেৱৰ ভোজ" কিতাপ আকাৰে প্ৰকাশ কৰিবলৈ "তামিল পন্নি" নামৰ এখন প্ৰকাশন সমিতিয়ে মোক অনুৰোধ জনালে। এই সমিতিয়ে প্ৰকাশ কৰা গ্ৰন্থসমূহৰ সুখ্যাতি আছে। গতিকে সেই বিষয়ে মোৰ কবলৈ একো নাই।

আগৰ দিনত বুঢ়ী আইহঁতে নাতিলৰাক পুৰাণৰ আখ্যান-উপাখ্যান শুনাইছিল। কিন্তু আজিকালিৰ বুঢ়ী আইহঁতৰ সিমানখিনি অভিজ্ঞতা নাই। সেইবাবে এই আখ্যানসমূহ পুথি আকাৰে প্ৰকাশ পালে দেশবাসীৰ মাজত মহাভাৰতৰ বহুল প্ৰচাৰত সহায় হব।

মহাভাৰতৰ আখ্যানসমূহ এবাৰ পঢ়িয়ে এৰিব নালাগে; বাৰে বাৰে পঢ়া উচিত। গাৱঁলীয়া ঠাইত সন্ধিয়া চাকিৰ পোহৰত বাইজৰ মাজত মহাভাৰত পাঠ কৰিলে বিশেষ উপকাৰ হব। ইয়াৰপৰা জনসাধাৰণৰ মাজত জ্ঞান, প্ৰেম আৰু ধৰ্ম্মৰ ভাব জাগিব। সেয়ে হলে সকলোৰে মঙ্গল।

এই পুথিত কোনো চিত্ৰ সন্নিবিষ্ট কৰা হোৱা নাই। ৰামায়ণ মহাভাৰতৰ আখ্যানসমূহত যিবিলাক চিত্ৰ সংযোগ কৰা হয় সেইবিলাক যিমানেই সুন্দৰ নহওঁক, মূল আখ্যানৰ লগত সেইবিলাকৰ কোনো মিল থাকিব নোৱাৰে। ই মোৰ দৃঢ় বিশ্বাস।

ভীমসেনক এজন মল্লবীৰ, অৰ্জ্জুনক এজনী নটীৰ সঙ্গী আৰু ভগৱান শ্ৰীকৃষ্ণক এজনী ছোৱালীৰ নিচিনাকৈ অঙ্কিত কৰি আমাৰ উঠি অহা লৰা-ছোৱালীক দেখুৱাবলৈ মোৰ অকণো আগ্ৰহ নাই। চিত্ৰ-কল্পনাৰ ভাৰ পাঠকলৈ এৰাই ভাল।

চক্ৰবৰ্ত্তী ৰাজাগোপালাচাৰী

# প্ৰথম সংস্কৰণৰ পাতনি

কোনো জাতিৰ ইতিহাসত বৰ্ণনা কৰা জাতীয় বীৰসকল আৰু ঘটনাৱলীয়ে যেনেকৈ সেই জাতিৰ জাতীয় চৰিত্ৰত প্ৰভাৱ বিস্তাৰ কৰে তেনেকৈ কোনো জাতিৰ মহান সাহিত্যত অঙ্কিত কৰা ঘটনা আৰু চৰিত্ৰাৱলীয়ে সেই জাতিৰ জাতীয় চৰিত্ৰতো যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰে বুলি কলে একো বেছি কোৱা নহয়। এইকথা নিঃসঙ্কোচে কব পাৰি যে আগৰটোৱে (জাতিৰ) আদৰ্শ গঠনৰ ক্ষেত্ৰত বেছি গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে আৰু ইয়াৰ প্ৰভাৱে চৰিত্ৰ গঠনত অনুপ্ৰেৰণা যোগায়। বৃটিছ সাম্ৰাজ্যত বাস কৰা। মৃত্যু হোৱা আৰু সমাধিস্থ হৈ থকা লোকসকলৰ মনত ডনকুইকচোত্, গলিভাৰ, পিকউইক, ছেমওৱেলাৰ, ছাৰ ৰোজাৰ ডি কেভেলৰি, ফলষ্টাফ, ছাইলক, কিংআৰ্থাৰ, ছাৰ লেঞ্চলৰ্, এলাইচ আদি এঁনে ধৰণৰ বহুতো প্ৰতিভা সম্পন্ন চৰিত্ৰ আৰু কাহিনীবোৰে যেনে প্ৰভাৱ কৰিছিল বৰ্ত্তমান ইংৰাজ জাতিৰ লোকসকলৰ মনতো ই কম সত্য নহয়। যেহেতু সাহিত্যৰ সম্বন্ধ জীৱন আৰু চৰিত্ৰৰ লগত ওতঃপ্ৰোতভাৱেই জড়িত। সেই ফালৰপৰা কব পৰা যায় যে যেতিয়ালৈকে মানৱ জাতি ভিন ভিন জাতিত বিভক্ত হৈ থাকিব তেতিয়ালৈকে কোনো এক জাতীয় সাহিত্যত ৰূপায়িত ঘটনাৱলী আৰু চৰিত্ৰসমূহে আন আন জাতিসমূহক সমানে আকৰ্ষণ কৰিব নোৱাৰে কাৰণ ই সকলোৰে অন্তৰত একে অনভূতিৰ ভাব জগাই নোতেলে। ফল্ষ্টাফ বা আঙ্কোল টমৰ বিষয়ে এটা শব্দ বা খণ্ডবাক্যই ইংৰাজ জাতিৰ মনত যি প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে আন জাতিৰ মনত ই একে ধৰণৰ প্ৰতিক্ৰিয়া সৃষ্টি কৰিব নোৱাৰে। সেইদৰে হনুমান, ভীম, অৰ্জ্জুন, ভৰত বা সীতাৰ কোনো কথা বা কাহিনীয়ে ভাৰতীয় শিক্ষিত বা অশিক্ষিত যেই কোনো মানুহৰ মনত যি এটা নিজস্ব অনুভূতিৰ সৃষ্টি কৰে ভাৰতৰ মানুহৰ মনত তেহেলৈ তেওঁ ভাৰতীয় পৌৰাণিক কাহিনী বা গাৱঁলীয়া সাধুকথাৰ প্ৰতি অনুৰাগ থকা হলেও তাৰ ইংৰাজী অনুবাদে তেনে ধৰণৰ অনুভূতিৰ সৃষ্টি কৰিব নোৱাৰে।

বিস্মৃতিৰ গৰ্ভত লীন হোৱা বহু অতীতৰপৰা আমাৰ দেশৰ বুৰঞ্জী মতে বহুতো মহৎ তথা উদাৰ মনৰ লোকে জন্ম লাভ কৰি ৰামায়ণ আৰু মহাভাৰতৰ দৰে পুথিৰপৰা প্ৰেৰণা লাভ কৰি বীৰত্বপূৰ্ণ কামত আগ ভাগ গ্ৰহণ কৰিছে। আগৰ কালত ভাৰতবৰ্ষৰ ঘৰে ঘৰে লৰা-ছোৱালীয়ে মাকৰ কোলাত বহি মাত-কথা শিকাৰ লগে লগে এই অমৰ কাহিনীবোৰৰ কথা শুনিছিল। ফলতঃ সীতা-দ্ৰৌপদীৰ হৰ্ষ আৰু বিষাদ, ৰাম-অৰ্জ্জুনৰ বিৰোচিত কাৰ্য্যাৱলী, লক্ষ্মণ-হনুমানৰ ভক্তি আৰু আনুগত্যৰ আদৰ্শ তেওঁলোকৰ জীৱনৰ অৱলম্বনীয় পথ প্ৰদৰ্শক হৈ উঠিছিল। জীৱনৰ ক্ৰম বৰ্দ্ধমান জটিলতাই আগৰ কালৰ সৰল ঘৰুৱা জীৱন পদ্ধতিত পৰিবৰ্তন ঘটাইছে। এইটো স্বীকাৰ কৰিব লাগিব যে আমাৰ দেশত ৰামায়ণ আৰু মহাভাৰতৰ বিষয়ে নজনা একশ্ৰেণীৰ মানুহ আছে; যদিও ইয়াৰ কাহিনীবোৰ ধৰ্ম্মসভা আৰু বোলছবিৰ যোগে তেওঁলোকৰ মাজত প্ৰচাৰিত হৈছে তথাপি দেখা যায় যে ব্যাস বাল্মীকিৰ সত্যাদৰ্শৰ মৰ্য্যাদা এইবোৰত কম পৰিমাণেহে ৰক্ষা কৰাৰ চেষ্টা কৰিছে। আইৰ কোলাত বহি মহাভাৰতৰ কাহিনী শুনাৰ আমাৰ যি সৌভাগ্য হৈছিল আজিৰ দিনৰ লৰা-ছোৱালীবোৰ সেই সৌভাগ্যৰপৰা বঞ্চিত। সেই কাৰণে আজি কেবছৰমান আগৰপৰা মোৰ মনত এইটো কথা খেলাইছিল যে মোৰ কৰ্ম্মবহুল, জীৱনৰ অলপমানো জিৰণিৰ সময় খৰচ কৰি যদি আমাৰ তামিল ভাই-ভনীটীহঁতৰ কাৰণে মহাভাৰতৰ কাহিনীবোৰ সহজ গদ্যত লিখিব পাৰো তেতিয়া হলে তেওঁ-লোকক এটা মহৎ উপকাৰ কৰা হব। ব্যাসদেৱৰ মহাভাৰতখন উত্তৰাধিকাৰ সূত্ৰে পোৱা বস্তুৰ ভিতৰত এটা মহান সম্পত্তি আৰু মোৰ ডাঠ বিশ্বাস যে নিৰ্ভুলভাৱে ইয়াৰ কাহিনীবোৰ কলে আৰু শুনিলে তাৰ প্ৰতি আসক্তি বাঢ়িব আৰু প্ৰভাৱত উন্নতি অনিবাৰ্য্য। ই আমাৰ আত্মাক বলিয়ান কৰি তোলে; আনে নোৱাৰিলে ই আমাৰ উচ্চাকাংক্ষাৰ বিফলতা আৰু খং আৰু ঘৃণাৰ বিফলতা সহজে হৃদয়ঙ্গম কৰি দিয়ে। কেবছৰমান আগতে "সুদল তাম্বুলম" নাম দি শিশুপালৰ কাহিনীটো এখন তামিল ভাষাৰ আলোচনীলৈ লিখিছিলো। সম্পাদকজনে ইয়াক ইমান ভাল পাইছিল যে তেওঁ গোটেই মহাভাৰতখনকে কাহিনীৰ আকাৰত লিখি দিবলৈ অনুৰোধ কৰিছিল। এই কামটো আৰম্ভ কৰোতে মোৰ মনত অলপ কুশাৰি ভাব থাকিলেও কামটোৰ মোহত পৰিবলৈ সৰহ সময় নালাগিল আৰু ইয়াৰ প্ৰতি মই এনেদৰে আকৃষ্ট হলো যে লিখি যাওঁতে মই যেন চকুৰ আগতে মোৰ মৰমৰ তামিল লৰা-ছোৱালীবোৰে মোক চাৰিওফালে আগুৰি ধৰি

কিমান আগ্রহেৰে আমাৰ মাতৃভূমিৰ তাহানিৰ দেৱতাৰ দৰে বীৰপুৰুষসকলৰ কাৰ্য্যৰ বিবৰণবোৰ শুনি আছে। মই আৰু আশা কৰো যে আমাৰ গাৱঁলীয়া ৰাইজে গোটেই দিনটো কামৰ পিচত যেতিয়া কোনো নামঘৰ বা মন্দিৰৰ চোতালত জিৰাবলৈ গোট খাব তাত এই কাহিনীবোৰ পঢ়িলে সিবিলাকৰ পক্ষে সেই সন্ধিয়া কালটো সজীৱ আৰু আনন্দময় হৈ উঠিব। ১০৭টি আখ্যানেৰে গোটেই মহাভাৰতখন লিখা হৈছে। এইদৰে লিখোতে মোৰ জীৱন পবিত্ৰ আৰু মধুময় হোৱা যেন ভাবি মুগ্ধ হৈছিলো আৰু ইয়াৰ প্ৰত্যেকটো বাক্যই মোৰ কাৰণে জীৱন্ত অতীতৰ সুবাসিত ঘ্ৰাণ। ইংৰাজীলৈ অনুবাদ কৰোতে অৱশ্যে সেই গুণবোৰ ৰক্ষা কৰিব নোৱাৰিলো। সি যি নহওক মই আশা কৰো এই কিতাপখনো ৰাইজৰ কিছু উপকাৰত আহিব। মই নিজেই ইয়াৰ ভালেখিনি অংশ অনুবাদ কৰিছিলো কিন্তু মোৰ বন্ধুমহলেও এটা বিশেষ অংশ অনুবাদ কৰি মোক সহায়তা কৰিছিল। সঁচা কথা কবলৈ গলে শ্ৰীপি শেষাদ্ৰী আৰু শ্ৰীপি কৃষ্ণমূৰ্ত্তিৰ সহায় নোপোৱা হলে এই কাম সম্পূৰ্ণ হৈ নুঠিলহেঁতেন। মই তেখেতসকলক মোৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছোঁ। সৰ্বশেষত মোৰ বন্ধু শ্ৰীনবৰত্ন ৰামাৰাওৰ প্ৰতি আন্তৰিক কৃতজ্ঞতা জনাও যেহেতু তেখেতে বন্ধু হিচাবে মোৰ প্ৰতি স্নেহ আৰু ৰাইজক সেৱাৰ নিদৰ্শন স্বৰূপ এই কিতাপখনৰ পাণ্ডুলিপি দুবাৰকৈ চাই-চিতি শুধৰাই দিছিল।

মাদ্ৰাজ
১লা জুলাই, ১৯৪৬

চক্ৰবৰ্ত্তী ৰাজাগোপালাচাৰী

# আগ কথা

ৰামায়ণ আৰু মহাভাৰত ভাৰতৰ দুখন অমৰ মহাকাব্য। মহাভাৰত কিয় বোলা হয় এই বিষয়ে মহাভাৰতৰ আদি পৰ্ব্বৰ প্ৰথম অধ্যায়ত এফাকি কথা জোৰা লগাই দিয়া হৈছে—পুৰণি কালত এসময়ত বোলে দেৱতাসকলৰ মহাভাৰতখন জুখিচাবৰ মন গল। তেওঁলোকে তুলাচনিখনৰ এফালে উপনিষদৰ সৈতে চাৰিখন বেদ আৰু ইফালে মহাভাৰতখন দিলে। ওজনত মহাভাৰতখন বেছি গধুৰ হল। তেতিয়াৰপৰা পৃথিৱীত গ্ৰন্থখন মহাভাৰত নামে জনাজাত হল। লগে লগে নিৰ্ব্বাচন হল—

"মহত্বে চ গুৰুত্বে চ ধ্ৰিয়মাণং যতোধিকম মহত্বাদ
ভাৰৱত্বাচচ মহাভাৰতমুচ্যতে ॥"

এই উক্তিৰপৰা ইয়াকে বুজা যায় যে উপনিষদৰ সৈতে বেদৰ সকলোবোৰ মূলকথা মহাভাৰতত থকাৰ উপৰিও আন বহুত বিষয় আছে। সেই বাবেই হবলা একেষাৰ প্ৰৱাদ বাক্য শুনা যায়—মহাভাৰতত যি নাই সি ভাৰততো নাই।

মহাভাৰত ৰচনাৰ বহুযুগ পাৰ হৈ গৈছে যদিও মহাভাৰতৰ অন্তৰ্নিহিত তত্ব চিৰ নতুন হৈয়ে আছে। যুগে যুগে মহাভাৰতৰ আদৰ্শই ভাৰতবাসীক উদ্বুদ্ধ কৰি আহিছে, অনুপ্ৰেৰণা যোগাইছে আৰু সঙ্কটৰ সময়ত বিজুলী চমকনিৰ দৰে পথৰ সন্ধান দিছে। মহাভাৰত নানা ভাষা, নানা পৰিধানৰ, নানা জাতি-উপজাতিৰ বিশাল দেশ ভাৰতৰ সাংস্কৃতিক মহা মিলনৰ উৎস, অতীতৰ সৈতে বৰ্ত্তমানৰ যোগসূত্ৰ।

বয়োজ্ঞানবৃদ্ধ চক্ৰবৰ্ত্তী ৰাজাগোপালাচাৰী মহোদয়ে মহাভাৰতৰ আখ্যান সমূহকে নতুনকৈ লিখি তামিল ভাষা-ভাষীলোকসকলক উপহাৰ দিয়ে। অল্প দিনৰ ভিতৰতে ৰাজাজীৰ তামিল মহাভাৰতৰ ইংৰাজী অনুবাদ বোম্বাইৰ ভাৰতীয় বিদ্যাভৱনে প্ৰকাশ কৰে। ৰাজাজীয়ে মহাভাৰতৰ ইংৰাজী সংস্কৰণৰ ভূমিকাত লিখিছে যে মহাভাৰতৰ এছোৱা তামিলৰপৰা ইংৰাজীলৈ অনুবাদ তেখেতেই কৰিছে। বাকীখিনি অন্যলোকে ভাঙিছে।

ইংৰাজী অনুবাদত—যে মূল তামিলৰ সৌন্দৰ্য্য ৰোৱা নাই আৰু প্ৰকাশভঙ্গীৰ দৃঢ়তাও অনেকখিনি হ্ৰাস পাইছে তাক তেখেতেই কৈছে। ইংৰাজীৰপৰা বঙ্গভাষা, গুজৰাটী ভাষা, আদি বহুত ভাষালৈ এই পুথিখন অনূদিত হৈছে। ৰাজাজীৰ মহাভাৰতৰ ইংৰাজী সংস্কৰণৰপৰা অসমীয়া ভাঙনি কৰিছে অসমীয়া সাহিত্যিক সমাজত সু-পৰিচিত শ্ৰীমহাদেৱ শৰ্ম্মাদেৱে। তেখেতেই অহোপুৰুষাৰ্থ কৰি পুথিখন অসমীয়ালৈ ভাঙিবলৈ আৰু অসমীয়া ভাঙনি প্ৰকাশ কৰিবলৈ স্বত্বাধিকাৰীৰপৰা অনুমতি লৈছিল। এতিয়া এই অনুমতিৰ সূত্ৰেই প্ৰকাশন বৰ্ডে ৰাজাজীৰ মহাভাৰতৰ অসমীয়া সংস্কৰণ প্ৰকাশ কৰিবলৈ পাই আনন্দ পাইছে।

অসমৰ সাহিত্য-সংস্কৃতিৰ উন্নতি বিধানত সক্ৰিয়ভাৱে সহায় কৰা নীতিস্বৰূপে অসম চৰকাৰৰ উদ্যোগত প্ৰকাশন পৰ্ষদ ( পাব্লিকেচন ব'ৰ্ড ) প্ৰতিষ্ঠিত। প্ৰকাশন পৰ্ষদৰ উদ্দেশ্য আৰু কাৰ্য্যক্ৰমৰ ভিতৰত বিবিধ বিষয় সোমাই আছে যদিও, সাহিত্যিকসকললৈ তেখেতসকলৰ ৰচিত গ্ৰন্থ প্ৰকাশৰ বাবে আৰ্থিক সাহায্য আগবঢ়োৱা আৰু পৰ্ষদে নিজাকৈ গ্ৰন্থ প্ৰকাশ কৰা— এই দ্বিবিধ ব্যৱস্থাকে সম্প্ৰতি প্ৰকাশন পৰ্ষদে হাতত লৈছে।

উল্লেখযোগ্য যে ভাৰতীয় বিদ্যাভৱনে প্ৰকাশ কৰা পুথিৰ ভিতৰত এইখনেই প্ৰথম পুথি। প্ৰকাশন ব'ৰ্ডেও কথা-মহাভাৰতকেই প্ৰকাশ কৰিবলৈ প্ৰথমে হাতত লৈছে।

**বিশ্বনাৰায়ণ শাস্ত্ৰী**
সচিব, প্ৰকাশন পৰ্ষদ
অসম

# অনুবাদকৰ নিবেদন

ৰাজাজীৰ মহাভাৰতখন সৰ্ব্বজন সমাদৃত কিতাপ। বহু ভাষালৈ ইয়াৰ অনুবাদ হৈছে। কিতাপখন লিখাৰ প্ৰণালী অভিনৱ। গল্প লিখাৰ দৰে লিখা হলেও মূল মহাভাৰতৰ বিষয় বস্তু আবিকৃতভাৱে প্ৰকাশিত হৈছে।

কিতাপখন অনুবাদ কৰিবলৈ মোক পোনতে নগাৱঁৰ শ্ৰীঅমলচন্দ্ৰ শৰ্ম্মাই উদ্‌গনি দিয়ে। তেওঁ পিচত এই বিষয়ত বহুতো সহায়তাও কৰিলে। কিতাপখনৰ স্বত্তাধিকাৰ স্বৰ্গীয় দেৱদাস গান্ধী। তেখেতৰপৰা অনুবাদ কৰি কিতাপখন প্ৰকাশৰ অনুমতি পাবলৈ বহুতো চেষ্টা কৰিব লগাত পৰিছিল। এই বিষয়ে দুজন বিশিষ্ট বন্ধুৱে সহায়তা কৰিছিল। সেই দুজন হল শ্ৰীযুত দেবেশ্বৰ শৰ্ম্মা এম, পি আৰু শ্ৰীপূৰ্ণচন্দ্ৰ শৰ্ম্মা এম, পি। অনুমতি পোৱাৰ পিচত প্ৰকাশ কৰিবলৈ অৰ্থাভাব বা আন কোনো প্ৰকাশক নোলোৱাত ইমান দিনে প্ৰকাশ কৰিব পৰা নাছিলো।

ইতিমধ্যে 'প্ৰকাশন পৰ্ষদ' স্থাপিত হল। সিবিলাকে এই অনুবাদখনকে পোনতে প্ৰকাশ কৰিবলৈ সিদ্ধান্ত কৰিলে। মই কৃতজ্ঞ অন্তৰেৰে পৰ্ষদক প্ৰকাশ কৰিবলৈ দিলো।

যি অনুষ্ঠান আৰু যিসকল লোকৰ সহায়তাত এই কিতাপখনি প্ৰকাশিত হব পাৰিলে সিবিলাকলৈ ইয়াৰেই মোৰ কৃতজ্ঞতা জনালোঁ। ইতি—

বিনীত—

শ্ৰীমহাদেৱ শৰ্ম্মা

# বিষয়-সূচী

# কথা-মহাভাৰত

## গণপতি ঃ কাকতি

মহৰ্ষি ব্যাসদেৱ পৰাশৰ মুনিৰ পুত্ৰ আছিল। বেদ বিভাগ কৰিছিল বুলি ব্যাসৰ আচল নাম বেদ-ব্যাস আছিল। এখেতে মহাভাৰত স্বৰূপ পুণ্য কথা জগতক দান দি গৈছে।

ভাৰত-গ্ৰন্থ মনে মনে ৰচনা কৰি জগতত কেনেকৈ প্ৰচাৰ কৰিব পাৰি সেই বিষয়ে ব্যাসদেৱে গভীৰভাৱে চিন্তা কৰিলে। পিচত ব্ৰহ্মাক ধ্যান কৰাত ব্ৰহ্মা আবিৰ্ভাৱ হ'ল। ব্যাসদেৱে কৰযোৰে শিৰ দোঁৱাই জনালে "হে ভগৱান, মই মনে মনে এখনি উত্তম কাব্য ৰচনা কৰিছোঁ। কিন্তু ইয়াক লেখনীৰে প্ৰকাশ কৰিব পাৰে এনে এজন পুৰুষ এই জগতত বিচাৰি পোৱা নাই।" এই কথা শুনি সকলো প্ৰাণীৰে স্ৰজনৰ গুৰি পিতামহ ব্ৰহ্মাই ব্যাসদেৱক বৰ প্ৰশংসা কৰি কলে "হে মহৰ্ষি, আপোনাৰ এনে অনুপম মহাকাব্য লিখিবলৈ গণপতিক ধ্যান কৰক।" এই বুলিয়েই তেওঁ অন্তৰ্দ্ধান হ'ল। ব্ৰহ্মাৰ উপদেশ সাৰোগত কৰি ব্যাসদেৱে বিনায়কক (গণেশক) ধ্যান কৰা মাত্ৰকে বিনায়ক আবিৰ্ভাৱ হ'ল। ব্যাসদেৱে গণপতিক ৰীতিমতে পূজা-অৰ্চ্চনা কৰিলে। শেষত তেখেতে গণেশ দেৱতাৰ ওচৰত প্ৰাৰ্থনা জনালে "হে গণনাথ, মই ভাৰত-কাব্য কীৰ্ত্তন কৰিবলৈ আগ বাঢ়িছোঁ। আপুনি কৃপা কৰি তাক লেখনীৰে প্ৰকাশ কৰিব লাগে, এয়ে মোৰ প্ৰাৰ্থনা।" গণনাথে কলে "হে মুনিশ্ৰেষ্ঠ, আপুনি চিন্তা নকৰিব, মোৰ দ্বাৰাই এই মহৎ কাৰ্য্য সম্পাদন হব। কিন্তু কথা হ'ল, লেখনীৰে প্ৰকাশ কৰি যাওঁতে আপুনি অবিৰাম এই মহাকাব্য কীৰ্ত্তন কৰি যাব লাগিব। কাৰণ মোৰ লখনীয়ে লিখিবলৈ আৰম্ভ কৰিলে

অকণো বৈ থাকিব নোৱাৰে। ক্ৰমাগত বৰ্ণনা কৰি যাব পাৰিলে মই, আপোনাৰ কথাত মান্তি হলোঁ।"

অবিৰাম বৰ্ণনা কৰা এটা বৰ টান কথা। কিন্তু কাৰ্য্য সিদ্ধিৰ উদ্দেশ্যত ব্যাসদেৱে সম্মত হৈ ক'লে "হে গণনাথ, মহাকাব্যখনি লেখনীৰে প্ৰকাশ কৰা সময়ত আপুনি শ্লোকবিলাকৰ অৰ্থ হৃদয়ঙ্গম কৰি যাব লাগিব। অৰ্থাৎ কোনো কথা নিজে নুবুজাকৈ লিখি যাব নোৱাৰিব।" এইদৰে ব্যাসদেৱে গণেশৰ ওপৰত এই ব্যৱস্থাৰে ভাৰ অৰ্পণ কৰিলে।

গণেশে ব্যাসদেৱৰ এই কথা ভালকৈ উপলব্ধি কৰি এটি মিচিকিয়া হাঁহি মাৰি মান্তি হ'ল। তাৰ পিচত মহামুনি ব্যাসদেৱে ভাৰতকাব্য কীৰ্ত্তন কৰি গৈ থাকোঁতে মাজে মাজে জটিল শ্লোকবিলাক উলিয়াবলৈ ধৰিলে। জটিল শ্লোকবিলাকৰ অৰ্থ গমি-পিটিকি থকাৰ সময়ত গণেশৰ লেখনী ঢিলা হৈ যায় আৰু সেই ছেগতে ব্যাসদেৱে বহুতো শ্লোক মনে মনে ৰচনা কৰি লবৰ সুযোগ পাইছিল। এইদৰে ব্যাসদেৱে কীৰ্ত্তন কৰা মহাভাৰত কাব্য গণেশৰ দ্বাৰাই লিখা হ'ল।

আগৰ দিনত মুদ্ৰা-যন্ত্ৰৰ প্ৰচলন নাছিল। পণ্ডিতসকলৰ স্মৃতিশক্তিয়েই আছিল এনে গ্ৰন্থবিলাক ৰক্ষা কৰাৰ একমাত্ৰ উপায়। এই মহাকাব্য ব্যাসদেৱে পুতেক শুকদেৱক শুনাইছিল আৰু পিচত অন্যান্য শিষ্যসকলৰ আগত কীৰ্ত্তন কৰিছিল। কাৰণ ইয়াকে নকৰা হলে ভবিষ্যতে গ্ৰন্থবিলাক লোপ পালেহেঁতেন।

কোৱা শুনা যায় দেৱৰ্ষি নাৰদে দেৱতাসকলক আৰু শুকদেৱে যক্ষ আৰু ৰাক্ষসবিলাকক ভাৰত কাব্য শুনাইছিল। ব্যাসদেৱৰ প্ৰধান শিষ্য ধৰ্ম্মশীল আৰু মহাজ্ঞানী বৈশম্পায়নে এই কাব্য মনুষ্যলোকত প্ৰকাশ কৰিলে। এই প্ৰৱাদ মনুষ্য সমাজত জনাজাত। মহাৰাজ পৰীক্ষিতৰ পুতেক জনমেজয়ে এক মহাযজ্ঞৰ আয়োজন কৰে। তেওঁৰ অনুৰোধত বৈশম্পায়নে সেই মহাযজ্ঞত ভাৰত কাব্য বহলাই বৰ্ণনা কৰে। পিচত বৈশম্পায়নে বৰ্ণনা কৰা এই মহাকাব্য পুৰাণবক্তা সূত মুনিয়ে নৈমিষাৰণ্য-বাসী শৌনক মুনিক আৰু অন্যান্য আশ্ৰমবাসী মুনিসকলক শুনাইছিল এই বুলি যে—"ভগৱান ব্যাসদেৱে ৰচনা কৰা এই মহাভাৰত কাব্যত সকলো প্ৰকাৰ ধৰ্ম্মৰ উপদেশ আছে। মই সেই মহাকাব্য শুনিছোঁ আৰু তাকে আপোনালোকক শুনাবলৈ ইচ্ছা কৰোঁ।" সূত মুনিৰ এই কথাত তপস্বী মুনিসকলে বৰ আগ্ৰহেৰে তেওঁক বেঢ়ি লৈ নিজ নিজ আসনত বহি ললে।

তেতিয়া সূত মুনিয়ে কলে "ব্যাসদেৱৰ আজ্ঞানুযায়ী বৈশম্পায়ন মুনিয়ে মহাভাৰত কথা আৰু উপকথা জনমেজয় ৰজাৰ যজ্ঞত কীৰ্ত্তন কৰিছিল। তাক মই শুনিবলৈ সুযোগ পাইছিলোঁ। তাৰ পিচত মই বহু তীৰ্থ ভ্ৰমণ কৰিছোঁ। ভাৰতযুদ্ধ যি ঠাইত হৈছিল সেই ধৰ্ম্মক্ষেত্ৰ কুৰুক্ষেত্ৰ মই নিজ চকুৰে দেখিছোঁ। এতিয়া মই আপোনালোকৰ দৰ্শন লাভৰ অৰ্থে ইয়ালৈ আহিছোঁ।" তাৰ পিচত তেওঁ গোটেই ভাৰত কাব্যখন তেওঁলোকৰ আগত ব্যাখ্যা কৰি শুনালে।

মহাৰাজ শান্তনুৰ পিচত তেওঁৰ পুতেক চিত্ৰাঙ্গদ আৰু বিচিত্ৰবীৰ্য্যই যথাক্ৰমে হস্তিনাপুৰত ৰাজ্য শাসন কৰিলে। বিচিত্ৰবীৰ্য্যৰ দুটি ল'ৰা— ধৃতৰাষ্ট্ৰ আৰু পাণ্ডু। ধৃতৰাষ্ট্ৰ জন্মান্ধ আছিল কাৰণে ৰাজপাট পাণ্ডুৱে লাভ কৰিলে। কিবা এটা অপৰাধত পৰি পাণ্ডু পত্নীসকলৰ লগত বনলৈ গৈ তপস্যা কৰিব লগা হ'ল। বনত তেওঁ ভালেদিনো কটাব লগা হ'ল।

বনবাস কালছোৱাৰ ভিতৰতে পাণ্ডুৰ পাঁচোটি ল'ৰা জন্ম হ'ল। এওঁলোকেই জগতত 'পঞ্চ-পাণ্ডৱ' নামে জনাজাত হ'ল। প্ৰথম তিনিটি ল'ৰা ৰাজমাও কুন্তীদেৱীৰ গৰ্ভত আৰু শেষৰ দুটি ল'ৰা ৰাজমাও মাদ্ৰীদেৱীৰ গৰ্ভত জন্ম গ্ৰহণ কৰিছিল। মহাৰাজ পাণ্ডুৰ বনবাসতে মৃত্যু ঘটিল। বনবাসী ঋষিসকলে পঞ্চ-পাণ্ডৱৰ লালন-পালন আৰু ৰক্ষণা-বেক্ষণৰ ভাৰ ললে। জ্যেষ্ঠ পুত্ৰ যুধিষ্ঠিৰে ষোল বছৰত ভৰি দিয়াত পঞ্চ-পাণ্ডৱক হস্তিনাপুৰলৈ লৈ গৈ ঋষিসকলে বৃদ্ধ পিতামহ ভীষ্মদেৱৰ হাতত সঁপি দিলে।

বৃদ্ধ কুলপতি ভীষ্মদেৱৰ তত্ত্বাৱধানত পঞ্চ-পাণ্ডৱ অতি কম সময়ৰ ভিতৰতে বেদ-বেদাঙ্গ আদি সকলো শাস্ত্ৰত সুপণ্ডিত আৰু ক্ষত্ৰিয় বিদ্যাত অপ্ৰতিদ্বন্দ্বী হৈ উঠিল। ৰাজ্যৰ সকলো প্ৰজাই তেওঁলোকৰ মিষ্ট ব্যৱহাৰত মোহ গৈ তেওঁলোকক প্ৰশংসা কৰিবলৈ ধৰিলে। সিফালে ধৃতৰাষ্ট্ৰৰ পুতেক কৌৰৱসকলৰ পক্ষে এই কথা অসহনীয় হৈ উঠিল। তেওঁলোকে পঞ্চ-পাণ্ডৱক অশেষ লঘু-লাঞ্চনা দিবলৈ ধৰিলে।

অৱশেষত কুলপতি পিতামহ ভীষ্মদেৱে এইখন কাজিয়াৰ মীমাংসা কৰি পাণ্ডৱ আৰু কৌৰৱসকলৰ মাজত মিত্ৰতা স্থাপন কৰিলে। সেইমতে পাণ্ডৱসকলে ইন্দ্ৰপস্থ আৰু কৌৰৱসকলে হস্তিনাপুৰত থাকি ৰাজ্য পৰিচালনা কৰিবলৈ ধৰিলে।

এইদৰে কিছুমান দিন পাৰ হ'ল: তাৰ পিচত সেই সময়ৰ ক্ষত্ৰিয় ৰীতি অনুসাৰে এদিন পাণ্ডৱ আৰু কৌৰৱৰ মাজত পাশা খেলৰ আয়োজন হ'ল। শকুনিয়ে কৌৰৱৰ পক্ষ লৈ সেই খেলত যুধিষ্ঠিৰক পৰাজয় কৰিলে।

ফলত পাণ্ডৱসকলে ৰাজ্য এৰি দি ধৰ্ম্মপত্নী দ্ৰৌপদীক লগত লৈ বনবাস খাটিবলৈ গুচি গ'ল।

সেই পাশা খেলৰ ব্যৱস্থা অনুযায়ী পাণ্ডৱসকলে বাৰ বছৰ বনবাস আৰু শেষত এবছৰ অজ্ঞাতবাসৰ পিচত নিজ ৰাজ্যলৈ উভতি আহিল। কিন্তু ৰাজ্য অপহৰণকাৰী দুৰ্য্যোধনে তেওঁলোকক তেওঁলোকৰ পূৰ্ব্বৰাজ্য ঘূৰাই দিবলৈ অমান্তি হ'ল। ফলত যুদ্ধ আৰম্ভ হ'ল। সেয়ে 'ভাৰত-যুদ্ধ' নামে প্ৰখ্যাত হ'ল। এই যুদ্ধত দুৰ্য্যোধনক বধ কৰি পাণ্ডৱসকলে পুনৰ সাম্ৰাজ্যৰ অধিকাৰী হ'ল।

ছয়ত্ৰিশ বছৰ কাল সুখেৰে প্ৰজাপালন কৰি পঞ্চ-পাণ্ডৱে নাতিনিয়েক পৰীক্ষিতক ৰাজ্যভাৰ অৰ্পন কৰি বাকলি বসন পিন্ধি ধৰ্ম্মপত্নী দ্ৰৌপদীৰ সৈতে বানপ্ৰস্থ অৱলম্বন কৰিলে।

এয়ে ভাৰত কাব্যৰ সাৰকথা। আমাৰ দেশৰ প্ৰাচীন কীৰ্ত্তিস্তম্ভ স্বৰূপ এই মহাভাৰতত পাণ্ডৱসকলৰ ইতিহাসৰ লগতে কিছুমান নানা তৰহৰ সুন্দৰ সুন্দৰ উপকথা আৰু কিছুমান বাছকবনীয়া উপদেশ সংযোজন কৰা হৈছে। দৰাচলতে মহাভাৰত অমূল্য ৰত্নৰাজিৰ এটি খনি। মহাভাৰত আৰু ৰামায়ণ আমাৰ দেশৰ ধৰ্ম্ম আৰু মাহাত্ম্যৰ যেন অনন্তকাল বোৱতী দুটি সুঁতি।



# দেৱব্ৰত

গঙ্গাদেৱীয়ে মানুহৰ ৰূপ ধৰি কুমাৰীবেশে মহাৰাজ শান্তনুৰ সমুখত থিয় দিলেহি। মহাৰাজে দেৱীৰ অলৌকিক সৌন্দৰ্য্যত মোহ গৈ কলে "আপুনি দেৱী বা মানৱী যেই কি নহওক আপোনাক ধৰ্ম্মপত্নী হিচাপে গ্ৰহণ কৰিবলৈ মোৰ বৰ মন গৈছে।"

দেৱীক নিমাত যেন দেখি আকৌ তেওঁ বৰ আগ্ৰহেৰে ক'লে—"মোৰ ৰাজ্য ধন, প্ৰাণ সকলো আজিৰপৰা আপোনাৰ। মোৰ প্ৰাৰ্থনা পৰ্ণ কৰি মোক কৃতাৰ্থ কৰক দেৱী!"

উত্তৰত দেৱীয়ে ক'লে "মহাৰাজ কেইটিমান বিষয়ত প্ৰতিশ্ৰুতি পালে মই আপোনাৰ মাহিষী হবলৈ সন্মত আছোঁ। অৰ্থাৎ আপুনি বা আন কোনেও মোৰ সম্বন্ধে কেতিয়াও কোনো প্ৰশ্ন সুধিব নোৱাৰিব। ন্যায় বা অন্যায় যিহকে কৰোঁ লাগে তাত যেন কোনেও হকাবাধা নকৰে। কোনো কথাতে মোৰ ওপৰত কেতিয়াও খং নকৰিব। মোক কোনো টান কথা শুনাব নোৱাৰিব। এই বোৰ প্ৰতিশ্ৰুতি ভঙ্গ কৰিলে মই আপোনাক সেই মুহূৰ্ত্ততে ত্যাগ কৰি গুচি যাম। হে মহাৰাজ, আপুনি ইয়াত সন্মত আছেনে?"

মহাৰাজ দেৱীৰ এই সৰ্ত্তবিলাক পালন কৰিবলৈ মান্তি হ'ল।

গঙ্গাদেৱীৰ নম্ৰ আৰু সৰল আচাৰ-ব্যৱহাৰত, সবাতোকৈ তেওঁৰ অকৃত্ৰিম প্ৰেমত ৰজা ভোল গ'ল। কালৰ সোঁতত ভবিষ্যতে কি হ'ব একো নভবা নিচিন্তাকৈ ৰজা শান্তনু আৰু গঙ্গাদেৱী দুয়ো আনন্দত দিন কটাবলৈ ধৰিলে।

গঙ্গাদেৱীৰ ভালেটি সন্তান জন্ম হ'ল। কিন্তু তেজে-মুখে ফুটি-ফাটি যোৱা প্ৰত্যেকটি সন্তানকে ওপজা মাত্ৰেই গঙ্গানৈৰ বুকত দলিয়াই দি দেৱী হাঁহিমুখে ৰজাৰ ওচৰলৈ উভতি যায়।

সন্তানৰ প্ৰতি মাতৃৰ এই নিকৰুণ ব্যৱহাৰত ৰজা শান্তনু বৰ আচৰিত, দুখিত আৰু শোকান্বিত হয় সঁচা; কিন্তু আগতে দিয়া কথা অনুযায়ী মাহিষীক কোনো ৰকমৰ টান কথা বা সেই বিষয়ে কোনো প্ৰশ্ন নকৰি

সকলো দুখ-বেজাৰ নীৰৱে সহি থাকে। "এওঁনো কোন? ক'ৰপৰা আহিছে? ৰাক্ষসীৰ দৰে পেটৰ পোৱালিবোৰক কিয় এনে নিকৰুণ ভাৱে হত্যা কৰি আছে?" এনেবোৰ প্ৰশ্ন মনত সদায় উদয় হলেও ৰজা মনে মনে থাকিবলৈ বাধ্য হয়।

এনেদৰে এটি এটিকৈ সাতোটাকৈ সন্তান গঙ্গাৰ বুকুত জাহ গ'ল। অষ্টম পুত্ৰটি ওপজা মাত্ৰেই ৰাণীয়ে সেইটিও গঙ্গাৰ পানীত পেলাই দিবলৈ যো-জা কৰাত ৰজাৰ পক্ষে সেইটো বৰ অসহনীয় হৈ উঠিল।

ৰজাই সেইবাৰ ৰাণীক বাঁধা দি ক'লে "আৰু এনে কাম নকৰিবা। এনে পাপ কামলৈ আগবাঢ়িছা কিয়? নিজৰ পেটৰ পোৱালিবিলাকক এনেভাৱে মৃত্যুৰ মুখত পেলাই দিয়া বৰ গৰ্হিত কাম। মাক হৈ তোমাৰ পক্ষে এনে কাম অলপো শোভা নাপায়।"

ৰজাৰ কৰুণ আৱেদন শুনি দেৱীয়ে কলে "হে মহাৰাজ, আপুনি দিয়া প্ৰতিশ্ৰুতিৰ কথা পাহৰি গ'ল নেকি? আপুনি পুত্ৰ-স্নেহত অন্ধ হৈছে। বৰ্ত্তমানে মই আৰু আপোনাৰ লগত থকা বোধকৰোঁ ইচ্ছা নকৰে। ভাল কথা, মই যাবলৈ ওলালোঁ। মই বাৰু এই লৰাটি গঙ্গাৰ বুকত নিদিওঁ। মোৰ চিনাকিটোও আজি দি যাওঁ, শুনক তেন্তে। —মুনিসকলে সেৱা কৰা গঙ্গাদেৱী ময়েই। বশিষ্ঠ মুনিৰ অভিশাপত অষ্টবসুসকল এই মৰতত জন্ম-গ্ৰহণ কৰিবলৈ বাধ্য হৈছিল। তেওঁলোকেই মোৰ গৰ্ভত জন্ম লৈছিল। মৰ্ত্ত্য লোকত জন্ম লভিবৰ কাৰণে মোক তেওঁলোকৰ মাতৃৰূপে অৱতীৰ্ণ হবলৈ প্ৰাৰ্থনা কৰিছিল। সেই গতিকে মই আপোনাৰ যথানুকল্পিত প্ৰতি-শ্ৰুতিৰে মহিষী হোৱাত অষ্টবসুৱে এজন এজনকৈ আপোনাৰ পুত্ৰৰূপে মৰ্ত্ত্যলোকত জন্মগ্ৰহণ মাত্ৰ কৰি শাপমুক্ত হৈ গুচি গ'ল। তেওঁলোকে এই মনুষ্য লোকত আপোনাৰ দৰে মহান লোকক পিতাৰূপে লাভ কৰিলে। এইটো উত্তম কথাই হ'ল। আপুনি যে উত্তম লোকলৈ গতি কৰিব তাত আৰু সন্দেহ নাই। এই অষ্টম পুত্ৰটিক অলপ দিন লালন পালন কৰি অলপ বুজন হ'লে আপোনাক গতাই দিমহি। যথাসময়ত এই পুত্ৰ-ধন আপুনি আকৌ লাভ কৰিব।" এই বুলিয়েই গঙ্গাদেৱী পুত্ৰসহ অন্তৰ্দ্ধান হ'ল। এই অষ্টম কুমাৰটিয়েই দেৱব্ৰত অৰ্থাৎ ভীষ্মদেৱ।

পৰ্ব্বকালত অষ্টবসুৱে নিজৰ নিজৰ ভাৰ্য্যাসকলক লগত লৈ বনে বনে ঘূৰি ফুৰোঁতে বশিষ্ঠ দেৱৰ আশ্ৰমৰ কাষ চাপিলগৈ। অতি উত্তম আৰু বৰ মনোৰম ঠাই যেন লগাত তাতে তেওঁলোকে নানান প্ৰকাৰৰ খেল ধেমালি কৰি ফুৰিবলৈ ধৰিলে। এনেতে সেই অষ্টবসুৰ এগৰাকীয়ে বশিষ্ট মুনিৰ

পালিতা গাই নন্দিনীক বনত চৰি ফুৰা দেখিলে। নন্দিনীৰ অসাধাৰণ ৰূপলাৱণ্য আৰু অনুপম সৌন্দৰ্য্যত মোহ গৈ বৰকৈ প্ৰশংসা কৰি তেওঁৰ সঙ্গিনী সকলক গাইজনী চাবলৈ ক'লে। অষ্টবসু আৰু তেওঁলোকৰ সঙ্গিনী সকলৰ প্ৰত্যেকেই গাইজনীৰ ৰূপত মোহ গৈ থৰ লাগি চাই ৰ'ল। তাৰে এগৰাকী বসুপত্নীয়ে এই গোধন পাবৰ নিমিত্তে নিজৰ স্বামীক কাতৰকৈ প্ৰাৰ্থনা জনালে।

তেতিয়া তেওঁৰ স্বামীয়ে ভাৰ্য্যাক শান্তনাৰ সুৰত ক'লে "হে প্ৰিয়ে, আমি দেৱকুলত জন্ম গ্ৰহণ কৰিছোঁহক। আমাক গৰু কেলেই? এই গাইজনী বশিষ্ঠ দেৱৰ ধন-ৰত্ন-স্বৰূপা। বশিষ্ঠ দেৱেই এই সমস্ত তপোবনৰ অধিকাৰী। এই জনীৰ গাখীৰ খালে মৰ্ত্ত্যবাসী মানুহ বিলাক অমৰ হ'ব। আমিতো অমৰেই। গতিকে আমাৰ এনে গাইৰ কোনো প্ৰয়োজন নাই। আমি গাইজনী চুৰ কৰি নিলে বশিষ্ঠ মুনিৰ ক্ৰোধত পৰিম।" এইদৰে বুজনি দি বসুৱে নিজৰ পত্নীক অবৈধ কৰ্ম্মৰ পৰা নিবৃত্ত কৰিবলৈ চেষ্টা কৰিলে।

কিন্তু বসুপত্নীয়ে নেৰিলে, বৰং কাবৌ কৰি ক'লে "হে স্বামী, মৰ্ত্ত্যলোকত মোৰ এগৰাকী প্ৰিয় লগৰী আছে। মই তেওঁৰ কাৰণেই এই গাইজনী বিচাৰিছোঁ। বশিষ্ঠদেৱ আশ্ৰমলৈ উভতি অহাৰ আগতে আমি গাইজনী লৈ বন এৰি গুচি যাওঁহক। মোৰ অনুৰোধ আপুনি ৰাখিবই লাগিব। ইয়াত বাজে আপোনাৰ ওচৰত মোৰ আৰু একো প্ৰাৰ্থনাই নাই।" অৱশেষত বসু সন্মত হ'ল আৰু অষ্টবসু গোটখাই পোৱালিয়ে সৈতে নন্দিনীক চুৰ কৰি লৈ আহিল।

যথাসময়ত বশিষ্ঠ মুনি আশ্ৰমলৈ উলটিল। নিতৌ নিত্যকৰ্ম্মত সহায় কৰি অহা নন্দিনী আৰু পোৱালিটি নেদেখি তেওঁ গোটেই বনতে বিচাৰি চ'লাথ কৰিলে। শেষত নাপাই নথৈ তেওঁ ধ্যানস্থ হল আৰু দিব্যজ্ঞানৰ বলত সকলো ঘটনা বুজিব পাৰিলে। খঙত একো নাই হৈ অষ্টবসুক অভিশাপ দি ক'লে "অষ্টবসু স্বৰ্গলোকৰ উপযুক্ত নহয়, গতিকে তেওঁলোকে মৰ্ত্ত্যলোকত জন্ম গ্ৰহণ কৰক।" অভিশাপ গৈ সেই মুহূৰ্ত্তেই অষ্টবসুৰ আগত উপস্থিত।

অভিশপ্ত অষ্টবসু মুক্তিলাভৰ আশাত বশিষ্ঠাশ্ৰম ওলালহি। নানানভাৱে অনুনয়-বিনয় কৰি বশিষ্ঠ দেৱৰ ওচৰত ক্ষমা প্ৰাৰ্থনা খুজি মুক্তি ভিক্ষা মাগিলে।

বশিষ্ঠদেৱে উত্তৰত কলে "শাপ মোচন কৰা মোৰ পক্ষে অসাধ্য। যিজনে পত্নীৰ কথাত মোৰ নন্দিনীক চুৰ কৰিবৰ নিমিত্তে আপোনালোকৰ সহায় ললে সেই প্ৰভাসে (বসু এজনৰ নাম) মৰ্ত্ত্যলোকত বহুদিন ধৰি সুখ্যাতিৰে বাস কৰিব। আৰু লগৰীয়া আন কেইজনে পৃথিৱীত জন্মগ্ৰহণ কৰা মাত্ৰেই শাপমুক্ত হ'ব। মোৰ বাক্যৰ লৰচৰ হব নোৱাৰে, কেৱল এনে ভাৱে শাস্তি কিছুপৰিমাণে লঘু হব পাৰে।" মুনিবৰৰ খং উঠাৰ ফলত তেওঁৰ তপোবলৰ শক্তি অলপ কমি গ'ল আৰু সেই গতিকে বশিষ্ঠদেৱে আকৌ তপস্যা আৰম্ভ কৰিলে। তপঃশক্তি থকা মুনিঋষি সকল সাধনলব্ধ শক্তিৰ বলত অভিশাপ দিবলৈ সমৰ্থ হলেও শাপ দিয়া বাবে তেওঁলোকৰ তপঃশক্তি কিছু ক্ষয় পায়।

অভিশাপ অলপ পৰিমাণে কম হোৱাত বসুসকলে নামমাত্ৰ সকাহ পাই গঙ্গাদেৱীৰ ওচৰলৈ গৈ সকলো কথা ভাঙ্গিপাতি কলে আৰু তেওঁক প্ৰাৰ্থনা জনালে "হে দেৱি, আপুনি আমাৰ জননীৰ ৰূপ ধৰি আমাক এই বিপদত অলপ সহায় কৰক। অতি সোনকালে পৃথিৱীত অৱতীৰ্ণ হৈ আপুনি এজন সজ পুৰুষক পতিৰূপে বৰণ কৰি আমাৰ শাপ-মোচনৰ দিহা কৰক। আমি জন্ম লোৱা মাত্ৰেই যেন আমাক এটি এটিকৈ নদীৰ বুকত পেলাই দিয়ে।" গঙ্গাদেৱীয়ে অষ্টবসুৰ অনুৰোধ ৰক্ষা কৰিবলৈ সন্মতি দি মৰ্ত্ত্যলোকত অৱতীৰ্ণ হ'ল আৰু ৰজা শান্তনুক নিজ পতিৰূপে গ্ৰহণ কৰিলে।

অষ্টম কুমাৰক লৈ গঙ্গাদেৱীয়ে ৰজা শান্তনুক এৰি গুচি গ'ল। ৰজাই ভোগ-বাসনা পৰিহাৰ কৰি ৰাজ্যশাসনত মন দিলে। এদিন তেওঁ গঙ্গা নৈৰ দাঁতিত ফুৰি ফুৰোঁতে ইন্দ্ৰতুল্য ৰূপৱান, তেজীয়ান এটি অপৰূপ ধুনীয়া কোৱঁৰক শৰ মাৰি নদীৰ গতিৰোধ কৰিবলৈ চেষ্টা কৰা দেখা পাই বৰ আচৰিত হ'ল। "এই কোৱঁৰেই নিশ্চয় ৰজা শান্তনুৰ পুত্ৰ—গঙ্গাদেৱীৰ গৰ্ভজাত অষ্টম কুমাৰ।" ৰজা শান্তনুক দেখি অলপ দূৰৈত বৈ চাই থকা গঙ্গাদেৱীয়ে আথে-বেথে আগবাঢ়ি আহি পুত্ৰটিক ৰজাৰ হাতত সঁপি দি কলে "মহাৰাজ, এই কুমাৰেই আপোনাৰ সেই অষ্টম পুত্ৰ নাম ৰাখিছোঁ দেৱব্ৰত; মোৰ গৰ্ভতে এওঁৰ জন্ম। এই কুমাৰে সকলো প্ৰকাৰ অস্ত্ৰ বিদ্যা আৰু আন বিষয়বো শিক্ষালাভ কৰিছে, অকল সেয়ে নহয়, বশিষ্ঠ দেৱৰ আশ্ৰয়ত বেদ-বেদাঙ্গ আদি সকলো ধৰ্ম্ম শাস্ত্ৰতো সুপণ্ডিত হৈছে। শুক্ৰাচাৰ্য্যৰ আৰ্জ্জিত শাস্ত্ৰও এওঁৰ সুবিদিত। যুদ্ধ বিদ্যাতো এই কুমাৰ পৰশুৰাম সদৃশ হৈছে। এই কুমাৰ একাধাৰে ধনুৰ্দ্ধৰ, বীৰ, শাস্ত্ৰজ্ঞ আৰু ৰাজনীতিজ্ঞ

হৈছে। ইমান দিন লালন-পালন কৰিলোঁ; এতিয়া এই কুমাৰক গ্ৰহণ কৰক।" এই বুলি গঙ্গাদেৱীয়ে কুমাৰক আশীৰ্ব্বাদ কৰি ঠাইতে অন্তৰ্দ্ধান হ'ল।

## ভীষ্মৰ প্ৰতিজ্ঞা

মাক গঙ্গাদেৱীয়ে ভীষ্মদেৱক গতাই দিয়াত ৰজা শান্তনুৱে সেই বীৰ্য্যবান লৰাটিক আনন্দমনে গ্ৰহণ কৰি আতৌ পুতৌকৈ ৰাজধানীলৈ লৈ গ'ল। অলপ দিনৰ পিচত তেওঁ ভীষ্মদেৱৰ নিয়মমতে অভিষেক কৰি ৰাজকোঁৱৰ খিতাপ দিলে।

চাৰিটা বছৰ পাৰ হ'ল। এদিন ৰজাৰ যমুনা নৈৰ পাৰত ফুৰি ফুৰোঁতে এটা মল্‌মলীয়া গোন্ধ পোৱা যেন লাগিল। ক'ৰপৰা এই গোন্ধ আহিল, বিচাৰি ফুৰোঁতে এঠাইত দেখা পালেগৈ এগৰাকী অপৰূপ সুন্দৰী কন্যা এফালে ৰ'লাগি চাই থিয় দি আছে। এজন মুনিৰ বৰত এই কন্যাটিৰ দেহৰপৰা এই সুগন্ধ ওলাই গোটেইখন মলমলাই আছিল।

দেখা মাত্ৰে ৰজাৰ গঙ্গাদেৱীৰ কাৰণে মনত যি বিৰহ যন্ত্ৰণা উপজিছিল সেইটো তেতিয়াই লোপ পালে আৰু লগে লগে এই কন্যাটিক নিজৰ ভাৰ্য্যাৰূপে গ্ৰহণ কৰাৰ বাসনা তেওঁৰ মনত প্ৰবল হৈ উঠিল।

ৰজাই ততালিকে কন্যাটিৰ কাষ চাপি নিজৰ গুপুত বাসনাৰ কথা জনালে। ৰজাৰ কথা শুনি কন্যাটিয়ে ক'লে "মহাৰাজ, মই এজনী সামান্যা ধীবৰ-কন্যা। মোৰ পিতা ধীবৰবিলাকৰ মুখিয়াল। আপুনি অনুগ্ৰহ কৰি মোৰ পিতাৰ মতামত লওকগৈ। আপোনাৰ বাসনা পূৰ্ণ হওক, সেয়ে মোৰ কামনা।"

কন্যাটিৰ কথাবোৰ তেওঁৰ ৰূপটিৰ দৰেই মোহলগা আছিল। ছোৱালী-টিৰ বাপেক বৰ টিমক আৰু বুধিয়ক মানুহ আছিল। শান্তনু ৰজা গৈ তেওঁৰ আগত নিজৰ মনৰ কথা প্ৰকাশ কৰিলে।

শান্তনুৰ প্ৰস্তাৱত সেই মুখিয়াল জনে উত্তৰ দিলে "মহাৰাজ, মোৰ কন্যাটিক অৱশ্যে কোনো সজ পাত্ৰতে গতাম বুলি ভাবিয়েই থৈছোঁ।

আৰু আপোনাক দেখিও মোৰ বিশ্বাস হৈছে যে আপুনিয়েই তেনে উপযুক্ত সজ পাত্র। বাৰু যি হওক, আপুনি কিন্তু মোক এটা কথা দিব লাগিব।"

শান্তনুৱে ক'লে "ভাল কথা, আপোনাৰ কথাটো যদি ন্যায়সঙ্গত যেন পাওঁ, তাক পালন কৰিবলৈ মই নিশ্চয় চেষ্টা কৰিম।"

তেতিয়া মুখিয়াল জনে ক'লে "মহাৰাজ, আপুনি এইটো কথা দিব লাগিব যে মোৰ কন্যাৰ গৰ্ভজাত সন্তান আপোনাৰ অবিহনে আপোনাৰ ৰাজ্যৰ উত্তৰাধিকাৰী হব।"

কামনাত দগ্ধ হলেও ৰজাই এনে গুৰুতৰ কথা শুনি তাত একোপধ্যে মান্তি হব নোৱাৰে। গঙ্গাদেৱীৰ গৰ্ভজাত সৰ্ব্বগুণী প্ৰাণৰ পুতলি সেই ভীষ্মদেৱ। তেনে এটি উপযুক্ত পুত্ৰক বঞ্চনা কৰি ৰাজপাট আনৰ হাতত দিয়া ৰজাৰ পক্ষে বৰ কষ্টকৰ কথা হব। গতিকে ৰজা বিফল মনোৰথ হৈ অতি কষ্টে মন বান্ধি নিজৰ ৰাজধানী হস্তিনাপুৰলৈ উভতি গল। এই ঘটনা গুপুতে ৰাখি ৰজাই মনৰ দুখত দিন নিয়াবলৈ ধৰিলে।

ৰজাক এনে দৰে সদায় মন মাৰি থকা দেখি দেৱব্ৰতে তেওঁৰ পিতাকক তাৰ কাৰণটো কি জানিবৰ মনেৰে এদিন সুধিলে "পিতা, আপোনাক চোন আজিকালি বৰকৈ মনটো মাৰি থকা দেখোঁ, আপোনাৰ নো কি হল? সকলোপ্ৰকাৰ সুখৰ ভিতৰতে থাকিও কিয় আপুনি এইদৰে মন মাৰি কাল কটাইছে? আপোনাৰ শৰীৰ দিনে দিনে দেখোন খীনাই শুকাই গৈছে? কওক পিতা, কি হৈছে আপোনাৰ?" এইদৰে দেবব্ৰতে পিতাকৰ অন্তৰৰ দুখৰ কথা উলিয়াবলৈ চেষ্টা কৰিলে।

ৰজা শান্তনুৱে চেনেহৰ সুৰত ক'লে "বাছা, তুমি যি অনুমান কৰিছা সেইটো অৱশ্যে সঁচা। তুমিয়েই মোৰ বংশৰ একমাত্ৰ উত্তৰাধিকাৰী; আৰু তুমি সদায় এজন বীৰ যোদ্ধা হবলৈ হাবিয়াহ কৰি আছা। মানুহৰ জীৱন দেখাতে খন্তেকীয়া। ইহলোকত সদায় যুদ্ধ-বিগ্ৰহ লাগি থকাকে দেখিছোঁ। যুদ্ধত কেনেবাকৈ তোমাৰ এটা অমঙ্গল ঘটিলে মোৰ বংশ লোপ পোৱাৰ সম্ভাৱনা আছে। তুমি এজনেই মোৰ এশ লৰাৰ সমান। কিন্তু পণ্ডিতসকলে কয় এই পৃথিবীত কেৱল এটি পুত্ৰ থকা কথাটো একেবাৰে পুত্ৰহীন হোৱাৰ নিচিনা। আমাৰ বংশৰ ভবিষ্যত কল্যাণৰ কাৰণে কেৱল একেটি লৰাৰ জীৱনৰ ওপৰত নিৰ্ভৰ কৰি থকা বাঞ্চনীয় নহয়। মোৰ প্ৰাঁণৰ আকাঁঙ্ক্ষা এয়ে যে মোৰ বংশটো যেন ইহজগতত চিৰস্থায়ী হৈ

থাকে, এই চিন্তাতে মোৰ মন সদায় আকুল হৈ আছে।” ৰজাই প্ৰাণৰ প্ৰকৃত আকাঙ্ক্ষাটো প্ৰকাশ কৰি লাজতে তলমূৰ কৰি ৰ'ল।

কিন্তু বুধিয়ক দেৱব্ৰতে পিতাকৰ মনোভাৱ সহজে বুজিব পাৰিলে। তেওঁ পিতাকৰ সাৰথিৰপৰা যমুনাৰ পাৰত ঘটা সমুদায় ঘটনাৰ সম্ভেদ উলিয়ালে। শেষত তেওঁ সেই ধীবৰৰ মুখিয়াল জনৰ ওচৰলৈ গৈ তেওঁৰ জীয়াৰী সত্যৱতীক পিতাকলৈ বিয়া দিবলৈ প্ৰাৰ্থনা জনালে।

দেৱব্ৰতৰ আন্তৰিকতাৰে কৰা প্ৰাৰ্থনা শুনি সেই মুখিয়ালজনে ক'লে “মোৰ ছোৱালীটী সচাঁকৈয়ে ৰাজৰাণী হবঁৰ উপযুক্ত। গতিকে তেওঁৰ গভজাত পুত্ৰ সন্তান ভবিষ্যতে ৰজা হোৱাৰ উপযুক্ত বুলি আপুনি নাভাৱে জানো? কিন্তু ৰজা শান্তনুৰ পিচতে আপুনি ৰাজসিংহাসনৰ উত্তৰাধিকাৰী অভিষিক্ত হৈয়ে আছে। সেই খিনিতে মোৰ আপত্তিৰ কাৰণ। গতিকে মোক ক্ষমা কৰিব।”

এই কথা শুনি দেৱব্ৰতে ক'লে “তেন্তে ভালকথা, আপোনাৰ কন্যাৰ গৰ্ভজাত সন্তানেই ৰজা হব। আজিয়েই মই মোৰ ৰাজপাটৰ অধিকাৰ পৰিত্যাগ কৰিলোঁ।” এইবুলি দেৱব্ৰতে গম্ভীৰ হৈ তেতিয়াই আৰু তাতে শপত খালে। উত্তৰত সেই মুখিয়ালজনে ক'লে “হে ভাৰত শিৰোমণি, এই পৃথিবীত এনে মহৎ কাম আজিলৈকে কোনেও কৰা শুনা নাই। আজি আপুনি তেনে কাম কৰি এই জগতত প্ৰকৃত বীৰৰ চিনাকি দিলে। তেন্তে আজিৰপৰা আপুনিয়েই এই কন্যাৰ ৰক্ষক। আপুনিয়েই পিতৃৰ দৰে এই কন্যাটী লৈ গৈ ৰজাৰ হাতত সঁপি দিয়কগৈ। কিন্তু হে বীৰশ্ৰেষ্ঠ, মই কন্যাৰ পিতৃ হিচাপে আৰু এটি কথা কওঁ শুনক। আপোনাৰ কথাত মই অলপো সন্দেহ নকৰোঁ। কিন্তু আপোনাৰ ভবিষ্যত সন্ততিৰপৰা নিশ্চিন্ত হম কেনেকৈ? আপুনি যেতিয়া স্বয়ং মহাবীৰ, আপোনাৰ পো-পোৱালীও তো তেনে বীৰ হৈয়ে উপজিব। তেতিয়া তেওঁলোকে মোৰ কন্যাৰ গৰ্ভজাত সন্তানৰ ৰাজ্য অধিকাৰী সূত্ৰে বলেৰে কাঢ়ি লবলৈ চেষ্টা নকৰিব জানো? এই এটা আশঙ্কাই মোক আকৌ শঙ্কিত কৰি তুলিছে।”

পিতৃৰ মনোবাঞ্চা পূৰণ কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ পিতৃভক্ত দেৱব্ৰতে সত্যৱতীৰ পিতাকৰ এই জটিল আৰু অসঙ্গত কথাটো শুনি উপযাচি কৈ পেলালে “আপুনি তেন্তে সেই বিষয়েও নিশ্চিন্ত থাকক। মই আজীৱন ব্ৰহ্মচাৰী হৈ থাকিম বুলি অঙ্গীকাৰ কৰিলোঁ। এই দেহত প্ৰাণ থকা পৰ্য্যন্ত মোৰ এই দেহৰ সহায়ত কোনো সন্তান-সন্ততি উৎপত্তি নহব এই কথা ধ্ৰুৱপ জানিব।” এই কথা কৈ দেৱব্ৰতে ধীবৰ-প্ৰধানৰ আগত দোহাৰি প্ৰতিজ্ঞা

কৰিলে। লগে লগে দেৱতাসকলে সৰগৰ পৰা দেৱব্ৰতৰ শিৰত পুষ্পবৃষ্টি কৰিলে আৰু সেই মুহূৰ্ত্ততেই দৈৱবাণী শুনা গল "ভীষ্ম, ভীষ্ম"। ভীষ্ম শব্দৰ অৰ্থ 'যি আনৰ কাৰণে অসাধ্য আৰু অদ্ভুত কাৰ্য্য সাধন কৰে।'

সেইদিনা ধৰি দেৱব্ৰতৰ নাম হ'ল 'ভীষ্ম'। তাৰ পিচত ভীষ্মদেৱে ধীবৰ-প্ৰধানৰ কন্যা সত্যৱতীক লগত লৈ আহি পিতাকৰ হাতত সমৰ্পণ কৰিলে।

সেই সত্যৱতীৰ গৰ্ভত চিত্ৰাঙ্গদ আৰু বিচিত্ৰবীৰ্য্য নামে দুটি পুত্ৰ জন্ম হ'ল। তেওঁলোক ইজনৰ পিচত সিজনকৈ হস্তিনাপুৰৰ ৰাজপাটত উঠিল। চিত্ৰাঙ্গদ অবিবাহিত অৱস্থাতে মৃত্যুমুখত পৰিল। বিচিত্ৰবীৰ্য্যৰ দুগৰাকী ভাৰ্য্যা আছিল—অম্বিকা আৰু অম্বালিকা। অম্বিকাৰ গৰ্ভত ধৃতৰাষ্ট্ৰ আৰু অম্বালিকাৰ গৰ্ভত পাণ্ডু এই দুটি সন্তান জন্ম হ'ল। ধৃতৰাষ্ট্ৰৰ পুত্ৰ কৌৰৱ আৰু পাণ্ডুৰ পাঁচ পুত্ৰ পঞ্চপাণ্ডৱ নামে খ্যাত হ'ল।

ভীষ্মদেৱ কুলৰ গুৰুজন হিচাপে সকলোৰে পূজনীয় হৈ ভাৰত যুদ্ধৰ শেষলৈকে জীয়াই আছিল।

## বংশতৰু



# অম্বা আৰু ভীষ্মদেৱ

সত্যৱতীৰ পুতেক চিত্ৰাঙ্গদে যুদ্ধত এজন গন্ধৰ্ব্বৰ হাতত প্ৰাণ ত্যাগ কৰিলে। তেওঁ অপুত্ৰক হোৱাৰ কাৰণে তৈওঁৰ নুমলীয়া ভায়েক বিচিত্ৰ-বীৰ্য্যই ৰাজপাট পালে। কিন্তু বিচিত্ৰবীৰ্য্য তেতিয়া নাবালক আছিল বুলি ভীষ্মদেৱে তেওঁৰ হৈ ৰাজ্য শাসনৰ ভাৰ গ্ৰহণ কৰিলে।

বিচিত্ৰবীৰ্য্য সাবালক হলত ভীষ্মদেৱে তেওঁৰ বিয়াৰ কথা চিন্তা কৰি-বলৈ ধৰিলে। কাশীৰাজৰ কন্যাৰ স্বয়ম্বৰৰ বাতৰি শুনি ভীষ্মদেৱ ৰথত উঠি সেই স্বয়ম্বৰ সভাত উপস্থিত হলগৈ। জাক্‌জমক্ সাজ-পাৰেৰে কাচি পাৰি কোশল, বঙ্গ, কলিঙ্গ, পুণ্ড্ৰ আদি ৰাজ্যৰ ৰাজকোঁৱৰসকল এজন এজনকৈ উলহ-মালহ কৰি সভাত উপস্থিত হলহি। কাশীৰাজৰ কুঁৱৰীসকলৰ ৰূপ-গুণৰ খ্যাতি চাৰিওফালে বিয়পি পৰিছিল। সেয়েহে হবলা ৰাজকোঁৱৰসকলৰ সাজ-পাৰত ইমান আড়ম্বৰ।

ক্ষত্ৰিয় কুলৰ মাজত ভীষ্মদেৱৰ খ্যাতি কম নাছিল। জয়জয়তে সকলোৱে ধাৰণা কৰিছিল যে ভীষ্মদেৱে স্বয় ৰ সভাৰ উৎসৱলৈ দৰ্শক হিচাপেহে আহিছিল। কিন্তু লাহে লাহে দেখা গল যে তেওঁ আন কোঁৱৰ-সকলেৰে শাৰী পাতি বহি লৈছে। সকলোৱে দেখি তবধ মানিলে। দৰা-চলতে তেওঁ তেওঁৰ ভায়েক বিচিত্ৰবীৰ্য্যৰ কাৰণেহে আহিছিল। অৱশ্যে সেই কথা কাৰো বিদিত নাছিল।

সেয়েহে ভীষ্মদেৱৰ এনে কাৰ্য্যকলাপ দেখি আন আন ৰাজকোঁৱৰসকলে এইদৰে কোৱাকুই কৰিবলৈ ধৰিলে যে "এখেত চোন ভাৰত-কুল-চূড়ামনি। সিফালে জ্ঞান, বিদ্যা আৰু পাণ্ডিত্যত প্ৰবীণ। আকৌ বয়সতো প্ৰবীণ। তেন্তে স্বয়ম্বৰ সভাত পাণি-প্ৰাৰ্থীসকলৰ শাৰীত বা কিয় বহিছে? আগৰ প্ৰতিজ্ঞা কলৈ গ'ল? চিৰ ব্ৰহ্মচাৰী বুলি জগতত যি খিয়াতি আছিল সেইটো তেন্তে লোপ পালে নেকি?" কাশীৰাজৰ কুঁৱৰীসকলেও ভীষ্মদেৱক বয়সীয়া যেন দেখি ফালৰি কাটি গুচি গল।

এইবোৰ দেখি-শুনি ভীষ্মদেৱৰ খঙে মূৰৰ চুলি পালেগৈ। অসহনীয় হৈ সকলো ৰাজকোঁৱৰকে যুদ্ধ দিবলৈ আহ্বান কৰি পোনতে অকলে তেওঁ

সকলোকে আক্ৰমণ কৰিলে আৰু লগে লগে কাশীৰাজৰ তিনিজনী কুঁৱৰীক বলেৰে টানি ৰথত তুলি লৈ হস্তিনাপুৰলৈ উলটি যাবলৈ সাজু হ'ল। সেই অৱস্থাত একমাত্ৰ সৌবলৰাজ শাল্বই ভীষ্মদেৱৰ সন্মুখীন হৈ প্ৰাণ টাকি বাধা দিবলৈ চেষ্টা কৰিছিল। এই শাল্বৰাজকে কাশীৰাজকুঁৱৰী অম্বাই মনে মনে। পতি বৰণ কৰিছিল। দুই বীৰৰ মাজত তয়াময়া ৰণ লাগি উঠিল ভীষ্মদেৱ মহাবীৰ। এই ৰণত শাল্ব পৰাস্ত হ'ল। কিন্তু কাশী-ৰাজ কুঁৱৰীসকলৰ একান্ত অনুৰোধত ভীষ্মই শাল্বক একেবাৰে বধ নকৰিলে।

ভীষ্মদেৱে ৰাজকুঁৱৰীসকলক লগত লৈ হস্তিনাপুৰলৈ উলটি গল। বিচিত্ৰবীৰ্য্যৰ লগত তিনিও কুঁৱৰীৰ বিয়াৰ আয়োজন চলিবলৈ ধৰিলে। ৰভা থলিত সকলোটি যেতিয়া উপস্থিত হলহি তেতিয়া অম্বাই ভীষ্মদেৱক তিৰস্কাৰ কৰি কলে, "আপুনি গঙ্গাৰ পুত্ৰ আৰু ধাৰ্ম্মিক বুলি বিখ্যাত। মই সৌবলৰাজ শাল্বক মনে মনে পতি বৰণ কৰিছোঁ। আপুনি বলাৎকাৰ কৰি মোক ইয়ালৈ লৈ আহিছে। আপুনি শাস্ত্ৰজ্ঞ, গতিকে বৰ্ত্তমানে যি ন্যায্য আৰু ধৰ্ম্মসঙ্গত তাকে কৰক।"

ৰভাৰ থলিতে অম্বাৰ মুখত এই কথা শুনি ভীষ্মদেৱে ততালিকে উপযুক্ত অনুচৰ লগত দি অম্বাক শাল্ব ৰজাৰ ওচৰলৈ পঠাই দিলে। তাৰ পিচত বিচিত্ৰবীৰ্য্যৰ লগত অম্বাৰ ভনীয়েক অম্বিকা আৰু অম্বালিকা দুয়োৰে সুকলমে বিয়া হৈ গল।

যথা সময়ত অম্বা গৈ শাল্বৰাজৰ আগত উপস্থিত হৈ কলে, "মহাৰাজ, পূৰ্ব্বতে মই আপোনাক পতিৰূপে বৰণ কৰিছিলোঁ। সেই কথা গম পাই ভীষ্মদেৱে মোক আপোনাৰ ওচৰলৈ পঠাই দিছে। আপুনি এতিয়া মোক শাস্ত্ৰমতে বিয়া কৰাই গ্ৰহণ কৰক।"

শাল্বৰাজে কলে "ভীষ্মদেৱে স্বয়ম্বৰ সভাত ৰজাসকলৰ সাক্ষাতত মোক পৰাস্ত কৰি তোমাক হৰণ কৰি নিছে; এনে কাৰ্য্যত মোৰ অপমান হোৱা নাই জানো? এনে অৱস্থাত মই এতিয়া তোমাক কোন যুক্তিমতে পত্নীৰূপে গ্ৰহণ কৰিব পাৰোঁ? গতিকে তুমি এতিয়া আকৌ ভীষ্মৰ ওচৰলৈ উলটি যোৱাগৈ আৰু তেওঁৰ আদেশ পালন কৰি কাম কৰাগৈ।" এইবুলি শাল্বই অম্বাক ভীষ্মৰ ওচৰলৈ ওলটাই পঠালে।

অম্বাই পুনৰ ভীষ্মদেৱৰ সন্মুখত উপস্থিত হৈ সকলো ঘটনা বিৱৰি কলে। ভীষ্মদেৱে তেতিয়া বিচিত্ৰবীৰ্য্যক ক'লে, "শাল্বৰাজ অম্বাক পত্নীৰূপে গ্ৰহণ কৰিবলৈ অসন্মত; গতিকে এতিয়া অম্বাৰ পাণি-গ্ৰহণত তোমাৰ আপত্তি থাকিব নোৱাৰে।" তেতিয়া বিচিত্ৰবীৰ্য্যই কলে, "অম্বাই

দেখোন মনে মনে শাল্বৰাজক পূৰ্ব্বেই বৰণ কৰি থৈছে। ক্ষত্ৰিয় ৰীতি অনুসৰি তেনে কন্যাক আনে বিয়া কৰোৱা উচিত নহয়। সেই গতিকে মই অম্বাক পত্নীস্বৰূপে গ্ৰহণ কৰিবলৈ অপাৰগ।"

বিচিত্ৰবীৰ্য্যৰ এনে আপত্তিত অম্বা নিৰুপায় হৈ ভীষ্মদেৱৰ শৰণাপন্ন হ'ল আৰু ক'লে "আপোনাৰ বিনে মোৰ এতিয়া অন্য গতি নাই। আপুনিয়েই মোক বিয়া কৰাওক; এই ঘটনাৰ বাবে চাবলৈ গলে আপুনিয়েই দায়ী।"

ভীষ্মদেৱে উত্তৰত কলে "মই যে মোৰ প্ৰতিজ্ঞা ভঙ্গ কৰিব নোৱাৰোঁ।" আকৌ এবাৰ বিচিত্ৰবীৰ্য্যক এই বিষয়ত সন্মত কৰাবলৈ ভীষ্মদেৱে চেষ্টা কৰি চালে। কিন্তু বিচিত্ৰবীৰ্য্য একো পধ্যে সন্মত নহল। ভীষ্মদেৱে নিৰুপায় হৈ অম্বাক কলে তুমি শাল্বৰ ওচৰলৈকে যাব লাগিব।" কিন্তু অম্বাই ইমানৰ পিচত আকৌ শাল্বৰাজৰ ওচৰলৈ যাবলৈ নাক কটা যেন পালে। কলে "সেই কথা নহয়, মই কোনোপধ্যে যাব নোৱাৰোঁ।" এইবুলি খাটাংকৈ কৈ ভীষ্মদেৱক পতিৰূপে পোৱাৰ আশাত তেওঁৰ ঘৰতে বহুদিন বাস কৰিলে। তথাপি ভীষ্মদেৱ তিলমানো বিচলিত নহল।

অৱশেষত নিৰুপায় হৈ লাজ-কাজ কাতি কৰি অম্বা পুনৰ শাল্বৰ ওচৰ পালেগৈ। এইবাৰ শাল্বৰাজে কঠুৱা মাতেৰে জনাই দিলে "পৰে কাঢ়ি নিয়া কন্যাক বিয়া কৰোৱা মোৰ পক্ষে অসম্ভৱ।"

অম্বাই হস্তিনাপুৰৰ পৰা এবাৰ শাল্বৰাজৰ ওচৰলৈ, আকৌ ঘূৰি শাল্বৰাজৰ ওচৰৰপৰা হস্তিনাপুৰলৈ এইদৰে বাৰে বাৰে অহা-যোৱা কৰিও একোপধ্যে মনৰ বাসনা পূৰ্ণ কৰিব নোৱাৰাত দুখে-ভাগৰে তেওঁৰ পদুম ফুলহেন চকুজুৰিৰ পৰা চকুলো ব'বলৈ ধৰিলে। এনে ভাবেই দুখত ছবছৰ কাল উকলি গ'ল। অম্বাৰ বুকু ভাগি গ'ল আৰু শৰীৰ দিনে দিনে খীণাই-শুকাই যাবলৈ ধৰিলে। ভীষ্মৰ ওপৰত অতিশয় খং উঠিল। দেশ-বিদেশৰ ভালেমান ৰজাৰ ওচৰলৈ গৈ নিজে তেওঁৰ দুখৰ বৃত্তান্ত জনালে।

এনেকুৱা লাঞ্চনাৰ পোতক তুলিবলৈ তেওঁ এজন এজনকৈ সকলো ৰজাকে ভীষ্ম-নিধনৰ কাৰণে সষ্টম হবলৈ কাকুতি-মিনতিৰে নিবেদন কৰিবলৈ ধৰিলে। কিন্তু হায়! ভীষ্মলৈ সকলোৱে ভয় কৰি চলিছিল। সেই কাৰণেই এজনো ৰজাই অম্বাৰ অনুৰোধ ৰক্ষা কৰিবলৈ সাহ নকৰিলে। নিৰুপায় হৈ অম্বাই দেৱ-সেনাপতি কাৰ্ত্তিকৰ কৃপালাভৰ আশাত ঘোৰ তপস্যা আৰম্ভ কৰিলে। এই তপস্যাত প্ৰসন্ন হৈ দেৱ-সেনাপতি কাৰ্ত্তিকে অম্বাক ফুলি থকা পদম ফুলেৰে গোথা এধাৰ মালা দি কলে "এই মালাধাৰি যিজন

বীৰে ডিঙিত পিন্ধিব পাৰিব তেখেতেই ভীষ্মদেৱৰ শত্ৰু হৈ থিয় দিব পাৰিব ।"

অম্বাই সঙ্কল্প সিদ্ধিৰ আশা বুকত বান্ধি এই মালাধাৰী লৈ ভালেমান ক্ষত্ৰিয় ৰজাৰ কাষ চাপি প্ৰত্যেকজনকে কবলৈ ধৰিলে "দেৱ সেনাপতিয়ে দান কৰা এই মালাধাৰি গ্ৰহণ কৰি আপুনি ভীষ্মক বধ কৰকগৈ ।" কিন্তু হায় ! ভীষ্মৰ বিৰুদ্ধে থিয় দিবলৈ কোনো ক্ষত্ৰিয় ৰজাৰে সাহ নহল । তাৰ পিচত অম্বাই দ্ৰুপদ ৰজাৰ আগত উপস্থিত হৈ নিজৰ সঙ্কল্প নিবেদন কৰাত দ্ৰুপদ ৰজাও সেই কথাত অমান্তি হ'ল । শেষত আন উপায় নেদেখি অম্বাই সেই মালাধাৰি দ্ৰুপদ ৰজাৰ কাৰেঙত ওলোমাই থৈ মনৰ বেজাৰত বনলৈ গুচি গ'ল ।

বনলৈ গৈ তাত থকা তপস্বীসকলক নিজৰ এই অপমানৰ কথা নিবেদন কৰি কান্দিবলৈ ধৰিলে ।

তপস্বী সকলে অম্বাক প্ৰবোধ দি ক'লে "বাছা, তুমি পৰশুৰামত শৰণ লোৱাঁগৈ, তেখেতেই তোমাৰ এটা উচিত ব্যৱস্থা কৰি দিব ।" অম্বাই সেই উপদেশ মতে কাম কৰিবলৈ গ'ল । অম্বাৰ মুখৰ পৰা সকলো বৃত্তান্ত শুনি পৰশুৰামৰ অন্তৰ গলি যোৱাত চেনেহৰ মাতেৰে ক'লে "বাছা, তোমাক কি লাগে ? শাল্বক অনুবোধ কৰি তোমাৰ বিয়াখনকে পাতি দিলে যদি হয় মই সেইটো কৰি দিব পাৰিম ।"

উত্তৰত অম্বাই ক'লে "নহয় প্ৰভু, মোক আৰু সেইটো নালাগে । এতিয়া মোৰ ভীষ্ম-নিধন হে কামনা ।"

অগত্যা ক্ষত্ৰিয় কুলৰ অৰি পৰশুৰামে ভীষ্মৰ লগত যুদ্ধ দিলেগৈ । দুয়ো সমান বীৰ, সমান যোদ্ধা আৰু সমানে জিতেন্দ্ৰিয় আছিল । যুদ্ধ বহুদিন ধৰি চলিল । শেষত পৰশুৰামে পৰাজয় স্বীকাৰ কৰিব লগা হলগৈ । তেতিয়া তেওঁ অম্বাক ক'লে 'বাছা, মোৰ সাধ্য মতে যি পাৰিলোঁ কৰিলো, এতিয়া তুমি ভীষ্মৰেই শৰণ লোৱাঁ ।"

অম্বাই খঙে-বেজাৰে অসহ্য হৈ হিমালয়লৈ গৈ মহাদেৱৰ অনুগ্ৰহ লাভৰ আশাত কঠোৰ তপস্যা আৰম্ভ কৰিলে । তেওঁৰ তপস্যাত তুষ্ট হৈ দেৱাদিদেৱ মহাদেৱ তেওঁৰ সমুখত আবিৰ্ভাৱ হৈ ক'লে "তোমাৰ আৰু এক জন্ম বাকী আছে, সেই জন্মত হে তোমাৰ হাতত ভীষ্মৰ মৃত্যু ঘটিব ।"

সেই কথা শুনামাত্ৰে তেওঁ নিতান্ত হতাশ হল আৰু জন্মান্তৰলৈ অপেক্ষা কৰা টান দেখি অম্বাই চিতা জ্বলাই তাত জাঁপ দিলে । মহাদেৱৰ বৰৰ প্ৰভাৱত অম্বা গৈ দ্ৰুপদ ৰজাৰ কন্যা হৈ জন্ম ললেগৈ । এইদৰে বছৰ

দিয়েক পাব হ'ল। সিফালে কাৰেঙৰ চ'ৰাত আঁৰি থৈ যোৱা ফুলা পদুমৰ মালাধাৰ কোনেও আজিকোপতি গ্ৰহণ কৰিবলৈ সাহ কৰা নাই। অম্বাই তেনে অৱস্থাতে টক্ টক্ কৈ ফুলি থকা পদুমফুলৰ মালা ধাৰ দেখা পাই ততালিকে ডিঙিত সুমাই ল'লে। ইয়াকে দেখি দ্ৰুপদ ৰজাই মনে মনে ভাবিলে "হায় হায়! মোৰ সৰ্ব্বনাশ উপস্থিত! মই যে এতিয়া ভীষ্মৰ কোপত পৰিম।" বৰ ভই খাই ৰজাই কন্যাক ৰাজ-কাৰেঙৰপৰা বাহিৰ কৰি দিলে।

অম্বা নিৰুপায় হৈ আকৌ বনলৈ গৈ তপস্যা আৰম্ভ কৰিলে। তপস্যাৰ প্ৰভাৱত তেওঁ পুৰুষৰ বেশলৈ ৰূপান্তৰিত হৈ বীৰ শিখণ্ডী নামে প্ৰখ্যাত হ'ল। ভাৰত যুদ্ধত অৰ্জ্জুনে এই শিখণ্ডীকে ৰথৰ সমুখত ৰাখি ভীষ্মৰ লগত যুদ্ধ কৰিছিল। এইযুদ্ধত ভীষ্মৰ পতন হোৱাত অম্বাৰ খং জুই মাৰ গ'ল। শিখণ্ডীয়ে পোনতে তিৰুতাৰ বেশলৈ জন্ম লৈছিল বুলিয়েই ভীষ্মই তেওঁৰ গাত অস্ত্ৰ নিক্ষেপ কৰা নাছিল। সেই সুযোগ লৈয়েই অৰ্জ্জুনে শিখণ্ডীক মুখৰ আগত ৰাখি ভীষ্মক ঘটুৱাব পাৰিছিল। এই সঙ্কটৰ কালতো ভীষ্মদেৱে দেহৰপৰা অস্ত্ৰবিলাক উলিয়াই "এইবোৰ শিখণ্ডীৰ অস্ত্ৰ নহয়—অৰ্জ্জুনৰ হে" বুলি কৈয়েই পিতামহ মাটিত ঢলি পৰিছিল।

## দেৱযানী আৰু কচ

আগৰ দিনত এসময়ত ত্ৰিলোকৰ ৰাজত্বলৈ দেৱতা আৰু অসুৰ বিলাকৰ মাজত ভীষণ যুদ্ধ লাগিছিল। দেৱতাসকলৰ গুৰু বৃহস্পতি বেদ শাস্ত্ৰত পাৰদৰ্শী আছিল আৰু শুক্ৰাচাৰ্য্য আছিল অসুৰ বিলাকৰ পুৰোহিত। তেখেতো জ্ঞানী আৰু অগাধ পণ্ডিত আছিল। এই দুগৰাকী শক্তিমান পুৰুষৰ শক্তি আৰু সহায়তাৰ ওপৰত নিৰ্ভৰ কৰি দেৱতা আৰু অসুৰ-বিলাক যুদ্ধত নামিল।

যুদ্ধত অসুৰবিলাকৰ যি য'ত মৰিল শুক্ৰাচাৰ্য্যৰ সঞ্জীৱনী মন্ত্ৰৰ বলত সেই সকলোবোৰৰ প্ৰাণ পাই উঠিল। নিহত অসুৰবিলাকে এনেভাৱে বাৰে বাৰে জীৱন লাভ কৰি দেৱতা সকলৰ লগত মহা পয়োভৱে যুদ্ধ দিবলৈ ধৰিলে। সঞ্জীৱনী মন্ত্ৰৰ বলত মৰা মানুহ জীয়াব পৰা কথাটো

দেৱতা সকলৰ মাজত চলন্তি নাছিল। সেই বিদ্যা কুলগুৰু বৃহস্পতিৰ অবিদিত আছিল। সেইগতিকে এই যুদ্ধত দেৱতা সকলৰ ভালেমান ক্ষতি হ'ল।

অৱশেষত দেৱতাসকল গোট খাই বৃহস্পতিৰ পুতেক কচৰ কাষ চাপি অনুনয় কৰি ক'লে "হে গুৰুপুত্ৰ! দেৱকুল ৰক্ষাৰ নিমিত্তে আপুনি এটি বৰ ডাঙৰ কাম সমাধা কৰিব লাগে। আপুনি বয়সত চালুকীয়া, দেখাতো ধুনীয়া; আপুনি এই ৰূপ-লাৱণ্যৰ গুণত সকলোৰে মন আকৰ্ষণ কৰিব পাৰিব। এতিয়া আপুনি অনুগ্ৰহ কৰি অসুৰ কুলৰ গুৰু শুক্ৰাচাৰ্য্যৰ ওচৰলৈ গৈ ব্ৰহ্মচৰ্য্য ব্ৰত অৱলম্বন কৰি, শিষ্যৰ দৰে তেখেতৰ সেৱা-শুশ্ৰূষা কৰি, তেওঁৰ বিশ্বাস আৰু চেনেহৰ পাত্ৰ হৈ, আৰু লগে লগে তেওঁৰ কন্যা দেৱযানীৰ প্ৰেমলাভ কৰি যি কোনো প্ৰকাৰে সঞ্জীৱনী বিদ্যা ফেৰা লাভ কৰি আহি দেৱতা সকলক ৰক্ষা কৰিব লাগে, এয়ে আমাৰ নিৱেদন।"

দেৱতাসকলৰ এই অনুৰোধত কচ সন্মত হৈ শুক্ৰাচাৰ্য্যৰ কাষ পালেগৈ। শুক্ৰাচাৰ্য্য অসুৰ কুলপতি বৃষপৰ্ব্বৰ ৰাজধানীত বাস কৰে। কচ গৈ শুক্ৰাচাৰ্য্য থকা ঘৰত উপস্থিত হৈ ভক্তিভাৱে সেৱা জনাই শিৰ দোঁৱাই ক'লে "মই কচ। অঙ্গিৰস মনিৰ নাতি আৰু দেৱকুলৰ গুৰু বৃহস্পতিৰ পুত্ৰ। কৃপা কৰি মোক শিষ্য বুলি গ্ৰহণ কৰক। মই পৰ্ণ ব্ৰহ্মচাৰী হিচাপে আপোনাৰ আশ্ৰমত থাকিবলৈ আহিছোঁ।" যোগ্য শিষ্যক বিমুখ কৰা জ্ঞানবান আচাৰ্য্যৰ পক্ষে উচিত কথা নহয় বুলি ভাবি শুক্ৰাচাৰ্য্যই চেনেহৰ মাতেৰে কলে "বাছা, তুমি সজ কুলত জন্ম লৈছা। গতিকে মই তোমাক আজি শিষ্য বুলি গ্ৰহণ কৰিলোঁ। এই কথা বৃহস্পতিয়ে শুনিলেও গৌৰৱ অনুভৱ কৰিব।" এই বুলি শুক্ৰাচাৰ্য্যই কচক যথা নিয়মে শিষ্য বুলি গ্ৰহণ কৰিলে।

কচে ভালেমান দিন আদৰ্শ শিষ্যহিচাপে গুৰু আৰু গুৰু কন্যাৰ সেৱা যত্ন কৰি শুক্ৰাচাৰ্য্যৰ লগত থাকিল। কোনো দিনে সিবিলাকৰ সেৱাত অলপো ত্ৰুটী কৰা নাছিল। শুক্ৰাচাৰ্য্যই তেওঁৰ একেটি ছোৱালী দেৱযানীক বৰ চেনেহ কৰিছিল। দেৱযানীৰ অভিলাষ অনুযায়ী কচে নাচ, গান, বাদ্য আদিৰে দেৱযানীৰ মন জোগাবলৈ চেষ্টা কৰিলে। দেৱযানীয়েও কচক অতি মৰমৰ চকুৰে চায়। ইমান ঘনিষ্টতাৰ ভিতৰতো কচৰ ব্ৰহ্মচাৰ্য্য ব্ৰত অটুট ৰাখিছিল, কাৰণ তেওঁ সম্পূৰ্ণ সংযমী আছিল।

"দেৱকুলৰ গুৰু বৃহস্পতিৰ পুতেক কচ শুক্ৰাচাৰ্য্যৰ শিষ্য হৈ আছে," এই বাতৰি অসুৰবিলাকৰ মাজত প্ৰচাৰ হৈ গ'ল। এই কথাত অসুৰবিলাকে ভয় খাই গুণা-গঁথা কৰিবলৈ ধৰিলে। ভাবিলে, "কচে নিশ্চয় গুৰুদেৱৰপৰা সেই সঞ্জীৱনী বিদ্যা শিকি ল'ব।"

এদিন কচে হাবিৰ মাজত গুৰুদেৱৰ গৰু চৰাই আছিল। সেই সুবিধা পাই অসুৰবিলাক হঠাতে গৈ কচক ধৰি কাটি টুকুৰা টুকুৰ কৰি কুকুৰক খুৱালে। যেতিয়া গধূলি হ'ল আৰু গৰুবিলাক গৰখীয়া নোহোৱাকৈয়ে আপুনি ঘৰলৈ আহিল, তেতিয়া দেৱযানীৰ মনত সন্দেহ উপজিল। কচক নেদেখি দেৱযানী অধীৰ হৈ পিতাকৰ ওচৰলৈ গৈ বেজাৰ কৰি ক'বলৈ ধৰিলে, "পিতা বেলি মাৰ গ'ল। আপোনাৰ সন্ধ্যা কৰাও শেষ হল, কিন্তু ক'তা, কচ চোন এতিয়াও ঘৰলৈ নাহিল? গাইবোৰ আপোনা-আপুনি ছেদেলি-ভেদেলি হৈ নিজে ঘৰলৈ আহিছে। পিতা, নিশ্চয় তেওঁৰ কিবা বিপদ ঘটিল। পিতা, মই যে তেওঁৰ লগ এৰি তিলমানো থাকিব নোৱাৰোঁ।"

সন্তান-বৎসল শুক্ৰাচাৰ্য্যই তেতিয়াই সঞ্জীৱনী মন্ত্ৰ মাতিয়েই কচক মাত দিলে "আঁহা কচ" বুলি। সেইদৰে মতাৰ লগে লগে কচ সেই কুকুৰবিলাকৰ শৰীৰ ভেদ কৰি হাঁহি মুখে গুৰুদেৱৰ সমুখত উপস্থিত। কিনো ঘটিছিল, কিয়নো আজি ঘৰলৈ উলটি আহিবলৈ ইমান পলম হ'ল বুলি শোধাত কচে ক'লে "গৰু চৰাই অঁতাই হাবিৰ পৰা খৰি লুৰি লুৰি উলটিবৰ সময়ত মই দুখে ভাগৰে এজোপা আহঁত গছৰ তলত জিৰণি লৈছিলোঁ আৰু গাই দামুৰি, বিলাকেও গোট খাই সেই গছৰ তলতে জিৰণি লৈছিলহি। এনেতে কিছুমান অসুৰ আহি মোৰ কাষ চাপি "তুমি কোন" বুলি সুধিলে। মই "বৃহস্পতিৰ পুতেক" বুলি পৰিচয় দিবলৈহে পালোঁ। সিহঁতে মোক ধৰি তেতিয়াই খণ্ড খণ্ড কৰি কাটি পেলালে। তাৰ পিচত কি হ'ল মই নাজানো। এতিয়া কোনোমতে জীৱ পাই কুকুৰ কিছুমানৰ পেটৰপৰা ওলাই আহি এই আপোনালোকৰ আগত থিয় দিছোঁহি।"

আন এদিন কচে দেৱযানীৰ নিমিত্তে ফুলনিবাৰীত ফুল তুলি আছিল। তেনেতে অসুৰবিলাকে তেওঁক হঠাতে আক্ৰমণ কৰি তেওঁৰ শৰীৰটো পিহি গুৰি কৰি সাগৰৰ পানীত পেলাই দি নাইকিয়া কৰি পেলালে। সেই দিনাও কচক ভালেমান পৰলৈ নহা দেখি দেৱযানী আকৌ পিতাকৰ শৰণাপন্ন হ'লগৈ। শুনামাত্ৰেই শুক্ৰাচাৰ্য্যই আকৌ সঞ্জীৱনী মন্ত্ৰ মাতিলে তাৰ

লগে লগে কচে প্ৰাণ পাই সাগৰৰ পানীৰ মাজৰপৰা সোঁশৰীৰে আহি শুক্ৰাচাৰ্য্যৰ সমুখত উপস্থিত হৈ সকলো বৃত্তান্ত বখানি কলে।

এইদৰে বাৰেপতি প্ৰাণ পোৱা দেখিও অসুৰবিলাকে কচৰ পিচ নেৰিলে। দুনাই এদিন তেওঁলোকে কচক বধ কৰিবলৈ পাং পাতিলে। এইবাৰ কচক মাৰি তেওঁৰ ভেলটো পুৰি ভস্ম কৰি সেই ভস্ম সুৰাৰ লগত মিহলাই সেই সুৰা গুৰুদেৱক পান কৰিবলৈ দিলে। শুক্ৰাচাৰ্য্যই অজানিতে সেই সুৰা পান কৰিলে।

সিফালে সাঁজ লাগিবৰ হ'লত গাইবিলাক ৰখীয়া নোহোৱাকৈয়ে ঘৰমুৱা হ'ল। দেৱযানীয়ে গৰু-গাইৰ লগত কচক অহা নেদেখি আকৌ পিতাকক গৈ কলে "পিতা, আকৌ চোন কচ আজিও নাই; নিশ্চয় পাষণ্ডহঁতে তেওঁক আজিও বধ কৰিছে। উঃ তেওঁক এৰি মই এক দণ্ডও জীয়াই থাকিব নোৱাৰোঁ পিতা!"

শুক্ৰাচাৰ্য্যই এইবাৰ দেৱযানীক বঢ়াই-বুজাই কলে "কচক বাৰেপতি সঞ্জীৱনী মন্ত্ৰেৰে জীৱ দান দিলেও অসুৰহঁতে তেওঁৰ প্ৰাণ লবলৈ বাৰুকৈয়ে মন বান্ধিছে। তুমি বুদ্ধিমতী ছোৱালী, এজনৰ মৃত্যুত যে শোক কৰা উচিত নহয় এই কথা জানা। তেন্তে কিয় তুমি এনে কথাত ইমান বেজাৰ কৰিছা? জগতৰ সকলো প্ৰাণীয়ে তোমাক শ্ৰদ্ধা কৰে, এনেস্থলত তুমি শোক কৰা উচিত নহয়।" কিন্তু হায়! দেৱযানীয়ে কচক নিজৰ প্ৰাণতকৈও বেছি ভাল পায়। পিতাকৰ সেই উপদেশত তেওঁ পতিয়ন নগল আৰু কলে, "পিতা, কচ অঙ্গিৰস মুনিৰ নাতি, আৰু দেৱগুৰু বৃহস্পতিৰ পুতেক। তেওঁ পূৰ্ণ ব্ৰহ্মচাৰী আৰু তপস্যাই তেওঁৰ একমাত্ৰ সম্পত্তি। অকল সেয়ে নহয়, তেওঁ সাহিয়াল আৰু প্ৰকৃত কৰ্ম্মী পুৰুষ। এনে অসাধাৰণ গুণৱান কুমাৰটি নিহত হৈছে। তেওঁক এৰি মই খন্তেকো জীয়াই নাথাকোঁ; ময়ো তেওঁৰ পিচ লম।" এই বুলি দেহত্যাগ কৰিবলৈ যথাবিধি যোগাসনত বহিল।

অতি আদৰৰ জীয়েকৰ এই অৱস্থা দেখি শুক্ৰাচাৰ্য্য অসুৰবিলাকৰ ওপৰত খঙত একো নাই হ'ল। "এই ব্ৰহ্মহত্যাৰ পৰা অসুৰবিলাকৰ ভয়ানক অমঙ্গল হব।" মনে মনে এই কথা ভাবি কচক জীয়াবৰ মনেৰে সঞ্জীৱনী মন্ত্ৰ মাতিলে। মন্ত্ৰৰ বলত কচৰ সংজ্ঞা লাভ হ'ল। তেওঁ শুক্ৰাচাৰ্য্যৰ পেটৰ ভিতৰৰ পৰাই মাত দি বিনয় সহকাৰে কলে "হে ভগৱান দাসক দয়া কৰক।" শুক্ৰাচাৰ্য্য চক্ খাই উঠি কলে "হে ব্ৰহ্মচাৰী, তুমি মোৰ পেটৰ ভিতৰত সোমালাহি কেনেকৈ? অসুৰবিলাকে এই কামো

কৰিলেনে? ভাল কথা, ময়ো তেন্তে আজি এই অসুৰ কুল ধ্বংস কৰি দেৱতাসকলৰ লগ লমগৈ। বাৰু বাছা, কোৱাচোন মোক ভাঙি পাতি কেনেকৈ এনে ঘটিল।" এই কথা শুনি কচে পেটৰ ভিতৰৰ পৰা অসুবিধা হলেও গুৰুদেৱক শুনাই সকলো কথা ভাঙি-পাতি কলে।

বৈশম্পায়ন মুনিয়ে কৈছে, মহানুভৱ, তপস্বী আৰু পূৰ্ণজ্ঞানী শুক্ৰাচাৰ্য্যই নিজৰেই অনুচৰ সেই অসুৰবিলাকে দিয়া সুৰা পান কৰি এনে শোচনীয় অৱস্থাত পৰিছে বুলি জানিব পাৰি খঙত আৰু বিৰক্তিত জ্বলন্ত মূৰ্ত্তি হৈ পিচলৈ মানৱ জাতিৰ কল্যাণৰ কাৰণে কলৈ "যি মানুহে আজিৰপৰা অজ্ঞানীৰ দৰে সুৰা পান কৰিব তেওঁক তেতিয়া ধৰ্ম্মে এৰা দিব আৰু সেইজন সকলোৰে গৰিহণাৰ পাত্ৰ হব, এয়ে মোৰ কঠোৰ সিদ্ধান্ত। আজিৰপৰা মোৰ এই সিদ্ধান্ত শাস্ত্ৰৰ বচন বুলি জগতত সকলোৱে পালন কৰিব লাগিব।"

অলপ তলকা মাৰি খং মাৰ যোৱাৰ পিচত শান্তভাৱে দেৱযানীৰ ফালে চাই সুধিলে "বাছা, তুমি এতিয়া কি কৰিবা? এটা সমস্যা তোমাৰ আগত উপস্থিত হৈছে। কচক জীৱদান দিবৰ হলে মোৰ পেট ফালি উলিয়াব লাগিব। মোৰ মৰণতহে কচৰ জীৱন লাভ ঘটিব।"

পিতাকৰ মুখত এনে হিয়াভঙা কথা শুনি দেৱযানীৰ ধাৰাষাৰে চকুৰ লো ববলৈ ধৰিলে। কান্দি কান্দি কলে "কচ নহ'লে বিৰহৰ জুয়ে মোৰ হিয়া দহি পুৰি মৰিব আৰু আপোনাৰো প্ৰাণ গলে মই কোনোমতেই জীৱন ধাৰণ কৰিব নোৱাৰিম। এতিয়াহে মোৰ যেনেকৈ হলেও মৃত্যু অনিবাৰ্য্য।"

এইবাৰ শুক্ৰাচাৰ্য্যই কন্যাৰ পেটৰ কথা বুজি পালে আৰু কচক উদ্দেশ্য কৰি কলে "হে বৃহস্পতি পুত্ৰ, তোমাৰ সাধনা সফল হৈছে। দেৱযানীৰ কাৰণেই মই তোমাক এতিয়া জীয়াই জীয়াই পেটৰ পৰা উলিয়াব লাগিব আৰু ময়ো তেওঁৰ কাৰণেই জীয়াই থাকিব লাগিব। এই দুয়োটা কাম সমাধা কৰিবৰ হলে এটা মাত্ৰ উপায় আছে অৰ্থাৎ তোমাকো মোৰ সঞ্জীৱনী মন্ত্ৰটো শিকাই লব লাগিব। তুমি এতিয়া মোৰ পেটৰ ভিতৰতে থাকি সেই মন্ত্ৰ শুনি শিকি লোৱা। তাৰ পিচত তুমি মোৰ পেট ফালি ওলাই আহিলে মোৰ মৃত্যু ঘটিব। তুমি তেতিয়া এই মন্ত্ৰৰ বলত মোৰ জীৱন দান কৰি দেৱযানীৰ শোক নিবাৰণ কৰি দুই কুল ৰক্ষা কৰিবা।" এই বুলি শুক্ৰাচাৰ্য্যই যথাবিধি কচক সেই সঞ্জীৱনী মন্ত্ৰ শিক্ষা দিলে। সেই বিদ্যাৰ বলত কচ শুক্ৰাচাৰ্য্যৰ পেটৰ পৰা পূৰ্ণ চন্দ্ৰৰ দৰে ৰূপৱান

হৈ যেতিয়াই পেট ফালি সোঁশৰীৰে ওলাই আহিল তেতিয়াই সেই জ্ঞানৰ মূৰ্ত্তি শুক্ৰাচাৰ্য্যৰ দেহটি প্ৰাণ এৰি মাটিত ঢলি পৰিল। কচেও ততালিকে গৰ্ভত লাভ কৰা সেই বিদ্যাৰ বলত শুক্ৰাচাৰ্য্যৰ প্ৰাণহীন শৰীৰত প্ৰাণ দান কৰি দেৱযানীৰ সন্তোষ বিধান কৰিলে আৰু নিজেও ধন্য হ'ল। তেতিয়া কচে হাতযোৰ কৰি গুৰুদেৱত কলে, "বিদ্যাহীন মানুহক যিজনে বিদ্যা দান কৰে তেওঁ সেই বিদ্যাহীনৰ পিতৃতুল্য হয়। গতিকে আজিৰ পৰা আপুনিও মোৰ পিতা। আপোনাৰ পেট ফালি জীয়াই জীয়াই আজি আকৌ এই পৃথিৱীলৈ আহিব পাৰিছোঁ। দেখি আপুনি মোৰ মাতৃও হ'ল।" এই বুলি কচে শুক্ৰাচাৰ্য্যক দণ্ডৱতে প্ৰণাম কৰিলে।

ভালেমান দিন ধৰি কচে শুক্ৰাচাৰ্য্যৰ ওচৰত শিক্ষা লাভ কৰি থাকিল। ব্ৰহ্মচৰ্য্য ব্ৰতৰ কাল্ শেষ হোৱাত তেওঁ এদিন নিয়ম মতে গা-পা ধুই গুৰুদেৱৰ ওচৰলৈ গৈ বিদায় মাগিলে আৰু দেৱলোকলৈ উলটি যাবলৈ নিয়মমতে সাজু হ'ল। দেৱযানীয়ে সেই সময়ত তেওঁৰ কাষ চাপি তলমূৰ কৰি কলে "হে অঙ্গিৰস মুনিৰ নাতি, আপুনি সদাচাৰ, বিদ্যা, কুলমহিমা আৰু ইন্দ্ৰিয় জয় আদি সজগুণেৰে মোৰ অন্তৰ জয় কৰিছে। আপোনাৰ পূৰ্ণ ব্ৰহ্মচৰ্য্য ব্ৰতৰ কালছোৱাত মই যেনেকৈ গভীৰ প্ৰেমেৰে আপোনাৰ সেৱা কৰিছিলোঁ। প্ৰতিদান স্বৰূপ আজি আপুনিও সেইদৰে প্ৰেমৰ ডোলেৰে বান্ধি মোক আপোনাৰ সঙ্গিনী কৰি লওক। দেৱগুৰু বৃহস্পতি মোৰ পূজনীয় আৰু সেৱাৰ যোগ্য আৰু ঠিক সেইদৰেই আপুনিও মোৰ পূজনীয় আৰু সেৱাৰ পাত্ৰ। আশা কৰেঁা আপুনি মোক শাস্ত্ৰমতে বিয়া কৰাই কৃতাৰ্থ কৰিব।"

সেই কালত জ্ঞানসম্পন্না আৰু শিক্ষিতা ব্ৰহ্মণকুমাৰীসকলে পেটৰ সকলো কথা নিঃসঙ্কোচে আৰু অকপটে প্ৰকাশ কৰিব পাৰিছিল। এনে দৃষ্টান্ত বিৰল নহয়।

দেৱযানীৰ কথা শুনি কচে কলে "আপুনি অতি গুণৱতী আৰু মোৰ গুৰুকন্যা। সেই হিচাপে ধৰ্ম্মমতে মোৰ পূজনীয়া। আপোনাৰ পিতৃদেৱৰ উদৰ ভেদ কৰি মই প্ৰাণ লাভ কৰিছোঁ। সেই হিচাপেও মই আপোনাৰ আজি সহোদৰ ভাই। এনেস্থলত ভাই হৈ ভণীক কোন যুক্তিত বিয়া কৰাওঁ? গতিকে সেই বিষয়ে মোক যেন দুনাই আৰু অনুৰোধ নকৰে।"

এই কথাত মৰ্ম্মাহত হৈ দেৱযানীয়ে বৃথা চেষ্টা হলেও কলে "দেখু দেখু কৰে আপুনি দেৱগুৰু বৃহস্পতিৰ পুত্ৰ, আপুনিতো মোৰ সহোদৰ নহয়?

আন্তৰিক ভাল পোৱা গুণেৰে আপোনাক বাৰে বাৰে জীৱ দান দিয়াত সহায় কৰি আহিছোঁ। পোন প্ৰথমৰেপৰা মই মোৰ শুদ্ধ প্ৰেমেৰে আপোনাৰ সেৱা কৰি আহিছোঁ আৰু পতিৰূপে পাবলৈ আশা কৰি আহিছোঁ। মই নিষ্কলঙ্ক আৰু আপোনাৰ অনুৰাগিণী। মোক প্ৰত্যাখ্যান যেন নকৰে।”

কিন্তু কচে খাটাংকৈ কলে “হে গুৰু কন্যা আপুনি মোক এই বিদায় বেলিকা অশাস্ত্ৰীয় কাম কৰিবলৈ লোভ নেদেখুৱাব। হে শুভ্ৰ যুগলা, আয়ত-লোচনা দেৱযানি। বিধিমতে মই আপোনাৰ সহোদৰ ভাই। মোক শুভাশিষ দি বিদায় দিয়ক। অলপো ত্ৰুটী নকৰাকৈ আপুনি আপোনাৰ পিতৃদেৱৰ সেৱাত ব্ৰতী হৈ থাকক, এয়ে মোৰ কামনা।” এইবুলি কচে মুখ ঘূৰাই দেৱযানীৰ নিবেদন প্ৰত্যাখ্যান কৰি দুয়োকো প্ৰণাম জনাই ইন্দ্ৰলোকলৈ গুচি গ’ল।

শুক্ৰাচাৰ্য্যই কন্যা দেৱযানীক গালে-মুখে হাত বুলাই বুজনি দিবলৈ ধৰিলে।

## দেৱযানীৰ বিয়া

এদিন দেৱযানীয়ে লগৰীয়া অসুৰ কন্যাবিলাকৰে সৈতে হাবিত খেল-ধেমালি কৰি আহি পুখুৰীত গা ধুবলৈ নামিল। গা ধোৱাৰ আগতে পিন্ধা সাজবিলাক পাৰত থৈ দিলে। এনেতে বতাহ ধুমুহা আহি আটাই কেউ-জনীৰে পিন্ধা কাপোৰবোৰ ঠান্‌বান্ কৰি এঠাইত নি থুপ্ খুৱাই থলে। গা ধুই উঠি আটাই কেউজনীয়ে লৰাধপৰাকৈ গৈ কাপোৰ পিন্ধোতে ভুলতে অসুৰ বংশৰ বৃষপৰ্ব্ব ৰজাৰ কুঁৱৰী শৰ্ম্মিষ্ঠাই দেৱযানীৰ সাজটো পিন্ধি পেলালে; তাকে দেখি দেৱযানীয়ে খংকৈ কলে “হেৰা অসুৰ কুমাৰী, গুৰুকন্যাৰ কাপোৰ চুবলৈ তুমি ইমান সাহ পালানে? তোমাৰ দেখিছোঁ অকনো কাণ্ডজ্ঞান নাই।”

দেৱযানীৰ কথা সঁচা হলেও তাত বিদ্ৰূপৰ সুৰ আছিল। গতিকে তেওঁক অপমান কৰা যেন পাই শৰ্ম্মিষ্ঠাৰ খঙে চুলিৰ আগ পালেগৈ। ফেপেৰি পাতি কলে “কি কলা দেৱযানী! অ’ তুমি হবলা নাজানা যে তোমাৰ পিতাৰাই নিতৌ পুৱা-গধূলি আমাৰ পিতাৰ ওচৰলৈ গৈ ভিক্ষাৰ

কাৰণে কাবৌ কৰি থাকেগৈ ? মোৰ পিতাই দিয়া দান-দক্ষিণা লৈয়েই তোমালোকৰ পেট পোহ গৈ থকা নাইনে ? মই হলোঁ ৰজাৰ জীয়াৰী, সকলোৱে মোক পূজা কৰে। মই দাতাৰ সন্তান আৰু তুমি হলা গ্ৰহীতাৰ সন্তান। জনমতো তুমি মোতকৈ শ্ৰেষ্ঠ নোহোৱা। গতিকে মোক এইদৰে অপমান কৰা তোমাৰ পক্ষে উচিত হোৱা নাই দেই।" ৰাজকন্যা শৰ্ম্মিষ্ঠাৰ কঠুৱা তিৰষ্কাৰ শুনি দেৱযানী খঙত কঁপিবলৈ ধৰিলে আৰু চাওঁতে চাওঁতে খঙত একো নাই হৈ শেষত শৰ্ম্মিষ্ঠাই দেৱযানীৰ গালত এটা চৰ মাৰি দিলে আৰু খঙত ৰব নোৱাৰি আকৌ এনে এটা হেচা মাৰি দিলে যে তেওঁ ৰব নোৱাৰি ওচৰতে থকা এটা দ কুঁৱাত পৰি গল। দেৱযানী তাতে মৰিল বুলি ভাবি শৰ্ম্মিষ্ঠা আৰু আন অসুৰ কন্যাবিলাক কাৰেঁঙলৈ ঘূৰি আহিল।

দেৱযানী কুঁৱাৰপৰা কোনোমতেই উঠিব নোৱাৰি তাতে বৰ কষ্ট খাই পৰি থাকিল। দৈৱক্ৰমে ভাৰত বংশৰ সম্ৰাট যযাতি বনত মৃগয়া কৰি দুখে-ভাগৰে পিয়াহত লাল-কাল হৈ পানী বিচাৰি বিচাৰি অকলে গৈ সেই কুঁৱাটোৰ কাষ পালেগৈ। কুঁৱাটোৰ ভিতৰলৈ ডিঙি মেলি চাই দেখে যে তাৰ ভিতৰত কিহবাৰ পোহৰ এটা থকা যেন অনুমান হল। আচৰিত হৈ ভালদৰে মন দি তললৈ চাই থাকোঁতে অনুমান হ'ল যে তাত এজনী সুন্দৰী গাভৰু ছোৱালী অচেতন অৱস্থাত পৰি আছে। তেওঁ চক্ খাই উঠিল। ইফালে সিফালে চাই কাকো ক'তো নেদেখি ছোৱালীটিক সুধিলে কোন আপুনি কুঁৱাত পৰি আছে ? কাৰ ছোৱালী আপুনি ? আপোনাৰ জাত কুলনো কি ? কেনেকৈনো আপুনি এই কুঁৱাত পৰিলহি ?"

দেৱযানীয়ে চেতন পাই লাজকাজ কাতি কৰি কুঁৱাৰ তলিৰ পৰা মাত দিলে "মই অসুৰ কুল পুৰোহিত শুক্ৰাচাৰ্য্যৰ কন্যা। মই এই কুঁৱাত পৰি থকা কথা পিতাই জনা নাই। কোন আপুনি ? কৃপা কৰি মোক উদ্ধাৰ কৰিবনে ?" এই বুলি দেৱযানীয়ে উদ্ধাৰৰ আশাত সোঁহাতখন দাঙি দিলে। যযাতিয়ে বহুত প্ৰবন্ধেৰে দেৱযানীৰ হাতত ধৰি তেওঁক সেই কুঁৱাৰপৰা তুলি আনিলে।

কুঁৱাৰ পৰা উদ্ধাৰ পাই দেৱযানীয়ে আৰু দুনাই অসুৰৰ ৰাজধানীলৈ উলটি যাবলৈ ইচ্ছা নকৰিলে। শৰ্ম্মিষ্ঠাৰ আচৰণৰ কথা ভাবি ভাবি পিতাকৰ ওচৰলৈ নগৈ আন কোনোবা ফালে গুচ যোৱাই উচিত বুলি ভাবিলে। অলপ পৰ তলকা মাৰি থাকি তলমূৰ' কৰি যযাতিক উদ্দেশ্য কৰি কয়ে "আপুনি ব্ৰাহ্মণ কুমাৰীৰ সোঁহাতত ধৰিছে। অনুমান কৰিছোঁ,

আপুনি নিশ্চয় কোনোবা কীৰ্ত্তিমন্ত, শক্তিবান আৰু শান্ত প্ৰকৃতিৰ পুৰুষ। যেয়ে হওক আপুনি, আপুনিয়েই মোৰ স্বামী হ'ব লাগিব।"

এই কথা শুনি যযাতিয়ে কলে "হে স্নেহময়ী ব্ৰাহ্মণ কন্যা, মোৰ ক্ষত্ৰিয় কুলত জন্ম, আপুনি হ'ল ব্ৰাহ্মণ-কন্যা। এনেস্থলত আপোনাৰ লগত এনে সম্বন্ধ ঘটোৱা সম্ভৱ নহয়। আপোনাৰ পিতা শুক্ৰাচাৰ্য্য সমস্ত জগতৰে আচাৰ্য্য। সেই মহাপুৰুষৰে আপুনি কন্যা হৈ কেনেকৈ মোক বৰিব খুজিছে? নহয়, আপুনি পিতাকৰ ওচৰলৈ উলটি যাওক।" এই বুলি কৈয়েই যযাতি নিজৰ ৰাজধানীলৈ উলটি গ'ল।

আগৰ দিনত এনে প্ৰথাও আছিল যে ক্ষত্ৰিয় ৰমণীয়ে ব্ৰাহ্মণত বিয়া সোমাব পাৰে, কিন্তু ব্ৰাহ্মণ ৰমণীয়ে ক্ষত্ৰিয়ক বিয়া কৰাব নোৱাৰে। কুলৰ শুদ্ধি ৰক্ষাৰ নিমিত্তে তিৰোতাৰ পক্ষে অনুলোম প্ৰথা (ওখ খাপৰ পুৰুষক বিয়া কৰোৱা) শাস্ত্ৰসঙ্গত আৰু প্ৰতিলোম (তল খাপৰ পুৰুষক পতিৰূপে গ্ৰহণ কৰা) প্ৰথা শাস্ত্ৰ বিৰুদ্ধ আছিল।

দেৱযানীৰ ঘৰলৈ উলটি যোৱাৰ ইচ্ছা একেবাৰেই নাছিল। সেই কাৰণে তেওঁ ওচৰতে থকা বনৰ এজোপা গছৰ তলত বেজাৰ মনেৰে পৰি থাকিল।

শুক্ৰাচাৰ্য্যই দেৱযানীক প্ৰাণতকৈয়ো বেছি ভাল পায়। লগৰীয়াসকলৰে ৰং-ধেমালি কৰি বহু পৰলৈকে দেৱযানীক উলটি নোযোৱা দেখি বৰ চিন্তাত পৰি তেওঁ দেৱযানীক বিচাৰ কৰিবলৈ এজনী দাসীক পাচিলে। দেৱযানীয়ে সখী কেইজনীমানক লৈ যি যি ঠাইত আগে-পাচে ধেমালি কৰি থাকে সেই সকলো ঠাইতে বিচাৰি চলথ কৰিলে। বহুতো বিচৰাৰ অন্তত গৈ দেৱযানী থকা-সেই গছৰ তল পাই তাতে খঙে-বেজাৰে তলমূৰ কৰি বহি থকা দেৱযানীক দেখা পালে আৰু সন্তৰ্পনে 'কি হ'ল' বুলি সুধিলে।

দেৱযানীয়ে কলে "বাই, তোমালোক উলটি যোৱাহঁক, আৰু পিতাক কোৱাগৈ যে দেৱযানীয়ে আৰু বৃষপৰ্ব্ব ৰজাৰ ৰাজধানীত ভাৰ নিদয়ে।" এই বুলি দেৱযানীয়ে তেওঁলোকক শুক্ৰাচাৰ্য্যৰ ওচৰলৈ ঘূৰাই পঠালে।

নিৰুপায় হৈ উলটি অহা দাসীহঁতৰ মুখত সকলো কথা শুনি আদৰৰ জীয়ৰীৰ এনে দুৰ্গতি হ'ল ভাবি তেওঁ লৰালৰিকৈ দেৱযানীৰ ওচৰলৈ গ'ল আৰু সান্ত্বনা দিবৰ মনেৰে ক'লে "আই, মানুহ মাত্ৰৰে সুখ আৰু দুখ নিজৰ সৎ আৰু অসৎ কৰ্ম্মৰ ওপৰত নিৰ্ভৰ কৰে। সেই কাৰণে তুমি কাৰো ওপৰত খং খোৱা উচিত নহয়। আনৰ সৎ বা অসৎ কৰ্ম্মৰ ফলে কাকো ছুব নোৱাৰে।" এনে কিছুমান জ্ঞানগৰ্ভ কথাৰে শুক্ৰাচাৰ্য্যই

জীয়েকক শান্তনা দিবলৈ চেষ্টা কৰিলে। কিন্তু দেৱযানীৰ খং আৰু বেজাৰেৰে দহি থকা অন্তৰ এনে সান্তনায়ো একো কৰিব নোৱাৰিলে। তেওঁ কলে, "পিতা, মোৰ সুখ, দুখ, ভাল, বেয়া মোৰে কৰ্ম্মফল নিশ্চয়। কিন্তু বৃষপৰ্ব্বাৰ কন্যা শৰ্ম্মিষ্ঠাৰ এইদৰে কবৰ কি অধিকাৰ আছে যে তোৰ পিতা ৰজাৰ গুণ-গান কৰি ফুৰা এজন গায়কহে—বিশেষতঃ তই ভিখাৰীৰ ছোৱালীহে। তোষামোদ কৰি ৰজাৰ পৰা দৈনিক ভিক্ষা গ্ৰহণ কাৰ খাৰ ? ইমানতো সন্তুষ্ট নহৈ খঙতে মোৰ গালত এটা চৰ মাৰি দি ওচৰৰ সৌ কুঁৱাটোলৈ থেলা মাৰি পেলাই দি গুচি গৈছে। এনে সন্তানৰ পিতাকৰ ৰাজধানীত কোনোমতেই মই থাকিব নোৱাৰোঁ।" এই বুলি কৈ কান্দিবলৈ ধৰিলে।

কথাবোৰ শুনি আৰু দেৱযানীৰ কান্দোনত শুক্ৰাচাৰ্য্য গহীন হৈ উত্তৰ দিলে "দেৱযানী, তুমি কেতিয়াও হাতযোৰ কৰি ফুৰা তোষামোদকাৰী বা ভিক্ষুকৰ কন্যা নহয়। তোমাৰ পিতাৰাই কাৰো ওচৰত হাত পাতি পেট প্ৰবৰ্ত্তন নকৰে। গোটেই জগৎ জোৰা মানুহে যাক সন্মান কৰে তেনে এজন পুৰুষৰ কন্যা তুমি। এই কথা দেৱৰাজ ইন্দ্ৰৰো বিদিত। অসুৰপতি বৃষপৰ্ব্বও মোৰ ওচৰত কিমান ঋণী সেই কথা তেওঁৰ অজ্ঞাত নহয়। কিন্তু জ্ঞানীলোকে নিজে নিজৰ গুণ গাই নুফুৰে। সেই কাৰণে ময়ো মোৰ কথা আৰু বঢ়াই নকওঁ। তুমি মোৰ কুলৰ গৌৰৱ। আই মোৰ, এতিয়া ব'লা। বেজাৰ নকৰিবা—শান্ত হোৱা। ব'লা আমি ঘৰলৈ যাওঁ।"

ভগৱান ব্যাসদেৱে শুক্ৰাচাৰ্য্যই নিজৰ কন্যা দেৱযানীক দিয়া উপদেশৰ চলতে গোটেই জগতৰ কাৰণে এই অমূল্য উপদেশ দি গৈছে। শুক্ৰাচাৰ্য্যই দেৱযানীক উপদেশ দি কবলৈ ধৰিলে—"য আনৰ নিন্দা বা কুৎসা ৰটনা শুনিও অবিচলিত আৰু শান্তভাৱে থাকে তেৱেঁই প্ৰকৃত জগৎজয়ী। যিজনে ঘোঁৰাৰ লেকাম ধৰি ৰথ চলায় তেওঁ আচলতে সাৰথি নহয়। সেইজনেই আচল সাৰথি, যি ঘোঁৰাৰ লেকাম ধৰি ৰখাৰ নিচিনাকৈ নিজৰ খংৰূপী ৰথখন দমাই ৰাখিব পাৰে। সাপে যেনেকৈ তাৰ মোটটো সলাবলৈ গুণা-গঁথা কৰি নাথাকে, সেইদৰে যি মানুহে খং পাহৰি অবিচলিত হৈ স্থিৰ থাকে তেৱেঁই পুৰুষ-শ্ৰেষ্ঠ। যি মানুহে কঠোৰ শাস্তি ভুগি থাকিলেও নিৰ্ব্বিকাৰ চিত্তে স্থিৰ হৈ থাকিব পাৰে তেৱেঁই প্ৰকৃততে কাৰ্য্যসিদ্ধি লাভ কৰে। শাস্ত্ৰবিধি অনুসৰি যি প্ৰতিমাহে যজ্ঞৰ অনুষ্ঠান কৰি এশ বছৰ কাল কটাইছে তেওঁতকৈও সেই জনেইহে শ্ৰেষ্ঠ যজ্ঞকৰ্ত্তা—যিজনে আচলতে ক্ৰোধক আহুতি দি অক্ৰোধী হৈ থাকিব পাৰে। খঙাল পুৰুষক ভাই, বন্ধু,

ভাৰ্য্যা, পুত্ৰ, দাস-দাসী, ধৰ্ম্ম, সত্য সকলোৱে এৰা দিয়ে। জ্ঞানীসকলে লৰা-ছোৱালীৰ কোনো কথাত দায়-দোষ নধৰে।

দেৱযানীয়ে তলমূৰ কৰি ক'লে "পিতা, মই এজনী সামান্যা ছোৱালী হলেও আপোনাৰ উপদেশৰ সত্যতা উপলব্ধি কৰিছোঁ। সেইবুলি অনাচাৰী, মান-মৰ্য্যাদাৰ মোল নুবুজা মানুহৰ সঙ্গত থকা উচিত নহয়। জ্ঞানীসকলে কুলনিন্দাকাৰী মানুহৰ লগ কেতিয়াও নলয়। যিমানেই ধনবান নহওক তেনে মানুহ অনাচাৰী হলে সি চণ্ডালৰ তুল্য। সাধুসকলে তেনে মানুহৰ লগত সঙ্গ নকৰে। অৰণি কাঠত ঘঁহনি খাই যেনেকৈ জুই উঠি সেই কাঠক পুৰি ভষ্ম কৰে সেইদৰে বৃষপৰ্ব্বৰ কন্যা শৰ্ম্মিষ্ঠাৰ কঠুৱা তিৰস্কাৰ-বিলাকে মোক দহিব লাগিছে। অস্ত্ৰই কটা বা জুয়ে পোৰা ঘা সময়ত শুকাই যায়, কিন্তু বাক্যবাণে বিন্ধা যি ঘা সি জীৱনলৈ থাকি যায়; কেতিয়াও নুশুকায়।

উপায়ান্তৰ হৈ শুক্ৰাচাৰ্য্য বৃষপৰ্ব্বৰ ওচৰত উপস্থিত হলগৈ আৰু গহীনভাৱে কলে "হে ৰাজন্, পাপ কৰ্ম্মৰ ফল হাতে হাতে কেতিয়াবা নফলিয়াবও পাৰে। কিন্তু এদিন নহয় এদিন তাৰ ফল স্বৰূপে সেই পাপীসকলৰ বংশ লোপ পাবই লাগিব। বৃহস্পতিৰ পুতেক কচ জিতেন্দ্ৰিয়, পূৰ্ণব্ৰহ্মচাৰী, নিষ্পাপ, ধাৰ্ম্মিক আৰু মোৰ অক্লান্ত সেৱক। আপোনাৰ অভিসন্ধিত অসুৰবিলাকে তেওঁক বধ কৰিবলৈ চেষ্টা কৰিছিল। সেই কথা মই সহ্য কৰি আছোঁ। মোৰ কন্যা দেৱযানীয়ে এই জগতত মান-সম্ভ্ৰমক শ্ৰেষ্ঠজ্ঞান কৰে। সেই দেৱযানীক আপোনাৰ কন্যা শৰ্ম্মিষ্ঠাই কঠুৱা মাতেৰে অপমান কৰিছে। অকল সিমানেই নহয়, তাইক গতা মাৰি এটা শুকান কুঁৱাত পেলাই দিছে। মান-সম্ভ্ৰম নেওচা দি দেৱযানী আপোনাৰ ৰাজধানীত আৰু থাকিব নোখোজে। তাইক এৰি ময়ো থাকিব নোৱাৰোঁ। সেই কাৰণে মই আপোনাৰ ৰাজধানী পৰিত্যাগ কৰিবলৈ ওলালোঁ। মহাৰাজ, আপুনি দুঃখিত নহ'ব।"

এনে কথা দেৱগুৰু শুক্ৰাচাৰ্য্যৰ মুখত শুনি ৰজা মৰ্ম্মাহত হৈ হাতযোৰ কৰি কলে "গুৰুদেৱ, আপুনি যিবোৰ কথাৰ বাবে মোক দোষাৰোপ কৰিছে, সেইবোৰ কথাৰ মই একোকে নাজানো। তথাপি মোক এৰি গলে মই নিশ্চয় জুইত জাপ দিম আৰু দেহত্যাগ কৰিম।"

শুক্ৰাচাৰ্য্যই ক'লে "আপুনি কিয় যদি আটাইবোৰ অসুৰেও জুইত জাপ দিয়ে বা সাগৰত পৰি মৰে—মই তাৰ বাবে অলপো চিন্তা নকৰোঁ। মই দেৱযানীৰ দুখ কোনোমতেই সহ্য কৰিব নোৱাৰোঁ। তাইক মই

প্ৰাণতকৈও বেছি ভাল পাওঁ। তাইক চকুৰ আঁতৰ কোনোমতেই কাৰব নোৱাৰোঁ। কিন্তু যদি আপুনি দেৱযানীক কোনো প্ৰকাৰে শান্ত কৰিব পাৰে, ভাল কথা। নতুবা আপোনাক পৰিত্যাগ কৰাৰ বাহিৰে মোৰ আন উপায় নাই।"

ৰজাই এই কথাত ভৰষা পাই ৰাজপৰিয়াল সহ গৈ সেই গছৰ তলতে দেৱযানীক পাই সকলোটি তেওঁৰ ভৰিত দীঘল দি পৰি ক্ষমা খুজিলে।

দেৱযানীয়ে কঠোৰভাৱে ক'লে "অসুৰ কুলপতি, আপোনাৰ কন্যা শৰ্ম্মিষ্ঠাই মোক ভিখাৰীৰ ছোৱালী বুলি ককৰ্থনা কৰিছে সেই শৰ্ম্মিষ্ঠাক মোৰ লাগৰী স্বৰূপে মোৰ লগত থাকিবলৈ দিব লাগিব। পিতাই মোক যি ঘৰলৈ বিয়া দিব, তাতো শৰ্ম্মিষ্ঠাক মোৰ লিগিৰী হিচাপে যৌতুকত দিব লাগিব।"

বৃষপৰ্ব্বই নিৰুপায় হৈ দেৱযানীৰ এই কথাত সন্মতি জনাই শৰ্ম্মিষ্ঠাক সেই ঠাইলৈ লৈ আহিবলৈ মানুহ পঠিয়ালে।

শৰ্ম্মিষ্ঠা আহি পালত সকলো কথা ৰজাব মুখে শুনি তেওঁ নিজৰ অপৰাধ স্বীকাৰ কৰি ক'লে "সখী দেৱযানীয়ে যি ভাল পায় সেইমতেই তেওঁৰ আদেশ পালন কৰি থাকিম। মোৰ অপৰাধৰ কাৰণে পিতাই কুলগুৰু পৰিত্যাগ কৰিব নালাগে। আজিৰপৰা মই দেৱযানীৰ লিগিৰী হলোঁ।" শৰ্ম্মিষ্ঠাৰ বিনয় বচনত দেৱযানীয়ে শান্ত ভাব ধৰি পিতাকৰ সৈতে ৰাজধানীলৈ উলটি গ'ল।

বনৰ মাজত এদিন হঠাৎ দেৱযানীয়ে আকৌ যযাতিক দেখা পালে। তেওঁক অনুনয় বিনয় কৰি দেৱযানীয়ে কলে, "সম্ৰাট, আপুনি মোৰ সোঁহাতত ধৰাত মোক গ্ৰহণ কৰাৰ তুল্য হ'ল। এতিয়া মোক ভাৰ্য্যাৰূপে গ্ৰহণ কৰি কৃতাৰ্থ কৰক।" যযাতিয়ে দোহাৰি কলে "ক্ষত্ৰিয়ই কেনেকৈ ব্ৰাহ্মণ কুমাৰীৰ পাণি গ্ৰহণ কৰে—সেই কথাতে মাত্ৰ বাধা।" মীমাংসাৰ কাৰণে দুয়ো শুক্ৰাচাৰ্য্যৰ ওচৰ চাপিলগৈ। শুক্ৰাচাৰ্য্যই ভাবি চিন্তি এই বিয়াত সন্মতি দিলে। আগৰ দিনত প্ৰতিলোম প্ৰথামতেও দুই-এক বিয়া নোহোৱা নহয়—এয়ে তাৰ এটা পটন্তৰ। শাস্ত্ৰই কৈছে 'এইবোৰ কাম বৈধ আৰু আনবোৰ অবৈধ।' কিন্তু এবাৰ কেনেবাকৈ অবৈধ আচৰণ হৈ গলে তাক ভাঙি পেলাই দিয়া ৰীতি নাছিল। এনেকুৱা বিলাকেই দেশাচাৰত পৰিণত হয়।

যযাতি আৰু দেৱযানীৰ বিয়া হৈ গল। তাৰ পিচত দুয়ো ভালেমান দিন সুখেৰে বাস কৰি কটালে। শৰ্ম্মিষ্ঠা দেৱযানীৰ লিগিৰী স্বৰূপেই

থাকিল। এদিন শৰ্ম্মিষ্ঠাই যযাতিক অকলশৰে পাই তেওঁকো বিয়া কৰাবলৈ বৰকৈ অনুৰোধ কৰিলে। ৰজা যযাতিয়ে তাত মান্তি হৈ দেৱযানীৰ অজানিতে শৰ্ম্মিষ্ঠাক বিয়া কৰালে।

লাহে লাহে সেই কথা দেৱযানীৰ কাণত পৰিল। বিয়াৰ সময়ত যযাতিয়ে কৰা প্ৰতিজ্ঞা ভঙ্গ কৰা দেখি দুখে-বেজাৰে, খঙে-বিষে পিতাক শুক্ৰাচাৰ্য্যত গোচৰ দিলেগৈ। সেই কথা শুনি শুক্ৰাচাৰ্য্যৰ খং উঠিল আৰু এই মুহূৰ্ত্ততেই যযাতি বুঢ়া হওক" বুলি অভিশাপ দিলে।

ভৰ ডেকাকালতে অকস্মাৎ আলৰ বুঢ়া হোৱাত যযাতিয়ে ভয় খাই শুক্ৰাচাৰ্য্যৰ শৰণাপন্ন হ'ল। শুক্ৰাচাৰ্য্যৰ মুখৰ পৰা আচল কথাটো জানি "অপৰাধীক ক্ষমা কৰক" বুলি তেওঁৰ ওচৰত আঁঠু লৈ অনুনয় কৰিবলৈ ধৰিলে। যযাতি কন্যাৰ প্ৰাণ ৰক্ষাকাৰী বুলি ভাবি শুক্ৰাচাৰ্য্যৰ খং দমি গল আৰু কোমলাই কলে "ৰজা, আপুনি যি বুঢ়া হ'ল, হলেই; তাৰ সম্পূৰ্ণ প্ৰতিকাৰৰ উপায় নাই। কিন্তু আন কোনো ডেকা মানুহৰ লগত আপোনাৰ এই বৃদ্ধ শৰীৰটো ইচ্ছা কৰিলে সলনি কৰি লব পাৰিব— ইমানেই মোৰ অভিশাপ লাঘৱ হব পাৰে।" এই বুলি যযাতিক আশীৰ্ব্বাদ কৰি সান্ত্বনা দিলে।

# যযাতি

সম্ৰাট যযাতি পাণ্ডৱসকলৰ পূৰ্ব্বপুৰুষ আছিল। তেওঁ এজন প্ৰতাপী ৰজা আছিল। পৰাভৱ কি বস্তু তাৰ ভূ তেওঁ নাপাইছিল। শাস্ত্ৰৰ বিধান মানি তেওঁ তেওঁৰ উপৰি পুৰুষসকলক আৰু দেৱতাসকলক ভক্তি আৰু পূজা কৰিছিল। প্ৰজাৰঞ্জক সম্ৰাট বুলি তেওঁ বিশেষ খ্যাতি অৰ্জ্জন কৰিছিল।

এইহেন ধাৰ্ম্মিক প্ৰজাৰঞ্জক যযাতিয়ে নিজৰ ধৰ্ম্মপত্নী দেৱযানীৰ ওচৰত কৰা এটা মাত্ৰ অপৰাধৰ দোষত শুক্ৰাচাৰ্য্যৰ অভিশাপত অকালতে বুঢ়া হৈছিল।

ভাৰত কাব্য ৰচোঁতা ব্যাসদেৱে উল্লেখ কৰা মতে যযাতি এজন কদাকাৰ আলৰ বুঢ়া হৈ বৰ দুখত দিন কটাইছিল। মানুহ মাত্ৰেই বুঢ়া বয়সত বয়সৰ

কষ্টটো অনুভৱ কৰে। কিন্তু ভৰ বয়সতে যদি মানুহ বুঢ়াৰ দৰে হয় তেন্তে তেনে মানুহৰ কষ্ট সঁচাকৈয়ে বৰ্ণনাতীত।

কল্পনাতীত ভাৱে এনেকৈ বুঢ়া হোৱা সত্বেও যযাতিৰ ভোগ-বাসনা অটুট আছিল। তেওঁৰ পাঁচটি লৰা হ'ল। দেখাই শুনাই আটাই কেইটি সুন্দৰ আছিল। তেওঁবিলাক ক্ষত্ৰিয় বিদ্যাতো পাকৈত আৰু সৰ্ব্বগুণী আছিল। এদিন তেওঁলোক কেউটিকে কাষলৈ মাতি আনি যযাতিয়ে কলে "বাছাহঁত, তোমালোকৰ মাতামহ অসুৰ কুলগুৰু শুক্ৰাচাৰ্য্যৰ অভিশাপত মই অকালতে বুঢ়া হলোঁ। মই মোৰ সকলো কৰ্ত্তব্য কামবিলাক ধৰ্ম্মমতে পালন কৰি আহিছোঁ। কিন্তু মোৰ ভোগ-বাসনাৰ হেঁপাহ এতিয়াও যোৱা নাই। তোমালোকৰ ভিতৰত যি কোনো এজনে মোৰ এই বুঢ়া শৰীৰটো সলনি লৈ তোমালোকৰ ডেকা শৰীৰটো মোক দিবলৈ মান্তি হবানে? যিটিয়েই এই কাম কৰিব তেৱেঁই মোৰ ৰাজ্যৰ অধিকাৰী হব। সেইজনৰে ডেকা শৰীৰটো লৈ মই মোৰ ভোগ-বাসনা পূৰাবলৈ ইচ্ছা কৰোঁ।"

পিতৃৰ এই কথা শুনি পোনতে ডাঙৰজন লৰাই মাত দিলে "পিতা, আপোনাৰ এই বুঢ়া জীৰ্ণ শৰীৰটো ললে মোক মোৰ তিৰোতা আৰু লগুৱা-লিক্‌চৌবিলাকে মস্কৰা কৰিব। গতিকে মই সেই কাম কৰিব নোৱাৰোঁ। আপোনাৰ মৰমৰ আন কেইটি লৰাক সুধি চাব পাৰে।"

দ্বিতীয়জন লৰাক সোধাত তেওঁ তলমূৰ কৰি কলে "পিতা, মানুহ বুঢ়া হলে কেৱল বল আৰু ৰূপেই হানি নহয় তেওঁৰ বিবেচনা শক্তিটোও লোপ পায়। আপুনি মোক বুঢ়া জীৰ্ণ শৰীৰটো লবলৈ নকব। মই আপোনাৰ সেই আদেশ পালন কাৰবলৈ অক্ষম।"

তৃতীয়জনক সোধাত কলে "পিতা, বুঢ়া মানুহবিলাকে হাতী-ঘোঁৰাত উঠি ফুৰিব নোৱাৰে। কথা-বতৰা কলে জিভা দোবোল খাই যায়, কথা ভালকৈ নুফুটে। এনে শোচনীয় অৱস্থালৈ সকলো কামতে অকামিলা হৈ পৰে। তেনে অৱস্থা হলে জীয়াই থকা মিছা। গতিকে মই আপোনাৰ কথা ৰাখিব নোৱাৰোঁ।"

ইটোৰ পিচত সিটোকৈ তিনটাকৈ লৰাই ৰজাৰ কথা দলিয়াই পেলোৱাত ৰজাৰ খং চুলিৰ আগ পালেগৈ। এতিয়া চতুৰ্থ লৰাটিৰ ফালে আশাৰে চাই ক'লে "তুমিয়েই মোৰ এই বৃদ্ধাৱস্থাটো লব লাগে। তুমি অলপ দিনৰ কাৰণে মাথোন মোৰ এই বুঢ়া শৰীৰটো লৈ তোমাৰ ডেকা শৰীৰটো দিয়া, মোৰ ভোগ-বাসনা পূৰ্ণ হলেই আকৌ তোমাক তোমাৰ যৌৱন ওলোটাই দি মোৰ পূৰ্ব্বৰ অভিশপ্ত বুঢ়া শৰীৰটো ঘুৰাই লম।"

পিতাকৰ এনে বচন শুনি তেওঁ ক'লে "মহাৰাজ, মোক ক্ষমা কৰিব, মই কেতিয়াও তেনে কথাত মান্তি হব নোৱাৰোঁ। বুঢ়া হলে শৰীৰটো পৰিষ্কাৰ ৰাখিবলৈকো আন এজনৰ সহায় লবগৈ লাগিব। এনে অৱস্থা অসহনীয়। মই আপোনাক যিমান ভাল পালেও এই কথাত মান্তি হব নোৱাৰোঁ।"

চাৰিটাকৈ সন্তানৰ ওচৰত এইদৰে প্ৰত্যাখ্যাত হৈ লাজত পৰি যযাতিৰ মনত বৰ দুখ লাগিল। খন্তেক নিতাল মাৰি থাকি সদায় বাধ্য হৈ চলা চেনেহৰ নুমলীয়া লৰাটিৰ ফালে চাই ক'লে "বাছা মোৰ, এই অৱস্থাত তুমিয়েই মোক ৰক্ষা কৰিব লাগিব। শুক্ৰাচাৰ্য্যৰ অভিশাপত এই বুঢ়া দেহাটো ধাৰণ কৰি, দুখে কষ্টই অকামিলা হৈ জৰাৰোগত ভুগি মৰিছোঁ। মোৰ গাৰ ছাল সোতোৰা পৰিছে, শৰীৰত শক্তি নাই আৰু চুলি পকিল। ই মোৰ পক্ষে অসহনীয় হৈ পৰিছে। তুমিয়েই মোৰ এই জৰা অৱস্থা গ্ৰহণ কৰি কিছুকালৰ কাৰণে মোক যৌৱন ভোগ কৰিবলৈ দিয়া। মোৰ কামনা পূৰ্ণ হলেই তোমাৰ যৌৱন ঘূৰাই পাবা। ককায়েৰাহঁতৰ দৰে যেন তুমি মোক বিমুখ নকৰা।"

পিতাকৰ এনে অনুনয় কৰা কথাত অন্তৰত পিতৃভক্তি জাগি উঠিল আৰু নুমলীয়া কোঁৱৰ পুৰুৱে ক'লে "পিতা, মই আপোনাৰ আদেশ ৰংমনে শিৰপাতি ললোঁ। বুঢ়া দেহৰ ভাৰ আৰু ৰাজ্যৰ ভাৰ এই দুইখন সাঙিকে কান্ধ পাতি ল'ম।" এই কথাত ৰজা অপাৰ আনন্দত উত্ৰাৱল হৈ পুৰুক আঁকোৱালি ধৰিলে।

আঁকোৱালি ধৰা মাত্ৰকতে যযাতি বুঢ়া গুচি ডেকা হৈ পৰিল। নুমলীয়া ৰাজকোঁৱৰ পুৰুৱে পিতাকৰ বুঢ়া শৰীৰটো পায়ো ধৰ্ম্ম অনুসৰি প্ৰজা-পালন কৰি কীৰ্ত্তি অৰ্জ্জন কৰিলে।

ৰজা যযাতিয়ে দুয়োগৰাকী মহিষী লৈ বহুদিন ধৰি ভোগ-বাসনাত কাল কটালে। অন্তত ধনপতি কুবেৰৰ প্ৰমোদ বনলৈ গৈ তাতো এগৰাকী অপেশ্বৰীৰ লগত সুখেৰে কাল কটালে। এইদৰে ভালেমান কাল ভোগ-লালসাত মতলীয়া হৈ থাকিও যযাতিৰ হেঁপাহ নপলাল। শেষত তেওঁ চেনেহৰ নুমলীয়া ল'ৰা পুৰুক গৈ ক'লে "মৰমৰ সোণাই মোৰ, ভোগৰ কামাগ্নি কেতিয়াও নুমাৰ নোখোজে। ঘিউ পৰি থাকিলে যেনেকৈ অগ্নি দুগুণে জ্বলি উঠে সেইদৰেই কাম বাসনাও ভোগৰ সময়ত বাঢ়ি গৈহে থাকে, কমাটো দূৰৰ কথা। এই কথা মই শুনিছোঁ; পঢ়িছোঁ, কিন্তু উপলব্ধি কৰিব পৰা নাই। বৰ্ত্তমানে মই এই সত্যত উপনীত হব পাৰিছোঁ

যে ধন, ধান, গৰু বা স্ত্ৰীলোক এইবোৰৰ একোৱে ভোগ-লালসা পূৰ্ণ কৰিবলৈ অক্ষম। সুখ দুখৰ অতীত শান্ত অৱস্থাত আমি উপনীত হব লাগিব। এই অৱস্থাইহে প্ৰকৃত ওখ অৱস্থা বা ব্ৰহ্মত অবস্থিতি অৱস্থা। হে পুত্ৰ, এতিয়া তুমি তোমাৰ যৌৱন ঘূৰাই লৈ সুখ্যাতিৰে ৰাজ্য পালন কৰা।" এই বুলি কৈ যযাতিয়ে পুনৰায় নিজৰ বুঢ়া শৰীৰটো নিজে গ্ৰহণ কৰিলে। লগে লগে পুৰুৱে পূৰ্ণ-যৌৱন লাভ কৰিলে। তেওঁৰ হাততে সমুদায় ৰাজ্যভাৰ অৰ্পন কৰি যযাতি বনবাসী হৈ গুচি গ'ল আৰু বহুকাল অৰণ্যত তপস্যা কৰি স্বৰ্গাৰোহণ কৰিলে।

## বিদুৰ

মাণ্ডব্য মুনি এগৰাকী মানসিক শক্তি সম্পন্ন আৰু শাস্ত্ৰজ্ঞ পুৰুষ আছিল। বহুকাল তপস্যা কৰি অৱশেষত লোকালয়ৰপৰা আঁতৰত এখন হাবিত আশ্ৰম পাতি তাতে তেওঁ থাকিবলৈ ললে। এদিন আশ্ৰমৰ বাহিৰে এজোপা আইঁত গছৰ তলত তেওঁ মৌনব্ৰত ধৰি বহি আছে। এনেতে কেইটামান দস্যু আহি আশ্ৰমৰ কাষ পালেহি। সেই দেশৰ ৰজাৰ পহৰীয়াই সিহঁতৰ পিচ লোৱা গম পাই সাৰিবৰ আন উপায় নেদেখি এই আশ্ৰমেই একমাত্ৰ উপযুক্ত আশ্ৰয়ৰ থল বুলি ভাবি সেইখিনি ওলালহি। সিহঁতে আশ্ৰমৰ এটা পঁজাৰ চুকত ডকা দি অনা বস্তুবিলাক থৈ আশ্ৰমৰ আন এফালে লুকাই থাকিল। ৰজাৰ পহৰীয়াবিলাকে এই দস্যু কেইটাৰ পম খেদি আহি সেই আশ্ৰমৰ কাষ চাপিলহি।

মৌনব্ৰত ধৰি ধ্যানমগ্ন হৈ বহি থকা মাণ্ডব্য মুনিক দেখি পহৰীয়াৰ মুখিয়ালজনে ক'লে "এইফালেদি কেইটামান ডকাইত আহিছিল নে? সিহঁত কেনি গ'ল বেগাই কওকচোন। সিহঁতক এতিয়াই ধৰি লৈ যাব লাগিব।" এই কথা ধ্যানমগ্ন হৈ থকা মুনিৰ কাণত নোসোমাল। মুখিয়াল-জনে আকৌ বৰ বৰকৈ সুধিলে যদিও ধ্যানমগ্ন মুনি ধ্যানমগ্ন হৈয়ে ৰ'ল। ইতিমধ্যে দুই এজন পহৰীয়াই পিতৃ পিতৃ কৰি চাই আশ্ৰমৰ পঁজাৰ ভিতৰত সোমাই ডকা দি নি দ'মাই থোৱা বস্তুবিলাক দেখি ওলাই গৈ মুখিয়ালজনক মাতি নিলে। তেতিয়া সকলোবোৰ ভিতৰ সোমাই দমাই থোৱা বস্তুবিলাক

দেখা পালে। ইফালে সিফালে চাই অলপ পিচতে লুকাই থকা ডকাইত-হঁতকো দেখা পালে।

"অ' এই ভণ্ড বামুণে কিয় মৌনব্ৰত ধৰি বহি আছে এতিয়াহে গম পালোঁ! এৱেঁই ডকাইতহঁতৰ নেতা! এওঁৰ কথামতেই ডকাইতহঁতে এনে বৃত্তি অৱলম্বন কৰিছে।" এইদৰে ভাবি মুখিয়াল পহৰীয়াই পহৰীয়া-বিলাকক ভালকৈ পহৰা দি থাকিবলৈ সাৱধান কৰি দি লৰালৰিকৈ ৰজাৰ ওচৰলৈ গৈ ডকা দিয়া মাল সহ ডকাইত আৰু মাণ্ডব্য মুনিক ধৰি জব্দ কৰাৰ কথা জনালেগৈ।

সেই বামুণেই ডকাইতহঁতৰ দলপতি; মুনি ঋষিৰ ভেশ ধৰি মানুহক ছলনা কৰি ডকাইতি কৰি ফুৰিছে বুলি অনুমান কৰি খঙত বলিয়া হৈ ৰজাই আগপাচ নিচিন্তি মাণ্ডব্য মুনিক তেতিয়াই শূলত দিবলৈ আদেশ কৰিলে। আদেশ পোৱা মাত্ৰে মুখিয়াল পহৰীয়াই আশ্ৰমলৈ ঘূৰি গৈ মাণ্ডব্য মুনিক ধ্যানমগ্ন অৱস্থাতে শূলত দিলেগৈ আৰু ডকা দিয়া মাল সহ ডকাইতহঁতক ধৰি নি ৰজাক শোধাই দিলেগৈ।

ধৰ্ম্মপ্ৰাণ মাণ্ডব্য মুনি বহুদিনলৈকে শূলবিদ্ধ অৱস্থাতো জীয়াই আছিল। ধ্যানমগ্ন অৱস্থাতে শূলবিদ্ধ হোৱাত যোগবলৰ প্ৰভাৱত প্ৰাণ ধাৰণ কৰিব পাৰিছিল। এই ঘটনাৰ কথা ৰাষ্ট্ৰ হ'লত বনবাসী আন আন ঋষি-মুনিসকল আহি সেই আশ্ৰমত উবুৰি খাই পৰিলহি আৰু তপস্যা প্ৰভাৱত শক্তিমান মাণ্ডব্য মুনিৰ শৰীৰটোৱে এনে কষ্ট খাই থকা অৱস্থাত দেখা পাই সুধিলে "হে তাপস, আপোনাৰ এনে অৱস্থা ঘটিবলৈ পালে কেনেকৈ?"

মুনিবৰে উত্তৰ দিলে "হে বন্ধুসকল, মইনো কাক অপৰাধী বুলি ক'ম? প্ৰজাপালক ৰজাৰ অনুচৰসকলে মোক এনে শাস্তি বিহিছে।"

'শূলবিদ্ধ হৈ থকা অৱস্থাতো মাণ্ডব্য মুনি জীৱিত আছে আৰু বনবাসী আন আন মুনি-ঋষিসকল আহি তেখেতক বেৰিকুৰি আছেহি'—এই কথা ৰজাৰ কাণত পৰাত ৰজা আচৰিত হৈ বৰ বেজাৰ মনেৰে সপৰিয়ালে গৈ সেই আশ্ৰম পালেগৈ। পুণ্যৱান মুনিবৰ মাণ্ডব্যৰ এনে শোচনীয় অৱস্থা দেখি ৰজা মৰণাস্তিক হ'ল। সেই মুহূৰ্ত্ততে মুনিক শূলমুক্ত কৰিবলৈ পাৰিষদসকলক আদেশ দিলে। শূলমুক্ত হোৱা মাত্ৰকে ৰজাই মুনিৰ ভৰিত দীঘল দি পৰি হাতযোৰ কৰি কবলৈ ধৰিলে "হে মুনিৰাজ, অজ্ঞানত অন্ধ হৈ এই অধমে অপৰাধ কৰিলোঁ, দয়া কৰি দাসক ক্ষমা কৰক প্ৰভু!"

মাণ্ডব্য মুনিৰ কিন্তু খং নুঠিল। ৰজাৰ কাষ চাপি গৈ তেওঁৰ এনে অৱস্থাৰ কাৰণ কি সুধিলে। মাণ্ডব্য মুনিৰ তপোবলৰ কথা ধৰ্ম্মৰাজৰ

অবিদিত নাছিল। সেই কাৰণে তেওঁ ভয় খাই ক'লে "হে তপোধন, আপুনি এই আশ্ৰমত থাকি বনৰ পশুপক্ষীবিলাকৰ হিংসা কৰি চলিছে। দান আৰু পাপৰ পৰিমাণ নিচেই কম হলেও দুয়োটাই বহুফল প্ৰদান কৰে এই কথা আপোনাৰ অবিদিত নহয়।"

ধৰ্ম্মৰাজৰ এই কথা শুনি মাণ্ডব্য মুনিয়ে বিচূৰ্ত্তি খাই সুধিলে "এনে হিংসাৰ কাম মোৰ পৰানো কেতিয়া হৈছিল ?"

ধৰ্ম্মৰাজে উত্তৰ দিলে "হে তপোধন, লৰা কালতে আপুনি এনে কামত প্ৰবৃত্ত হৈছিল।"

তেতিয়া ঋষিয়ে ক'লে "লৰাকালৰ অজ্ঞান অৱস্থাতে ঘটা কামৰ বাবে আপুনি এনে গুৰুদণ্ড বিহাটো নিতান্ত অনুচিত হৈছে। এনে অনুচিত বিচাৰৰ কাৰণে আপুনি পৃথিৱীত মনুষ্য জন্ম লওকগৈ।" এই বুলি মুনিৰাজে ধৰ্ম্মৰাজক অভিশাপ দিলে।

শাপগ্ৰস্ত এই ধৰ্ম্মৰাজেই বিচিত্ৰবীৰ্য্যৰ ধৰ্ম্মপত্নী অম্বালিকাৰ এজনী লিগিৰীৰ গৰ্ভত জন্ম লৈ বিদুৰ নামে খ্যাত হ'ল।

ওপৰৰ কথাখিনিৰ পৰা আমি বুজিলোঁ যে ধৰ্ম্মৰাজেই এই জগতত বিদুৰ অৱতাৰ ধৰিছিল। বিদুৰ ধৰ্ম্মশাস্ত্ৰ আৰু ৰাজনীতিত অগাধ পণ্ডিত আৰু খং ৰাগ নথকা ধীৰ মহাপুৰুষ বুলি মানুহৰ সমাজত বিদিত আছিল। ভীষ্মদেৱৰ পৰামৰ্শ মানি ৰজা ধৃতৰাষ্ট্ৰই বিদুৰক ল'ৰা কালতে মন্ত্ৰী পাতি লৈছিল।

ব্যাসদেৱৰ মতে বিদুৰৰ নিচিনা ধৰ্ম্মনিষ্ঠ আৰু ওখ খাপৰ জ্ঞানী পুৰুষ ত্ৰিলোকতে নাই বুলিলেও বেছি কোৱা নহয়। ৰজা ধৃতৰাষ্ট্ৰই নিজৰ পুত্ৰসকলক পাঁচ-পাণ্ডৱৰ লগত পাশা খেলৰ সন্মতি দিয়াত মন্ত্ৰনাদাতা বিদুৰে ৰজাৰ আগত আঁঠুকাঢ়ি কৈছিল "মহাৰাজ, এই পাশাখেলত যে আপুনি সন্মতি দিলে এই কথা মোৰ মনত সমূলি ভাল লগা নাই। এই খেলৰ পৰাই আপোনাৰ পুত্ৰসকলৰ অনৰ্থ ঘটিব। এতেকে তেওঁলোকক এনে খেলৰ পৰা বিৰত কৰক।"

বিদুৰৰ এই কথা দকৈ গমি চাই ৰজা ধৃতৰাষ্ট্ৰই ৰৰপুত্ৰ দুৰ্য্যোধনক বঢ়াই বুজাই পাশা-খেলৰপৰা বিৰত হবলৈ উপদেশ দি ক'লে "বাচা দুৰ্য্যোধন, মন্ত্ৰী বিদুৰ বৰ বিচক্ষণ পুৰুষ আৰু আমাৰ সদায় হিতাকাঙ্ক্ষী। তেওঁ এই খেলৰ কথা শুনি বৰ বেজাৰ পাইছে। গতিকে মই আশা কৰিছোঁ তোমালোকে এই খেলৰ পৰা ক্ষান্ত থাকা। বিদুৰে যেতিয়াই যিটো কয় বা কৰি আহিছে সেই সকলোবোৰ আমাৰ হিতৰ বাহিৰে অহিত কেতিয়াও নহয়। বিদুৰ ত্ৰিকালজ্ঞ ঋষি বৃহস্পতিদেৱে ৰচনা কৰা সকলো

শাস্ত্রতে সুপণ্ডিত। বয়সত মোতকৈ সৰু হলেও জ্ঞান আৰু পাণ্ডিত্যত আমাৰ বংশৰ সবাতোকৈ তেওঁ শ্ৰেষ্ঠ। বাচা, আৰু পাশা খেললৈ মন নেমেলিবা। এই খেলত আমাৰ অতিপাত অনৰ্থ ঘটিব বুলি বিদুৰে ভবিষ্যত বাণী কৰিছে। এই পাশাখেলেই আমাৰ ৰাজ্য ধ্বংসৰ কাৰণ হব বুলি তেওঁ তেওঁৰ দিব্যজ্ঞানৰ বলত দেখা পাইছে। বাছা, এনে সৰ্ব্বনশীয়া খেলৰ সঙ্কল্প একেবাৰে পৰিত্যাগ কৰা।" কিন্তু কুটিল আৰু দুৰ্ব্বুধীয়া দুৰ্য্যোধনে পিতৃবাক্য আওকাণ কৰিলে। অৱশেহত পুত্ৰ-স্নেহত অন্ধ ধৃতৰাষ্ট্ৰই যুধিষ্ঠিৰক পাশাখেললৈ আহ্বান কৰিবলৈ সন্মতি দিবলৈ বাধ্য হ'ল।

# কুন্তীদেৱী

ভগৱান শ্ৰীকৃষ্ণৰ ককাদেৱেক যাদৱ বংশৰ আদিপুৰুষ শূৰ ৰজাৰ পৃথা নামে এগৰাকী কন্যা আছিল। ৰূপে গুণে তেওঁ অদ্বিতীয়া আছিল। কুন্তীভোজ শূৰ ৰজাৰ খুৰাক আছিল। তেখেত নিঃসন্তান দেখি শূৰৰাজে নিজৰ ডাঙৰ জীয়াৰী পৃথাক দত্তা কন্যা হিচাপে কুন্তীভোজক অৰ্পণ কৰিলে। তেতিয়াৰপৰাই পৃথা কুন্তীভোজৰ কন্যা দেখি কুন্তীদেৱী নামে প্ৰখ্যাত হ'ল।

কুন্তীদেৱীৰ সৰুকালতে এদিন দুৰ্ব্বাসা মুনি আলহীৰূপে পিতাকৰ ঘৰলৈ যোৱাত কুন্তীদেৱীয়ে বৰ আলহ উদহ কৰি এবছৰ কাল সেৱা যত্ন কৰি ৰাখিলে। মহৰ্ষি দুৰ্ব্বাসা মুনিয়ে কুন্তীদেৱীৰ সেৱা-যত্নত বৰ তৃপ্তি পাই এটি দিব্য মন্ত্ৰ শিকাই দি ক'লে, "আই, তুমি এই মন্ত্ৰটি জপ কৰি যি দেৱতাকে আহ্বান কৰা, তেওঁ তোমাৰ আগত থিত হৈ দিব্যশক্তিৰ বলত তোমাক তেওঁৰ নিজৰ দৰে এটি মহিমামণ্ডিত পুত্ৰ দান কৰিব।" দিব্য দৃষ্টিৰ বলত ভবিষ্যতে কুন্তীৰ অমঙ্গলৰ লক্ষণ দেখি দুৰ্ব্বাসা মুনিয়ে কুন্তীক এই বৰ দিছিল।

ছোৱালীমতীয়া চপলতাৰ গুণত কুন্তীদেৱীয়ে পৰীক্ষা চাবলৈ বুলি দুৰ্ব্বাসা মুনি যোৱাৰ পিচতেই ঋষিয়ে দি যোৱা মন্ত্ৰটি জপ কৰি জ্যোতিৰ্ম্ময় সূৰ্য্যদেৱক ধ্যান কৰিলে। লগে লগে আকাশখন ডাৱৰে ছাটি ধৰিলে।

ভগৱান আদিত্যদেৱে দিব্যৰূপ ধৰি ডাৱৰ ফালি চৌদিশ পোহৰ কৰি বিশালাক্ষী কুন্তীদেৱীৰ আগত আবিৰ্ভাৱ হলহি। কুন্তীদেৱীক দেখা মাত্ৰেই আদিত্যদেৱৰ মনত অদমনীয় মোহ আৰু স্নেহৰ সঞ্চাৰ হ'ল। আদিত্যদেৱৰ আকস্মিক আবিৰ্ভাৱত চক্‌খাই কুন্তীদেৱীয়ে ক'লে "প্ৰভু, আপুনিনো কোন?" ভগৱান চেনেহৰ সুৰত ক'লে "হে প্ৰিয়ে, মই সূৰ্য্যদেৱ। তুমি পুত্ৰপ্ৰদ মন্ত্ৰেৰে মোক আহ্বান কৰিছা বুলি মই আহি তোমাৰ আগত উপস্থিত।"

এই কথাত কুন্তীদেৱীয়ে ভয়তে কঁপি উঠি ক'লে "হে দেৱতা, মই এজনী সামান্য অৱলা ছোৱালী। কৌতূহলৰ বশতঃ কেৱল পৰীক্ষাৰ কাৰণেহে দুৰ্ব্বাসা মুনিয়ে দিয়া মন্ত্ৰটি জপ কৰি ধেমালিতে আপোনাৰ ধ্যান কৰিছিলোঁ। প্ৰভু, এই অৱলাৰ অপৰাধ নধৰিব। মোক ক্ষমা কৰক।"

কিন্তু মন্ত্ৰৰ অমোঘ শক্তি! আদিত্যদেৱ ঘূৰি যাবৰ উপায় নহ'ল। তেওঁ নানা প্ৰকাৰে সান্ত্বনা দি ভয়াতুৰ কুন্তীদেৱীৰ ভয় গুচাবলৈ ডাঠ দি চেনেহৰ সুৰত ক'লে "হে ৰাজকুঁৱৰী, ভয় নাখাবা। মোৰ কৃপাত তোমাৰ কোনো কলঙ্ক নঘটে। মই তোমাৰ কাষৰ পৰা আঁতৰি যোৱাৰ লগে লগে তুমি আকৌ সেই কুমাৰী ছোৱালী হৈয়ে থাকিবা।"

বিশ্ব-জগতক পোহৰ কৰা আৰু সকলো প্ৰাণীৰে প্ৰাণদাতা ভগৱান আদিত্যদেৱৰ প্ৰসাদত কুন্তীদেৱীয়ে সময়ত অপূৰ্ব্বসুন্দৰ কবচ কুণ্ডলধাৰী, সূৰ্য্যৰ দৰে দশোদিশ পোহৰ কৰা এটি পুত্ৰৰত্ন লাভ কৰিলে। এই কুমাৰটি ধনুৰ্দ্ধৰসকলৰ ভিতৰত এজন শ্ৰেষ্ঠ ধনুৰ্দ্ধৰ বুলি পৰিগণিত হৈ মহাবীৰ কৰ্ণ নামে জগতত প্ৰখ্যাত হ'ল। লৰা জন্ম হোৱা মাত্ৰেই আদিত্যদেৱৰ আশীৰ্ব্বাদত কুন্তীদেৱী গাভৰু গুচি কুমাৰী হৈ পৰিল।

এনে অৱস্থাত কুমাৰৰ কি গতি লগাব একো থিৰ কৰিব নোৱাৰি কুন্তীদেৱী বিমোৰত পৰিল। অন্তত ভাবিচিন্তি নিজৰ অপৰাধ গোপন কৰিবলৈ সেই সন্তানটিক এটা মাটিৰ চৰুত ভৰাই নৈৰ পানীত উটাই দিলে। কুমাৰক বুকত লৈ মাটিৰ চৰুটো নৈৰ সোঁতত ভাহি যাবলৈ ধৰিলে। ভালেমান দূৰ গৈ থকাৰ পিচত এটা ঘাটত অধিৰথ নামে এজন ৰথৰ সাৰথিৰ নৈত গা ধুবলৈ আহোঁতে হঠাৎ সেই উটি যোৱা চৰুটোত চকু পৰিল। ততালিকে সাঁতুৰি গৈ তেওঁ চৰুটো বামলৈ আনি দেখে যে তাত এটি দীপ্-লিপ্ কেঁচুৱা সন্তান শুই আছে। লৰালৰিকৈ চৰুৰ পৰা সযতনে কেঁচুৱাটি উলিয়াই কোঁচত কৈ ঘৰলৈ লৈ গৈ ঘৈণীয়েকৰ হাতত শোধাই

দিলে। তেতিয়াৰপৰাই ভগৱান আদিত্যদেৱৰ সেই পুত্ৰৰত্ন সাৰথিৰ তোলনীয়া পো হিচাপে প্ৰতিপালিত হৈ ব'ল।

সময়ত কুন্তীদেৱীৰ বিবাহকাল উপস্থিত হ'ল। ৰজা কুন্তীভোজে স্বয়ম্বৰ সভাৰ আয়োজন কৰি ৰজা-ৰাজকোঁৱৰসকলক সেই সভাত যোগদান দিবলৈ আমন্ত্ৰণ কৰিলে। কুন্তীৰ দৰে ৰূপৱতী গুণৱতী কন্যাৰ পাণি গ্ৰহণৰ আশা এৰে কেনেকৈ? দেশ-বিদেশৰ পৰা ভালেমান ৰজা, ৰাজ-কোঁৱৰ আহি স্বয়ম্বৰ সভাৰ মণ্ডপ ভৰি পৰিলহি। ভাৰত-কুল-চূড়ামণি পাণ্ডু ৰজাও আহি উপস্থিত হ'ল। তেওঁৰ অলৌকিক ৰূপৰ আগত আন সকলো ৰাজকোঁৱৰ জয় পৰিল। কুন্তীদেৱীয়েও সেই ৰূপকে লক্ষ্য কৰি মন্থৰ গতিৰে আগবাঢ়ি গৈ পাণ্ডুৰজাৰ ডিঙিতে বৰমাল্য অৰ্পণ কৰি সেৱা জনালে। যথাৰীতি বিবাহকাৰ্য্য সমাধা হৈ গ'ল। কুন্তীদেৱী পাণ্ডুৰজাৰ লগত হস্তিনাপুৰলৈ গুচি গ'ল।

ৰাজবংশৰ ৰীতি অনুসৰি আৰু ভীষ্মদেৱৰ পৰামৰ্শ মতে কিছুদিনৰ পিচত ৰজা পাণ্ডুৱে মদ্ৰৰাজৰ ভনীয়েক মাদ্ৰীদেৱীৰো পাণি গ্ৰহণ কৰিলে। সেই দিনত বংশৰক্ষাৰ নিমিত্তে ৰজাসকলৰ বহুবিবাহৰ প্ৰথা চলন্তি আছিল। কিন্তু সেই বুলি এইটো ভোগবাসনা তৃপ্তিৰ কাৰণে নাছিল।

## পাণ্ডুৰ স্বৰ্গযাত্ৰা

এদিন পাণ্ডুৰাজে এখন বনত মৃগয়া কৰিবলৈ গৈছিল। সেই বনত এজন ঋষি আৰু তেওঁৰ পত্নীয়ে মৃগৰূপ ধৰি খেল-ধেমালি কৰি ফুৰিছিল। মৃগ বুলি ভ্ৰমতে সেই মৃগৰূপধাৰী ঋষিক ৰজাই কাঁড় মাৰি পঠিয়ালে। কাঁড়ৰ আঘাতত ঋষিৰ প্ৰাণ গ'ল। প্ৰাণ যোৱাৰ সময়ত ৰজাক অভিশাপ দি ঋষিয়ে কলে "ৰজা, তোমাৰ স্ত্ৰী সহবাসত মৃত্যু হব।" এই অভিসম্পাত পাই পাণ্ডু ম্ৰিয়মান হৈ নিজ ৰাজ্যলৈ উলটি গৈ মনৰ বেজাৰত ভীষ্মদেৱ আৰু বিদুৰক ৰাজ্যভাৰ অৰ্পণ কৰি দুই ভাৰ্য্যাৰে সৈতে বনলৈ গুচি গ'ল আৰু তাত ব্ৰহ্মচৰ্য্য ব্ৰত অৱলম্বন কৰি কাল কটাবলৈ ধৰিলে।

নিঃসন্তান হৈ প্ৰাণত্যাগ কৰা অনুচিত বুলি ভাবি পাণ্ডুৰজাৰ অনুৰোধ মতে দুৰ্ব্বাসা মুনিৰ পৰা লাভ কৰা মন্ত্ৰ জপ কৰি দেৱতাসকলৰ প্ৰসাদত

কুন্তী আৰু মাদ্ৰী দেৱীৰ গৰ্ভত পঞ্চ পাণ্ডৱৰ জন্ম হ'ল। পঞ্চ পাণ্ডৱে বনতে জন্ম লৈ বনতে তপস্বী আৰু ঋষিসকলৰ মাজত ডাঙৰ-দীঘল হৈ শিক্ষা-দীক্ষা লাভ কৰিলে। ধৰ্ম্মপত্নী আৰু পুত্ৰসকলৰ সৈতে পাণ্ডুৰজাই ভালেমান দিন সেই বনতে সুখেৰে কটালে।

এদিন বসন্ত কালত পাণ্ডুৰাজে তেওঁৰ পত্নী মাদ্ৰী দেৱীক লৈ বনে বনে ঘূৰি ফুৰি গছ, লতা, ফল, ফুল, জীৱ-জন্তু আদিৰ প্ৰাকৃতিক সৌন্দৰ্য্যত মুগ্ধ হৈ তেওঁলোকে নিজৰ দুখ পাহৰি গ'ল। ঋষিৰ অভিশাপলৈ পাহৰি গৈ পাণ্ডুৱে প্ৰাকৃতিক ভোগ বাসনা চৰিতাৰ্থ কৰাৰ কথা মাদ্ৰীত জনালে। মাদ্ৰীয়ে নানান ৰকমে নিষেধ দিয়া সত্বেও পাণ্ডুৱে খন্তেকীয়া বুদ্ধিভ্ৰমত পৰি ক্ষান্ত নহল। সেই ভ্ৰমৰ ফল স্বৰূপে অভিশাপ অনুযায়ী সহবাসৰ অৱস্থাতে পাণ্ডুৰাজৰ প্ৰাণ বিয়োগ হ'ল।

নিজেই পতিৰ মৃত্যুৰ কাৰণ বুলি ভাবি মাদ্ৰী দেৱীৰ শোকে খুন্দামাৰি ধৰাত বিয়াকুল হৈ স্বামীৰ চিতাজুইত জাপ দি সতী গ'ল।

বনবাসী ঋষিসকলে শোকাকুলা কুন্তীদেৱীক পঞ্চ পাণ্ডৱেৰে সৈতে হস্তিনাপুৰলৈ লৈ গৈ ভীষ্মদেৱৰ হাতত শোধাই দিলে। সেই সময়ত যুধিষ্ঠিৰৰ বয়স ষোল্ল বছৰ মাত্ৰ।

বনবাসী ঋষিসকলৰ মুখে পাণ্ডুৰাজৰ মৃত্যু বাতৰি পাই হস্তিনাপুৰৰ প্ৰজাসকল শোকাকুল হৈ পৰিল। ভীষ্ম, বিদুৰ, ব্যাস, ধৃতৰাষ্ট্ৰ আৰু আন আত্মীয় কুটুম্ব সকলো মিলি পাণ্ডুৰাজৰ শ্ৰাদ্ধাদি কাৰ্য্য সমাপন কৰিলে। গোটেই ৰাজ্যৰ প্ৰতিজন প্ৰজাই নিজৰ মানুহ এজন হানি হোৱাৰ দৰে দুখ-বেজাৰ কৰিবলৈ ধৰিলে।

পাণ্ডুৰ বুঢ়ীমাক সত্যৱতীক প্ৰবোধ দি ব্যাসদেৱে কলে "বৰ্ত্তমানলৈকে আমি সুখেৰেই কাল কটাই আহিছোঁ। কিন্তু ভবিষ্যতত বৰ দুখৰ দিন আহিছে। আহি থকা দিনবিলাকত অন্যায় অধৰ্ম্মই দেশ ছাটি ধৰিব। তাৰ ফলত আমাৰ বংশত যি সৰ্ব্বনাশ ঘটিব সেইটো আপোনাৰ পক্ষে অসহনীয় হৈ উঠিব। সেই কাৰণে আপুনি বনলৈ গৈ তপস্যা কৰি জীৱন ধাৰণ কৰাহে মই উচিত হব বুলি ভাবোঁ।"

ব্যাসদেৱৰ সেই উপদেশ সাৰোগত কৰি সত্যৱতীয়ে দুই বোৱাৰীয়েক অম্বিকা আৰু অম্বালিকাৰে সৈতে বনলৈ গুচি গ'ল। বনত কিছুদিন তপস্যা কৰাৰ পিচত বংশৰ অমঙ্গল নৌ হবলৈ পাওঁতেই তেওঁলোকে স্বৰ্গাৰোহণ কৰিলে।

# ভীম

হস্তিনাপুৰত পঞ্চপাণ্ডৱ আৰু ধৃতৰাষ্ট্ৰৰ এশ পুত্ৰই মিলাপ্ৰীতিৰে খেল-ধেমালি কৰি দিন কটাবলৈ ধৰিলে। তেওঁলোকৰ ভিতৰত ভীমসেনৰ গাত সকলোতকৈ বল বেছি আছিল। ভীমে সকলো ধৰণৰ খেলতে সকলোকে পৰাস্ত কৰি, দুৰ্য্যোধনকে আদি কৰি এশজন ভায়েকৰ প্ৰত্যেককে চুলিত ধৰি টানি-আঁজুৰি লটি-ঘটি কৰি নগুৰশাস্তি কৰিবলৈ ধৰিলে। কেতিয়াবা আকৌ কৌৰৱহঁতৰ দহ-বাৰজনক একেলগে জুঁটি টানি বলদি চোঁচোৰাই পুখুৰীৰ পানীত পেলাই লৈ হেঁচা মাৰি ধৰি থাকে আৰু যেতিয়া নাকে মুখে পানী খাই কক্‌বকাই উঠে তেতিয়া এৰি দিয়ে। আকৌ বা কেতিয়াবা তেওঁলোকে গছৰ ফল বিচাৰি গছত উঠিলেগৈ ভীমে তলত ৰৈ থাকি গছজোপা ধৰি জোকাৰি দি আটাইখনকে গছৰ পৰা বগৰাই দিয়ে। ভীমৰ এনে উৎপাতৰ কোবত একোদিনাখন কৌৰৱহঁতৰ কোনো-জনৰ গা ফাটি তেজেই ওলায়, কোনোৰ বা আকৌ গাৰ বিষত কেঁকান উঠে। এইবোৰ কাৰণতে সৰুকালৰে পৰা ভীমৰ ওপৰত কৌৰৱহঁতৰ খং উঠি আছিল।

বয়সৰ লগে লগে পাণ্ডৱ আৰু কৌৰৱবিলাকে কৃপাচাৰ্য্যৰ ওচৰত অস্ত্ৰবিদ্যা আৰু আন আন বিদ্যা শিক্ষা কৰিবলৈ ধৰিলে। ভীমৰ হাতত এশটাকৈ ভায়েকৰ নানান লঘু লাঞ্ছনাবিলাক ঘটি থকা দেখি দুৰ্য্যোধনৰ অসহনীয় হৈ উঠিল আৰু ভীমৰ ওপৰত দিনে দিনে আক্ৰোশ বাঢ়ি যাবলৈ ধৰিলে। ভীমৰ বিৰুদ্ধে দুৰ্য্যোধনে নানান কূট অভিসন্ধি পাঙিবলৈ আৰম্ভ কৰিলে।

দুৰ্য্যোধনে ভাবিলে—'আমাৰ পিতা অন্ধ বুলি খুড়া পাণ্ডুৱে ৰাজপাট অধিকাৰ কৰিলে। তাৰ ফলত শেহত যুধিষ্ঠিৰেই ৰাজকোঁৱৰ হিচাপে ৰজা হবগৈ। অন্ধ পিতাই আমাক এইবোৰ লাঞ্ছনাৰ হাত সৰুওৱা টান হব।" এনেকৈ ভাবি ভাব একো স্থিৰ কৰিব নোৱাৰি দুৰ্য্যোধনে নিজেই ভীমসেনক বধ কৰিবলৈ ছেলু বিচাৰিবলৈ ধৰিলে। 'ভীমক বধ কৰিব পাৰিলে পাণ্ডৱহঁতৰ সমূহীয়া শক্তি নষ্ট হব' এইটোকে থিৰাং কৰি তেওঁ তাৰ উপায় উলিয়াবলৈ স্থিৰ কৰিলে। "ভীমসেনক নৈৰ বুকত পেলাই দি, যুধিষ্ঠিৰ আৰু অৰ্জ্জুনক পোতাশালত বন্দী কৰি থব পাৰিলেই নিৰাপদে ৰাজ্যভোগ কৰিব পাৰিম"—এই ভাবি দুৰ্য্যোধনে ভায়েকসকলৰে যুক্তি কৰি উপায় থিৰাং কৰিলে।

এদিন দুৰ্য্যোধনে জল-ক্ৰীড়াৰ কাৰণে বিশেষ আয়োজন কৰিলে। জল-ক্ৰীড়াৰ অন্তত পাণ্ডৱ আৰু কৌৰৱ সকলোটি গোট খাই নৈৰ দাঁতিত ভোজ ভাতৰ দিহা কৰি বিশ্ৰাম লবলৈ ধৰিলে। ভীমসেনে বেছি সময় খেল-ধেমালি কৰি থকাত তেওঁৰ বৰ ভাগৰ লাগি আছিল। সিফালে তেওঁৰ খোৱা বস্তুবিলাকত কৌৰৱহঁতে আগতে বিহ মিহলাই থোৱাত ভাগৰতে টোপনিয়াই অচেতন হৈ পৰিল। দুৰ্য্যোধনে ভীমৰ এই অৱস্থা লক্ষ্য কৰি আনৰ অজ্ঞাতসাৰে বনৰীয়া লতা-পাতেৰে বান্ধি নৈত পেলাই দিলে। যি ডোখৰ ঠাইত ভীমক পেলাই দিয়া হ'ল সেই ঠাই ডোখৰৰ পানীৰ তলিত দুৰ্য্যোধনৰ চক্ৰান্তমতে আগতে কিছুমান জোঙাল লোহাৰ শলা ওপৰ মুৱাকৈ পুতি থোৱা আছিল, যাতে ভীমক তাৰ ওপৰত পেলাই দিলেই সেইবোৰ ভীমৰ গাত থহথহকৈ ফুটি সোমাই তেওঁৰ প্ৰাণ নাশ কৰে। কিন্তু ভাগ্য ভাল থকাত ভীমসেন সেই পুতি থোৱা শলা বিলাকৰ ওপৰত নপৰিলগৈ। দৈবক্ৰমে সেই সময়তে পানীৰ সোঁতত উটি অহা এটা বিষধৰ সৰ্পই গাৰ গুৰিতে হঠাতে উঠা শব্দটো শুনি খং উঠি ফোঁচ কৰে ভীমসেনৰ গাত খোঁট মাৰি দিলে। কিন্তু শাপেই বৰ হোৱাদি সেই সাপৰ বিষ ভীমৰ গাত সোমোৱা মাত্ৰকে ভীমৰ গাত থকা বিহৰ জাঁই নাইকিয়া হ'ল আৰু ততালিকে টোপনিৰ পৰা সাৰ পোৱা মানুহৰ দৰে সংজ্ঞা লাভ কৰি ভীমসেনে ককবকাই পানীৰ পৰা বামলৈ উঠিবলৈ চেষ্টা কৰোঁতে পানীৰ ঢেউত তেওঁ বামত পৰিল। দুৰ্য্যোধনে দেখি অবাক মানি ভাবিলে, "উঃ নৈৰ পানীত দেখ্ দেখ্ কৰে শূল পোতা আছে, লগে লগে বিষধৰ সাপেও খোট মাৰিছে ইমানতো ভীমসেন নমৰিল। হেনজানি এই ভীমসেনৰ শৰীৰত কিবা এটা মায়া আছে!" হতাশ হৈ দুখে-বেজাৰে লৰালৰিকৈ লগৰীয়া সকলক লৈ দুৰ্য্যোধন হস্তিনাপুৰলৈ উলটি গ'ল।

সিফালে ভীমক নেদেখি যুধিষ্ঠিৰে দুৰ্য্যোধনক তাৰ কাৰণ সোধাত দুৰ্য্যোধনে কলে "ভীমসেন আগতে ঘৰলৈ গৈছে।" যুধিষ্ঠিৰে তাতে পতিয়ন গ'ল আৰু ভাবিলে "হয়তোবা আন কিবা কামত আগতে গৈছে।" থকা ঘৰলৈ আহি কুন্তীদেৱীক সুধি যেতিয়া জানিলে যে ভীম তেতিয়াও ঘৰলৈ অহা নাই—এই কথা জানি যুধিষ্ঠিৰে ভাবিলে "তেন্তে ভীমৰ কিবা অনৰ্থ ঘটিল।" এইবুলি আশঙ্কা হোৱাত আটাইকেউজন ভায়েকক গোটাই লৈ নৈৰ দাঁতিয়ে-কাষৰে আৰু হাবি-বন চলাথ কৰি বিচাৰিবলৈ লাগিল। ভালেমান বেলি বিচাৰ কৰিও একো উৱাদিহ নাপাই বেজাৰ মনেৰে নানান দুঃশ্চিন্তা বুকুত বান্ধি সকলোটি ঘৰমুৱা হ'ল।

সিফালে ভীমসেনে সংজ্ঞা পাই নৈৰ কাষত ইফালে সিফালে ঘূৰা-পকা কৰি কেনিও কাকো নেদেখি ঘৰৰ ফালে খোজ ললে। পদূলিত ভৰি দিয়া মাত্ৰকে সকলোৱে ভীমক দেখা পাই লৰি আহি আঁকোৱালি ধৰিলে। সকলোৱে আনন্দমনে ভীমক বেৰি-কুৰি নি মাকক গটাই দিলেগৈ। এতিয়া ভীমৰ শৰীৰত বিষ সোমোৱাত গাব শক্তি এখোপ চৰিলহে। লাহে লাহে ভীমে সকলো ঘটনা আটাইৰে আগত বিবৰি কবলৈ ধৰিলে।

এইবোৰ দেখি শুনি শঙ্কা লাগি কুন্তীদেৱীয়ে গোপনে বিদুৰক মতাই আনি দুৰ্য্যোধনৰ চল-চক্ৰান্তবোৰৰ কথা ভাঙি-পাতি কলে বোলে "দুৰ্য্যোধন বৰ নিষ্ঠুৰ। তেওঁ যিবোৰ চল-চক্ৰান্ত পাঙি ফুৰিছে সেইবোৰ শুনিবলৈকে বৰ ঘিণ লগা কথা। ৰাজ্যৰ লোভত তেওঁ ভীমক ছলে বলে প্ৰাণে বধিবলৈ ষড়যন্ত্ৰ কৰি ফুৰিছে। এইবোৰ দেখি শুনি মোৰ মনত বৰ শঙ্কা হৈছে।"

এই কথা শুনি বিদুৰে মাত লগালে "আপোনাৰ অনুমান তেনেই সঁচা। কিন্তু সদ্যহতে এইবোৰ কথা গোপনে ৰাখিব লাগিব। দুষ্ট প্ৰকৃতিৰ দুৰ্য্যো-ধনৰ কাণত পৰিলে তেওঁৰ আক্ৰোশ আৰু এখোপ চৰিবহে। আপোনাৰ সন্তান কেইটি দীৰ্ঘায়ু হৈ জীয়াই থাকিব—গতিকে আপুনি এইবোৰ কথালৈ অলপো চিন্তা কৰি নাথাকিব।"

যুধিষ্ঠিৰে ভীমক সাৱধানে চলিবলৈ উপদেশ দি কলে "ভীমসেন, এইবোৰ তুমি কাৰো আগত নকবা—মনে মনে থকাই ভাল। বৰ্ত্তমানে আমি সদায় ইটোৱে সিটোক সাৱধানে ৰক্ষা কৰি কাল কটাব লাগিব।"

ভীমসেন সোঁশৰীৰে উভতি অহা দেখি দুৰ্য্যোধন আচৰিত হল। তেওঁৰ আক্ৰোশ আৰু বিদ্বেষ ভাৱ আগতকৈ বাঢ়িল। কিন্তু এটা দীঘল হুমুনিয়াহ কাঢ়ি দুখত খীনাই শুকাই যাবলৈ ধৰিলে।

## কৰ্ণ

পাঁচ পাণ্ডৱ আৰু ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলে পোনতে কৃপাচাৰ্য্য আৰু তাৰ পিচত দ্ৰোণাচাৰ্য্যৰ ওচৰত অস্ত্ৰ শিক্ষা কৰিলে। এদিন তেওঁলোকৰ ভিতৰত অস্ত্ৰ বিদ্যাৰ প্ৰতিযোগিতা হ'ল। নগৰৰ সকলোকে সেই প্ৰতিযোগিতাত যোগদান দিবলৈ নিমন্ত্ৰণ জনোৱা হ'ল। প্ৰতিযোগিতা হোৱা থলীত দৰ্শকৰ

প্ৰকোপত বিৰ দি সন্ধি পাবলৈ নাইকিয়া হ'ল। পাণ্ডৱ আৰু কৌৰৱসকলৰ ভিতৰত তৃতীয় পাণ্ডৱ অৰ্জ্জুনে অদ্ভুত কৌশলেৰে শক্তি-সামৰ্থ্য আৰু অস্ত্র-পৰিচালনা কৰি দেখুৱাই সকলোকে মুগ্ধ কৰিলে। এইটো কথাত দুৰ্য্যো-ধনৰ বিদ্বেষ আৰু ঘৃণাভাব বৰং বেছি হৈ উঠিল।

ঠিক সেই সময়তে সভাস্থলৰ প্ৰৱেশ-পথত হঠাৎ হাত-চাপৰিৰ বিকট শব্দ শুনা গ'ল। দৰ্শকসকলে চক খাই সেইফালে চাবলৈ ধৰিলে। দেখা গ'ল এজন তেজীয়ান কুমাৰ ধীৰ-গম্ভীৰ খোজত জনতা ঠেলি সভাৰ মাজলৈ সোমাই আহিছে। সেইজনেই কুমাৰ কৰ্ণ।

তেতিয়ালৈকে পঞ্চপাণ্ডৱে ভাগ্যৰ ফেৰত জনাই নাছিল যে কৰ্ণ তেওঁ-লোকৰ সহোদৰ ভাই। সভাত সোমাই তেওঁ (কৰ্ণই) অহঙ্কাৰত ওফন্দি যেন চাৰিওফালে চালে আৰু দ্ৰোণ আৰু কৃপৰ প্ৰতি নামমাত্ৰ অভিৱাদন জনাই অৰ্জ্জনৰ ফালে গহীনভাৱে খোজ দি আগবাঢ়ি গ'ল আৰু কলে "হে অৰ্জ্জুন, তুমি যি যি কৌশল দেখুৱাই দৰ্শকসকলক মুগ্ধ কৰিছা, তাতোকৈ মই বেছি ভাল কৌশল দেখুৱাব পাৰিম।"

দ্ৰোণৰ আজ্ঞা লৈ তেতিয়া যুদ্ধপ্ৰিয় কৰ্ণই অৰ্জ্জুনে দেখুওৱা সকলো প্ৰকাৰ অস্ত্ৰ চালনা সহজে যেন কৰি দেখুৱালে। ইয়াত দুৰ্য্যোধনৰ মলিন মুখত আনন্দৰ চিন বিৰিঙি উঠিল। দুৰ্য্যোধনে ততালিকে আহি কৰ্ণক আঁকোৱালি ধৰি কলে "সখা, আমাৰ সৌভাগ্যই যেন আপোনাক ইয়ালৈ টানি আনিছে। মই আপোনাৰ আজ্ঞাধীন হৈ চলিম আৰু মোৰ ৰাজ্যও তেনেকৈ চলিব।"

কৰ্ণই কলে "হে ৰাজন, কৰ্ণ আপোনাৰ ওচৰত কৃতজ্ঞ। মোক দুটা কথা লাগে এটা আপোনাৰ ভাল পোৱা, আনটো হ'ল পাৰ্থৰ লগত যুদ্ধ।" এই কথাত দুৰ্য্যোধনে কৰ্ণক আকৌ সাৱতি লৈ সাদৰেৰে কলে "আমাৰ ৰাজ্যৰ যাবতীয় সম্পদ আপোনাৰেই।"

দুৰ্য্যোধনৰ অন্তৰত যেনেকৈ কৰ্ণৰ প্ৰতি চেনেহ ভাব উথলি উঠিছিল, সেইদৰে কৰ্ণৰ এই দৰ্প দেখি অৰ্জ্জুনৰ খং চুলিৰ আগ পালেগৈ। কঠুৱা সুৰত অৰ্জ্জুনে কৈ উঠিল "কৰ্ণ, বিনা নিমন্ত্ৰণে যি সভালৈ আহে আৰু বিনা প্ৰশ্নত যি উপযাচি কথা কয়, তেওঁৰ কাৰণে নৰক তৈয়াৰ হৈ মোৰ অস্ত্ৰৰ আঘাতলৈ মাথোন বৈ আছে।"

কৰ্ণই কলে "বোধকৰোঁ এই ঠাইত এই প্ৰতিযোগিতা সকলো জন-সাধাৰণক চাবৰ কাৰণেই আহ্বান কৰা হৈছে, কেৱল তোমাৰ নিমিত্তেই নহয়। শক্তিৰ ওপৰতে ৰাজনীতি নিৰ্ভৰ কৰে। মিছাতে তৰ্ক কৰি সময়

নষ্ট কৰাত লাভ নাই। তোমাৰ শক্তিৰে তাৰ উত্তৰ দিয়া।" কৰ্ণই এনে-ভাবে অৰ্জ্জুনক যুদ্ধলৈ আহ্বান কৰা দেখি অৰ্জ্জুনে গুৰু দ্ৰোণৰ অনুমতি লৈ ককায়েকহঁতক সন্মান কৰি এফালে আৰু আনফালে কৰ্ণইয়ো কুৰুপক্ষৰ পৰা অনুমতি লৈ সশস্ত্ৰে সন্মুখত থিয় দিলে। সেই সময়ত আকাশত দুয়োজনৰে দেবপিতৃ হিচাপে ইন্দ্ৰ আৰু সূৰ্য্য দেৱতাই আগন্তুক যুদ্ধত উভয়ৰে সন্তানক উৎসাহ দিবলৈ আকাশত দেখা দিলে।

সভাৰ মাজত হঠাৎ কৰ্ণক দেখা পাই তেওঁৰে নিজৰ পুত্ৰ বুলি জানি কুন্তী দেৱী ততালিকে মূৰ্চ্ছা গ'ল। বিদুৰে সেই ঘটনা লক্ষ্য কৰি এজনী লিগিৰীৰ ওপৰত কুন্তী দেৱীৰ শুশ্ৰুষাৰ ভাৰ দিলে। খন্তেক পিচতে দেৱীৰ সংজ্ঞা আহিল সঁচা কিন্তু কি কৰিব একো থিৰ কৰিব নোৱাৰি থৰ লাগি চায়ে থাকিল। ঠিক এনে সময়তে কৃপাচাৰ্য্য; যি দ্বন্দ যুদ্ধৰ নিয়ম ভালদৰে জানে তেওঁ—কৰ্ণৰ ফালে চাই ক'লে "কৰ্ণ, কুৰু বংশৰ পাণ্ডু-পুত্ৰ অৰ্জ্জুনে তোমাৰ লগত যুদ্ধ দিবলৈ প্ৰস্তুত, কিন্তু তাৰ পূৰ্ব্বেই তোমাৰ বংশ পৰিচয় দিব লাগিব। তোমাৰ পিতা-মাতা কোন, কোন ৰাজ বংশত জন্ম সেই কথা আগতে প্ৰকাশ কৰিব লাগিব, নতুবা কুল বা কুলাচাৰ নজনাকৈ ৰাজ কৌঁৰৱসকলৰ ভিতৰত দ্বন্দ্ব যুদ্ধত নমা বিধান নাই।" এই কথাত বাৰিষা জঁয় পৰি যোৱা পদুম ফুলৰ দৰে কৰ্ণ বিবৰ্ণ হৈ তলমূৰ কৰি ৰ'ল। লাজত মুখৰ কান্তি মলিন দেখালে।

সেই মুহূৰ্ত্তেই দুৰ্য্যোধনে থিয় দি ক'লে "সেইটো কি কথা! কৰ্ণ-ৰাজপুত্ৰ নহয় বুলিয়েই যদি যুদ্ধ কৰিবলৈ অপাৰগ হয় তেন্তে মই এই মুহূৰ্ত্ততে কৰ্ণক অঙ্গদেশৰ ৰাজ পাট দিম।" এই বুলি কৈয়েই দুৰ্য্যোধনে পিতৃদেৱ ধৃতৰাষ্ট্ৰ আৰু পিতামহ ভীষ্ম দেৱৰ অনুমতি লৈ সেই সভাতে তপতে তপতে অভিষেক কাৰ্য্য সমাধা কৰি কৰ্ণক মণি-মালা মুকু-টেৰে সজাই পৰাই দণ্ড আৰু সিংহাসন দান কৰি অঙ্গদেশৰ অধিপতি বৰণ কৰিলে। তেনে সময়তে কৰ্ণৰ অভিভাৱক সেই বুঢ়া সাৰথিজনে কঁপি কঁপি হাতত চাবুকডাল লৈ সভাৰ মাজলৈ সোমাই আহিল।

পিতৃতুল্য বুঢ়া সাৰথি অধিৰথ সভাত উপস্থিত হোৱা দেখি কৰ্ণই আসনৰ পৰা ততালিকে নামি আহি তেওঁক ভক্তি ভাৱে আদৰি নি ভৰি চুই সেৱা জনালে। অধিৰথে কৰ্ণৰ এনে ব্যৱহাৰত আনন্দৰ চকুলো মুচি, সাবট মাৰি ধৰি মূৰে-গাই হাতফুৰাই চুমা খাবলৈ ধৰিলে। অভি-ষেকৰ পৱিত্ৰ জলেৰে আধা তিতা হৈ থকা মূৰৰ চুলিত অধিৰথৰ আনন্দৰ চকুলো পৰি কৰ্ণৰ কপালেদি বৈ গ'ল।

ভীমসেনে এইটো দৃশ্য দেখা পাই হাঁহিৰ ৰোল তুলি ক'লে "হেৰা সাৰথি-নন্দন, তোমাৰ কুলৰ চিনাকিটো এতিয়াহে জনা গল। তোমাৰ হাতত লাগাম হে শোভা পাব। যি হওক। তোমাৰ অৰ্জ্জুনৰ লগত যুদ্ধ কৰি মৰিবৰো অধিকাৰ নাই। অঙ্গ দেশৰ ৰজা হবৰতো তোমাৰ অধিকাৰ নায়েই।

ভীমৰ এনে শ্লেষপূৰ্ণ কথা শুনি কৰ্ণ খঙতে কঁপিবলৈ ধৰিলে, মুখৰ মাত হৰিল, তেওঁ মাৰ যাব খোজা বেলিৰ ফালে তধা লাগি চায়ে থাকিল।

কিন্তু দুৰ্য্যোধনে সহিব নোৱাৰি বিৰক্তিৰে কলে "বৃকোদৰ, তোমাৰ মুখত এনেবোৰ কথা শোভা নাপায়। সাহসেই বা বিক্ৰমেই ক্ষত্ৰিয়ৰ প্ৰধান চিনাকী। বীৰপুৰুষসকলৰ বা ডাঙৰ নদীৰ গুৰি বিচাৰিবৰ কি হেতু আছে। বহুতো মহৎ লোকৰ গুৰিগছ যে সিমান ভাল নহয় সেইটো কোনে নাজানে। তোমালোকৰ গুৰিতো যে কেৰোণ নাই এনে নহয়। বীৰ কৰ্ণৰ ফালে চালে তেওঁৰ চেহেৰা আৰু আভৰণ দেখি তেওঁৰ সদ্‌বংশৰ বিষয়ে কোনো সন্দেহ নাথাকে। শৰ পহুৰ পেটত বাঘৰ পোৱালি নজন্মে। তুমি তেওঁক অঙ্গ দেশৰ ৰজা হবৰ অযোগ্য বুলিছা মই কিন্তু কওঁ তেওঁ পৃথিবীৰ অধীশ্বৰ হবৰ যোগ্য।"

এইদৰে খঙেৰে উত্তৰ দি দুৰ্য্যোধনে কৰ্ণক ৰথত তুলিলৈ তাৰ পৰা ওলাই গল।

সেই সময়তে বেলি মাৰ গল। গোটখোৱা ৰাইজৰ মাজত গোলমালৰ ৰোল উঠিল। প্ৰত্যেকে নিজৰ নিজৰ বিচাৰ বুদ্ধি অনুযায়ী কোনোৱে অৰ্জ্জুনৰ, কোনোৱে কৰ্ণৰ ও কোনোৱে বা দুৰ্য্যোধনৰ ফলীয়া হৈ কথন-মথন কৰি কোঢ়াল লগালে।

সূৰ্য্যপুত্ৰ কৰ্ণৰপৰা ভৱিষ্যতে বিপদৰ আশঙ্কা আছে বুলি অনুমান কৰি দেৱৰাজ ইন্দ্ৰই ব্ৰাহ্মণৰ ভেশ ধৰি দাতা কৰ্ণৰ পৰা তেওঁৰ কবচ-কুণ্ডল ছল কৰি খুজি ল'লে। "এদিন দেৱৰাজ ইন্দ্ৰই তোমাৰ বিনাশৰ কাৰণে ব্ৰাহ্মণৰ ভেশচন ধৰি তোমাৰ হাতৰপৰা কবচ কুণ্ডল খুজি নিবহি" বুলি সূৰ্য্য দেৱে সপোনত আহি কৰ্ণক সাবধান কৰি দিয়া সত্ত্বেও ভিক্ষাৰীক বিমুখ কৰা নীতি-বিৰুদ্ধ আৰু ধৰ্ম্ম-বিৰুদ্ধ বুলি বিবেচনা কৰি কৰ্ণই কটাৰীৰে নিজ হাতে কাণৰ পৰা কৱচ-কুণ্ডল কাটি ব্ৰাহ্মণক দান কৰিলে।

ফাজৰ কথা বুলি জানিও আনন্দমনে দেৱৰাজ ইন্দ্ৰই কৱচ-কুণ্ডল হাতপাতি লৈ কৰ্ণক প্ৰশংসা কৰি ক'লে "কৰ্ণ, তুমি আজি অসাধ্য সাধন

কৰিলা। তোমাৰ এই কাৰ্য্যত মই সন্তুষ্ট হৈ বৰ দান দিব খোজোঁ। তুমি তোমাৰ অভীষ্ট বৰ প্ৰাৰ্থনা কৰাঁ।"

কৰ্ণই কৰযোৰ কৰি ক'লে "ব্ৰাহ্মণ, তেন্তে মোক এপাত শত্ৰু-সংহাৰকাৰী শেল দান কৰক।" ইন্দ্ৰই সেইমতেই এপাত শেল দান কৰি ক'লে "হে দানী বীৰ, মই দান কৰা এই শেলপাত যুদ্ধ-স্থলীত এজন মাত্ৰ শত্ৰু সংহাৰ কৰি পুনৰ মোৰ ওচৰলৈ উভটি আহিব।" এইবুলি কৈয়েই দেৱৰাজ অন্তৰ্দ্ধান হ'ল।

কৰ্ণই পৰশুৰামৰ আগত ব্ৰাহ্মণ বুলি চিনাকি দি অস্ত্ৰবিদ্যা শিক্ষা কৰি আছিল আৰু আদৰ্শ শিষ্য হৈ তেওঁৰ লগত থাকি ব্ৰহ্মাস্ত্ৰ বিদ্যা শিক্ষা লাভ কৰিলে। হঠাৎ এদিন কৰ্ণৰ কোলাত মূৰ থৈ বিশ্ৰাম কৰোঁতে পৰশুৰামৰ টোপনি আহিল। ঠিক সেই সময়তে এটা বিষাক্ত পোকে কৰ্ণৰ কৰঙনত কামোৰ মাৰি দিয়াত তেজওলাবলৈ ধৰিলে। যন্ত্ৰণাত কৰ্ণ অস্থিৰ হলেও কেনেবাকৈ গুৰুদেৱৰ টোপনিৰ ব্যাঘাত হয় বুলি ভয় কৰি সেই অসহনীয় বিষলৈ আওকাণ কৰি স্থিৰ হৈ বহি থাকিল। খন্তেক পিচতে পৰশুৰামে টোপনিৰপৰা সাৰ পাই তেজ বৈ থকা দেখা পালে। কৰ্ণৰ মুখত সকলো বৃত্তান্ত শুনি পৰশুৰামে আচৰিত হৈ গহীনাই ক'লে "হে মোৰ প্ৰিয় শিষ্য! এনে বিষাক্ত পোকৰ কামোৰৰ যন্ত্ৰণা ক্ষত্ৰিয় ভিন্ন আনে সহ্য কৰি থাকিব নোৱাৰে! সঁচা কথা কোৱাঁ, তুমি কোন?"

কৰ্ণই সঁচা কথা স্বীকাৰ কৰি কলে "গুৰুদেৱ, সঁচাকৈয়ে মই ব্ৰাহ্মণ সন্তান নহয়, কৈৱৰ্ত্ত কুলৰ এজন সাৰথিৰ ল'ৰা হে।"

এই কথা শুনা মাত্ৰে পৰশুৰাম খঙত জ্বলি উঠি অভিশাপ দি কলে তুমি শিক্ষাগুৰুক বঞ্চনা কৰি যি ব্ৰহ্মাস্ত্ৰ বিদ্যালাভ কৰিলা সেই বিদ্যাই তোমাক তোমাৰ মৰণ কালত সুফল নিদি বিপৰীত ফল হে দিব। সেই সময়ত সেই মন্ত্ৰ তুমি পাহৰি থাকিবা।" ক্ষত্ৰিয়ৰ নাম শুনিলেই পৰশু-ৰামৰ হিংসাৰ জুই কুৰা জ্বলি উঠে। প্ৰকৃত পৰিচয় গোপন কৰি অসত্যৰ আশ্ৰয় লৈ কৰ্ণই ছলনা কৰা দেখি খঙত অসহ্য হৈ পৰশুৰামে এনে নিদাৰুণ অভিশাপ দি কৰ্ণক খেদাই দিলে।

এই অভিশাপৰ ফল স্বৰূপে কৰ্ণই আজীৱন সেই ব্ৰহ্মাস্ত্ৰ বিদ্যা মনত ৰাখিও অৰ্জ্জুনৰ লগত দিয়া যুদ্ধৰ অন্তিম কালত সেই মন্ত্ৰফাকি পাহৰি গ'ল।

দুৰ্য্যোধনৰ বিশ্বাসী আৰু সুহৃদ কৰ্ণই অন্তিম কাললৈকে কৌৰৱৰ ফলীয়া হৈয়ে আছিল। ভীষ্ম আৰু দ্ৰোণচাৰ্য্যৰ পিচতে কৰ্ণই কৌৰৱৰ প্ৰধান সেনাপতি হৈ দুদিন অতি অদ্ভুত কৌশলেৰে যুদ্ধ পৰিচালনা কৰিছিল।

শেষত ৰথৰ চকা মাটিত পোত খাই সোমাই যোৱাত অৰ্জ্জুনে ছেগ বুজি শৰ হানি কৰ্ণক বধ কৰিছিল আৰু কুন্তী দেৱীয়ে সেই সংবাদ পাই শোকত অধীৰা হৈ পৰিছিল ।

## দ্ৰোণাচাৰ্য্য

দ্ৰোণাচাৰ্য্য ভৰদ্বাজ নামে এজন ব্ৰাহ্মণৰ সন্তান আছিল । বেদ-বেদান্ত আদি শাস্ত্ৰত সুপণ্ডিত হৈ শেষত অস্ত্ৰ বিদ্যাতো বৰ পাকৈত হৈ উঠিছিল । দ্ৰোণাচাৰ্য্যৰ পিতাক ভৰদ্বাজৰ লগত পাঞ্চাল দেশৰ ৰজাৰ বৰ বন্ধুত্ব আছিল । দ্ৰোণাচাৰ্য্য আৰু পাঞ্চাল ৰাজকোঁৱৰ দ্ৰুপদ লৰাকাল ডোখৰত একে আশ্ৰমতে থাকি একেলগে শিক্ষা লাভ কৰিছিল । দুয়োৰে মাজত বৰ সম্ভাৱ আৰু ঘনিষ্ঠতা আছিল । এনেকি বালসুলভ সৰলতা বশতঃ দ্ৰুপদে পিচত গৈ তেওঁ ৰজা হব পাৰিলেই দ্ৰোণাচাৰ্য্যক অৰ্দ্ধ ৰাজ্য দান কৰিব এনে কথাও দিছিল হেনো ।

শিক্ষা সাং কৰি দ্ৰোণাচাৰ্য্যই কৃপাচাৰ্য্যৰ সহোদৰা ভনীয়েকক বিয়া কৰালে । অশ্বত্থামা নামে তেওঁলোকৰ এটি পুত্ৰ সন্তান জন্মিল । সন্তান আৰু মাকৰ ওপৰত তেওঁৰ অতিপাত আসক্তি উপজিছিল । স্ত্ৰী-পুত্ৰৰ ভৰণ-পোষণৰ নিমিত্তে ধন ঘটিব লাগিব—এই চিন্তা দ্ৰোণচাৰ্য্যৰ মনত বৰকৈ শিপাইছিল । পৰশুৰামে তেওঁৰ ধন সম্পত্তি ব্ৰাহ্মণসকলক দান সূত্ৰে বিতৰণ কৰা শুনি দ্ৰোণাচাৰ্য্যই হেপাহ কৰি পশুৰামৰ ওচৰ পালেগৈ । কিন্তু দ্ৰোণাচাৰ্য্য নৌ পাওঁতেই দানৰ কাম সমাপ্ত কৰি পৰশুৰাম বনলৈ যাবলৈ যো-জা কৰিছিল ।

দ্ৰোণাচাৰ্য্যক দেখি পৰশুৰামে কলে "হে দ্বিজশ্ৰেষ্ঠ, আপোনাৰ মঙ্গল হওক । ইতিপূৰ্ব্বেই মোৰ সকলো ধন-সম্পদ ব্ৰাহ্মণ সকলক বাঁটি দি শেষ কৰিলোঁ । বৰ্ত্তমানে মোৰ এই শৰীৰটো আৰু অস্ত্ৰ-সস্ত্ৰত বাজে আন একো নাই ।

দ্ৰোণই ক'লে "হে মুনিবৰ, আপুনি কৃপা কৰি মোক আপোনাৰ সেই অস্ত্ৰ-বিদ্যা কণকে দান কৰি যাওক ।"

পৰশুৰামে স্বীকাৰ কৰাত দ্ৰোণাচাৰ্য্যই অস্ত্ৰবিদ্যা শিক্ষা কৰি ঘৰ-মুৱা হ'ল ।

পাঞ্চাল ৰাজৰ মৃত্যুৰ পিছত দ্ৰুপদ পাঞ্চাল দেশৰ ৰাজপাটত বহিল। এই কথা দ্ৰোণাচাৰ্য্যৰ কাণত পৰাত দ্ৰুপদৰ পূৰ্ব্ব প্ৰতিশ্ৰুতি অনুযায়ী অৰ্দ্ধৰাজ্য বা কিছুমান ধন ৰত্ন লাভৰ আশা কৰি পাঞ্চাল ৰাজ্যলৈ খোজ ললে। গৈ গৈ ৰজাৰ সমুখত থিয় দি দ্ৰোণাচাৰ্য্যই সহপাঠী বন্ধু বুলি চিনাকিটো দিলে। দ্ৰোণাচাৰ্য্যৰ এনে আকস্মিক আগমন আৰু চিনাকি দিয়াৰ ধৰণটো দেখি দ্ৰুপদ ৰজাই সমূলি ভাল নাপালে। খং উঠি কৈ দিলে "ব্ৰাহ্মণ, তুমি মোৰ সমুখলৈ আহি এনে আচৰণ দেখুওৱা অনুচিত হৈছে। কোন সাহে তুমি মোক বন্ধু বুলি চিনাকি দিছা? ৰাজপাটত বহি থকা এজন নৰপতিৰ লগত সামান্য এটা ভিক্ষাৰীৰ বন্ধুত্ব হব পাৰে কেনেকৈ? কোৱা, কোন সাহেৰে তুমি কৌটিকলীয়া এটা সামান্য পৰিচয়ৰ কথা লৈ এনে এখন বিশাল ৰাজ্যৰ অধিপতিৰ লগত বন্ধুৰ দৰে ধেমালি কৰিবলৈ আহিছা? তোমাৰ পক্ষে এই কাম নিতান্ত গৰ্হিত হৈছে। ধনী আৰু দুখীয়া, মূৰ্খ আৰু পণ্ডিত, ভীৰু আৰু সাহিয়ালৰ ভিতৰত বন্ধুত্ব থাকিব পাৰে কেনেকৈ? ঐশ্বৰ্য্য আৰু ধন ৰত্ন সমানে সমানে থাকিলেহে সখিত্ব থাকিব পাৰে? ৰাজ্যহীন মানুহৰ লগত এজন ৰজাৰ মিত্ৰতা কেনেকৈ সম্ভৱ হ'ব?" এনে ধৰণৰ অসহনীয় তিতা মাতত দ্ৰোণাচাৰ্য্যই সহপাঠী আৰু বাল্যবন্ধু দ্ৰুপদ ৰজাৰ ওচৰত বৰ অপমান বোধ কৰিলে।

পেটৰ খং পেটতে ৰাখি একো সহাৰি নিদিয়াকৈ মনে মনে কিবা এটা দৃঢ় সঙ্কল্প আলচ কৰি দ্ৰোণাচাৰ্য্য হস্তিনাপুৰলৈ উলটি গৈ নিজৰ খুলশালিয়েক কৃপাচাৰ্য্যৰ লগতে থাকিবলৈ ল'লে।

এদিন ৰাজকোঁৱৰসকলে নগৰৰ বাহিৰত ধোপ খেলি আছিল। এবাৰ হঠাৎ যুধিষ্ঠিৰৰ আঙঠিটো আৰু ধোপটো ওচৰৰে কুঁৱা এটাৰ ভিতৰত পৰি গ'ল। আটাইখনে গৈ বেৰি কুৰি লৈ কুঁৱাটোত উবুৰি খাই চাই দেখা পালে যে পানীৰ তলিত আঙঠিটো জক্‌মকাই আছে। তেনেতে এজন বামুণ আহি সেই ঠাই পালেহি। ৰাজকোঁৱৰসকলে তেনেকৈ উবুৰি খাই থকা দেখি বামুণে সুধিলে "ৰাজকোঁৱৰসকল! আপোনালোকে কি চাইছে?" তেওঁলোকে কাৰণটো কোৱাত বামুণে কলে "এইটো কেনে কথা? আপোনালোক সকলোটি হল ভৰত বংশৰ সন্তান, তদুপৰি ক্ষত্ৰিয় কুলত জন্ম, তেন্তে কুঁৱাৰপৰা সামান্য ধোপটো তোলা কি বৰ টান কথা পাইছে? কাঁড় এপাত মাৰি মই যদি সেইটো এতিয়াই তুলি আনি দিওঁ, মোক কি দিব কওক!"

যুধিষ্ঠিৰে হাঁহি এটা মাৰি কলে "হে ব্ৰাহ্মণ, আনি দিব পাৰে যদি পুৰস্কাৰ স্বৰূপে আমাৰ অস্ত্ৰগুৰু কৃপাচাৰ্য্যৰ ঘৰত আপোনাৰ এসন্ধ্যা ভোজনৰ

ব্যৱস্থা কৰি দিম।" সেই কথা শুনি সেই ব্ৰাহ্মণৰূপী দ্ৰোণাচাৰ্য্যই এটা কাঠৰ টুকুৰা বিচাৰি আনি তাক মন্ত্ৰেৰে জাৰি কুঁৱাটোত পেলাই দিলে। সেই কাঠডোখৰ গৈ ধোপটো বিচাৰি লাগি ধৰিলে। তেতিয়া দ্ৰোণাচাৰ্য্যই আৰু কেইটুকুৰামান কাঠ গোটাই জোৰা দি কুঁৱাত পেলাই দি সেই ধোপ মেৰিয়াই ধৰা কাঠৰ টুকুৰাটো ধোপসহ হাকুটিয়াই পাৰলৈ তুলি আনিলে। এই কথাত ৰাজকোঁৱৰসকলে তবধ মানিলে আৰু বৰ ৰং পালে। তাৰ পিচত ব্ৰাহ্মণজনক সেই আঙঠিটোও তুলি দিবলৈ কাবৌ কৈ ধৰিলে। তেতিয়া ব্ৰাহ্মণে এপাত কাঁড় মাৰি কাঁড়ৰ আগত আঙঠিটো লগাই তুলি আনিলে।

সকলো কোঁৱৰ হতভম্ব হৈ তলমূৰ কৰিলে। ব্ৰাহ্মণৰ ফালে চাই নম্ৰভাৱে কলে "হে দ্বিজশ্ৰেষ্ঠ, আপুনি আমাৰ ভক্তিপূৰ্ণ সেৱা গ্ৰহণ কৰক। আপুনিনো কোন আমাক ক'বনে? আমিনো আপোনাৰ কি উপকাৰ কৰিব পাৰোঁ?"

উত্তৰত দ্ৰোণাচাৰ্য্যই কলে "ৰাজকোঁৱৰসকল, তোমালোকে গৈ পিতামহ ভীষ্মদেৱক সুধিলেই মোৰ প্ৰকৃত পৰিচয় পাবা।"

কোঁৱৰসকলৰ মুখে ব্ৰাহ্মণৰ গঢ়গতি আৰু কাৰ্য্যকলাপৰ সম্ভেদ পাই পিতামহ ভীষ্মদেৱে মনতে ঠিবাং কৰিলে—'বুজিছোঁ, এই ব্ৰাহ্মণেই নিশ্চয় সেই বিখ্যাত দ্ৰোণাচাৰ্য্য। এখেতেই পাণ্ডৱ আৰু কৌৰৱৰ প্ৰকৃত অস্ত্ৰগুৰু হবৰ উপযুক্ত পুৰুষ।' এইদৰে স্থিৰ কৰি কুমাৰসকলক তেখেতৰ ওচৰত অস্ত্ৰবিদ্যা শিক্ষা কৰিবলৈ দিহা কৰি দিলে।

অস্ত্ৰ-বিদ্যা শিক্ষা সাং হোৱাত দক্ষিণা স্বৰূপে দ্ৰোণাচাৰ্য্যই কৰ্ণ আৰু দুৰ্য্যোধনক আদেশ দিলে পাঞ্চালৰাজ দ্ৰুপদক জীৱন্তে বন্দী কৰি আনিব লাগে। আদেশ শিৰোধাৰ্য্য কৰি তেওঁলোক গল হয়; কিন্তু নোৱাৰি উভতি আহিল। অৱশেষত অৰ্জ্জুনক আদেশ কৰাত তেওঁ গৈ দ্ৰুপদ ৰজাক যুদ্ধত পৰাজিত কৰি মন্ত্ৰীসহ ৰজাক শিকলিৰে বান্ধি আনি অস্ত্ৰগুৰু দোণাচাৰ্য্যক সমৰ্পণ কৰিলেহি।

দ্ৰুপদ ৰজাক দেখা পায়েই দ্ৰোণাচাৰ্য্যই বিদ্ৰূপ কৰি কলে "পিচে এতিয়া? বাৰু বীৰবৰ, তুমি মৰিব লাগিব বুলি ভয় খাব নালাগে জানিবা। লৰাকালত তুমি মোৰ সহপাঠী আৰু খেল-ধেমালিৰ সহচৰ হৈও ধনগৰ্ব্বত ওফন্দি পৰি মোক প্ৰকাশ্য ৰাজসভাত কৰ্কথনা আৰু আওহেলা কৰিছিলা নহয় জানো? ৰাজ্যহীন মানুহে ৰজাৰ লগত বন্ধুতা স্থাপন কৰা অসম্ভৱ বুলি যি তিৰস্কাৰ বাণী শুনাইছিলা তাৰে পোটক তুলিবলৈ এই যুদ্ধৰ

আয়োজন কৰা হল—এতিয়া গম পাইছানে? তুমি পৰাজিত হোৱাত তোমাৰ ৰাজ্য এতিয়া মোৰ হাতত। সেইবোৰ যি হ'ল হ'ল বাৰু—মই কিন্তু তোমাৰ বন্ধু হিচাপেই থাকিব খোজোঁ। অৰ্দ্ধৰাজ্য তোমাক দান দিলোঁ। তোমাৰ মতে বন্ধুত্ব অক্ষুণ্ণ ৰাখিবৰ হলে তোমাৰে মোৰে সমানে ৰাজ্য থকা যুগুত নহয় জানো? তুমি এতিয়া আধা ৰাজ্যৰ ভাৰ গ্ৰহণ কৰা।" এই কথা কৈ পূৰ্ব্বৰ তিৰস্কাৰৰ পোটক তুলি বন্ধুত্বৰ প্ৰকৃত ৰূপটো দেখুৱাই দি অৰ্দ্ধৰাজ্য দান কৰিলে। লাজে অপমানে দ্ৰুপদ ৰজা তলমূৰ কৰি স্থিৰ হৈ থাকিল। ইমানেই ঢেৰ হৈছে বুলি ভাবি দ্ৰোণাচাৰ্য্যই দ্ৰুপদক মুক্তি দিলে। এইদৰেই দ্ৰুপদ ৰজাৰ গৰ্ব্ব খৰ্ব্ব হ'ল। কিন্তু খং আৰু হিংসাভাৱ প্ৰতিশোধেৰে কেতিয়াও দমাব নোৱাৰি—বৰং এখোপ চৰেহে। দ্ৰুপদ ৰজাৰো পেটে পেটে খং আৰু হিংসা বাঢ়ি গৈ আছে। দ্ৰোণ বধৰ সঙ্কল্প কৰি এটি পুত্ৰ সন্তান আৰু লগতে অৰ্জ্জুনক জোঁৱাই কৰি লবলৈ এটি কন্যাৰত্ন লাভৰ কাৰণে দ্ৰুপদ ৰজাই ভালেটি যাগ-যজ্ঞ, ব্ৰত-পূজা আদিৰ আয়োজন কৰিলে। ফলত যথা সময়ত দ্ৰুপদ ৰজাই ধৃষ্টদ্যুম্ন নামে এটি পুত্ৰ সন্তান আৰু দ্ৰৌপদী নামে এটি কন্যাৰত্ন লাভ কৰিলে।

পিচত গৈ এই দ্ৰুপদ-পুত্ৰ ধৃষ্টদ্যুম্নই ভাৰত যুদ্ধত অপ্ৰতিদ্বন্দ্বী বীৰশ্ৰেষ্ঠ দ্ৰোণাচাৰ্য্যক বধ কৰিছিল।

## জতু-গৃহ

ভীমসেনৰ বাহুবল আৰু অৰ্জ্জুনৰ অস্ত্ৰশক্তিৰ প্ৰকোপ দেখি দুৰ্য্যোধনৰ খং আৰু বিদ্বেষভাৱ দিনক দিনে বাঢ়িবলৈ ধৰিলে। ষড়যন্ত্ৰৰ মন্ত্ৰদাতা ৰূপে কৰ্ণ আৰু শকুনি এই দুজনে দুৰ্য্যোধনৰ ফলীয়া হৈ যোগ দিলেহি।

পিতাক ধৃতৰাষ্ট্ৰ এজন জ্ঞানী লোক আছিল। সহোদৰ ভাই পাণ্ডুৰ লৰা কেইজনক যথেষ্ট প্ৰীতিৰ চকুৰে চাইছিল। কিন্তু হাজাৰ হলেও নিজৰ সন্তান কেইটিৰ প্ৰতি চেনেহৰ আকৰ্ষণ স্বাভাৱিকতে বেছি আছিল। আনফালে তেওঁৰ মানসিক শক্তিও বৰ দুৰ্ব্বল আছিল। সেই কাৰণে

জ্ঞান থকা সত্ত্বেও তেওঁ ন্যায় পথত চলিব নোৱাৰিছিল। পিতাকৰ এই দুৰ্ব্বলতাৰ সুযোগ লৈ দুৰ্য্যোধনে পাণ্ডৱ-নিধনৰ কাৰণে নানা প্ৰকাৰ চেলু বিচাৰিবলৈ ধৰিলে। বিদুৰৰ গোপন সজ পৰামৰ্শ আৰু সহায়ৰ কাৰণে মাথোন পঞ্চপাণ্ডৱসকলৰ যেনেতেনে প্ৰাণ ৰক্ষা পৰি আছিল।

প্ৰজাসকলেও পঞ্চপাণ্ডৱৰ স্বভাৱ-চৰিত্ৰ দেখি তেওঁলোকক প্ৰশংসা কৰি আছিল। বাটে-ঘাটে সভাই-সমিতিয়ে প্ৰচাৰ হৈ গৈছিল যে "যুধিষ্ঠিৰেই ৰাজপাটৰ যোগ্য কোঁৱৰ। মাজে সময়ে জনসাধাৰণৰ ভিতৰত বাটে-ঘাটে চাৰিজন গোট খালেই কোৱা-কুই কৰে "ধৃতৰাষ্ট্ৰ জন্মান্ধ, সেই কাৰণে তেওঁ ৰাজপাট গ্ৰহণ নকৰিলে; কিন্তু বৰ্ত্তমানে তেওঁ নিজৰ হাতত ৰাজ্যখন ৰাখি থৈ চলাই থকা কথাটো উচিত হোৱা নাই। পিতামহ ভীষ্মদেৱ সত্যবাদী পুৰুষ; তেওঁ ৰাজ্যাধিকাৰী নহয় বুলি শপত খাইছে। এনে অৱস্থাত যুধিষ্ঠিৰকে ৰাজপাটৰ ভাৰ দিয়া উচিত। তেওঁ সেই পদ পালে ৰাজ্য আৰু কুৰুবংশৰ সকলোকে ধৰ্ম্মমতে পালন কৰিব তাত সন্দেহ নাই।" জনসাধাৰণৰ এনেবোৰ কথন-মথন দুৰ্য্যোধনৰ কাণত পৰি থকাত গাৰ পোৰণি বাঢ়ি যাবলৈ ধৰিলে। অন্তৰত তুঁহ জুই জ্বলাদি জ্বলি দুখেৰে কাল কটাবলৈ ধৰিলে।

এদিন ধৃতৰাষ্ট্ৰক নিৰলে পাই দুৰ্য্যোধনে কলে "পিতা, ৰাজধানীৰ প্ৰায় সকলো প্ৰজাই নানা ৰকমৰ অন্যায় কথাবোৰ ৰটি ফুৰিছে। সিহঁতে আপোনাক আৰু ভীষ্মদেৱকো মানিবলৈ টান পোৱা হৈছে। সিহঁতে যুধিষ্ঠিৰক আজি ধৰি যেন ৰাজপাটখন অৰ্পি দিয়ে। সেয়ে যদি হয় মোৰ গতি কি হব পিতা? আপুনি অন্ধ হোৱাৰ কাৰণেই ৰাজপাটৰপৰা বঞ্চিত হ'ল আৰু আপোনাৰ ভায়েক পাণ্ডু ৰজা হ'ল। তাৰ পিচত যুধিষ্ঠিৰ ৰজা হলে দেখোন চিৰকালৰ নিমিত্তে আমি ৰাজ্যলাভৰপৰা বঞ্চিত হব লাগিব। সেই অনুপাতে যুধিষ্ঠিৰৰ পিচতো তেওঁৰ সতি-সন্তান-বিলাকেই ৰাজ্যৰ অধিকাৰ লাভ কৰিব। আমি আৰু আমাৰ পো-নাতি-বিলাকে চিৰকাল আনৰ তলত অপমান সহ্য কৰি থাকিব লাগিব। পেটৰ ভাতমুঠিৰ কাৰণেও সদায় আমি সকলোটিয়ে পৰৰ মুখলৈ চাই থাকিব লাগিব। ইয়াতকৈ দেখোন নৰকলৈ যোৱাই ভাল!

এইবোৰ কথা-বতৰা শুনি ধৃতৰাষ্ট্ৰ চিন্তিত হৈ গহীন ভাৱেৰে কলে "বাছা, তোমাৰ কথা সঁচা। কিন্তু যুধিষ্ঠিৰ বৰ ধাৰ্ম্মিক, সকলোকে তেওঁ অকপট প্ৰেমৰ চকুৰে চায়। পিতাকৰ অনুৰূপে তেৰেঁা সৰ্ব্বগুণী আৰু সকলোৰে চেনেহৰ পাত্ৰ। তেওঁৰ বিৰুদ্ধাচৰণ কৰা মোৰ পক্ষে অসম্ভৱ।

সকলোবোৰেই তেওঁৰ পক্ষপাতী। পাণ্ডুৰ মন্ত্রীসকল, সেনাপতি, অনুচৰবিলাক আৰু মিত্র-কুটুম্ব সকলোৱে যুধিষ্ঠিৰক সন্মান আৰু প্রীতিৰ চকুৰে চায়। পাণ্ডুৰ জনাশুনা বুঢ়া-মেথা সকলোটি যুধিষ্ঠিৰৰ সমর্থক। এইবোৰ কাৰণতে তেওঁৰ বৈৰিতা আচৰণ কৰি আমি জিকিব নোৱাৰিম। অধৰ্ম্ম আচৰণ কৰিলে ৰাজ্যৰ প্রজাসকলে আমাক আৰু আমাৰফলীয়া সকলোকে ৰাজ্যৰপৰা বাহিৰ কৰি দি হত্যা কৰিব। সেয়ে যদি হয় মনুষ্য সমাজত আমি দুর্ণাম অনাৰ বাহিৰে আন একো লাভ নহব।"

দুৰ্য্যোধনে কলে "পিতা, আপুনি এনেকৈ ভৱাটো যুক্তিসঙ্গত হোৱা নাই। পিতামহ ভীষ্মদেৱে কোনো পক্ষ অৱলম্বন নকৰে। অশ্বত্থামাৰ মোমায়েক কৃপাচার্য্য আমাৰ পক্ষতে থাকিব। বিদুৰেও প্রকাশ্যে আমাৰ বিৰুদ্ধে নচলে আৰু আমাৰ বিৰুদ্ধে যাবলৈ তেওঁৰ ক্ষমতাও নাই। গতিকে এই মুহূর্ত্তেই আপুনি পঞ্চপাণ্ডৱক বনলৈ পঠিয়াই দি প্রমাণ চাওক—মোৰ কথা সঁচানে মিছা। এনে যন্ত্রণা আৰু সহি থাকিব নোৱাৰোঁ। সদায় এইবোৰ চিন্তাই মোৰ অন্তৰখন দহিব লাগিছে পিতা। ৰাতিও টোপনি নহাত পৰিছে। পিতা, মোৰ পক্ষে জীয়াই থকা টান হৈ উঠিছে। পাণ্ডৱবিলাকক বাৰানাবতলৈ পঠাই দি মোৰ শক্তি বৃদ্ধিৰ বাটটো মুকলি কৰি দিয়ক।"

তাৰ পিচত দুৰ্য্যোধনে কেইজনমান কূট-কৌশলী ৰাজনীতিজ্ঞ মানুহ নিজৰ ফলীয়া কৰি লৈ তেওঁৰ পৰামর্শত সহায় কৰিবলৈ পিতাকৰ ওচৰলৈ লৈ গ'ল। প্রধানকৈ শকুনিৰ মন্ত্রী কণিকাই দুৰ্য্যোধনৰ কথাবোৰ সমর্থন কৰি ধৃতৰাষ্ট্রক মন্ত্রণা দিবলৈ ধৰিলে। নানান ৰকমৰ ৰহনসনা পটন্তৰ, নাল লগোৱা যুক্তি প্রমাণেৰে তেওঁৰ নিজৰ বক্তব্যৰ সামৰণি মাৰি কলে "মহাৰাজ, এই জগতত ধনীজনেই শ্রেষ্ঠ পুৰুষ। পাণ্ডুপুত্রসকলক আতৰাই নিজক ৰক্ষা কৰাৰ উপায় চিন্তা কৰক। পাণ্ডুপুত্রসকল আপোনাৰ ভতিজা হলেও ভবিষ্যতৰ অনর্থৰপৰা সাৱধান হওক। তেওঁলোক বৰ শক্তিশালী।" অলপ তলকা মাৰি আকৌ কলে "মহাৰাজ, মোৰ কথাত খং নাখাব। ৰজাসকলে সদায় তেওঁলোকৰ নিজ নিজ পৰাক্রম দেখুৱাই গৈ থাকিব লাগে। নিজৰ শক্তি অটুট ৰাখিবৰ হলে শত্রুক কেতিয়াও আসৈ দিয়া উচিত নহয়। ৰাজকার্য্য সদায় গোপনে কৰা যুগুত। এটা কামত হাত দি তাৰ ফলাফল নোচোৱালৈকে তাৰপৰা পিচহোঁহোঁকা মৰা উচিত নহয়। কাঁইটে বিন্ধাৰ পিচতে তাক উলিয়াই নেপেলালে পিচত কষ্টৰ সীমা নোহোৱা হয়। পৰাক্রমী শত্রুক যিমান পাৰি সোনকালে

নিপাত কৰি শেষ কৰিব লাগে। শত্ৰু যদি নিশকতীয়াও হয় তাক উলাই কৰাও উচিত নহয়। সামান্য ফিৰিঙতি এটাৰপৰাও খাণ্ডৱ দাহ হয়। যি কোনো উপায়ে শত্ৰুনাশৰ উপায় চিন্তক। শত্ৰুক দয়া-মমতা দেখুওৱা বাঞ্ছনীয় নহয়। মহাৰাজ, পাণ্ডৱবিলাকৰ হাতৰপৰা আপোনালোক উদ্ধাৰ পাবই লাগিব। পাণ্ডৱসকল দেখাতে অতি বলবান পুৰুষ।" এইদৰে শকুনিৰ মন্ত্ৰীয়ে অকাই-পকাই ধৃতৰাষ্ট্ৰক উচটাবলৈ ধৰিলে।

দুৰ্য্যোধনেও লগতে উজান দি কলে "পিতা, ধন আৰু সন্মানেৰে কৰ্ম্মচাৰীসকলক ভালৰি লগাই থৈছোঁ। তেওঁলোকে আমাক নিশ্চয় সহায় কৰিব। গোটেই মন্ত্ৰীমণ্ডলীকে আমাৰ হাতত ৰাখিছোঁ। এতিয়া আপুনি মাথোন ছল কৰি পঞ্চপাণ্ডৱক বাৰাণাবতলৈ পঠাই দিয়ক। তেওঁ-লোক আঁতৰি গলেই নগৰীয়া গাৱঁলীয়া সকলো প্ৰজা আমাৰ বশ হৈ আমাৰ হাতৰ মুঠিত থাকিবলৈ বাধ্য হব। এইদৰে গোটেইখন ৰাজ্য আমাৰ হাতলৈ অহাৰ পিচত পাণ্ডৱসকল উভতি আহিলেও আমাৰ আৰু কোনো বিপদৰ আশঙ্কা নাথাকিব।"

এনেদৰে বাৰেকুৰি মানুহ আহি দুৰ্য্যোধনৰ ফলীয়া হৈ নানান ৰকমে উপদেশ দিবলৈ ধৰাত অন্ধ ধৃতৰাষ্ট্ৰৰ দুৰ্ব্বল মন চঞ্চল হৈ উঠিল। নিৰুপায় হৈ তেওঁ পুতেকৰ কথাত সন্মতি দিলে। যথাযথ ব্যৱস্থাৰ আয়োজন চলিল। পাণ্ডৱসকলে শুনাকৈ বাৰণাবতৰ সৌন্দৰ্য্য বখানি নানান কথা প্ৰচাৰ হবলৈ ধৰিলে। যেনে 'এইবাৰ বাৰণাবতত দেৱাদিদেৱ মহাদেৱৰ মহোৎসৱ বৰ সমাৰোহেৰে আৰম্ভ হব'—এইদৰেও কথাবোৰ প্ৰচাৰ হ'ল। যাতে পাণ্ডৱসকলে উপযাচি সেই ঠাইলৈ যাবলৈ আগ্ৰহ দেখুৱায়। এইদৰে বহুতো প্ৰৱন্ধ কৰিবলৈ ধৰিলে।

ধৃতৰাষ্ট্ৰই অতি চেনেহ দেখুৱাই পাণ্ডৱসকলক মতাই আনি কলে "বাছাহঁত, বাৰণাবতৰ উৎসৱবিলাক এবাৰ চাই আহাঁগৈ যোৱাচোন। তাৰ প্ৰজাসকলে তোমালোকক এবাৰ চাবলৈ বৰ হেঁপাহ কৰি আছে। তেওঁলোকৰ হেঁপাহ পূৰ হলেই আকৌ ঘূৰি আহিবাহঁক।" পিতামহ ভীষ্মদেৱকে আদি কৰি পূজনীয় সকলোৰে ওচৰত বিদায় লৈ পঞ্চপাণ্ডৱে বাৰণাবতলৈ যাত্ৰা কৰিলে।

এতিয়া দুৰ্য্যোধনক পায় কোনে? গোটেই যেন আনন্দত মতলীয়া হ'ল। মাক কুন্তী দেৱীকো পাণ্ডৱহঁতৰ লগতে পঠাই দিবলৈ কৰ্ণ আৰু দুৰ্য্যোধনে আলচ কৰি থৈছিল। পুৰোচন নামে এজন বিশ্বাসী মন্ত্ৰীৰ লগত গোপনে যুক্তি কৰি কেইটামান কথাত তেওঁলোক এটা সিদ্ধান্তত উপনীত হ'ল। সেই সিদ্ধান্তৰ কথা গোপন কৰি ৰাখিলে।

পঞ্চপাণ্ডৱ বাৰণাবতলৈ যোৱাৰ আগে আগে পুৰোচনে এখন বৰ বেগী ৰথত উঠি আগতে বাৰাণাবত পালেগৈ। তাত তেওঁ পঞ্চপাণ্ডৱৰ কাৰণে এটি মনোৰম অট্টালিকা নিৰ্ম্মাণৰ ব্যৱস্থা কৰিলেগৈ। খেৰ, মৰাপাট, ঘিউ, তেল, লা, ধুনা আদি কৰি সহজে জুয়ে ধৰা মাল-মচলা মিহলি কৰি অট্টালিকাটো নিৰ্ম্মাণ কৰাই থলে। সেই সেই বস্তুৰেই বেৰ-খোৰ-বিলাকো নিৰ্ম্মাণ কৰা হৈছিল। সামান্য এটা ফিৰিঙতি পৰিলেই যেন জুই জ্বলি উঠে আৰু চকুৰ পচাৰতে যেন গোটেই ঘৰটো পুৰি ভস্মীভূত হয় তাৰ সকলো দিহা কৰা হ'ল। কোঁঠাৰ ভিতৰত মনে খোৱাকৈ দিব্য আসন-বসন, শয্যা আদি কৰি ঘৰুৱা সমল পাতিবে তমস্কাৰ কৰি থলে। পিচত যেতিয়া পাণ্ডৱসকল আহি পাব, তেতিয়া সেই ঘৰত ৰাতি টোপনিত লালকাল হৈ থকা অৱস্থাত জুই লগাই দি পাণ্ডৱসকলক জীৱন্ত দাহ কৰাৰ ষড়যন্ত্ৰ কৰা হৈছিল। ভালেমান দিন সুখ ভোগ কৰাৰ পিচত অকস্মাৎ অজ্ঞাতসাৰে ঘৰত জুই লাগিলে পাণ্ডৱসকল নিশ্চয় জুইত পুৰি মৰিব আৰু প্ৰজাসকলেও এই ঘটনা দৈবাৎ হে ঘটিল বুলি ধৰি কৌৰৱ-সকলক দোষত পেলাবলৈ চেলু নাপাব। এয়ে আছিল দুৰ্য্যোধনৰ পেটৰ অভিসন্ধি।

## পাণ্ডৱসকলৰ উদ্ধাৰ

পঞ্চপাণ্ডৱে সকলো পূজনীয় গুৰুজনক সেৱা জনাই, বন্ধু-বান্ধৱ আৰু সমনীয়া আন আন সকলোকে চেনেহৰ আলিঙ্গনাদি কৰি সকলোৰে ওচৰত বিদায় লৈ বাৰাণাবতলৈ যাত্ৰা কৰিলে। তাৰ প্ৰজাসকলে ভালেমান দূৰ তেওঁলোকৰ পিচে পিচে গৈ বেজাৰ মনেৰে তেওঁলোকক বিদায় দি চকুলো টুকি টুকি ঘৰাঘৰি গল। বিদুৰে যুধিষ্ঠিৰক সাৱধানে থাকিবলৈ ইঙ্গিত দি কলে "ৰাজনীতি-বিশাৰদ পুৰুষ মাত্ৰেই শত্ৰুৰ অভিসন্ধি আগতে দকৈ অনুমান কৰি বিপদৰ হাত সাৰি থাকিবলৈ চেষ্টা কৰে। এই জগতত লো আৰু তীখাৰ তৈয়াৰী নানান অস্ত্ৰ-শস্ত্ৰ বিদ্যমান। কিন্তু তাৰ আঘাতৰ পৰা সাৰিবৰ কাৰণে অনুৰূপ উপায়বিলাক যাৰ জনা থাকে তেওঁ শত্ৰুৰ হাতত সহজে নমৰে। অগ্নিয়ে বন দাহ কৰে, তাৰ তাপে আকৌ জীৱক

জাৰৰ পৰাও ৰক্ষা কৰে। কিন্তু সেই অগ্নিৰ জুই চাৰিওফালে বিয়পি পৰিলেও তাৰ পৰা সামান্য নিগনি সাৰি যাব পাৰে। বৰা-গাহৰিয়ে মাটি খান্দি গাঁতত সোমাই দাবানলৰ হাতৰপৰা নিজক ৰক্ষা কৰে। পণ্ডিতসকলেও নক্ষত্ৰ চাই দিক নিৰ্ণয় কৰিব পাৰে। এতেকে তোমালোকক বেছি একো কথা নকওঁ।” এই দৰে বিদুৰে আনে নজনা ভাষাৰে ঠাৰে চিয়াঁৰে দুৰ্য্যোধনৰ অভিসন্ধি আৰু ষড়যন্ত্ৰৰ কথা আৰু লগে লগে তাৰ পৰা ৰক্ষা পাবৰ উপায় বিলাক বুজাই দি উপদেশ দি পঠালে। যুধিষ্ঠিৰেও সেই উপদেশৰ মৰ্ম্ম বুজিব পাৰিছে বুলি ইঙ্গিতেৰে জনালে। কুন্তী দেৱীয়ে পুতেক যুধিষ্ঠিৰক আঁকোৱালি ধৰি মূৰে গাই হাত বুলাবলৈ ধৰিলে। সেই ছেগতে যুধিষ্ঠিৰৰপৰা তেওঁ বিদুৰৰ উপদেশৰ মৰ্ম্ম বুজি ললে। আনন্দত উৎফুল্ল হৈ পঞ্চপাণ্ডৱে আকুল চিত্তেৰে মাক কুন্তী দেৱীৰ লগত বাৰণাবতলৈ যাত্ৰা কৰিলে।

বাৰণাবতৰ প্ৰজাসকলে পঞ্চপাণ্ডৱ অহা বাতৰি শুনি বৰ আনন্দ পাই সকলোৱে আহি বৰ আলহ্ উদহ্কৈ আগবঢ়াই লৈ গলহি। পাণ্ডৱ সকলে আগেয়ে যুগুত কৰি কৰি থোৱা অস্থায়ী বহাঘৰত দিনদিয়েক জিৰণি লৈ থাকিল। পিছত নতুনকৈ সঁজা ‘শিৱ’ নামৰ অট্টালিকা সদৃশ ঘৰ-টোলৈ পুৰোচনে লৈ গ’ল। শিৱ’ অৰ্থে মঙ্গল। কিন্তু এই অমঙ্গলীয়া ঘৰটোৰ নাম আকৌ ‘শিৱ হে থোৱা হৈছিল। বিদুৰৰ উপদেশ বিলাকলৈ মনত পৰি যুধিষ্ঠিৰে ঘৰটোৰ বেৰছাল বিলাক পতি পতি কৈ পৰীক্ষা কৰি চাই ললে। জুই দি পুৰিবৰ নিমিত্তেই যে ঘৰটো সজোৱা হৈছে এই কথা যুধিষ্ঠিৰৰ বুজিবলৈ বাকী নাথাকিল। তেওঁ ভীমক মতাই আনি কলে “ভীমসেন, কথা এটা মন কৰিছানে ? এই যে ঘৰটোত আমি আছোহঁক এইটো এটা ভীষণ আপদীয়া ঘৰ মই এইটো ভালকৈ বুজিব পাৰিছোঁ। কিন্তু আমি যে দুৰ্য্যোধনৰ কু-অভিসন্ধি বুজিব পাৰিছোঁ সেই কথা যেন পুৰোচনে কোনোৰকমেই গম নাপায় সেই ভাৱে চলিব লাগিব। সুযোগ আৰু ছেগ বুজি এই আপদীয়া ঘৰটোৰপৰা ওলাই গুচি যামহঁক। এতিয়া এনে এটা ভাৱ ধৰি থাকিব লাগিব যেন আমি কোনো বিপদ আপদৰ গোন্ধকে পোৱা নাই।”

এইদৰে সষ্টম হৈ পাঁচ পাণ্ডৱে নিৰ্ব্বিকাৰ ভাৱ দেখুৱাই সেই ঘৰতে থাকিবলৈ ধৰিলে। ইয়াৰ ভিতৰতে বিচক্ষণ বিদুৰে সুৰুঙা গাঁত খান্দিব পৰা এজন পাকৈত শিল্পী পঞ্চপাণ্ডৱৰ ওচৰলৈ পঠাই দিলে। সেই শিল্পী জনে গোপনে পাণ্ডৱসকলৰ লগত সাক্ষাত কৰি কলেগৈ “মোক

আপোনাৰলোকৰ মঙ্গলৰ কাৰণে বিদুৰে আনৰ অজ্ঞাত ভাষাৰে যুধিষ্ঠিৰলৈ ইঙ্গিত দি আপোনালোকক বিপদৰপৰা উদ্ধাৰ হব পৰা এটা উপায়ৰ কথা কৈ পঠাইছে। আপোনালোকে পতিয়ন যাবৰ কাৰণে মই আপোনালোকক সেই কথা সূচাই দিবলৈ আহিছোঁ আৰু এই সহায় কৰিবলৈ মোৰ ওপৰতে ভৰষা কৰি পঠাই দিছে।"

সেই শিল্পীজনে পুৰোচনৰ অজ্ঞাতে গোপনে গোপনে বহুদিন ধৰি সুৰঙ্গৰ কাম কৰি গল। পঞ্চপাণ্ডৱৰ এই বিপদকালত জতু-গৃহৰপৰা হেলাৰঙে সাৰি যাবৰ নিমিত্তে সুৰঙ্গ পথৰ নিৰ্ম্মাণ কাৰ্য্য শেষ কৰি পেলালে।

পুৰোচন অহৰ্নিশে সেই অট্টালিকাৰ চ'ৰাৰ মুখতে থাকে। পঞ্চ-পাণ্ডৱে অতি সাৱধানে অস্ত্ৰেশস্ত্ৰে তপ্‌তৈয়াৰ হৈ চকুৰ টিপ্ নমৰাকৈ টোপ-নিৰ ভাও জুৰি ৰাতিৰ কেইডাঁৰ পৰি থাকে। সময়ে সময়ে তেওঁলোকে মৃগয়ালৈ বুলি ওলাই গৈ কেউদিশৰ বাটপথ আৰু আন আন ঠাইবোৰ তন্ন তন্ন কৰি চাই বুজি থলে। তেওঁলোকৰ সন্দেহ আৰু দুশ্চিন্তাৰ ভাৱ সমূলি গোপনে ৰাখি, পুৰোচনক বৰ বিশ্বাস কৰাৰ ভাও দেখুৱাই ৰং ৰহইচ কৰি দিন কাল কটাবলৈ ধৰিলে। সেই নগৰৰ প্ৰজাসকলেও যাতে কোনোৰকমৰ নিন্দাবাদ বা কোনো কথাত সন্দেহ কৰিব নোৱাৰে পুৰোচনে এনে ভাৱেই পাণ্ডৱসকলৰ প্ৰতি ব্যৱহাৰ দেখুৱাই এবছৰ কাল চেলু বিচাৰি অপেক্ষা কৰি আছিল।

এটা নিৰ্দ্দিষ্ট দিন ঠিক কৰি লৈ পুৰোচনে সেই জতু-গৃহত অগ্নি-সংযোগ কৰিবলৈ সাজু হৈ ৰ'ল। পুৰোচনৰ সেই অভিসন্ধি বিচক্ষণ বুদ্ধিৰ যুধিষ্ঠিৰৰ বুজিবলৈ বাকী নাথাকিল। যুধিষ্ঠিৰে সময় বুজি কেউজন ভায়েকক গোটাই লৈ ক'লে "পাপিষ্ঠ পুৰোচনে আজি এই ঘৰত জুই দি আমাক দাহ কৰাৰ সংকল্প কৰা গম পাইছোঁ। গতিকে আজি ৰাতিয়েই ছেগ বুজি আমি এই ঘৰ এৰি যোৱাৰ উপযুক্ত সময়।"

কুন্তী দেৱীয়ে সেইদিনাই এটা ভোজৰ দিহা কৰিলে। যাতে ভাল ভাল বস্তু খাই পুৰোচনৰ পহৰীয়া বিলাকে টোপনিত লাল-কাল হৈ পৰি থাকে এনে হিচাবে ভাল ভাল কিছুমান আঞ্জাপাতি বান্ধি বাঢ়ি তেওঁলোক সকলোকে খাবলৈ দিলে।

পালি-পহৰীয়া হঁতেও জুতি পাই পেট ভৰাই খাই বই লৈ টোপনিত লাল কাল হৈ শোৱাত ভীমসেনে ছলবুজি কেই ডোখৰমান ঠাইত জুই লগাই দিলে। সেই অৱসৰতে তেওঁ মাক আৰু চাৰিওজন ককাই-ভায়েকক লগত লৈ সুৰঙ্গইদি ওলাই গুচি গল। ইফালে জুই বিয়পি গৈ ঘৰৰ

চাৰিউফালে ছাতি ধৰিলে। পুৰোচনৰ শোৱা কোঠাটোও জুইৰপৰা নাসাৰিল। নগৰৰ প্ৰজাসকলে পাণ্ডৱৰ থকা ঘৰটো জুয়ে পুৰি ছাইকৰি পেলোৱা দেখি "হায় হায়, ছিঃ ছিঃ" কৰি কবলৈ ধৰিলে "দুৰন্ত দুৰ্য্যোধনহঁতে পাণ্ডৱসকলক বঞ্চনা কৰি মাতি আনি এনেকৈনো বাৰু হত্যা কৰিব পায়নে ?" খঙে বিষে তেওঁলোকে কৌৰৱসকলক নানা কুবাক্য প্ৰয়োগ কৰি গালি পাৰিবলৈ ধৰিলে। সেই বিৰাট অট্টালিকাটো চাওঁতে চাওঁতে পুৰি ভস্ম হৈ গ'ল। তলকিব নোৱাৰাকৈ জুই গৈ পুৰোচনৰ কোঠাটোও বেৰি ধৰাত পুৰোচনো সেই জুইতে পুৰি ভস্ম হ'ল। বাৰণাবতৰ প্ৰজাসকলে "বাৰণাবতৰ পাণ্ডৱ থকা শিৱ ভৱন জুৱে পুৰিলে, পঞ্চপাণ্ডৱৰ এজনো জীয়াই নৰ'ল" এই বাতৰিটো লৰালৰিকৈ হস্তিনা পুৰলৈ পঠাই দিলে।

সেই বাতৰি পাই ধৃতৰাষ্ট্ৰৰ মনটো কেনেকুৱা লাগিছিল ব্যাসদেৱে সেইটো এনেভাৱে বৰ্ণনা কৰিছে যে "গৰম দিনত ৰ'দ পৰি দ পুখুৰীৰ তলিৰ পানী যেনেকৈ বৰকৈ চেচাঁ পৰি যায় আৰু ওপৰ ভাগৰ পানী গৰম হৈ থাকে, বাৰণাবতৰ বাতৰিটো পাই সেই সময়ত ধৃতৰাষ্ট্ৰৰ মনতো একেলগে আনন্দ আৰু বিষাদ এই দুই ভাৱৰে উদয় হোৱা যেন অনুভৱ হৈছিল।"

পাঁচ পাণ্ডৱৰ মৃত্যুত ধৃতৰাষ্ট্ৰ আৰু তেওঁৰ পুতেকহঁতে গাৰ অলঙ্কাৰপাতি খহাই একবস্ত্ৰ হৈ গঙ্গাত গা-পা ধুই যথানিয়মে তৰ্পণাদি কৰি শোকত কান্দি বেজাৰৰ ভাৱ দেখুৱাবলৈ ধৰিলে। "এদিন উপজিলে এদিন মৰিবই লাগিব" অৰ্থাৎ মানুহ জন্ম-মৃত্যুৰ অধীন এই পৰমাৰ্থ জ্ঞানত বিদুৰে পঞ্চপাণ্ডৱৰ মৃত্যুত তেনে বিশেষ দুখ-বেজাৰ নকৰা যেন দেখা গ'ল। কিন্তু আচলতে বিদুৰে ইয়াৰ গূঢ় ৰহস্যটো জানেই। তেওঁ ধৰি লৈছিল যে পাণ্ডৱসকল নিশ্চয় মৰাৰ পৰা বাচিছে। এই কাৰণেই তেওঁ বেজাৰ কৰা নাছিল। তেওঁ আন আন মানুহৰ আগত দুখ বেজাৰ কৰা যেন দেখুৱালেও সদায় পাণ্ডৱসকল 'এতিয়া ক'ত কেনেকৈ আছেগৈ' তাকে গণি-পঢ়ি গম ধৰি থাকিবলৈ চেষ্টা কৰি থাকে। ভীষ্মদেৱক বৰ শোকাকুল হৈ পৰা যেন দেখি তেওঁ সকলো কথা গোপনে প্ৰকাশ কৰি বুজাই দিয়াত তেওঁৰ আনন্দত পাৰ নোহোৱা হ'ল।

ৰাতি ৰাতি উজাগৰে কটাই নানান চিন্তাত পৰি মাক কুন্তীদেৱী আৰু আটাই কেইজন ভাই কক্কাইকে অৱশ হৈ পৰা যেন দেখি পৱনকুমাৰ ভীমসেনে মাকক কান্ধত, নকুল সহদেৱক কোলাত আৰু যুধিষ্ঠিৰ অৰ্জ্জুনক হাতত ধৰি হাতীৰ নিচিনাকৈ হাবিয়নীয়া বাটৰ কাঁইট-লতা ভাঙি ঘোৰ

আন্ধাৰত হাবিয়ে হাবিয়ে গৈ সেই ৰাতিয়েই গঙ্গাৰ দাঁতি পালে। বিদুৰৰ আগতীয়া বন্দোবস্ত অনুযায়ী সেই ঠাইতে এখন নাও বন্ধা আছিল।

নাৱৰীয়াটো বিশ্বাসী বুলি অনুমান কৰি ৰাতিতে গঙ্গা পাৰ হল। পিছ দিনা ধল পোহৰ হোৱাৰ লগে লগে লবালৰিকৈ গৈ হাবি সোমালগৈ। ৰাতি হোৱাৰ লগে লগে হাবিখন এন্ধাৰে ছাটি পেলালে। কেউফালে বনৰীয়া জীৱ-জন্তুৰ কোঢ়াল শুনা গ'ল।

অৱশেষত কিছুমান দূৰ হাবি ভাঙি যোৱাৰ পিচত দুখে ভাগৰে ভোকে পিয়াহে অৱশ হৈ খোজ নচলা হলত তেওঁলোক মাটিত ক্লান্ত হৈ বহিল। "কৌৰৱহঁতে মোক ধৰি নিলেও নিয়ক মোৰ আৰু অসহ্য হৈছে" সেই বুলিয়েই কুন্তী দেৱী অসহ্য যন্ত্ৰণাত ঢলি পৰি অজ্ঞান হ'ল। ভীমসেনে সেই এন্ধাৰতে হাবিৰ মাজত হিলদ'ল ভাঙি পানী বিচাৰিবলৈ ধৰিলে। অৱশেষত এঠাইত ডোবা এটাত পানী থকা দেখা পালে যদিও নিবলৈ একো পাত্ৰ নথকাত গাৰ কাপোৰকে জুবুৰিয়াই তিয়াই ললে আৰু এটা পদুম পাতত অলপ খোৱা পানী লৈ মাক আৰু ভায়েক কেইজনৰ ভাগৰ মাৰিলে। পানী খাই অলপ সকাহ পোৱাত তাতে গাৰ কাপোৰ পাৰি লৈ টোপনিত লালকাল হৈ শুলে। কিন্তু ভীমসেন চিন্তাকুল মনেৰে সজাগ হৈয়ে বহি থাকিল। তেওঁ ভাবিবলৈ ধৰিলে "এই অৰণ্যখনত গছলতা বিলাকে ইটোৱে সিটোক সহায় কৰি কেনে সুন্দৰ ভাৱে জীয়াই আছে! কিন্তু দুৰাত্মা ধৃতৰাষ্ট্ৰ আৰু কৌৰৱবিলাকে আমাক সৰ্ব্বতোভাৱে বঞ্চিত কৰি কিয়নো এনেদৰে হিংসা কৰিছে বাৰু?" এইদৰে ভবা-গুণা কৰি নিষ্পাপ ভীমসেনৰ বেজাৰে খুন্দা মাৰি ধৰি অন্তৰ খন ফাটি যাওঁ ফাটি-যাঁও কৰিবলৈ ধৰিলে।

তাৰ পিচত তেওঁলোকে বহুত দুখ কষ্টৰ মাজেদি নানাধৰণৰ বিপদ বিঘিনিৰপৰা হাত সাৰি থাকি হাবিয়ে বননিয়ে ঘূৰিফুৰি দিন কটাবলৈ ধৰিলে। কেতিয়াবা কোনো কোনো অঞ্চলত খোজ ঘনাই দিব লগাত পৰিলে ভীমসেনে মাকক বোকোচাত তুলি লৈ যায় আৰু বাটকুৰি বাই ভাগৰ লাগিলে অলপ সময় থিয়দি জিৰণি লয়। কেতিয়াবা আকৌ মনৰ দুখ পাতলাবলৈ ধেমেলীয়া কথা কৈ সময় কটাবলৈ যত্ন কৰে।

খোজ কাঢ়ি ফুৰোঁতে এদিন হঠাতে তেওঁলোকে ব্যাসদেৱৰ দৰ্শন পালে। দৰ্শন মাত্ৰেই সকলোৱে ব্যাসদেৱক ভক্তিভাৱে সেৱা জনাই তেখেতৰপৰা নানানৰকমৰ সজ উপদেশ আদি লাভ কৰি অন্তৰত বল পালে। কুন্তি দেৱীয়ে সন্তান কেইটিৰ দুখ-দুৰ্গতিৰ কথা ব্যাসদেৱৰ আগত কওঁতে তেখেতে কলে "আই কোনো কোনোৱে কেৱল ধৰ্ম্ম কৰ্ম্ম কৰিয়েই ক্ষান্ত থাকিব

নোৱাৰে। কৰিবৰ মন নাথাকিলেও কোনো এটা সময়ত তেওঁ পাপ কামত লিপ্ত হ'ব লগা হয়। কোনোবা পাপী মানুহেও আকৌ এই জগতত কেৱল পাপত লিপ্ত নাথাকে কোনো সময়ত তেওঁ ধৰ্ম্মৰ ফালে মতি গতি দি ধৰ্ম্ম কামত লিপ্ত হ'ব লগা হয়। এই দৰেই এই জগতখনত মানুহ-বিলাকে পাপ আৰু পুন্য এই দুয়োটা কামতে লিপ্ত হৈ থাকে। কৃত কৰ্ম্মৰ ফল প্ৰত্যেকে ভোগ কৰিবই লাগিব। এই বোৰকে চাই কোনো কথাৰ কাৰণে বেজাৰ কৰি থাকিব নালাগে।

তাৰ পিচত ব্যসদেৱৰ উপদেশ অনুযায়ী পাণ্ডৱসকলে একচক্ৰা নগৰীত এজন ব্ৰাহ্মণৰ আলহী হৈ ব্ৰাহ্মণৰ ভেশধৰি থাকিবলৈ ল'লে। ভিক্ষাত পোৱা চাউলপাত মাক কুন্তীদেৱীৰ হাতত দিয়েহি। তাৰেই ভাতপানী বান্ধি মাকে লৰাহঁতক দিয়ে আৰু লৰাহঁতে তাকে খায়। এই দৰেই সিবিলাকৰ দিন যাবলৈ ধৰিলে। তেওঁলোকে ব্ৰহ্মচৰ্য্য ব্ৰত ধৰি কাল কটাইছিল।

## বকাসুৰ বধ

একচক্ৰানগৰীত পঞ্চপাণ্ডৱে ব্ৰাহ্মণ বেশেৰে থাকিবলৈ ললে। গাৱঁৰপৰা ভিক্ষা কৰি অনা চাউলপাত মাকৰ হাতত গতাই দিয়ে আৰু তাকে মাকে ৰান্ধি সকলোকে ভগাই দি খাই বৈ দুখে কষ্টে দিন কটাবলৈ ধৰিলে। পুতেকহঁতে ভিক্ষা কৰিবলৈ গলে উলটি নহালৈকে মাকে চিন্তা কৰি বাটলৈ চাই থাকে। কেতিয়াবা উলটি অহাত পলম কৰা দেখিলে তেওঁলোকৰ কিবা দুৰ্ঘটনা হল বুলি ভাবি ছট্‌ফটাই থাকে।

ৰন্ধা ভাতৰ সমানে এফাল ভীমৰ পাতত দি বাকীখিনি মাককে ধৰি পাঁচোজনে ভগাই খাবলৈ লয়। ভীমসেন বায়ু পুত্ৰ বুলি তেওঁৰ শক্তি যেনে বেছি তেনে বেছি খাবও পাৰিছিল। বৃকৰ (ভেকুলীৰ) উদৰটি নিচেই সৰুহলেও বহুত বস্তু খালে যেনেকৈ তাৰ পেটটো নভৰে ভোকো নুগুচে সেই দৰে বৃকোদৰৰ (ভীমৰ) পেটটি দেখাত সৰু হলেও তেনেকৈয়ে তেওঁৰো খায়মানে পেট নভৰে। সেয়েহে তেওঁৰ আন এটানাম বৃকোদৰ

আছিল। এই একচক্ৰানগৰীলৈ আহি ভিক্ষাৰ বস্তুৰে ভীমসেনৰ পেট নভৰা হৈ আহিল। দিনে দিনে তেওঁ শুকাই খীনাই যাবলৈ ধৰিলে আৰু চাওঁতে চাওঁতে চেৰেমা পৰি গল। ভীমৰ এনে দুৰৱস্থা দেখি মাক কুন্তী দেৱী আৰু যুধিষ্ঠিৰৰ অন্তৰ ক'লা পৰি গল আৰু বৰ চিন্তাত পৰিল। এদিন ভীমে এজন কুমাৰৰ লগত সখি বান্ধি চৰুহাৰি সাজিবৰ নিমিত্তে সৰহিয়াকৈ কুমাৰ মাটি গোটাই আনি দিলে। কুমাৰেও ভীমসেনৰ কাৰণে এটা বৰ ডাঙৰ মাটিৰ চৰু তৈয়াৰ কৰি বানচ স্বৰূপে দিলে। সেইটো চৰুকে লৈ ভীমসেন ভিক্ষালৈ ওলাই যায়। ভীমসেনৰ ৰূপটো আৰু তেওঁৰ হাতৰ চৰুটো দেখি গাৱঁৰ লৰা-ছোৱালীবিলাকে হাঁহি সামৰিব নোৱাৰে। কাৰণ যেনে মানুহটি তেনে পাত্ৰটি!

এদিন তেওঁত বাহিৰে আন কেজন ভায়েক ভিক্ষাৰ কাৰণে ওলাই গ'ল। সেইদিনা ভীমসেন মাক কুন্তীদেৱীৰ লগত ঘৰতে থাকিল। অলপ বেলি পিচতে কুন্তীদেৱীয়ে গৃহস্থজনৰ ঘৰৰ ভিতৰত কন্দা-কটাৰ কোঢ়াল শুনিবলৈ পালে। কাৰণটো জানিবৰ নিমিত্তে কুন্তীদেৱী ঘৰৰ ভিতৰলৈ সোমাই গৈ দেখে যে বামুণ আৰু তেওঁৰ পৰিবাৰে কান্দি-কাটি কথাবতৰা হৈ আছে।

হঁা হুমুনিয়াহ কাঢ়ি চকুপানী টুকি টুকি বামুণে কৈছে "হায় হত-ভাগিনি। মোৰ কথা নুশুনিলা! বাৰে পতি মই তোমাক এই নগৰ এৰি গুচি যাবলৈ কোৱাতো, তুমি যাবলৈ সন্মত নহলা! মোক আকৌ উলটি কলা বোলে "ইয়াতে জন্ম লৈছোঁ, ইয়াৰে অন্নজল খাই ডাঙৰ দীঘল হৈছোঁ—এতিয়া এই ঠাই এৰি কলৈ যাম? এই ঠাইতে মোৰ আই বোপাই, বন্ধু বান্ধৱ, মিটিৰ কুটুম সকলোৱে শৰীৰ পেলাইছে এই ঠাই কেনেকৈ এৰি যাম?" তুমি মোৰ সহধৰ্ম্মিণী বুলি মোক কিমান আদৰ যত্ন কৰি আহিছা। পোনা কেইটা তোমাক গতাই দি মই নিশ্চন্ত মনে ঘূৰিফুৰোঁ, এনে থলত মই তোমাক নো বাৰু মৰিবলৈ কেনেকৈ এৰি দিব পাৰোঁ? তুমিযে মোৰ প্ৰাণতকৈও বেচি প্ৰিয়! এতিয়া মই নিজকে বচাই তোমাক মৰণৰ বুকলৈ কেনেকৈ দিওঁ? বিধাতাই আমাৰ এই ছোৱালীৰুণ আমাৰ ওচৰলৈ পঠাই দিছে। সৃষ্টিৰক্ষাৰ নিমিত্তে এইক এটি সজ পাত্ৰত দান দিব লাগিব। তাইকনো বাৰু কোন সতে যমৰ বুকলৈ দলিয়াই দিব পাৰোঁ? সৃষ্টি ৰক্ষাৰ নিমিত্তে সৃষ্টি কৰ্ত্তাই দিয়া এই কন্যাটিক মৰিবলৈ দিয়াটো অধৰ্ম্ম হব। ওঁঠ চেপিলে গাখীৰ ওলোৱা এই লৰাকণকো যমৰ মুখত পেলাই দিব নোৱাৰোঁ। উপৰি পুৰুষৰ আৰু আমাৰ পিণ্ডৰ অধিকাৰী এই পোনাকণক মৃত্যুৰ মুখত পেলাই দি আমি কেনেকৈ জীয়াই

থাকোঁ ? হাঁয় ! হাঁয় ! মোৰ কথালৈ তুমি তেতিয়া আওকাণ কৰিলা। তাৰ ফল আমি এতিয়া ভোগ কৰিব লাগিব। মই মৰিলে মোৰ ল'ৰা ছোৱালী কেইটা সংসাৰত জীয়াই থকা অসম্ভৱ। এতিয়া কি কৰোঁ একো বুজিব পৰা নাই। আমি দেখিছোঁ দুয়ো একেলগে মৰণৰ মুখলৈ যোৱাই শ্ৰেয়ঃ।"

ব্ৰাহ্মণীয়ে উত্তৰ দিলে "পতিয়ে যি উদ্দেশ্যে পূৰ্ণ কৰিবলৈ পত্নীৰ পাণি গ্ৰহণ কৰে সেইটো আপোনাৰ সফল হৈছে। আপুনি মোৰপৰা এটি পুত্ৰ আৰু এটি কন্যা পাই দান-পুণ্য দুয়োৰো ভাগী হৈছে। মই মোৰ ধাৰ শুজিলোঁ। পো-পোৱালিৰ লালন-পালনৰ ভাৰ আপোনাৰ ওপৰতে। আপোনাৰ অবিহনে পোনা কেইটাক ডাঙৰ দীঘল কৰি তোলা মোৰ পক্ষে অসম্ভৱ। গছৰ চৰাই-চিৰিকতিয়ে যেনেকৈ লোকৰ পেলাই দিয়া খোৱা বস্তুৰ আশাত ঘৰৰ মূধত পৰি বৈ থাকে, তেনেকৈ গৃহস্থ নোহোৱা তিৰুতা বিলাকেও লোকৰ দ্বাৰা বঞ্চিতা হবলৈ মাথোন জীয়াই থাকে। দুৰ্জ্জন লোকেৰে ভৰপূৰ এই সংসাৰখনত অকলশৰীয়া ভাৱে অনাথিনী তিৰুতাই জীৱন যাপন কৰা বৰ টান কথা। ঘিউসনা কাপোৰ এডোখৰ পালে যেনেকৈ কুকুৰ বিলাকে ফালি ছিৰি পেলায় তেনেকৈ দুৰ্জ্জনৰ হাতত পৰিলে অনাথিনী তিৰুতা মানুহ বিলাকৰো লঘু লাঞ্চনাৰ সীমা নাইকিয়া হয়। এনে অনাথিনীৰ পক্ষে পো-পোৱালি লালন-পালন কৰা এটা অসাধ্য কাম হৈ পৰে। পানী নোহোৱা পুখুৰীত যেনেকৈ মাছবোৰে ছট্‌ফট়াই থাকে আপোনাৰ অবিহনে এই পোনাকেইটাৰো সেই গতিয়েই হ'ব। হেন জানি মোকেই সেই ৰাক্ষসৰ গৰাহত পৰিবলৈ দিয়ক। স্বামীৰ জীৱিত অৱস্থাত তিৰুতাৰ মৰণ বৰ ডাঙৰ ভাগ্যৰ কথা। এইটো শাস্ত্ৰৰো বচন। কৃপা কৰি মোক বিদায় দিয়ক। মোৰ পোনাকেইটাক ৰক্ষা কৰক। মই মোৰ হেপাহ পলুৱাই সকলো সুখ ভোগ কৰিলোঁ। সকলো কাম জ্ঞান বিশ্বাস মতে ধৰ্ম্মমতেই কৰি আহিছোঁ। আপোনাৰ সেৱাৰ ফল স্বৰূপে মোৰ পুণ্য লোকত বাস হব। প্ৰভু! মই মৰণলৈ মুঠেই ভয় কৰা নাই। মোৰ অবিহনে আপুনি আৰু এগৰাকী তিৰুতা বিয়া কৰাই সংসাৰ কৰিব। বৰং মনে মোক ৰাক্ষসৰ গৰাহত পৰিবলৈ এৰি দিয়ক।"

গৃহিনীৰ মুখত এই কথাবোৰ শুনি ব্ৰাহ্মণে তিৰুতা মানুহৰ দৰে উচুপি উচুপি কান্দিবলৈ ধৰিলে। থোকাথুকি মাতেৰে কলে "প্ৰিয়ে, হে মানিনি, তুমি মোক এনে নিঠুৰ কথা নকবা। এনে জ্ঞানী তিৰুতাক যি মৰিবলৈ এৰি দিয়ে সি নিতান্ত অধম। এই সংসাৰত সৰ্ব্বতোভাৱে

নিজৰ ধৰ্ম্মপত্নীক ৰক্ষা কৰি ফুৰাটোহে জ্ঞানী লোকৰ কৰ্ত্তব্য। কোনো কালে কেতিয়াও নিজৰ তিৰুতাক পৰিত্যাগ কৰা উচিত নহয়। তোমাৰ দৰে এজনী লখিমী তিৰুতাক ৰাক্ষসৰ হাতত মৰিবলৈ এৰি দিলে ধৰ্ম্মমতে মই পতিত হম।

মাক-বাপেকৰ এনে ধৰণৰ কথা-বতৰাবিলাক শুনি তেওঁলোকৰ কন্যা-টিয়ে মাত দিলে "আই, পিতা, মোৰ কথা শুনক। তাৰ পিচত যি ভাল দেখে কৰিব। সকলো কথা বাদ দি মোকেই মৰিবলৈ এৰি দিয়াটো ভাল কথা হব। মোক ৰাক্ষসৰ গৰাহত পুৰিবলৈ এৰি দিলেই আপোনা-লোক সকলোটি ৰক্ষা পৰিব। নাৱৰ সহায়ত যেনেকৈ নৈ বিল পাৰ হব পাৰি সেইদৰে মোৰ এই ক্ষুদ্ৰ জীৱনটোৰ বিনিময়ত আপোনালোক সকলোটি এই বিপদৰ পৰা উদ্ধাৰ হব পাৰিব। আপোনালোকৰ হানি হলে মোৰ ভাইটিও নিশ্চয় মৰি যাব। পিতা, আপোনাৰ হানি হলে আমি অনাথ নিৰাশ্ৰয় হৈ অশেষ কষ্ট খাই থাকিব লাগিব। আজি বংশৰ এই বিপদৰ সময়ত পৰিত্ৰাণ পাবলৈ মই জীয়াই আছোঁ। মোৰ প্ৰাৰ্থনা অনুযায়ী কাম কৰিলে মোৰ জন্ম সফল হ'ল বুলি ভাবিম। মোৰ প্ৰকৃত কল্যাণ কামনা কৰি যেন মোক ৰাক্ষসৰ মুখলৈ যাবলৈ দিয়ে এয়ে মোৰ প্ৰাৰ্থনা।"

কণমান চেনেহী ছোৱালীটিৰ কথাবোৰ শুনি মাক-বাপেক দুয়োৰে চকুৰ পানী ধাৰাষাৰে বৱলৈ ধৰিলে আৰু দুয়ো তাইক সাবট মাৰি ধৰি চুমা খাবলৈ ধৰিলে। আটাইখনে কন্দা-কটা কৰা দেখি কেচুৱা লৰাটিয়ে চকু মুকলি কৰি সকলোৰে মুখলৈ চাই ওচৰ চাপি কবলৈ ধৰিলে "পিতা, নাকান্দিবা। আই কিয়নো কান্দিছা? বাইদেউ তুমিও কান্দিছা? নাকা-ন্দিবা।" এইবুলি সকলোৰে কোচে কোচে একোবাৰ বহি সাউৎ কৰে এবাৰ লৰ মাৰি গৈ কাঠখৰি এডোখৰ দাঙি লই বৰকৈ ডাঠ দি গপ্‌গপাই কবলৈ ধৰিলে "তোমালোকে ভয় নকৰিবা, আজি মই এই কাঠখৰিৰেই সেই ৰাক্ষসটো নিশ্চয় বধ কৰিম।" নাওমান লৰাটিৰ এনে সৰলতাপূৰ্ণ কথাবোৰ শুনি ইমান দুশ্চিন্তাৰ মাজতো সকলোৱে হাঁহি সামৰিব নোৱা-ৰিলে। এইকণ সুযোগ পাই কুন্তীদেৱীয়ে মাত দি সুধিলে "আজি আপোনালোকৰ এই দুখ-বেজাৰৰ কাৰণটো কি? মোক দয়া কৰি ভাঙি কওকচোন। মই ডাঠি কৈছোঁ ইয়াৰ যদি কিবা প্ৰতিকাৰ থাকে সেইটো কৰিবলৈ মই যথাসাধ্যে চেষ্টা কৰিম।"

ব্ৰাহ্মণে কলে "আই মাতৃ, আপুনি নো কি কৰিব? কওঁ, শুনক,

এই নগৰৰ কাষতে এটা বৰ গুহা আছে। সেই গুহাত এটা অতি দুষ্ট ৰাক্ষস থাকে। তাৰ নাম বকাসুৰ। সি অতিপাত বলবান। এই নগৰকে ধৰি এই গোটেই দেশখন তাৰ তলতীয়া কৰি লৈছে। আজি তেৰ বছৰ হ'ল এই দেশখন তাৰ অধীনলৈ আহিছে। এই দেশৰ প্ৰকৃত ৰজাজন ক্ষত্ৰিয়। তেখেত সম্প্ৰতি বেত্ৰকীয় নামে এখন নগৰত বাস কৰি আছেগৈ। আমাক ৰক্ষা কৰা তেওঁৰ পক্ষে অসম্ভৱ হ'ল। সেই ৰাক্ষসটোৱে সেই গুহাতে থাকি নগৰখনৰ লৰা-ছোৱালী, বুঢ়া-মেথা যাকে যেতিয়া মুখৰ আগত পায় তাকে খাবলৈ ধৰিলে। এনে উৎপাতৰ কোবত অতিষ্ঠ হৈ এই দেশৰ আৰু নগৰৰ বুঢ়া-মেথা সকলোটি গোট খাই ইয়াৰ এটা সুব্যৱস্থা কৰিবৰ মনেৰে বকাসুৰৰ ওচৰলৈ গৈ জনালেগৈ যে "হে ৰাক্ষসৰাজ, এনেদৰে সময়ে অসময়ে শোধপোছ নোহোৱাকৈ ৰাজ্যখনৰ মানুহবোৰক যাকে য'তে পায় বধ কৰি আপুনি ৰাজ্য ধ্বংস কৰা কথাটো উচিত হোৱা নাই। এতিয়াৰপৰা আমি সকলোৱে যুক্তি কৰিছোহঁক যে প্ৰতি সপ্তাহে উপযুক্ত পৰিমাণে মঙহ, ভাত, আঞ্জা, লাওপানী, একোটাকৈ মানুহ, গাৰী টানিব পৰা একোহাল গৰু আৰু শকত চাই একোটা সিধা আপোনাৰ ভোজনৰ কাৰণে গৰুগাড়ীত ভৰাই পঠাই দিমহঁক। এইবোৰকে ভোক গুচাই খাই ৰাজ্যখন ৰক্ষা কৰক।" এই দিহাত ৰাক্ষস ৰংমনে সন্মত হ'ল। সেই দিহামতেই আজিও সিধা পাতি চলি আছে আৰু তেতিয়াৰে-পৰা এই খকুৱা ৰাক্ষসটোৱে আন আন শত্ৰু আৰু বনৰীয়া জন্তু আদিৰ-পৰা .এই দেশ আৰু নগৰখন ৰক্ষা কৰি আহিছে।

এই ৰাক্ষসৰ হাতৰপৰা কোনোবাই ৰক্ষা পাবৰ নিমিত্তে চেষ্টা কৰিলে ৰাক্ষসে তাৰ গোটেই পৰিয়ালকে ধৰি আনি বধ কৰি খাই থয়। আমাৰ ঘাই ৰজাজন এই অধৰমী ৰাক্ষসৰ ,হাতৰপৰা আমাক ৰক্ষা কৰিবলৈ অক্ষম। ৰজা যদি নিশকতীয়া হয় তেন্তে সেই ৰাজ্যত তিৰুতা হৈ, লৰা হৈ, আত্মীয়-কুটুম হৈ বা বন্ধু-বান্ধৱ হৈ জন্ম লোৱা উচিত নহয়। প্ৰজাৰ পক্ষে প্ৰথম কথা এজন যোগ্যবান ৰজাৰ আৱশ্যক। তাৰ পিচতহে স্ত্ৰী, পুত্ৰ, ধন, ধান। যোগ্য ৰজা নহলে এইবোৰ থাকি লাভ কি? তেনে এজন যোগ্যবান ৰজাৰ অভাৱতে আজি আমি এই ঘোৰ বিপদত পৰিছোঁহঁক। এই সপ্তাহত সেই সিধাটোৰ লগত আমাৰ ঘৰৰ এজনৰ পাল পৰিছে। ধনলৈ সলাই আন কাৰোবাক পঠাওঁ তেনে সামৰ্থ্যও আমাৰ নাই। নিজৰ তিৰোতাজনী, লৰাটো বা ছোৱালীজনী পঠাই দিবলৈ মোৰ প্ৰাণে কোনো পধ্যেই কৰ নোখোজে। ভাবিছোঁ আমি

আটাই কেইজন প্ৰাণী আজি ৰাক্ষসৰ ওচৰলৈ যাওঁ। আমি আটাইকে ৰাক্ষসে খাই অন্ত কৰক আৰু আমাৰ দুখৰো ওৰ পৰক। এনে দুখৰ কথা কৈ মই আপোনাক আপোনাৰ ইচ্ছামতেহে কষ্ট দিলোঁ। ঈশ্বৰে সহায় কৰিব পাৰে কিন্তু আমি তাৰো আশা নকৰোঁ।

এই একচক্ৰা নগৰীৰ কাহিনীবিলাকত বহুতো ৰাজনীতিৰ তথ্যৰ ইঙ্গিত আৰু উপদেশ লুকাই আছে।

ব্ৰাহ্মণৰ মুখত তেওঁলোকৰ ঘটনাবোৰ শুনি কুন্তীদেৱীয়ে লৰালৰিকৈ ভীমসেনৰ ওচৰলৈ গৈ তেওঁৰ লগত কিবা যুক্তি পৰামৰ্শ কৰি উলটি আহি কলে, আপোনালোকে ইয়াৰ কাৰণে চিন্তা কৰিব নালাগে। ঈশ্বৰৰ কৃপাত এটা উপায় আছে। মোৰ লৰা পাঁচোটা। তাৰে এজন কাইলৈ ৰাক্ষসৰ ওচৰলৈ সিধা লৈ যাব।”

এই কথা শুনি আচৰিত ভাৱে জাপ মাৰি উঠি ব্ৰাহ্মণে কলে, এনে কথা হবই নোৱাৰে! হাজাৰ হলেও আপোনালোক মোৰ অতিথি। আমাৰ সলনি আপোনালোক যাব নালাগে।

কুন্তীয়ে কলে “হে দ্বিজবৰ, আপুনি সেই বিষয়ে অকণো ভয় নকৰিব। মোৰ লৰাহঁত বীৰ আৰু মন্ত্ৰ জনা মানুহ। সিহঁতৰ ভিতৰৰ যেই সেই এটায়ে ৰাক্ষসক বধিব পাৰিব। আগে পাচে সিহঁতে ৰাক্ষস বধ কৰা মই নিজ চকুৰে দেখিছোঁ। কিন্তু আপুনি এই কথা হলে গোপনে ৰাখিব লাগিব, কাৰো আগত ভুলতো প্ৰকাশ নকৰে যেন। আনৰ আগত কলেই ৰাক্ষস নিধন বিদ্যাটি অথলে যাব।” কুন্তীদেৱীয়ে এই কথা কোৱাৰ অৰ্থ এই যে পাণ্ডৱৰ শক্তিৰ কথা কেনেবাকৈ প্ৰকাশ পালে ‘ইহঁতেই যে পঞ্চপাণ্ডৱ’ সেইটো দুৰ্য্যোধনৰ চোৰাংচোৱাহঁতে গম ধৰি তেওঁৰ কাণত পেলালে কিবা অঘটন ঘটি উঠিব।

কুন্তীদেৱীৰ এনে প্ৰস্তাৱত ভীমসেনৰ আনন্দ আৰু উৎসাহ দুগুণে চৰিল। সন্ধিয়া সময়ত ভাই-ককাই কেইজনে ভিক্ষা লই ঘৰমুৱা হ’ল। ঘৰ পায়েই ভীমসেনৰ চকুৰে-মুখে এটা অপৰূপ আনন্দৰ চিন ফুটি উঠা দেখা পাই যুধিষ্ঠিৰে ভাবিলে ভীমে নিশ্চয় কিবা এটা সাহসিক কাম সমাধা কৰিবলৈ পাঙ্গি আছে। তেতিয়াই পোনে পোনে গৈ মাকক সুধিলে গৈ “আই, ভীমসেনৰ আজি মুখত ইমান আনন্দৰ চিন কিয়?” কুন্তীদেৱীয়ে তেতিয়া গোটেই বৃত্তান্তটো ভাঙি কলে।

যুধিষ্ঠিৰে কথাখিনি শুনি কলে “আই, এইটো কি কাম কৰিলা? এনে এটা মৰসাহৰ কামলৈ ভীমক যাবলৈ দিয়াটো যুগুত হোৱা নাই।

ভীমৰ পৰাক্ৰমৰ ওপৰতে ভৰষা ৰাখি আমি নিশ্চিন্ত হৈ আছোঁহঁক। ভীমৰ এই পৰাক্ৰমৰ ওপৰতে ভৰষা ৰাখি ভবিষ্যতে কেতিয়াবাকৈ দুৰ্য্যোধনে কাঢ়ি নিয়া ৰাজ্য ঘূৰাই লবলৈ আশা কৰি আছোহঁক। এওঁৰ সহায়তে জতু-গৃহৰ পৰা নিষ্কৃতি সম্ভৱ হৈছে। এই ভীমসেনৰ ওপৰতে আমাৰ বৰ্ত্তমানৰ সহায় আৰু ভবিষ্যতৰ আশা ৰাখো, তেওঁৰ জীৱনটো এইদৰে সঙ্কটাপন্ন কৰা ঠিক হোৱা নাই। নানান দুখ আৰু শোকে-তাপে তোমাৰ বুদ্ধি হত হোৱাত হে এনে কথা দিছা যেন পাইছোঁ।

যুধিষ্ঠিৰৰ কথা শুনি কুন্তীদেৱীয়ে গহীন হৈ কলে "বাছাহঁত, এই ব্ৰাহ্মণৰ ঘৰত আশ্ৰয় লৈ আমি অতদিন সুখেৰে কটালোহঁক। মানুহ হৈ জন্ম ধৰি উপকাৰৰ প্ৰত্যুপকাৰ কৰাটো একান্ত বাঞ্ছনীয় আৰু কৰ্ত্তব্য বুলি ভাবোঁ। ভীমৰ পৰাক্ৰমৰ কথা মই ভালকৈ জানো। তুমি তিলমানো শঙ্কা নকৰিবা। বাৰনাবতৰ পৰা আমাক সকলোকে ৰক্ষা কৰি অনা সেই ভীমসেনৰ শক্তিৰ ওপৰত মোৰ হলে সন্দেহৰ অকণো থল নাই। আৰু আমাৰ এই দুৰ্দ্দিনৰ আশ্ৰয়দাতা ব্ৰাহ্মণ পৰিয়ালটিকো তেওঁলোকৰ বিপদত সহায় কৰাটো আমাৰ নিতান্ত কৰ্ত্তব্য।"

কুন্তীদেৱীৰ কথা ৰজিল। পিচদিনা নগৰীয়াসকলে মাংস, ভাত, মদ আদি সিধাৰ সকলো যোগাৰ লৈ বামুণৰ ঘৰ ওলালহি। আগৰ দিহামতে এখন গৰুগাড়ীত সকলো যোগাৰপাতি ভৰাই লৈ ভীমসেনে নিজেই গাড়ী চলাই ৰাক্ষসৰ গুহালৈ বুলি যাত্ৰা কৰিলে। ঢোলে ডগৰে নানা বাদ্য বজাই কিছুমান নগৰীয়াই ভীমসেনক অলপদূৰ আগবঢ়াই থৈ গুচি আহিল। বাকীছোৱা বাট ভীমসেনে অকলে গাড়ী চলাই গল গৈ। ওৰে বাটটো কেৱল মৰা মানুহৰ মূৰ, চুলি, তেজ, ছিগা হাত, ছিগা ভৰি ইত্যাদিবিলাক ভীমৰ চকুত পৰি গৈছে। হেঁপাহ পলাই কাউৰী, শগুন আদিয়ে বহি বহি সেইবোৰ খাই থকা দেখি গৈছে। ভীষণ দুৰ্গন্ধও পাই গৈছে। গুহাৰ ওচৰ পায়েই ভীম গাড়ী ৰখাই নামিল আৰু বেগাবেগিকৈ সিধাৰ খাব পৰা বস্তুবোৰ মোকোৰা-মোকোৰে খাবলৈ ধৰিলে। ৰাক্ষসৰ লগত যুঁজ কৰোঁতে কেনেবাকৈ বস্তুবোৰ ছিটিকি পৰি নষ্ট হব আৰু ৰাক্ষসক বধ কৰাৰ পিচত কেনেবাকৈ সেইবোৰ বেয়া হব পাৰে বুলি ভাবি ভীমে সেইবোৰ আগতে খাই অন্ত কৰিবলৈ লাগি গল।

সিধা অহা পলম হোৱা যেন দেখি ৰাক্ষসে খঙে বিষে চাৰিওফালে টেলেকা টেলেক্ কৈ চাওঁতেই গুহাৰ মুখত গাড়ী এখনৰ ওপৰত বহি ভীমে সিধাৰ বিস্তুবিলাক খাই থকা দেখা পাই ৰাক্ষসৰ খং তিনিগুণ চৰি

গ'ল। ৰাক্ষসক দেখা পায়েই ভীমে ৰাক্ষসৰ নাম ধৰি মাত দিলে। ভীমৰ মাত শুনি ৰাক্ষসে টিক্ টিক্ কৰে বঙা চকুযোৰ মেলি, দীঘল জট্ বন্ধা চুলিবোৰ কোবাই আৰু কাণৰ ওচৰলৈকে মেল খোৱা মুখখন মেলি, হাওঁ-মাওঁকৈ শব্দ কৰি ভীমৰ ফালে খেদা মাৰি গ'ল। ইফালে ভীমসেনে তালৈ কেবাহীকৈও নাচাই সেইফালে পিচ দি বহি বস্তুবোৰ উগাৰি উগাৰি খাবলৈ ধৰিলে। তাকে দেখি ৰাক্ষসে খঙত টিঙিৰি তুলা হৈ একে জাপে আহি ভীমৰ পিঠিত এচাত বাঘ চকা শোধাই দিলে। ভীমে তালৈ কেৰেপ্ নকৰি নিজৰ কাম কৰি গ'ল। আকৌ ছেগ বুজি ৰাক্ষসে টান মাৰি এজোপা গছ্ উঘালি লৈ ভীমৰ পিঠিত বৰ জোৰেৰে কোব মাৰি দিয়াত ভীমে বাওঁ হাত পাতি গছজোপা মুঠি মাৰি ধৰি খোৱা বস্তু শেষ কৰাত লাগি থাকিল। খাব পৰা বস্তু সোপাকে খাই অঁতাই হাত-পাত ধুই ৰাক্ষসৰ ফালে উলটি লৈ চকু দুটা বখলিয়াই গাড়ীৰ পৰা একে জাপে নামি ৰাক্ষসৰ মুখৰ আগত জাপ মাৰি পৰিলগৈ। পৰিয়েই ৰাক্ষসটোৰ চুলিকোচাত খাপ্ মাৰি ধৰি বগৰাই মাটিত থেকেচা মাৰি পেলাই দি কলে "খকুৱা ৰাক্ষস, ইয়াতে খন্তেক জিৰাই ল এতিয়া, মযো খোৱাৰ ভাগৰটো মাৰি লওঁ। আকৌ পিচত উঠি যুঁজ দিবি। এইবুলি ভীমে গাড়ীৰ চকাতে হেলন দি খন্তেক জিৰাই লৈ একেজাপেই উঠি হুঙ্কাৰ দি কলে "পাষণ্ড, উঠি আহ্ এতিয়া।" ৰাক্ষসেও ভাগৰ পলোৱাত অলপ বল পাই ভীমৰ ফালে বিকট মূৰ্ত্তি ধৰি চোঁচা ললে। ভীমে ছল চাই চকুৰ পচাৰতে টেটুপাতত ধৰি মাটিত এচাৰ মাৰি দিলে। এইদৰে কেবাবাৰো ৰাক্ষসক ধৰি মাটিত আচাৰি থকাত ৰাক্ষসৰ বুকৰ হাড়বিলাক আৰু হাত-ভৰি ভাগি-ছিগি ঠান্ ঠান্ হল। শেষত ভীমে ৰাক্ষসৰ ডিঙিত দুইহাতে চেপা মাৰি ধৰাত ৰাক্ষসে নাকে-মুখে তেজ বতিয়াই পেলালে আৰু ক্ষন্তেকতে এটা বিকট শব্দ কৰি চকু ঢেল নিকটাই পেলালে। লগে লগে প্ৰাণ বায়ু ওলাই গল আৰু ৰাক্ষসৰ শৰীৰটো লেটু-সেটু হৈ মাটিত বাগৰি পৰিল। ভীমে তেতিয়া ৰাক্ষসৰ মৰাশটো চোঁচোৰাই নি গুহাৰ ভিতৰত সুমাই থৈ ঘামি-জামি বামুণৰ ঘৰমুৱা হৈ কোবাকুবিকৈ উলটি গ'ল। তাৰ পিচত গা-পা ধুই ঘৰ সোমাই মাক কুন্তীদেৱীক সেৱা কৰি সকলো কথা ভাঙি-পাতি কলেগৈ। ভীমক সুস্থশৰীৰে অহা দেখি আৰু আনন্দভৰা মুখখন দেখা পাই তাৰোপৰি কথাবোৰ শুনি কুন্তীদেৱীয়ে বৰ আনন্দ পালে। ব্ৰাহ্মণ পৰিয়ালটিয়ে আৰু লগে লগে সেই দেশৰ সকলো প্ৰজাই ভীমৰ ওচৰত কৃতজ্ঞতা জ্ঞাপন কৰি আনন্দ উৎসৱ কৰিবলৈ ধৰিলে।

## দ্ৰৌপদীৰ স্বয়ম্বৰ

একচক্রা নগৰীত পাঁচ পাণ্ডৱে ব্ৰাহ্মণ বেশেৰে ছদ্মৰূপ ধৰি ব্ৰাহ্মণৰ আচাৰ-ব্যৱহাৰ, নীতি-নিয়ম পালন কৰি গোপনে থাকিবলৈ ললে। সেই সময়ত পাঞ্চাল দেশত দ্রুপদ ৰজাই তেওঁৰ নিজৰ জীয়েক দ্ৰৌপদীৰ স্বয়ম্বৰ পাতিবলৈ যো-জা কৰিলে। দান-দক্ষিণা আৰু স্বয়ম্বৰ সভাৰ উৎসৱ দৰ্শনৰ লোভ সামৰিব নোৱাৰি একচক্রা নগৰৰ ব্ৰাহ্মণ পণ্ডিতসকলেও স্বয়ম্বৰ সভাত যোগদান কৰিবলৈ মন মেলিলে। তেওঁলোকৰ মুখে দ্ৰৌপদীৰ স্বয়ম্বৰৰ কথা শুনি পাঁচ পাণ্ডৱৰো সেই সভাত যোগদান দিবৰ মন গ'ল। এই কথাৰ সম্ভেদ পাই কুন্তীদেৱীয়ে যুধিষ্ঠিৰক মাতি আনি কলে "আমি এই নগৰত ভালেদিনো কটালোহঁক। একে ঠাইতে সৰহ দিন থকা উচিত নহয়। পাঞ্চাল দেশখন বৰ মনোৰম বুলি শুনিছোঁ। এই নগৰৰ চুক-কোণ, হাবি-বন, ফুল-জল সকলো আমাৰ দেখা হৈ গল। চোৱাকে চাই থাকিলে আমনি লাগে। ভিক্ষাৰ বয়-বস্তুৰেও লাহে লাহে অকুলান হৈ আহিছে। গতিকে এডোখৰ নতুন ঠাইলৈ যোৱাটোহে মই ভাল বুলি ভাবোঁ। পাঞ্চাল ৰাজ্যতে আমি সুখেৰে কটাব পাৰিম যেন লাগিছে। তালৈকে যাওঁহঁক ব'লা।"

সাংসাৰিক কথাবিলাকত কুন্তীদেৱী আনতকৈ কম জ্ঞানী নাছিল। তেওঁ লৰাহঁতৰ মনৰ কথা বুজি সিহঁতে সঙ্কোচ কৰা কথাও কুন্তীদেৱীয়ে নিজৰ বোধশক্তিৰ বলেৰে আগতে নিজেই কব পাৰিছিল।

স্বয়ম্বৰ সভাত যোগদান দিবলৈ ব্ৰাহ্মণসকল দলে দলে পাঞ্চাল ৰাজ্যৰ ফালে খোজ ললে। পঞ্চপাণ্ডৱ আৰু মাক কুন্তীদেৱীও তেওঁলোকৰ পিচ ললে। বহুদিন একেৰাহে খোজ কাঢ়ি তেওঁলোক দ্রুপদ ৰজাৰ সেই মনোমোহা নগৰখন পালেগৈ। নগৰখনৰ আৰু ৰজাৰ কাৰেঙ ঘৰৰ ৰেহ-ৰূপ চাই তেওঁলোক মোহিত হ'ল। নগৰ পায়েই তেওঁলোকে এজন কুমাৰৰ ঘৰত আলহী হৈ থাকিবলৈ ললে। সেই পাঞ্চাল নগৰতো তেওঁলোকে ব্ৰাহ্মণৰ নীতি-নিয়ম পালন কৰিয়েই কাল কটাবলৈ ধৰিলে। তেওঁলোকৰ আচল পৰিচয় সেই ৰাজ্যৰ প্ৰজাসকলে কোনেও জনা নাছিল।

দ্ৰোণাচাৰ্য্য আৰু দ্রুপদ ৰজাৰ ভিতৰত থকা আগৰ কাজিয়াখনৰ মীমাংসা এটা হৈছিল যদিও দ্রুপদ ৰজাৰ পেটে পেটে দ্ৰোণৰ ওপৰত খং মাৰ যোৱা নাছিল। সেই কাৰণেই হবলা দ্রুপদ ৰজাৰ মুখমণ্ডলত

সদায় এটা চিন্তাৰ ৰেখা পৰি থকা দেখা গৈছিল। তেওঁৰ পেটৰ কথা আছিল যে তেওঁৰ জীয়েকক পাৰ্য্যমানে অৰ্জ্জুনৰ হাতত সমৰ্পণ কৰিব। সেইটো কৰিব পাৰিলেই দ্ৰোণাচাৰ্য্যৰ আগৰ বৈৰী ভাবটোও কমি আহিবৰ সম্ভৱ। তাত বাজেও কেতিয়াবা যুদ্ধবিগ্ৰহ লাগিলে তাত তেওঁৰ সন্মান বাঢ়িব। কিন্তু বাৰনাবতত পাণ্ডৱসকলৰ মৰণৰ বাতৰিটোৱে দ্ৰুপদ ৰজাক সদায় শোকাকুল কৰি থৈছিল। লোকৰ মুখে তেওঁ এই কথা শুনিছিল যে পাণ্ডৱসকল দৈৱক্ৰমে জতু-গৃহৰপৰা সাৰি গৈছে। এই বাতৰিটো পাই তেওঁৰ অন্তৰত এটা ক্ষীণ আশাৰ সঞ্চাৰো হৈছিল।

স্বয়ম্বৰ সভাৰ ৰভাখন বৰ আড়ম্বৰেৰে সাজসজ্জা কৰি বিতোপন কৰি তোলা হৈছিল। ৰাজকোঁৱৰসকল আৰু আন অতিথি অভ্যাগতসকল থাকিবৰ নিমিত্তে মণ্ডপৰ চাৰিওকাষে ধুনীয়াকৈ সৰু সৰু বাঁহৰ সজা হৈছিল। চকুত লগা বাহুকবনীয়া দৃশ্য আৰু হৰেক ৰকমৰ ৰং-ধেমালিৰ ব্যৱস্থাও কৰা হৈছিল। একেৰাহে চৈধ্য দিনলৈ এই উৎসৱ চলিছিল।

দিহাদিহি সকলো ফালৰপৰা আহি সভাঘৰত লোকসকল বহাৰ পিচত দ্ৰুপদ ৰজাই সকলোৰে আগত উপস্থিত হৈ জনালে "সভাঘৰত এখন বিৰাটাকাৰ ধেনু আছে। সেই ধেনুখন ভিৰাই লৈ তাত গুণ লগাই ওপৰত ঘূৰি থকা চকৰিৰ সোঁমাজৰ স্নুৰুঙাইদি কাঁড় সৰকাই তাৰ ওপৰত আঁৰি থোৱা সোণোৱালী লক্ষ্যবস্তুটো যেয়ে বিন্ধিব পাৰিব, তেৱেঁই মোৰ কন্যাৰ পাণি গ্ৰহণ কৰিব পাৰিব।"

চৌদিশৰপৰা বহুতো যুঁজাৰু বীৰ পুৰুষ আহি স্বয়ম্বৰ সভাত যোগ দিছিল। ধৃতৰাষ্ট্ৰৰ লৰাহঁত, কৰ্ণ, শ্ৰীকৃষ্ণ, শিশুপাল, জৰাসন্ধ, শল্যকে আদি কৰি শই শই ৰজাসকল গোটখাইছিলহি। স্বয়ম্বৰ সভা চাবলৈ বুলি দল্‌দোপ্‌ হেন্দোল্‌দোপ্‌কৈ প্ৰজাসকলো আহিছিল। সাগৰৰ ঢৌত উঠা গহীন শব্দৰ দৰে মানুহৰ ৰোলে সভা স্থলত গম্‌গমনি উঠিছিল। হৰেকৰকমৰ বাদ্য যন্ত্ৰ আৰু মাঙ্গলিক শব্দ শুনা গৈছিল। ঘোঁৰাৰপৰা নামি আগে আগে বাট দেখুৱাই ধৃষ্টদ্যুম্ন সভাস্থলীত উপস্থিত হ'লহি। পাচে পাচে হৰিদ্ৰায়িত হৈ, খম্‌খমীয়া বনকৰা কাপোৰ পিন্ধি, হৰেক-ৰকমৰ অলঙ্কাৰ পাতিৰে সাজ্জিত হৈ, ধুনীয়াকৈ খোপা বান্ধি, সুগন্ধি দ্ৰব্যেৰে মল্‌মলীয়া হৈ, সৌন্দৰ্য্যৰে ভৰপূৰ মুখখনি লৈ দ্ৰৌপদী হাতীৰ পিঠিৰপৰা লাহে লাহে নামি মালা এধাৰি হাতত লৈ কন্যাৰ খোজত সভাৰ মাজলৈ লাহে লাহে সোমাই আহিল। সভাস্থ ৰূপকোঁৱৰ বীৰসকলৰ ফালে চাই চাই দ্ৰৌপদী বেদীৰ তলত থকা আচুতীয়া আসনত বহিলগৈ। শ্ৰোতা

সকলে মন্ত্ৰ উচ্চাৰণ কৰি অগ্নিত আহুতি প্ৰদান কৰিলে। স্বস্তিবচনৰ অন্তত বাজনা আদি বন্ধ হোৱাত ধৃষ্টদ্যুম্নই ভনীয়েক দ্ৰৌপদীৰ হাতত ধৰিলৈ সভাঘৰত থিয়দি সভাস্থ বীৰসকলৰ ফালে চাই গহীন মাতেৰে ক'লে "সমজুৱা বীৰ সকল, অনুগ্ৰহ কৰি শুনক। এয়া ধেনু কাঁড়, সৌৱা ওপৰত লক্ষ্য বস্তু। ওপৰত ঘূৰি থকা চকৰিৰ মাজৰ সুৰুঙাইদি পাঁচমুখীয়া কাঁড় এপাত মাৰি উচ্চবংশৰ ৰূপবান বলবান যি জন পুৰুষেই সৌ ওপৰত ওলমি থকা লক্ষ্য বস্তুটি বিন্ধিব পাৰিব তেৱেঁই মোৰ সাদৰী ভনীটিক ধৰ্ম্মপত্নী ৰূপে লাভ কৰিব পাৰিব। এই কথা ধুৰূপ বুলি জানিব।"

ধৃষ্টদ্যুম্নই তাৰপাচত দ্ৰৌপদীক লগতলৈ সভাস্থ বীৰসকলৰ প্ৰত্যে-কৰে লগত পৰিচয় কৰি দিবলৈ ধৰিলে।

অৱশেহত কেইবাগৰাকীও প্ৰখ্যাত বীৰ ৰাজকোঁৱৰে এজন এজনকৈ উঠি গৈ ধেনুত গুণ লগাবলৈকে অপাৰগ হৈ লাজত তলমূৰ কৰি উলটি গৈ নিজৰ নিজৰ আসনত বহিলগৈ। আন কি শিশুপাল, শল্য, জৰাসন্ধ আৰু দুৰ্য্যোধন আদি মহাবীৰ সকলেও ধেনুত গুন লগাবলৈকে অপাৰগ হ'ল।

তাৰ পিচত মহাবীৰ কৰ্ণক আগবাঢ়ি উঠি অহা দেখি সভাৰ সকলোৱে মনে মনে ভাবিলে "ঠিক, এওঁ নিশ্চয় জয়লাভ কৰিব পাৰিব।" কৰ্ণই প্ৰাণ টাকি চেষ্টা কৰি অলপৰ কাৰণে ধেনুত গুণ লগাবলৈ অপাৰগ হ'ল। সভাৰ সকলোৱে এই কথাত চমক্ খালে। কেউফালে কোঢ়াল উঠিল। লাহে লাহে কোঢ়াল শাম কটাত ব্ৰাহ্মণ সকলৰ মাজৰপৰা এজন তেজীয়ান পুৰুষ উঠি আহিল।

ব্ৰাহ্মণৰ বেশধৰি থকা অৰ্জ্জুনক উঠি অহা দেখি সভাৰ মাজত আকৌ কোঢ়াল উঠিল। ব্ৰাহ্মণ সকলৰ মাজতো তৰ্ক-বিতৰ্ক শুনা গ'ল। কোনোৱে উচটাই দিলে, কোনোৱে আগভেটা দিবলৈ ওলাল। একোজনে ক'লে "ইঃ, কৰ্ণ, শল্য আদি নামজলা বীৰ সকলে যিটো কথাত অপাৰগ হ'ল তেনেটো কাম আকৌ বুদ্ধিজীৱি এজন ব্ৰহ্মচাৰীয়ে কৰিবলৈ ওলাইছে? ব্ৰাহ্মণ সমাজৰ কলঙ্ক আৰু অপমানৰ বাহিৰে আন্ একো লাভ নহব যেন লাগে।" কোনো কোনোৱে ক'লে "এৰা, এওঁক হলে দেখাত নিশ্চয় জয়ী হব যেন লাগিছে। উৎসাহ আৰু ধৈৰ্য্যৰ লক্ষণলৈ চাই এওঁ ক্ষত্ৰিয়ৰ অসাধ্য সাধন কৰিব পাৰিব যেন মনে ধৰে। শাৰীৰিক বলৰ বাহুল্য যথেষ্ট থকা যেন নেদেখিলেও ব্ৰাহ্মণৰ অন্ততঃ তপোবল যথেষ্ট থকা

যেন লাগিছে। হেন জানি এওঁক বাধা দিয়া উচিত নহব।" এইদৰে গলাগোপা কৰি শেষত ব্ৰাহ্মণ সমাজে সেই ব্ৰাহ্মণ বেশী অৰ্জ্জুনক আশীৰ্ব্বাদ কৰি কামত আগবাঢ়িবলৈ মত দিলে।

অৰ্জ্জুনে ধেনুকাঁড়ৰ কাষ চাপি ধৃষ্ট্যদ্যুম্নক সুধিলে "হে ক্ষত্ৰিয়বীৰ এই ধেনুত গুণ লগাবলৈ ব্ৰাহ্মণৰ অধিকাৰ আছেনে নাই ?"

ধৃষ্টদ্যুম্নই ততালিকে মাত দিলে "ব্ৰাহ্মণ শিৰোমণি, ব্ৰহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ যেয়ে নহওক তেওঁ যদি ধেনুত কাঁড় লগাই লক্ষ্য ভেদ কৰিব পাৰে তেন্তে সেইজনেই মোৰ সহোদৰা দ্ৰৌপদীৰ স্বামী হব, এই কথাত তিলমানো সন্দেহ নকৰিব। মোৰ প্ৰতিজ্ঞা কেতিয়াও ভঙ্গ হব নোৱাৰে।

ব্ৰাহ্মণ বেশী অৰ্জ্জুনে মনে মনে নাৰায়ণক বন্দনা কৰি ধেনু হাতত তুলি লৈ সহজে গুণ লগাই ললে। তাৰ পিচত হাঁহিমুখে পঞ্চমুখী কাঁড় পাত টোঁৱাই লৈ ঘূৰি থকা চকৰিৰ সুৰুঙাইদি সৰকাই দি ওপৰত থকা লক্ষ্য বস্তুটি বিন্ধি খহাই আনি ৰঙঘৰৰ মাজ মজিয়াত পেলাই সকলোকে তবধ লগালে। সকলোৰে মাজত বৰ কোঢ়াল উঠি পৰিল। লগে লগে চাৰিউফালে বাদ্যযন্ত্ৰ বিলাক বাজি উঠিল। মাঙ্গলিক মন্ত্ৰ আৰু উৰুলিৰ জাউৰি উঠি গোটেই তোলপাৰ লাগি গ'ল।

ব্ৰাহ্মণৰ ভেশচন ধৰা অৰ্জ্জুনৰ বিজয় লাভত সভাস্থ ব্ৰাহ্মণ মণ্ডলীয়ে নিজৰে বিজয় বুলি ভাবি আনন্দত উত্ৰাৱল হৈ নিজৰ নিজৰ গাৰ কাপোৰ ওপৰলৈ দলিয়াই দলিয়াই নাচিবলৈ ধৰিলে। সেই সময়খিনিৰ ভিতৰত সভামণ্ডপত হোৱা আনন্দ কোলাহল বৰ্ণনাতীত। দ্ৰৌপদীও যেন নতুন সাজেৰে সজ্জিত হৈ উঠিল। হাঁহিভৰা মুখেৰে উৰুলি আৰু শঙ্খ ধ্বনিৰ মাজত অৰ্জ্জুনৰ সন্মুখলৈ গৈ বৰমালা পিন্ধাই দি তলমূৰ কৰি ৰ'ল। মাক কুন্তীদেৱীক এইহেন শুভ সংবাদটো তপতে তপতে দিবলৈ বুলি যুধিষ্ঠিৰ, নকুল আৰু সহদেৱে ততাতৈয়াকৈ খোজ দি কুমাৰৰ ঘৰ পালেগৈ। ক্ষত্ৰিয় ৰাজকোঁৱৰ সকলৰ দ্বাৰা কেনেবাকৈ অঘটন ঘটাৰ আশঙ্কা কৰি ভীমসেন সভাথলীতে আলেখ্‌লেখ্ চাই মনে মনে বহি আছিল।

ভীমৰ আশঙ্কা সঁচাত পৰিণত হ'ল। ৰাজকোঁৱৰ সকলৰ মাজত ভয়ানক হুলস্থূল লাগি উঠিল। কোনো জনে কলে বোলে "স্বয়ম্বৰ সভাৰ প্ৰথা ব্ৰাহ্মণ সকলৰ মাজত প্ৰচলিত নাই। ক্ষত্ৰিয় ৰাজকোঁৱৰ সকলৰ লগত বিয়া সোমাবলৈ মন নাছিল যদি বিয়া নকৰাই চিতাজুইত জাপ দিয়াই উচিত আছিল। কেনেকৈ এজন ব্ৰাহ্মণ সন্তানে এই কন্যা পাব পাৰে ?

স্বয়ম্বৰ প্ৰথা যাতে ৰক্ষাপৰে আৰু ধৰ্ম্মও ৰক্ষা হয় তাৰ বাবে এই বিয়া ভাঙ্গি দিয়াত সকলোৱে যি কোনো প্ৰকাৰে চেষ্টাকৰা উচিত ।" এই কথা লৈয়েই সভাৰ মাজত আকৌ তুমুল কোঢ়াল লাগিল । চকুৰ নিমিষতে ভীমসেনে একেজাপে গৈ গোট গছ্ এডাল শিপাৰে সৈতে উভালি আনি ডাল পাত বোৰ হাতেৰেই ভাঙ্গি মোহাৰি লাখুটি এডালৰ নিচিনাকৈ মুঠিমাৰি ধৰি কান্ধত পেলাই লৈ সভাৰ মাজত থিয় দিলেগৈ। দ্ৰৌপদীয়ে ভয়তে কোঁচ্-মোচ্ খাই অৰ্জ্জুনে পিন্ধি থকা পছুছাল ডোখৰৰ এটা চুকত খামোছ্ মাৰি ধৰি মনে মনে থিয় দি ৰ'ল ।

শ্ৰীকৃষ্ণ, বলৰাম, আৰু আন আন সজ্জন সভাসদসকলে তৰ্জ্জন গৰ্জ্জন কৰি ফুৰা ৰাজ কোঁৱৰ সকলক শান্ত কৰিবলৈ চেষ্টা কৰিলে। অৰ্জ্জুনে সেই ছেগতে দ্ৰৌপদীক হাতত ধৰি কুমাৰৰ পঁজাঘৰত বাটলৈ চাই বৈ থকা মাকৰ ওচৰলৈ লৈ গ'ল ।

ভীম আৰু অৰ্জ্জুনে দ্ৰৌপদীৰে সৈতে সভাস্থল এৰি গুচি যোৱাত ধৃষ্টদ্যুম্নই হাতত সাৰে ভৰিত সাৰে তেওঁলোকৰ পিচ ল'লে । সেইদৰে গৈ তেওঁলোকৰ থকা বহা, ঘৰবাৰী চাই চিন্তি ঘূৰি আহি পিতাকক সকলো বৃত্তান্ত কলেহি—"পিতা, মোৰ মনে ধৰিছে এওঁলোক নিশ্চয় পঞ্চ পাণ্ডৱেই হ'ব । অলপো সঙ্কোচ নকৰি দ্ৰৌপদীয়ে সেই ব্ৰাহ্মণ বেশী বীৰজনৰ উৰণৰ পছুছালখনত খামোচ মাৰি ধৰি গুচি গল । মই আঁৰে আঁৰে তেওঁ-লোকৰ পিচ লৈ সকলো চাইচিতি আহিছোঁ । তেওঁলোকৰ থকা পঁজা ঘৰটোত এগৰাকী তেজীয়ান তিৰুতা মানুহ দেখা পালোঁ । তেখেত নিশ্চয় কুন্তীদেৱীয়েই হ'ব ।"

দ্ৰুপদৰজাৰ নিমন্ত্ৰণ পাই কুন্তীদেৱী আৰু দ্ৰৌপদীক লগত লৈ পঞ্চপাণ্ডৱ ৰাজ কাৰেঙত উপস্থিত হলগৈ । দ্ৰুপদ ৰজাই তেওঁলোকৰ প্ৰকৃত পৰিচয় শোধাত ধৰ্ম্মৰাজ যুধিষ্ঠিৰে ক'লে "আমিয়েই পঞ্চপাণ্ডৱ । বৰ্ত্তমানে আমি পাঁচো ভায়ে আপোনাৰ কন্যা দ্ৰৌপদীক বিয়া কৰিবলৈ মন কৰিছোহঁক ।" তেতিয়া এওঁলোকক পঞ্চপাণ্ডৱ বুলি ঠিৰাংকৈ জানি দ্ৰুপদ ৰজাই বৰ আনন্দ পালে । মনতে ভাবিলে "দ্ৰোণাচাৰ্য্যৰ শত্ৰুভাৱ সম্পৰ্কে মোৰ আৰু একো চিন্তা নাই । বীৰ অৰ্জ্জুনক আজি মই জোঁৱাই পালোঁ ।" কিন্তু যুধিষ্ঠিৰৰ মুখত পাঁচোজন ভায়েকে দ্ৰৌপদীক বিয়া কৰাব এই কথা শুনি মনে মনে ঘৃণা বোধ কৰিলে ।

কথাটো কি নুবুজি বাধ্য হৈ সুধিলে "এইটো আকৌ কেনে ধৰণৰ কথা ? এনে আচাৰ দেখোন সকলোপিনৰপৰাই ধৰ্ম্মবিৰোধী আৰু সমাজ বিৰোধী কথা। এনে ধৰণৰ পাপ কথা আপোনালোকৰ মনত কেনেকৈ খেলাবলৈ পালে ?"

তেতিয়া যুধিষ্ঠিৰে ৰজাক বুজনি দি ক'লে "মহাৰাজ, ক্ষমা কৰিব। আমাৰ পাচোঁজন ভাই ককাইৰ ভিতৰত এই কথা বন্ধা আছিল যে যেয়ে যেতিয়াই যিটো বস্তু পায় তাকে পাঁচোভায়ে সমানে ভাগ কৰি ভোগ কৰিব। ঘোৰ বিপদৰ সময়ত একেলগে থাকোঁতে আমি এনেকৈ কথা বান্ধি লবলৈ বাধ্য হৈছিলোঁ। কোনো পথ্যেই এই প্ৰতিজ্ঞা ভঙ্গ কৰা উচিত নেদেখোঁ। আমাৰ মাতৃদেৱীয়েও এই কথাত সন্মতি দিছে।"

শেষত দ্ৰুপদৰজাই ক'লে "বাৰু আপুনি, কুন্তীদেৱী, ধৃষ্টদ্যুম্ন আৰু দ্ৰৌপদীয়ে এই কথাত যেতিয়া সন্মতি দিছে তেন্তে সেই দৰেই কাম হ'ব।" কথাটো শুনি তেতিয়া গণ্যমান্য সকলোৱে এই প্ৰস্তাৱত সন্মত হ'ল। শুভক্ষণত শুভকাৰ্য্য সুচাৰুৰূপে সম্পাদন হ'ল।

# ইন্দ্রপ্রস্থ

পাঞ্চাল ৰাজ কুঁৱৰী দ্ৰৌপদীৰ স্বয়ম্বৰৰ বাতৰি হস্তিনাপুৰ পালেগৈ। বিদুৰে সেই বাতৰিত বৰ আনন্দ পাই বেগাবেগিকৈ গৈ ধৃষ্টৰাষ্ট্ৰৰ আগত খবৰটো দি ক'লে "ককাই দেউ, আমাৰ কুৰুবংশৰ এতিয়া শক্তি বৃদ্ধি হ'ল। দ্ৰুপদ ৰজাৰ কুঁৱৰীক আনি এতিয়া বংশৰ বোৱাৰী পালোঁ। আমাৰ দিন ভাললৈ আহিল।"

দুৰ্য্যোধন স্বয়ম্বৰ সভাত উপস্থিত আছিল। দ্ৰৌপদীক তেঁৱেই লাভ কৰিছে বিদুৰৰ কথাৰপৰা এনে অনুমান কৰি পুত্ৰ স্নেহত অন্ধ ধৃত-ৰাষ্ট্ৰ আনন্দত অধীৰ হৈ পৰিল। বিদুৰক কবলৈ ধৰিলে "এৰা বিদুৰ, আমাৰ দিন সঁচাকৈয়ে ভাললৈ আহিল। পিছে এতিয়া দ্ৰৌপদীক শীঘ্ৰে অনাৰ লাগে। উপযুক্ত ভাৱে দ্ৰৌপদীক কাৰেঙলৈ আদৰি আনিবলৈ দিহা কৰা।"

তেতিয়া বিদুৰে আচল কথাটো ভাঙ্গি ক'লে—"ভাগ্যবান পাণ্ডৱ

সকল জীয়াই আছে। অৰ্জ্জুনেই দ্ৰৌপদীক লাভ কৰিছে। পঞ্চপাণ্ডৱে শাস্ত্ৰমতে মন্ত্ৰোচাৰণ কৰি দ্ৰৌপদীৰ পাণি গ্ৰহণ কৰিছে। সম্প্ৰতি তেওঁ-লোকে কুন্তী দেৱীৰে সৈতে দ্ৰুপদৰজাৰ কাৰেঙত সুখেৰে কাল কটাইছে।" বিদুৰৰ এনে দুতলীয়া কথাবোৰ শুনি অন্ধ ধৃতৰাষ্ট্ৰৰ বেজাৰত ঠাই নাইকিয়া হ'ল। কিন্তু মনৰ দুখ মনতে লুকাই ৰাখি ক'লে "ভাই বিদুৰ, তোমাৰ কথাত বৰ সন্তোষ পালোঁ। মোৰ মৰমৰ পাণ্ডৱহঁত জীয়াই আছে? জুইত পুৰি মৰিল বুলি মিছাতে বৰ শোক কৰিছিলোঁ! হওক তেওঁ, তোমাৰ মুখত আজি এই আনন্দ সংবাদ পাই মই অন্তৰত বৰ আনন্দ লাভ কৰিলোঁ। দ্ৰুপদ কুঁৱৰী আমাৰ বোৱাৰী হৈছে; ই অতি মঙ্গলৰ কথা।" এই কথা কৈ তেওঁ যেন সচাকৈয়ে বৰ ভাল পাইছে এনে ভাৱ বাহিৰত দেখুৱালে।

জতু-গৃহৰপৰা সাৰি গৈ অজ্ঞাতে এবছৰ কাল হাবিয়ে বনে কটাই পাণ্ডৱসকলে দ্ৰৌপদীক লাভ কৰিলে, আকৌ তাৰ পিচত দ্ৰুপদ ৰজাৰ কাৰেঙত থাকি গাত বল শক্তি বঢ়াই লৈছে এই কথা অনুমান কৰি দুৰ্য্যোধনৰ খং দুগুণে চৰি উঠিল।

দুৰ্য্যোধন আৰু দুঃশাসন দুয়ো শকুনিৰ ওচৰলৈ গৈ আনন জিমন কৈ ক'লেগৈ "মামা, আমাৰ বৰ ভয়ৰ কথা হ'ল। পুৰোচনক ভৰষা কৰি আমাৰ সৰ্ব্বনাশ চপাই ললোঁ। আমাৰ সকলো চেষ্টা বিফল হ'ল। মহাশত্ৰু পাণ্ডৱহঁত আমাত কৈ বেছি কৰ্ম্ম-পটু। ভাগ্যদেৱীও তেওঁলোকৰ প্ৰতি প্ৰসন্ন যেন দেখিছোঁ। তেওলোকলৈ যমো নাই হবলা! ধৃষ্টদ্যুম্ন আৰু শিখণ্ডী তেওঁলোকৰ ফলীয়া হ'ল। আমি এতিয়া কি কৰিব পাৰোঁ?

কৰ্ণ আৰু দুৰ্য্যোধন দুয়ো লগলাগি অন্ধ ধৃতৰাষ্ট্ৰৰ ওচৰলৈ গৈ কলে "পিতা, আপুনি 'এতিয়া আমাৰ দিন ভাল' বুলি বিদুৰৰ আগত প্ৰকাশ কৰি কৈছিল নহয়! কিন্তু পাণ্ডৱ সকল আজি আমাৰ দেখা দেখি শত্ৰু। শত্ৰু বিলাকৰ বল বুদ্ধি বাঢ়ি গ'লে আমাৰ পক্ষে কেনেকৈ শুভ হব পাৰে? নিশ্চয় তেওঁলোকে আমাক নাশ কৰিবলৈ চল চাই থাকিব। তেওঁলোকক নাশ কৰিবলৈ কৰা আমাৰ সকলো চেষ্টা অথলে গ'ল। এই-বোৰ কাৰণতে আমাৰ আৰু বিপদৰ আশঙ্কা বাঢ়িহে গৈছে। এতিয়া যি কোনো প্ৰকাৰে শত্ৰুক বিনাশ কৰিবই লাগিব। সেয়ে নহলে উলটি আমাৰ যে বিনাশ অনিবাৰ্য্য এই কথা ধ্ৰুৱপ। এই বিষয়ে আপুনি এতিয়া চিন্তা কৰি আগন্তুক বিপদৰপৰা উদ্ধাৰৰ পন্থা উলিয়াওক।"

ধৃতৰাষ্ট্ৰই উত্তৰ দিলে "বাছা, তুমি যি ক'লা সেইটো ঠিক কথা। কিন্তু আমাৰ গোপন আলোচনাৰ কথাবোৰ বিদুৰৰ কাণত পেলোৱা যুগুত

নহয় । সেই গতিকেই বিদুৰৰ আগত সেইদৰে কৈছিলোঁ । বৰ্ত্তমানে কি কৰা কৰ্ত্তব্য সেইকথা তোমালোকে আলোচনা কৰি মোক কোৱাহঁক ।"

দুৰ্য্যোধনে ক'লে "পিতা, মোৰ বুদ্ধি হত হৈছে । সকলো কথাতে মই চৌদিশে আন্ধাৰ দেখি আছিছোঁ । চিন্তাত মোৰ গৰ্ভ গেলিছে । কোনো কথাতে মন থিৰ কৰি ৰাখিব পৰা নাই । এটা কথা ভাবি থৈছোঁ যে পঞ্চপাণ্ডৱৰ আটাইকেইজন একেজনী মাকৰ সন্তান নহয় । মাদ্ৰী আৰু কুন্তীৰ লৰা কেইজনৰ মাজত ভাই ভাই কাজিয়া এখন লগাই চাব খুজিছোঁ । তেওঁলোকৰ মাজত শত্ৰুভাৱ জগাব পাৰিলেই আমাৰ সকলো ফালে সুবিধা হব বুলি অনুমান কৰিছোঁ । দ্ৰুপদ ৰজাক ভালেমান ধনৰত্ন দি তেওঁক যি কোনো প্ৰকাৰে হাত কৰি আমাৰ ফলীয়া কৰি লব পাৰিলেই আমাৰ উদ্দেশ্য সিদ্ধি হব বুলি বিশ্বাস কৰোঁ । 'পঞ্চপাণ্ডৱে তেওঁৰ কন্যাক বিবাহ কৰিছে' এইটো কথাৰ বাহিৰে তেওঁক আমি বন্ধু ভাৱে হাত কৰিবলৈ আশা কৰিব পাৰোঁ । অৰ্থবলেৰে অসাধ্য সাধন সম্ভব হব ।"

দুৰ্য্যোধনৰ এই কথাত কৰ্ণই পেংলাই কৰি ক'লে, "তোমাৰ এই কথাবোৰ একেবাৰে আপচু ।"

দুৰ্য্যোধনে সেইকথালৈ আওকান কৰি আকৌ কবলৈ ধৰিলে, "পঞ্চ পাণ্ডৱে এইখিনি পাই যাতে ৰাজ্যলাভ কৰিবহি নোৱাৰে, তাৰ বাবে আমি সকলো উপায় উদ্ভাবন কৰিব লাগিব । আমি ইয়াৰপৰা ভালেমান ব্ৰাহ্মণ পণ্ডিত পঞ্চাললৈ পঠাই দি তেওঁলোকৰ হতুৱাই এইৰাজ্যৰ নানান অসুবিধাৰ কথা কিছুমান বৰ্ঢ়ি ফুৰিবলৈ লগাই দিওঁ । এনেকৈ এদল এদলকৈ বহুতো মানুহৰ হতুৱাই প্ৰচাৰ কৰাই দিওঁ যে 'হস্তিনাপুৰলৈ গ'লে পাণ্ডৱসকল বৰ বিপদত পৰিব ।' এনেবোৰ কথা তেওঁলোকৰ কাণত পৰিলে তেওঁলোকে সতকাই আৰু এই ৰাজ্যলৈ আহিবলৈ সাহ নকৰিব ।"

এই কথা শুনি কৰ্ণই ক'লে "নহয়, নহয়, এই উপদেশো সফল নহব ।" দুৰ্য্যোধনে তেতিয়া আকৌ কবলৈ ধৰিলে "বাৰু, দ্ৰৌপদীৰ হতুৱাই পাঁচপাণ্ডৱৰ মাজত মনোবাদ চলোৱাৰ দিহা কৰিব নোৱাৰি জানো ? প্ৰচলিত নিয়ম উলঙ্ঘা কৰি বহুপুৰুষে এজনী তিৰুতাক বিয়া কৰিছে এইটো এটা বৰ গৰ্হিত কথা । এই কথাটো দ্ৰৌপদীৰ মনত সুমুৱাই দিব পাৰিলে আমাৰ সফলতাৰ পক্ষে এটা ভাল উপায় হব যেন মনে ধৰে । কামশাস্ত্ৰত পাকৈত মানুহ লগাই তেওঁলোকৰ ভিতৰত ইটো সিটোৰ মনত সন্দেহৰ বীজ আৰু ঈৰ্ষাভাৱ সুমাই দিব লাগিব । এনে কৰিলে আমাৰ উদ্দেশ্য

সিদ্ধি হবই হ'ব। কিছুমান ৰূপৱতী বেশ্যা তিৰুতাৰ হতুৱাই পাঁচ পাণ্ডৱৰ স্বভাৱ চৰিত্ৰত কলঙ্কৰ কালিমা সানি দ্ৰৌপদীৰ মনত ঘৃণাৰ ভাৱ জগাই দিব পাৰিলেও আমাৰ কামনা সিদ্ধি হব বুলি অনুমান কৰোঁ। দ্ৰৌপদীৰ মনত যিজন পাণ্ডৱৰ ওপৰতে সন্দেহ আৰু ঘৃণাৰ ভাৱ উপজিব সেইজন পাণ্ডৱকে ফুচুলাই হস্তিনা পুৰলৈ আনি পিচৰ কৰ্ত্তব্য খিনি নিৰ্দ্ধাৰণ কৰিব লাগিব। সেইবোৰ উপায়কো কৰ্ণই সমৰ্থন কৰিব নোৱাৰি ক'লে "সখা, তোমাৰ এই পৰামৰ্শ বিলাক এটাও যুক্তিপূৰ্ণ নহয়। ছল-চাতুৰীৰে পাণ্ডৱ বিজয় অসম্ভৱ। হস্তিনাপুৰত থকা কালত পাঁচ পাণ্ডৱ পাখিভগা চৰাইৰ দৰেই আছিল। তেতিয়া হাতত পায়ো আমি কৌশলেৰে তেওঁ-লোকক বশ কৰিব নোৱাৰিলোঁ। তেওঁলোকৰ পাখি গজি উৰণীয়া হ'ল, বহুত কথাৰ ভু পোৱা হ'ল। তদুপৰি এজন ক্ষমতাপন্ন ৰজা হাতত পালে। এতিয়া তেওঁলোকে তোমাৰ অভিসন্ধিবিলাক হৃদয়ঙ্গম কৰিবলৈ সমৰ্থ। সম্প্ৰতি এইবোৰ, ষড়যন্ত্ৰ অনাৱশ্যক। মিত্ৰভেদ কৰি বিপক্ষক জয় কৰা অসম্ভৱ। দ্ৰুপদ ৰজা বিচক্ষণ আৰু উপযুক্ত পুৰুষ। ভেটি খুৱাই তেওঁক আমাৰ ফলীয়া কৰা অসম্ভৱ। পাণ্ডৱ পক্ষ তেওঁ কেতিয়াও নেৰে। দ্ৰৌপদীয়ে মৰিগলেও পাণ্ডৱসকলক ঘৃণাৰ চকুৰে চাব নোৱাৰে। গতিকে এটি মাত্ৰ উপায় আমাৰ পক্ষে সম্প্ৰতি অৱলম্বন কৰিব পৰা হৈ আছে। সেইটো হইছে পাণ্ডৱৰ বলশক্তি আৰু বঢ়াৰ আগতে তেওঁলোকৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰি তেওঁলোকক সমূলে ধ্বংস কৰাই একমাত্ৰ উপায়। তেওঁলোকৰ ফলীয়া হৈ আৰু বহুতো আপোন মানুহ ওলাবই। তাৰ আগতেই তেওঁলো-কক শেষ কৰিব লাগিব। কৃষ্ণই যাদব সেনাবাহিনী লৈ দ্ৰুপদ ৰাজ্যলৈ অহাৰ আগতে পাঁচপাণ্ডৱ আৰু দ্ৰুপদক আক্ৰমণ কৰি পাণ্ডৱ সকলক নাশ কৰিব লাগিব। শত্ৰুক আক্ৰমণ কৰি সমূলঞ্চে বিনাশ কৰাটোৱেই ক্ষত্ৰিয় সকলৰ ঘাই নীতি। এইটো উপায় বৰ্ত্তমান আমাৰ হাতত লোৱা উচিত। ছল চক্ৰান্তৰ কথাবোৰ বৰ তলখাপৰ আৰু সেইবোৰ বিফল চেষ্টা মাথোন।"

কৰ্ণৰ এনে বোৰ মন্ত্ৰনাত ধৃতৰাষ্ট্ৰই প্ৰকৃত উপায় নিৰ্ণয় কৰিব নোৱাৰি এটা সজ সিদ্ধান্ত কৰিবলৈ ভীষ্মদেৱ আৰু দ্ৰোণাচাৰ্য্যক নিমন্ত্ৰণ জনালে।

"পঞ্চপাণ্ডৱ জীয়াই থাকিল" এই কথা নিশ্চয়কৈ জানি ভীষ্মদেৱৰ আনন্দত ঠাই নাইকিয়া হ'ল। ধৃতৰাষ্ট্ৰই কলেগৈ "খুড়া, পঞ্চপাণ্ডৱ জীয়াই আছে আৰু শুনিছোঁ তেওঁলোক পাঞ্চাল ৰাজ্যতে আছে। পিচে এতিয়া আমাৰনো কি কৰা উচিত হব?"

ধাৰ্ম্মিক আৰু ৰাজনীতিজ্ঞ ভীষ্মদেৱে কলে "বীৰ পঞ্চপাণ্ডৱসকলৰ লগত মিত্ৰতা স্থাপন কৰি অৰ্দ্ধৰাজ্য তেওঁলোকক এৰি দিয়াই বৰ্ত্তমান আমাৰ পক্ষে কৰ্ত্তব্য হব। গোটেই ৰাজ্যৰ প্ৰজাসকলৰো সেয়ে ইচ্ছা। আমাৰ বংশ আৰু মান-সন্মান ৰক্ষা কৰাৰ এয়ে একমাত্ৰ উপায়। জাতু-গৃহ দাহ সম্পৰ্কে নানাজনে নানা কথা ৰটি ফুৰিছে। তুমিও সেই ষড়যন্ত্ৰত যোগ আছা বুলি তোমাৰ ওপৰতো দোষাৰোপ কৰিছে। তেনেস্থলত তুমি এতিয়া পঞ্চপাণ্ডৱক মতাই আনি আধা ৰাজ্য ওভোতাই দিলে এনেবোৰ কলঙ্কৰপৰা হাত সাৰিব পাৰিবা। ইমানেই মোৰ কথা।"

দ্ৰোণাচাৰ্য্যয়ো ধৃতৰাষ্ট্ৰক তেনে পৰামৰ্শকে দি কলে "এজন জনা-বুজা দূত পঞ্চপাণ্ডৱৰ ওচৰলৈ পঠাই দি তেওঁলোকৰ লগত মিতিৰালি কৰি অৰ্দ্ধৰাজ্য এৰি দি যুধিষ্ঠিৰক ৰাজপাটত বহুৱাবলৈ চেষ্টা কৰা—সেয়ে যুক্তিযুক্ত কথা হব।"

এনে কথা শুনি কৰ্ণৰ খং উঠিল। দুৰ্য্যোধনক তেওঁ বৰ ভাল পায়। পঞ্চপাণ্ডৱক অৰ্দ্ধৰাজ্য এৰি দিয়া কথাটোত তেওঁ কোনোপধ্যে 'হয়' দিব নোৱাৰিলে। অন্তত ধৃতৰাষ্ট্ৰক কলে, "আপোনাৰপৰা ধন-ধান, সা-সম্পত্তি আদি পায়ো দ্ৰোণাচাৰ্য্যই আজি এনে পৰামৰ্শহে দিলেনে? বৰ আচৰিত লাগিছে! মন্ত্ৰণাদাতাৰ যোগ্যতা সম্পৰ্কে আঁতিগুৰি জানি লৈহে তেওঁৰ-পৰা মন্ত্ৰণা গ্ৰহণ কৰা উচিত। তেওঁলোকৰ মন্ত্ৰণা শুনা মাত্ৰে কামত খটুৱা উচিত নহয়।"

কৰ্ণৰ এনে কথা শুনি দ্ৰোণাচাৰ্য্য খণ্ডত জলি-পকি উঠি টান মাতেৰে কলে "পাপিষ্ঠ কৰ্ণ, ৰজাক তোমালোকে অসৎ পথেদি লৈ যাব খুজিছাহ'ক। তোমাৰ প্ৰকৃত সন্মান-জ্ঞান লোপ পাইছে। মোৰ আৰু ভীষ্মদেৱৰ যুক্তিমতে নচলিলে কৌৰৱবিলাকৰ পতন অনিবাৰ্য্য—ঠিক জানিবা।"

অৱশেষত ধৃতৰাষ্ট্ৰই কনিষ্ঠ ভ্ৰাতৃ বিদুৰৰ মতামত লবলৈ বুলি তেওঁক সোধাত বিদুৰে কলে "ককাইদেউ, কুলপতি ভীষ্মদেৱ আৰু আচাৰ্য্য দ্ৰোণে যি যুক্তি দিলে সেয়ে উত্তম যুক্তি বুলি ময়ো ভাবিছোঁ। বয়োবৃদ্ধ, জ্ঞানবৃদ্ধ এই দুগৰাকী মহাপুৰুষৰ কথা উলাই কৰা নিতান্ত অনুচিত হব। ইবিলাকে সদায় আমাৰ মঙ্গল চিন্তা আৰু মঙ্গলজনক কাম কৰি আহিছে। দুৰ্য্যোধনৰ নিচিনাকৈ পঞ্চপাণ্ডৱো আপোনাৰ পুত্ৰ-সদৃশ। তেওঁলোকৰ অমঙ্গলৰ কাৰণে যিজনে পৰামৰ্শ দিয়ে, তেওঁ আমাৰ বংশৰ অকল্যাণ সাধে বুলিহে ধৰা উচিত। দ্ৰুপদ আৰু তেওঁৰ পুতেক, শ্ৰীকৃষ্ণ আৰু যাদবসকল পঞ্চ-পাণ্ডৱৰ শুভাকাংক্ষী। যুদ্ধত তেওঁলোকক পৰাস্ত কৰা অসাধ্য কাম।

কৰ্ণৰ পৰামৰ্শ তেনেই অমূলক। জতু-গৃহত পুৰি মাৰিবলৈ চক্ৰান্ত কৰি আমি আজি, যি কলঙ্ক অৰ্জ্জন কৰিলোহঁক তাক মোচন কৰা অসম্ভৱ। তথাপি সেই কলঙ্কৰ নাম মাত্ৰও লাঘৱ কৰিবলৈ চেষ্টা কৰাটো আমাৰ কৰ্ত্তব্য। আজি প্ৰজাসকলে পঞ্চপাণ্ডৱ জীয়াই আছে বুলি শুনি বৰ আনন্দ পাইছে আৰু তেওঁলোকৰ দৰ্শন-লাভৰ কাৰণে হেঁপাহেৰে বাট চাই আছে। এনেস্থলত দুৰ্য্যোধনৰ পৰামৰ্শলৈ আপুনি কাণ কৰা উচিত নহব। ৰাজনীতি ক্ষেত্ৰত কৰ্ণ আৰু দুৰ্য্যোধন তেনেই চালুকীয়া। এওঁলোকৰ পৰামৰ্শবিলাক তেনেই অমূলক। ভীষ্মদেৱৰ উপদেশহে গ্ৰহণীয়।”

অন্তত ধৃতৰাষ্ট্ৰই পাণ্ডৱসকলক অৰ্দ্ধৰাজ্য এৰি দিয়াটোকে ভাল যেন দেখি, দ্ৰৌপদীৰে সৈতে তেওঁলোক সকলোটিকে হস্তিনালৈ লৈ আহিবলৈ বিদুৰক পাঞ্চাল ৰাজ্যলৈ পঠাই দিলে।

বিদুৰে ৰাজ সন্মানৰ অৰ্থে ভাব-ভেটি সহ ভালেমান ধনৰত্ন লৈ বংমনে ৰথত উঠি পাঞ্চাল ৰাজ্য পালেগৈ।

পাঞ্চালৰাজ দ্ৰুপদৰ লগত সাক্ষাৎ কৰি যথাবিহিত সন্মান দেখুৱাই বিদুৰে পাঞ্চালীৰে সৈতে পঞ্চপাণ্ডৱক হস্তিনাপুৰলৈ পঠাই দিবৰ নিমিত্তে ধৃতৰাষ্ট্ৰৰ প্ৰতিনিধি স্বৰূপে গোহাৰি জনালে।

দ্ৰুপদ ৰজাৰ কিন্তু মনৰ সন্দেহ নগল। ধৃতৰাষ্ট্ৰক তেওঁ বিশ্বাস কৰিবলৈ টান পালে। ‘পাণ্ডৱসকলৰ ভাগ্যত যি আছে সেয়ে হব’ ইমানকে কৈ তেওঁ মৌন হৈ ৰ’ল।

বিদুৰে কুন্তীদেৱীৰ কাষ চাপি তেওঁক ভক্তিভাৱে সেৱা জনালে। বিদুৰক দেখিয়েই কুন্তীদেৱীয়ে হৰ্ষমনে আশীৰ্ব্বাদ দি কলে “হে বিচিত্ৰ-বীৰ্য্যৰ সন্তান, তুমি মোৰ লৰাকেইটিৰ প্ৰাণ দান দিছা। পঞ্চপাণ্ডৱ তোমাৰ নিজৰ সন্তানৰ দৰেই। সিহঁতৰ তুমিয়েই একমাত্ৰ ভৰষাৰ স্থল। তোমা-কেই নাথোন বিশ্বাস কৰিছোঁ। তুমি যিমতে কোৱা সেইমতেই আমি কাম কৰিম।” ধৃতৰাষ্ট্ৰৰ ওপৰত কুন্তীদেৱীৰো বৰ সন্দেহ আছিল। সেই কাৰণেই কুন্তীদেৱীৰ মনতো খু-দুৱনি লাগি আছিল।

বিদুৰে কুন্তীদেৱীক বঢ়াই-বুজাই ভৰষা দি কলে “আই মাতৃ, আপো-নাৰ সন্তান কেইটিৰ বিনাশ কেতিয়াও হব নোৱাৰে। তেওঁলোক ৰাজ্যৰ অধিকাৰী হৈ জগতত অভগন কীৰ্ত্তি অৰ্জ্জন কৰিব। দয়া কৰি এতিয়া মোৰ লগত হস্তিনাপুৰলৈ ওলাওক।” অৱশেষত দ্ৰুপদ ৰজাৰ অনুমতি লৈ বিদুৰে সকলোকে হস্তিনাপুৰলৈ লৈ আহিল।

ভীষ্মদেৱৰ নিৰ্দ্দেশমতে পাণ্ডৱসকলক আদৰি আনিবলৈ হস্তিনাপুৰৰ

আলি-পদূলিবিলাক পৰিকাৰ কৰি দুইকাষে কলপুলি পুতি পাতফুলেৰে সজাই-পৰাই থোৱা আছিল। সেই আলিবিলাকেদি পাঁচ পাণ্ডৱে মাক কুন্তীদেৱী আৰু দ্ৰৌপদীক লগত লৈ ৰাজধানীত প্ৰৱেশ কৰিলে। নগৰ-বাসীসকল আনন্দত উৰুলীকৃত হ'ল। ধৃতৰাষ্ট্ৰৰ পৰামৰ্শমতে পঞ্চপাণ্ডৱক আদৰি নি অৰ্দ্ধৰাজ্য দান কৰি ধৰ্ম্মপুত্ৰ·যুধিষ্ঠিৰক যথা নিয়মে ৰাজপাটত বহুৱালে।

ৰাজপদত অভিষিক্ত যুধিষ্ঠিৰক ধৃতৰাষ্ট্ৰই আশীৰ্ব্বাদ দি কলে "মোৰ সৰুভাই পাণ্ডুৱে এই ৰাজ্যৰ উন্নতি কামনা কৰি ভালেমান সজ কাম কৰি গৈছে। তেওঁৰে সন্তান তুমি। তুমি ৰাজ্যভাৰ গ্ৰহণ কৰি যশ-মান অৰ্জ্জন কৰি সুখেৰে কাল কটোৱা। পাণ্ডুৱে সদায় মোৰ আদেশ আনন্দ মনে পালন কৰিছিল। তুমিও যেন তেনে কৰা। মোৰ লৰাবোৰ বৰ দুৰাত্মা আৰু মহা অহঙ্কাৰী। সিহঁতৰ লগত যাতে তোমাৰ কোনো মনোমালিন্য নহয় তাৰ কাৰণেই এনে দিহা কৰা হৈছে। তোমালোকে এতিয়া খাণ্ডৱ প্ৰস্থলৈ গৈ সুখে-সন্তোষে ৰাজ্য পালন কৰি প্ৰজাৰ মঙ্গল বিধান কৰাগৈ এয়ে মোৰ অন্তৰৰ কামনা। আমাৰ উপৰি পুৰুষ পুৰূৰৱা, নহুষ আৰু যযাতিয়ে সেই ৰাজধানীতে থাকি নিয়াৰিকৈ ৰাজ্য পালন কৰি কীৰ্ত্তি উপাৰ্জ্জন কৰি গৈছে। সেই খাণ্ডৱ প্ৰস্থ আমাৰ এই ৰাজবংশৰ অতীজৰে ৰাজধানী। এতিয়া তাক পুনৰ সংস্কাৰ কৰি কীৰ্ত্তিমান হোৱাগৈ এয়ে মোৰ আন্তৰিক কামনা।"

এইদৰে ধৃতৰাষ্ট্ৰই যুধিষ্ঠিৰক বঢ়াই-বুজাই আশীৰ্ব্বাদ কৰি বিদায় দিলে। পাণ্ডৱসকলে পাকৈত শিল্পীসকলক লগাই সেই ধ্বংসাৱস্থাত পৰি থকা খাণ্ডৱপ্ৰস্থ নগৰখনৰ পুনঃ সংস্কাৰ কৰিলে। দুৰ্গ, ৰাজকাৰেং, আলি-পদূলি আদিৰ নতুন সংস্কাৰ কৰি এখন মনোমোহা ৰাজধানীত পৰিণত কৰিলে। সেই ৰাজধানীৰ সৌন্দৰ্য্য দেখি সকলোৰে ভোক-পিয়াহ হৰিল। এই ইন্দ্ৰপস্থত পাণ্ডৱসকলে একুৰি তিনি বছৰ কাল মাতৃ কুন্তীদেৱী আৰু ধৰ্ম্মপত্নী দ্ৰৌপদীৰে সৈতে সুখেৰে ৰাজ্য পালন কৰি অশেষ কীৰ্ত্তি অৰ্জ্জন কৰিলে।

# সাৰেং পখী

পুৰাণৰ কথাবিলাকত পোৱা যায় যে মানুহৰ দৰেই পশু-পক্ষীয়েও কথা-বতৰা কব পাৰে। সিহঁতেও হৰেক ৰকমৰ নীতিপূৰ্ণ আৰু আধ্যাত্মিক উপদেশৰ কথা কয়। মানুহৰ দৰেই নীতি আৰু উপদেশৰ কথা কলেও মাজে মাজে সিহঁতে নিজৰ স্বভাৱ অনুযায়ী কামবোৰ কৰি পেলায় দেখিয়েই বুজা যায় যে সিহঁত মানুহ নহয় পশু-পক্ষীহে।

এনে ধৰণৰ চৰিত্ৰ আৰু কাব্য ৰচনাৰ উপযোগী মনোমোহা এই দুইটা কথাৰ আচৰিত সামঞ্জস্য পুৰাণৰ গল্পবিলাকত সোমাই আছে বুলিয়েই সেই কাহিনীবিলাক ইমান চিত্তাকৰ্ষক হৈছে। মহাজ্ঞানী নীতিজ্ঞ বীৰ হনুমানে ৰাৱণৰ অন্তেষপুৰত এগৰাকী ৰূপৱতী তিবোতা মানুহ দেখা পাই তেওঁকে সীতা বুলি আনন্দত মতলীয়া হৈ বান্দৰৰ নিজা স্বভাৱৰ গুণত যি জাপ মাৰি উঠিছিল সেই কথা ৰামায়ণ পঢ়া পাঠক মাত্ৰেই ভালকৈ জানে।

পশু-পক্ষীয়ে কথা-বতৰা কয়—এই ধৰণৰ ৰহণ লগা বঢ়িয়া সাধুকথা মাজে মাজে আমি সৰু সৰু লৰা-ছোৱালীবিলাকক কওঁহক। কিন্তু পশু-পক্ষীয়ে যে এনেকৈয়ে সঁচাকৈ কথা-বতৰা হয় বয়সিয়াল মানুহকো তাকে বুজাবলৈ পুৰাণ পুথিত আৰু অলপ কথা জোৰা দিয়া আছে।

এই কাৰণে পুৰাণ ৰচোঁতাই এটা অপূৰ্ব্ব নিয়ম অৱলম্বন কৰিছে। 'পশু-পক্ষীবিলাকৰো পূৰ্ব্বজন্ম আছিল'—এনেবোৰ কৌশলৰ আলম লোৱাটোও পুৰাণ ৰচোঁতাৰ এটা ৰীতি। কিবা এটা কাৰণত ,এজন ঋষিয়ে পৰজন্মত এটা পহুৰূপ ধৰি জন্ম লৈছিল, নাইবা এজন ৰজা শাপগ্ৰস্ত হৈ পৰজন্মত এটা শিয়াল হৈ উপজিছিল এনে ধৰণৰ কাহিনীবোৰ বৰ্ণনা কৰাটোও পুৰাণকাৰসকলৰ নিয়মৰ ভিতৰত সুমাই লোৱা হৈছিল। এতিয়া কথা হ'ল যে "পহুৱে জন্তুৰ দৰে চলা-ফুৰা কৰিব আকৌ সময়ত 'পাকৈত এজন ৰজাৰ দৰে ৰাজ্য শাসনৰ আলোচনাও কৰিব'—এনেবোৰ কৌশল অৱলম্বন কৰিলে সকলোৱে সেইবোৰ পাঠ কৰি ৰস পাব আৰু তাৰ লগতে নানান তত্ত্বগুণো লাভ কৰিব।

পাণ্ডৱসকলে উপৰি পুৰুষৰ ৰাজধানী খাণ্ডৱ প্ৰস্থৰ পুনৰ সংস্কাৰ কৰি এখন নতুন নগৰ আৰু উন্নত ধৰণৰ গাৱঁত পৰিণত কৰিলে। বহুকাল ধৰি ৰাজধানী নথকাত গোটেইখন হাবি-বনে ছাটি ধৰিছিল।

বনৰীয়া পশু-পক্ষীৰ বাহ থকা আৰু হাবি-বনেৰে ঠাহ্ খাই থকা এই খাণ্ডৱপ্রস্থ পাণ্ডৱসকলৰ ভাগত পৰিছিল। এটা দিন আছিল যিদিনা তাতে চোৰ-ডকাইতে লুকাই থাকি বাটেদি যোৱা মানুহক হত্যা কৰি ধন-ৰত্ন লুটি লৈছিল। শ্রীকৃষ্ণ আৰু অর্জ্জুন লগ লাগি এই খাণ্ডৱ প্রস্থৰ হাবি-বন জুই দি পুৰি তাৰ ওপৰত নতুনকৈ নগৰ পাতিবলৈ মনস্থ কৰিলে।

সেই খাণ্ডৱ বনতে এটা সাৰেং পক্ষীয়ে গেৰ নসৰা চাৰিটা পোৱালিৰে সৈতে এজোপা গছৰ খোৰোঙত বাহ লৈছিল। কিন্তু মতা সাৰেং পক্ষীটোৱে আন এজনী মাইকী সাৰেঙৰ লগত ৰং-তামচা কৰি বনে বনে ঘূৰি ফুৰে। পোঁৱাতী মাইকীজনীয়ে বেচেৰী অকলৈ টোপ বিচাৰি বিচাৰি পোৱালি কেইটা ডাঙৰ-দীঘল কৰিবলৈ ধৰিলে। সেই সময়তে শ্রীকৃষ্ণ আৰু অর্জ্জুনৰ পৰামর্শত খাণ্ডৱ বন দাহন কৰাৰ দিহা হ'ল। চাৰিওফালে জুই লাগি বহুতো চৰাই-চিৰিকতি পুৰি মৰিল। ইয়াকে দেখি মাইকী সাৰেংজনীয়ে চকুলো টুকি উচুপি উচুপি কবলৈ ধৰিলে "হায়, হায়, সৌৱা জগৎ সংহাৰ কৰিবলৈ মুখ মেলি বহ্নি দেৱতা আগবাঢ়ি আহি আমাৰ গাৰ কাষ পালেহি! জুইৰ ভীষণ তাপ বাঢ়ি আহিছে! আমাক এতিয়া পুৰি ভস্ম কৰিব! জুই লাগি গছ-গছনিবিলাক মেৰ্ মেৰ্ শব্দ কৰি মাটিত বাগৰি পৰাত বনৰীয়া পশু-পক্ষীবিলাক ভয়ত প্রাণ লৈ যেয়ে যেনি পায় তেনি পলাই গৈছে! কিন্তু মোৰ এই পাখি নগজা পোৱালি কেইটিৰনো কি গতি হব এতিয়া? মই কৰোঁ কি! বাছাহঁত, বাপেৰে তহঁতক এৰি ক'ৰবালৈ গুচি গ'ল। তহঁতক লৈ যে মই এফালে উৰি যামগৈ সেইকণ শক্তিও মোৰ গাত নাই! হায়! হায়!" এইদৰে পোঁৱাতী মাইকী সাৰেঙজনীয়ে শোকত বিনাবলৈ ধৰাত পোৱালি কেইটাৰ এটাই মাত দিলে "আই, আমাৰ নিমিত্তে কেলেই বেজাৰ কৰিছে? জুয়ে পুৰি মাৰিলে আমাৰ সদ্গতিহে হব! আমাৰ কাৰণে আপুনি পুৰি মৰিলে আমাৰ বংশ বৃদ্ধিৰ মুদা মৰিব দেখোন! আপুনি পলাই গৈ এঠাইত আশ্রয় লওকগৈ যাওক। আপুনি সাৰি থাকিলে আপোনাৰ পৰা আকৌ পোৱালি হৈ আমাৰ বংশ ৰক্ষা পৰিব। যাওক আই, আপুনি বংশৰ মঙ্গলৰ কাৰণে এই কাম কৰক।"

পোৱালিবিলাকৰ এনে কাকুতি-মিনতিত চেনেহৰ মাকে সিহঁতক এৰি থৈ যাব নোৱাৰি কলে "বাছাহঁত! তহঁতক এৰি থৈ মই ক'লৈকো যাব নোৱাৰোঁ। তহঁতৰ লগতেময়ো জুইত পুৰি মৰিম।" এই বুলি মাকে লৰালৰিকৈ পোৱালি কেইটা সামৰি ধৰি পাখিৰ তলত সুমুৱাই মৰিবলৈ বাট চাই থাকিল।

মন্দপাল নামে এজন ঋষিয়ে আজীৱন ধৰ্ম্মৰ নিয়ম মানি ব্ৰহ্মচৰ্য্য ব্ৰত ধৰি তপস্যা কৰি প্ৰাণ এৰিলে। তেওঁৰ আত্মা উৰ্দ্ধ লোকলৈ গমন কৰাত সেই লোকৰ দুৱৰীসকলে তেওঁ অপুত্ৰক বুলি তেওঁৰ প্ৰৱেশ নিষেধ কৰিলে। তেতিয়া নিৰুপায় হৈ তেওঁ এক সাৰেং পক্ষীৰ ৰূপ ধৰি জৰিতা নামে এজনী মাইকী সাৰেঙৰ লগত বাহ ললে। জৰিতাই চাৰিটা কণী পৰাত তেওঁ জৰিতাক এৰি থৈ লভিতা নামেৰে আন এজনী সাৰেঙৰ লগ ললেগৈ। জৰিতাৰ চাৰিটা কণীৰ পৰা চাৰিটা পোৱালি ফুটিল। সেই কেইটাই ওপৰত উল্লেখ কৰি অহা চাৰিটা পোৱালি। আচলতে ঋষিপুত্ৰ বুলিয়েই সিহঁতে মাকক সেই ধৰণৰ প্ৰবোধ দিয়া কথাবোৰ কব পাৰিছিল।

মাইকীজনীয়ে অলপ তলকা মাৰি ভাৱি পোৱালি কেইটাক কলে "সোণাইহঁত, এই গছজোপাৰ গুৰিত এটা এন্দুৰৰ গাঁত আছে। সেই গাঁতটোৰ ভিতৰত তহঁতক সুমুৱাই থৈ আহোঁ। তহঁত তাৰ ভিতৰত সোমাই থাকিলে জুইৰ হাতৰপৰা সাৰি সুখেৰে জীয়াই থাকিবিহঁক। মই সেই গাঁতৰ মুখত মাটি দি ঢাকি থম যাতে তহঁতক জুইৰ ভাপেও ছুব নোৱাৰে। জুই নুমুৱাৰ পিচত তহঁতক আকৌ তাৰপৰা উলিয়াই আনিম।"

মাকৰ কথা শুনি পোৱালিবিলাকে ঠোঁট আছাৰি কলে "ওহোঁ, গাঁতৰ ভিতৰত এন্দুৰে আমাক কামুৰি কামুৰি খাই পেলাব। তাতকৈ একেলগে সকলোটি জুইত পুৰি মৰাই ভাল। এন্দুৰৰ হাতত আমাৰ জীৱ কেইটা আলাই-আথানি হৈ যাব। এনে ঘিণ লগা মৰণ আমি কামনা নকৰোঁ।"

তেতিয়া মাকে তপৰাই মাত দিলে "নহয় বাছাহঁত, মই নিজ চকুৰে দেখা পাইছোঁ গাঁতৰ ভিতৰত থকা এন্দুৰটো গৰুড় পক্ষীয়ে ধৰি লৈ গ'ল। গতিকে তাত তহঁতৰ বিপদৰ আশঙ্কা নাই।"

মাকৰ এনে ভৰষা দিয়া কথা শুনিও গাঁতৰ ভিতৰত থাকিবলৈ মান্তি নহৈ পোৱালি কেইটাই কলে "আই, সেই গাঁতত নিশ্চয় আৰু আন এন্দুৰ আছে। এটা এন্দুৰ নিলে বুলিয়েই যে গাঁতৰ আনবিলাক এন্দুৰো নাইকিয়া হ'ল এইটো যুক্তিৰ কথা নহয়। আপোনাৰ দেহাটো আপুনি ৰক্ষা কৰক। জুই আহি সোৱা তেনেই ওচৰ পালেহি। এই গছত জুয়ে ধৰাৰ আগতে আপুনি প্ৰাণ লৈ পলাওক। গাঁতৰ ভিতৰত থকা আমাৰ পক্ষে অসম্ভৱ। আমাৰ নিমিত্তে আপুনি প্ৰাণ এৰা উচিত নহয়। যাওক বেগাই। আমি আপোনাৰ একো ভাল কামত লাগিবলৈ নেপালোঁ। আমাক জনম দি

আপুনি মাথোন দুখ-কষ্টহে খালে। বাৰু যি হ'ল হ'ল—এতিয়া আপুনি আমাক এৰি নিজৰ প্ৰাণটো ৰক্ষা কৰক! আপোনাৰ এতিয়াও বয়স আছে—এতিয়াও সুখেৰে দিন কেইটা কটাব পাৰিব। আমাৰ এই ক্ষুদ্ৰ দেহা কেইটা অগ্নিত আহুতি দিলে আমি নিশ্চয় উৰ্দ্ধ লোকলৈ গতি কৰিম। কেনেবাকৈ যদি জীয়ায়ো থাকোঁহক তেন্তে জুই নুমুৱাৰ পিচত আপুনি আমাক আহি আকৌ দেখা পাব। সময় নষ্ট নকৰাকৈ আপুনি আঁতৰি যোৱা উচিত।" পোৱালি কেইটাৰ একান্ত অনুৰোধত মাইকী চৰাইজনী উৰি গুচি গ'ল।

তেতিয়াই সেই গছজোপাত আহি জুই লাগিল। পোৱালিকেইটাই থৰ লাগি বিপদত পৰিলোঁ বুলি ভাৱি ইটোৱে-সিটোৱে কোৱাকুই কৰিবলৈ ধৰিলে।

প্ৰথম পোৱালিটোৱে ক'লে "ভাইহঁত, জ্ঞানীসকলে বিপদ অহা গম পালে চিত্ত স্থিৰ ৰাখে। বিপদৰ ভয়ত তেওঁলোক অধৈৰ্য্য নহয় অৰ্থাৎ মনৰ চঞ্চলতা প্ৰকাশ নকৰে।"

সৰু পোৱালি এটাই ক'লে "আপুনি ধীৰ, মেধাবী, বহুতৰে ভিতৰত আপুনি অকলৈ বিপদত থিৰেৰে থাকিব পাৰে।" তাৰ পিচত হাঁহিমুখে পোৱালিকেইটাই অগ্নিদেৱতাক স্তুতি কৰি ক'লে "হে ভগৱান অগ্নিদেৱ, আয়ে আমাক এৰি গুচি গ'ল। পিতৃ-দৰ্শনো আমাৰ ভাগ্যত নঘটিল। কণী ফুটি ওলোৱাৰ আগতে হেনো পিতাই আমাক এৰি গ'ল। হে ধূম্ৰধ্বজ, আদি ভগৱান, আমি পাখি নগজা নিঃসহায় চৰাই পোৱালি। আপুনিয়েই মাথোন এতিয়া আমাৰ একমাত্ৰ গতি। আমাৰ প্ৰতি আৰু কাৰো দয়া-মায়া নাই। আমাক ৰক্ষা কৰক প্ৰভু! আমি আপোনাতে শৰণ ললোঁ।"

শাস্ত্ৰজ্ঞ ব্ৰাহ্মণৰ দৰে তেওঁলোকে অগ্নিদেৱতাক স্তুতি প্ৰাৰ্থনা কৰিবলৈ ধৰিলে।

অগ্নিদেৱতায়ো গছজোপা পুৰিলে কিন্তু পোৱালিকেইটাক নুচুলেই। বাকী গোটেইখন বন দাহ কৰি অন্ত হোৱাত জুই নুমাই গ'ল। পোৱালি কেইটাৰ বাহিৰে বনত থকা সকলোবোৰ প্ৰাণী পুৰি ভস্ম হ'ল।

জুই নুমুৱা গম পাই মাইকী সাবেংজনী ঘূৰি আহি পোৱালিকেইটা নিৰাপদে জীয়াই থকা দেখি আচৰিত হ'ল আৰু পোৱালিকেইটাক প্ৰত্যে-ককে চুমা খাই আনন্দ সাগৰত মগ্ন হ'ল।

সিফালে মতা সাবেংটোৱে ন ঘৈণী লভিতাৰ আগত "হাঁয় হাঁয় মোৰ পোৱালি কেইটা আজি জুয়ে পুৰি ভস্ম কৰিলে চাগে।" বুলি শোক

প্ৰকাশ কৰিবলৈ ধৰিলে। তেতিয়া লভিতাই ক'লে, "স্বামী, মই আপোনাৰ পেটৰ কথা বুজি পাইছোঁ। এতিয়া আপোনাৰ জৰিতাৰ ওচৰলৈ যাবৰ মন গৈছে। মোৰ ওপৰত এতিয়া বিৰক্তি জন্মিছে। আপোনাৰ পোৱালি-বিলাকক জুয়ে পুৰিব পাৰেনে? আপোনাৰ মুখতে এদিন শুনিছিলোঁ নহয় যে আপোনাৰ পোৱালিবিলাকক জুয়ে পুৰি মাৰিব নোৱাৰে—এনে এটা বৰ অগ্নিদেৱতাই আপোনাক দিছিল বুলি? মিছাতে কিয়নো এইবোৰ কথা কৈছে? মোক এৰি মৰমৰ জৰিতাৰ ওচৰলৈ যাবৰ মন গৈছে যদি সঁচা কথাটো কৈ গলেই হ'ল। বিশ্বাসহীন অসৎ প্ৰকৃতিৰ মানুহৰ হাতত বঞ্চিতা হোৱা বহু তিৰোতাৰ দৰে ময়ো অকলে বনে বনে ঘূৰি ফুৰিম। আপুনি এতিয়াই গুচি যাব পাৰে।"

মতা সাৰেংটোৱে ক'লে "তোমাৰ অনুমান সঁচা নহয়, লভিতা। আচলতে মই সন্তান লাভৰ আশাত পখীৰূপ ধৰি জন্ম লৈছোঁ। সেই কাৰণেই মোৰ পোৱালিকেইটাৰ কাৰণে এনে চিন্তা লাগিছে। সিহঁতক এবাৰ মাথোন চাই চকুৰ তৃপ্তি পলাই আহিব খোজোঁ। এইদৰে ন ঘৈণীক শান্বনা দি মতা সাৰেংটো আগৰ ঠাইলৈ উৰি গুচি গ'ল।

মাইকী চৰাইজনীয়ে পোৱালিকেইটা জুইৰপৰা ৰক্ষা পৰাৰ কাৰণে সিহঁতৰ লগত ৰং ধেমালি কৰি আছিল। স্বামীক অহা দেখা পাই জৰিতাই উপেক্ষাৰ চকুৰে চাই অবজ্ঞাৰ সুৰেৰে ক'লে "তুমি এতিয়া কিয় আহিলা?"

মন্দপাল নামে মতা সাৰেঙটোৱে চেনেহৰ মাতেৰে ক'লে "মোৰ মৰমৰ কেইটা ভালে আছে নে? ইহঁতৰ ভিতৰত কোনটো ডাঙৰ?"

জৰিতাই উত্তৰত ক'লে "কোন ডাঙৰ কোন সৰু সেইবোৰ জানি তোমাৰ লাভ কি? অসহায় অৱস্থাত আমাক এৰি গৈ যিজনী মাইকীৰ লগত সুখেৰে আছিলাগৈ এতিয়াও ঘূৰি তাইৰ লগতে দিন কাল কটোৱাগৈ।" মন্দপাল নামে মতা চৰাইটোৱে ক'লে "পো-পোৱালি হোৱাৰ পিচত তিৰুতা মাত্ৰেই মটাক অৱজ্ঞাৰ চকুৰে চায়। এইটোৱেই জগতৰ ৰীতি। নিৰ্দোষ বশিষ্ঠকো অৰুন্ধতীয়ে এনেকৈ অশ্ৰদ্ধা কৰিছিল।"

# জৰাসন্ধ

ইন্দ্ৰপ্ৰস্থ নগৰত পঞ্চপাণ্ডৱে দক্ষতাৰে প্ৰজা পালন কৰিবলৈ ধৰিলে। ৰাজসূয় যজ্ঞ পাতি ধৰ্ম্মৰাজ যুধিষ্ঠিৰে 'ৰাজচক্ৰৱৰ্ত্তী' খিতাপ লাভ কৰক— এনে বুলি পঞ্চপাণ্ডৱৰ হিতাকাঙ্ক্ষী আৰু অনুৰাগী প্ৰজাসকলে আগ্ৰহ প্ৰকাশ কৰিবলৈ ধৰিলে। ইয়াৰপৰাই অনুমান কৰিব পাৰি যে মহাকাব্য মহাভাৰতৰ দিনতো সাম্ৰাজ্যৰ মোহ আছিল।

এই বিষয়ে পৰামৰ্শ কৰিবলৈ যুধিষ্ঠিৰৰ একান্ত হিতাকাঙ্ক্ষী শ্ৰীকৃষ্ণক অনাবৰ নিমিত্তে দ্বাৰকালৈ দূত পঠালে। তেওঁৰ দৰ্শন আৰু পৰামৰ্শ লাভৰ নিমিত্তে যুধিষ্ঠিৰৰ আগ্ৰহ দেখি শ্ৰীকৃষ্ণ এখন অতি বেগৱান ৰথত উঠি ইন্দ্ৰপ্ৰস্থলৈ বুলি যাত্ৰা কৰিলে।

শ্ৰীকৃষ্ণ আহি ইন্দ্ৰপ্ৰস্থ পোৱা মাত্ৰকে যুধিষ্ঠিৰে যথাৰীতি ভক্তিভাৱে অভ্যৰ্থনা জনাই আদৰি আনি উপযুক্ত আসনত বহুৱাই চৰণ সেৱা কৰি ক'লে "হে দ্বাৰকাধিপতি, মোৰ হিতাকাঙ্ক্ষী প্ৰজাসকলে মোক ৰাজসূয় যজ্ঞৰ আয়োজন কৰিবলৈ অনুৰোধ কৰিছে। কিন্তু যিজন পুৰুষ সকলো প্ৰজাৰে পূজনীয় তেৰেঁই মাথোন ৰাজসূয় যজ্ঞৰ অনুষ্ঠান কৰি ৰাজচক্ৰৱৰ্ত্তী হ'বৰ যোগ্য। এই বিষয়ে পৰামৰ্শ ল'বলৈ মই আপোনাৰ বাহিৰে আন কাকো উপযুক্ত দেখা নাই। আন আন বন্ধুসকলৰ নিচিনাকৈ আপুনি মোক চেনেহ কৰি মোৰ দোষাদোষ লুকাই ৰাখি মোৰ ফলীয়া হৈ উপদেশ দিব নালাগে। নিজৰ স্বাৰ্থ পূৰণ কৰিবলৈ অতিৰঞ্জিত কৰি খোচামোদ কৰা কথাৰে পৰিতোষ কৰাটো সাধাৰণ মানুহৰ স্বভাৱ। ঠিৰাংকৈ জানো, আপোনাৰদ্বাৰা তেনে কাম কেতিয়াও নহয়।"

উত্তৰত শ্ৰীকৃষ্ণই ক'লে "মগধৰ ৰজা জৰাসন্ধই আন আন ৰজাসকলক যুদ্ধত ঘটুৱাই নিজৰ তলতীয়া কৰি থৈছে। তেওঁৰ পৰাক্ৰমত ক্ষত্ৰিয় ৰজাসকলে ভয় খাই তেওঁৰ আজ্ঞাবাহী হৈছে। শক্তিশালী শিশুপালকৈ আদি কৰি সকলো নৰপতি জৰাসন্ধৰ আশ্ৰয়ত থাকিবলৈ বাধ্য হৈছে। জৰাসন্ধৰ জীৱিতাৱস্থাত কোনেও ৰাজচক্ৰৱৰ্ত্তী হব নোৱাৰিব। উগ্ৰসেনৰ পুতেক হতবুদ্ধি কংসৰ কথা সকলো আপোনাৰ বিদিত। সেই কংস হ'ল জৰাসন্ধৰ ভাগিনিয়েক ; সেই কাৰণেই জৰাসন্ধ তেওঁৰ প্ৰধান সহায়ক আছিল। কংস বধৰ পিচতো জৰাসন্ধ আৰু তেওঁৰ সেনাসকলে তিনিবছৰ ধৰি যুঁজ দি শেষত আমাক ঘটুৱালে। তেওঁৰ ভয়ত উত্তৰ-মথুৰা এৰি গৈ

দ্বাৰকাত কোঠ মাৰি আৰু নগৰ পাতি সম্প্ৰতি তাতেই নিৰ্ভয়ে বাস কৰি আছোঁ। আপোনাৰ ৰাজচক্ৰৱৰ্ত্তী পদ লাভত কৰ্ণ, দুৰ্য্যোধন আদিৰ প্ৰকাশ্য আপত্তি নাথাকিলেও জৰাসন্ধই দেখাদেখিকৈ বাধা দিব। যুদ্ধত তেওঁক পৰাজিত কৰিব নোৱাৰিলে এনে শুভ কাৰ্য্যত বাধা জন্মিব। অজেয় জৰাসন্ধ জীয়াই থকালৈকে আপোনাৰ ৰাজসূয় যজ্ঞ পতা নহ'ব। যি কোনো উপায়ে তেওঁক বধ কৰি পোতাশালত বন্দী হৈ থকা ৰজাসকলক মুক্তি দিয়াৰ পিচতহে আপোনাৰ এই শুভকাৰ্য্য হাতত লোৱা উচিত হ'ব।"

শ্ৰীকৃষ্ণৰ মুখৰপৰা এই 'কথা শুনি যুধিষ্ঠিৰে ক'লে "হে শ্ৰীকৃষ্ণ, আপুনি ঠিক কথাই কৈছে। মোৰ নিচিনা বহুতো ৰজাই নিজৰ নিজৰ ৰাজ্য শাসন কৰি আছে। অসাধ্য সাধন কৰিবলৈ আশা কৰা মিছা। 'ৰাজচক্ৰৱৰ্ত্তী' খিতাপ লাভ কৰাৰ আশা মোৰ নিচিনা এজন সামান্য নৰপতিৰ উচিত হোৱা নাই। ভগৱানে সৃজন কৰা এই জগতখন অতি ডাঙৰ আৰু ধনে ধানে ভৰপূৰ। নিজ নিজ ৰাজ্য শান্তিৰে পালন কৰিব পাৰিলেই আচল তৃপ্তি লাভ কৰিব পাৰি। আশাৰ সীমা নাই। সেই গতিকে ৰাজচক্ৰৱৰ্ত্তী খিতাপৰ আশা একেবাৰে পৰিহাৰ কৰি যিখন ৰাজ্য (ইন্দ্ৰপ্ৰস্থ) পাইছোঁ তাতেই সন্তুষ্ট থকা উচিত। ভীমকে আদি কৰি চাৰিওজন ভায়েও মোৰ এই খিতাপ লাভ কৰাটোকে আশা কৰে। আপুনি স্বয়ং যেতিয়া জৰাসন্ধৰ কাৰণে ভয় কৰিলে, তেতিয়া আমাৰ নিচিনা সামান্য ৰজাই সাহ কৰা অনুচিত হ'ব।"

ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ মুখত এনে ধৰণৰ বিনয় বচন আৰু সংযমৰ কথা শুনি ভীমৰ অসহ্য হ'ল।

ভীমসেনে মাত দিলে, "উচ্চ আকাঙ্ক্ষা প্ৰজাপালক ৰজাসকলৰ এটা বিশিষ্ট গুণ বুলি শাস্ত্ৰত উল্লেখ আছে। নিজৰ শক্তিৰ বিষয়ে অজ্ঞ পুৰুষৰ জন্মই বৃথা। সকলো বিষয়তে উদাসীন থাকি কোনোমতে জীৱনটো কটোৱা মই কোনো পধ্যে সমৰ্থন কৰিব নোৱাৰোঁ। এনাহ পৰিহাৰ কৰি ৰাজনীতিৰ কূট-কৌশলবোৰ ভালকৈ আয়ত্ত কৰি কামত খটুৱাব পাৰিলে শিশুপালতকৈ বলবান ৰজাকো জয় কৰিব পাৰি। উচ্চ আকাঙ্ক্ষা, প্ৰেৰণা আৰু প্ৰচেষ্টাই অভিলষিত ফল আনি দিয়ে। মোৰ এই শৰীৰৰ বল শক্তি, শ্ৰীকৃষ্ণৰ অলৌকিক শক্তিৰ বিচক্ষণতা, আৰু ধনঞ্জয়ৰ বীৰত্ব তথা যুদ্ধ সামৰ্থ্য একেলগ হলে পৃথিৱীত কি সম্ভৱ হ'ব নোৱাৰে? আমি তিনিও একেলগ হৈ জৰাসন্ধক আক্ৰমণ কৰিলে জৰাসন্ধ নিশ্চয় শক্তিহীন হ'ব। দাদা, আপুনি সেই বিষয়ে অকণো সন্দেহ নকৰিব।"

শ্ৰীকৃষ্ণই ক'লে "জৰাসন্ধ বধ্য—সেই বিষয়ে অকণো সন্দেহ নাই। চাৰিকুৰি ছজনকৈ নৰপতি তেওঁৰ পোতাশালত বন্দী হৈ আছে। অৱশিষ্ট চৌদ্ধজন নৰপতিক যুদ্ধত ঘটুৱাই বন্দী কৰিব পাৰিলেই জৰাসন্ধই এই এশজনকে ছাগলীৰ দৰে বলি দি অভীষ্ট পূৰণ কৰিব। ভীম আৰু অৰ্জ্জুনৰ সন্মতি পালে কৌশলেৰে সেই দুৰাত্মা জৰাসন্ধক বধ কৰি পোতাশালত থকা ৰজাসকলক মুকলি কৰিব পাৰিম—এই পৰামৰ্শত হলে মোৰ সমৰ্থন আছে।"

কিন্তু যুধিষ্ঠিৰৰ মনত এই যুক্তি নোসোমাল। তেওঁ ক'লে "সাম্ৰাজ্যৰ প্ৰলোভনত মুগ্ধ হৈ ভীমাৰ্জ্জুনৰ দৰে মোৰ দুটাকৈ চকু হেৰুৱাম? এনে বিপদসঙ্কুল কামলৈ তেওঁলোকক পঠাবলৈ মোৰ ইচ্ছা নাই। এই পৰামৰ্শ ত্যাগ কৰাই ভাল।"

শেষত ধনঞ্জয়ে গহীনাই ক'লে "বিখ্যাত কুৰুবংশত জনমলৈ পৰাক্ৰম আৰু সাহসৰ কামত পিচ হোহঁকা মৰি জীয়াই থকাৰ সকাম নাই। সকলো ৰকমৰ গুণযুক্ত শক্তি থকা সত্বেও কামৰ বেলিকা উদাসীন আৰু নিজক নিশকতীয়া বুলি ভাৱি থাকিলে ক্ষত্ৰিয়ৰ পক্ষে কীৰ্ত্তি অৰ্জ্জন কৰা অসম্ভৱ। বিজয় লাভৰ একমাত্ৰ উপায় হ'ল উৎসাহ। কৰ্ত্তব্য কাম বিলাক বিক্ৰমেৰে সম্পন্ন কৰিলে ভাগ্যৱান হয়। সাধনাৰ সকলো ৰকমৰ সুযোগ, সুবিধা আৰু আহিলা পাতিৰ যোগাৰ থকা সত্বেও সেইবোৰক নেওচা দিলে পৰাজয়ৰ সম্ভাৱনাই বেছি থাকে। নিজৰ শক্তিৰ বিষয়ে অজ্ঞতা আৰু সাহৰ অভাৱ এই দুয়োটা কথা সকলো ক্ষেত্ৰতে পৰাজয়ৰ কাৰণ। জৰাসন্ধ বধৰ শক্তি আমাৰ ভিতৰত নিশ্চয় আছে। আমাৰ যোগ্যতা নাই—দাদাই কিয় সেই কথা চিন্তা কৰে? উপযুক্ত বয়সত ভৰি দিলেগৈ আমি গেৰুৱা বসন পিন্ধি বানপ্ৰস্থ অৱলম্বন কৰিম নিশ্চয়। বৰ্ত্তমানে কিন্তু কুলধৰ্ম্মৰ মান ৰাখি সাহস দেখুৱাহে উচিত।"

অৰ্জ্জুনৰ মুখত এই বীৰোচিত কথাখিনি শুনি শ্ৰীকৃষ্ণই বৰ আনন্দ পালে। তেওঁ কৈ উঠিল "ধন্য! এনে পৰামৰ্শই ভাৰতকুল চূড়ামণি কুন্তীনন্দন অৰ্জ্জুনৰ মুখত শোভা পায়। এই জগতত এদিন নহয় এদিন সকলো মৰিবই লাগিব! যুদ্ধৰ ভয়ত হাত সাবটি বহি থাকিলেও মৰণৰ হাত সাৰিবৰ উপায় নাই। নীতিশাস্ত্ৰ মানি উপযুক্ত শক্তি আৰু তদুপযুক্ত অস্ত্ৰ-শস্ত্ৰ প্ৰয়োগ কৰি শত্ৰুক সংহাৰ কৰি জয়লাভ কৰাটোৱেই ক্ষত্ৰিয়ৰ প্ৰকৃত ধৰ্ম্ম।"

অৱশেষত তেওঁলোকে জৰাসন্ধক কৌশলেৰে বধ কৰাটোকে শ্ৰেয় বুলি ভাৱি যুধিষ্ঠিৰক নানা প্ৰকাৰে বঢ়াই বুজাই অন্তত তেওঁৰ সন্মতি লাভ কৰিলেগৈ।

(কেৱল এইখিনি কথাৰপৰাই আমি বুজিব পাৰোঁ যে বৰ্ত্তমান যুগত প্ৰয়োগ কৰিবলগীয়া ভালেমান কথা সৰ্ব্বকালৰ উপযোগী কৰি তাহানিখনেই মহাভাৰতত বৰ্ণনা কৰি থোৱা আছে ।)

## জৰাসন্ধ বধ

মগধ ৰাজ্যত বৃহদ্ৰথ নামে এজন পৰাক্ৰমী ৰজাই ৰাজত্ব কৰিছিল। তেওঁৰ তিনি অক্ষৌহিণী সেনা আছিল। ৰজাই নিজে প্ৰধান সেনাপতিৰ বাব লৈ বহুতো খ্যাতি উপাৰ্জ্জন কৰিছিল। তেওঁ কাশীৰাজৰ যঁ-জা ছোৱালী দুয়োজনীকে বিয়া কৰিছিল। ৰজাই সেই দুয়োগৰাকী ৰাণীৰ ওচৰত শপত খাই কৈছিল যে তেওঁ তেওঁলোকৰ কোনো কথাত কেতিয়াও পক্ষপাত নকৰে।

বিয়াৰ পিচত বহুদিন এনেভাৱেই গ'ল। তেওঁলোকৰ গৰ্ভত কোনো সন্তান নজন্মিল। এইদৰে বৃহদ্ৰথ ৰজা ডেকা কাল পাৰ হৈ বুঢ়া হ'লগৈ। পিচত ৰজাই মন্ত্ৰীসকলৰ হাতত ৰাজ্যৰ ভাৰ গতাই দি ধৰ্ম্মপত্নী দুগৰাকী লগত লৈ বনলৈ গৈ তপস্যা কৰিবলৈ ধৰিলে। গৌতম মুনিৰ বংশৰ চণ্ডকৌশিক নামৰ এজন মুনিৰ ওচৰলৈ গৈ ৰজাই নিজৰ দুখৰ বৃত্তান্ত বৰ্ণনা কৰি কলে। চণ্ডকৌশিক মুনিৰ ৰজাৰ দুখৰ কথা শুনি কৰুণা উপজিল আৰু সুধিলে "তোমাৰ এতিয়া মনৰ কামনা কি ?"

বৃহদ্ৰথ ৰজাই ক'লে "প্ৰভু, নিঃসন্তান ৰাজ্য পৰিত্যাগী, বনবাসী এই হতভগীয়াৰ মনৰ কামনা আপোনাৰ অবিদিত নহয়।"

এই কথা শুনি মুনিবৰৰ দয়া উপজি ধ্যানত বহিল। এনে সময়তে ক'ৰপৰা এটা পকা আম অকাৰণতে তেওঁৰ কোচত পৰিলহি। ধ্যান ভগাত মুনিয়ে সেই আমটো হাতত লৈ ৰজাৰ হাতত তুলি দি ক'লে "হোৱা, এইটো ফল লোৱাঁ, ইয়াৰপৰাই তোমাৰ দুখৰ শান্তি হ'ব।"

আমটো লৈ ৰজাই মুনিক সেৱা জনাই বিদায় লৈ ঘৰলৈ গৈ সেইটো সমানে দুফাল কৰি দুয়োগৰাকী ৰাণীকে খাবলৈ দিলে। কাৰো ফলিয়া হৈ কোনো কাম নকৰোঁ বুলি কৰা প্ৰতিজ্ঞা অনুযায়ী ৰজাই এনেকৈ সমানে ভগাই দিলে। দুয়ো ৰাণীয়ে সেই আম খোৱাত যথাসময়ত তেওঁ-

লোক দুয়োৰে এফাল এফালকৈ দুটি পুত্ৰসন্তান জন্ম হ'ল। প্ৰত্যেকৰে এটি ভৰি, এটা হাত, এখন কাণ, এটা চকু, এফাল মুখৰে দুটি কদাকাৰ লৰা উপজিল। দুয়োটা কেঁচুৱাৰে এনে অৱস্থা দেখি তেওঁলোক আগতকৈ বেছি শোকাতুৰহে হ'ল।

ৰাণী দুগৰাকীয়ে বৰ বেজাৰ মনেৰে এই অদ্ভুত আৰু অমঙ্গলীয়া কেঁচৱা দুটাক কাপোৰেৰে ঢাকি টোপোলা বান্ধি লিগিৰী এজনীৰ হতুৱাই আলিবাটৰ জাৱৰ পেলোৱা ঠাইত পেলাই দিয়ালে।

খন্তেক পিচতে এজনী ৰাক্ষসী সেই ফালেদি যাওক। জাৱৰৰ মাজত মঙ্গহৰ গোন্ধ পাই টোপোলা দুটা মেলি চাই দুয়োটাতে দোটোপোলা মঙ্গহ দেখি আনন্দত দুই ডোখৰকে একেলগ কৰি খাবৰ মনেৰে লগলগালে। জপা মাত্ৰে দুয়োফাল গোট খাই এটি ধুনীয়া কেঁচুৱা লৰা হৈ পৰিল। ইয়াকে দেখি ৰাক্ষসীয়ে অকণমান কেঁচুৱা সন্তান বধ কৰা অনুচিত বুলি ভাৱি এজনী দীপলিপ্ তিৰোতা মানুহৰ ৰূপ ধৰি কেঁচুৱাটি লৈ আস্তেবেস্তে ৰজাৰ ওচৰ চাপিলগৈ আৰু ৰজাৰ হাতত কেঁচুৱাটি তুলি দি ক'লে "মহাৰাজ, এই কেঁচুৱাটি আপোনাৰেই পুত্ৰ সন্তান।"

ৰজাই এনে এটি সুন্দৰ কেঁচুৱা লৰা পাই আনন্দত মতলীয়া হৈ লৰালৰিকৈ গৈ ৰাণী দুগৰাকীৰ হাতত শোধাই দিলে।

এই কেঁচুৱাটিয়েই জৰাসন্ধ। ঋষিৰ বৰত জৰাসন্ধৰ গাত অসীম শক্তি আছিল। কিন্তু তেওঁৰ শৰীৰটো দুভাগত বিভক্ত আছিল বুলি তেওঁক আঁহে আঁহে দুফালকৈ সহজে ফালি পেলাব পৰা হৈ থাকিল।

(এই হাঁহি উঠা ৰহস্যটোত পুৰাণ ৰচোঁতাই এটা তত্ত্ব কথা নিহিত কৰি থৈছে। দেহাটো এবাৰ দুভাগ কৰি পিচত জোৰ খুৱালেও জৰাসন্ধৰ পূৰ্ব্বৰ বল শক্তি হ্ৰাস পাবই। এয়ে জৰাসন্ধৰ জন্মৰ গূঢ় ৰহস্য।)

শ্ৰীকৃষ্ণই পেটে পেটে ভাবিলে "জৰাসন্ধৰ ফলীয়া হংসধ্বজ, হিড়িম্বা আৰু কংস মৰিছেই। জৰাসন্ধক বধ কৰাৰ এয়ে উপযুক্ত সময়। সৈন্য-সামন্ত লৈ দেখাদেখিকৈ যুদ্ধ দি তাক বধ কৰা অসম্ভৱ। অকলৈ এডোখৰ নিজান ঠাইলৈ মাতি নি তাৰ লগত কাজিয়াৰ সূত্ৰপাত কৰিহে তাক ৱধিব লাগিব।

পুৰণিকলীয়া ৰীতি অনুসৰি শত্ৰুক যুদ্ধলৈ আহ্বান কৰিলে ক্ষত্ৰিয় মাত্ৰেই যুদ্ধ দিব লাগিব। কি হতাহতি যুদ্ধ, কি ৰথযুদ্ধ, কি অস্ত্ৰযুদ্ধ যেই কোনো যুদ্ধলৈকে শত্ৰুক আহ্বান কৰিলে প্ৰকৃত বীৰ হলে তেওঁ যুদ্ধ

দিবই লাগিব। এই ৰীতিৰ আঁৰ লৈয়েই শ্ৰীকৃষ্ণ আৰু পাণ্ডৱসকলে কৌশল কৰি জৰাসন্ধ বধৰ চেষ্টা কৰিলে।

শ্ৰীকৃষ্ণ আৰু ভীমাৰ্জ্জুনে বাকলি বসন পিন্ধি হাতে হাতে একো একোচা কুশ বন মুঠি মাৰি লৈ ব্ৰতীৰ ভাও ধৰি বিতোপন নৈ, বননি আৰু গাওঁ-ভুঁই নগৰ আদিৰে ভৰপূৰ মগধ ৰাজ্যত সোমালগৈ। লাহে লাহে আগুৱাই গৈ তেওঁলোক জৰাসন্ধৰ ৰাজধানীত উপস্থিত হ'ল।

সিফালে জৰাসন্ধই কেউফালে অমঙ্গলীয়া লক্ষণবিলাক দেখিবলৈ ধৰিলে। সেইবোৰ দেখি আশঙ্কা লাগি তাৰ শান্তিলাভৰ কাৰণে তেওঁ পুৰোহিত ব্ৰাহ্মণ-সকলক মতাই আনি হোম-যজ্ঞ আদি মাঙ্গলিক কাৰ্য্যৰ অনুষ্ঠান কৰিবলৈ ধৰিলে আৰু নিজে ব্ৰতে উপবাসে থাকিল। অস্ত্ৰ-শস্ত্ৰ বিহীন হৈ শ্ৰীকৃষ্ণ আৰু ভীমাৰ্জ্জুন ৰাজপ্ৰসাদ সোমালগৈ। উচ্চ বংশজাত অতিথিসকলৰ শুভাগমন দেখি ৰজা জৰাসন্ধই তেওঁলোকক যথাৰীতি সন্মান দেখুৱাই আগবঢ়াই আদৰি নিলে। কথা কওঁতে কেনেবাকৈ মুখৰপৰা মিছা কথা ওলোৱাৰ ভয়ত ভীমাৰ্জ্জুন মৌন হৈ ৰ'ল।

জৰাসন্ধই প্ৰশ্ন কৰাত শ্ৰীকৃষ্ণই ক'লে "মোৰ লগৰীয়া কেইগৰাকী ব্ৰতী হৈ থকাত মৌন হৈ আছে। মধ্যনিশাৰ পিচতহে তেওঁলোকৰ এই ব্ৰত ভঙ্গ হ'ব।"

জৰাসন্ধই সেই কথাত অতিথিসকলক যজ্ঞালয়ত থকাৰ দিহা লগাই দি নিজৰ ঘৰলৈ গ'ল।

মাজ নিশা পাৰ হোৱাত জৰাসন্ধ অতিথিসকলৰ আগত থিয় হলগৈ। উচ্চ বংশীয় ঋষিতুল্য অতিথিসকলৰ আগমনত জৰাসন্ধই সময় অসময়লৈ আওকাণ কৰি সিবিলাকৰ সুবিধামতেই তেওঁলোকৰ আগত উপস্থিত হলগৈ। জৰাসন্ধৰ আগৰে পৰা এনে ৰীতি আছিল। সেই দিনাও মাজনিশা পাৰ হোৱাত বাট চাই থকা অতিথিসকলৰ কাষ চাপি সিবিলাকৰ কুশল বাৰ্ত্তা সুধিলে। কিন্তু তেওঁলোকৰ ব্যৱহাৰ দেখি মনটো কেনেবা কেনেবা লাগিছিল। অতিথিসকলৰ হাতে-পাতে অস্ত্ৰ-শস্ত্ৰ ধাৰণৰ চিন থকা যেন আৰু আকৃতি-প্ৰকৃতিতো তেওঁলোকক ক্ষত্ৰিয় বুলি অনুভৱ কৰিলে। "আপোনালোকে সঁচা কথা কবনে? আপোনালোক কোন বাৰু?" এই বুলি জৰাসন্ধই প্ৰশ্ন কৰাত অতিথিসকলে উত্তৰ দিলে "আমি তোমাৰ শত্ৰু। এতিয়াই আমাৰ লগত যুদ্ধ দিবলৈ সাজু হোৱাঁ। আমাৰ এই তিনিওৰে ভিতৰত যি কোনো এজনক বাচি লৈ যুদ্ধ দিয়া।"

আগন্তুকসকলৰ প্ৰকৃত পৰিচয় পাই জৰাসন্ধই ক'লে "কৃষ্ণ, তুমিতো

গোৱালৰ ল'ৰা, অৰ্জ্জুন দেখাত শকত-আৱত নহয়, ভীমৰ অৱশ্যে দেহবল প্ৰখ্যাত ; গতিকে মই তেওঁৰ লগতে যুদ্ধ দিবলৈ ৰাজী।" কোৱাৰ লগে লগে জ়ৰাসন্ধই ভীমসেনক মল্লযুদ্ধলৈ আহ্বান কৰিলে। মল্লযুদ্ধৰ আয়োজন কেৱল ভীমসেনৰ হাতত কোনো অস্ত্ৰ-শস্ত্ৰ নথকাৰ গতিকেই।

ভীমসেন আৰু জৰাসন্ধই দুয়ো দুয়োকে আক্ৰমণ কৰিলে। তেওঁলোকে ইটোৱে সিটোৰ লগত হতা-হতি যুদ্ধ কৰি আহাৰ-নিদ্ৰালৈ পাহৰি গৈ তেৰ দিন ধৰি দিনে-ৰাতিয়ে যুদ্ধ কৰিবলৈ ধৰিলে। চৈধ্য দিনৰ দিনা জৰাসন্ধ ভাগৰি পৰিল।

জৰাসন্ধ বধৰ এয়ে একমাত্ৰ সুবিধাজনক ক্ষণ বুলি ভাৱি শ্ৰীকৃষ্ণই ভীমসেনক উদগনি দিবলৈ ধৰিলে। শ্ৰীকৃষ্ণৰ উদগণিত ভীমে ছল চাই জৰাসন্ধৰ দুইখন হাততে থাপ্ মাৰি ধৰি এশবাৰমান পাকঘূৰণি খুৱাই মাটিত বগৰাই পেলালে। মাটিত পৰা মাত্ৰকে ভীমে জৰাসন্ধৰ ভৰি দুটা দুহাতে চেপা মাৰি ধৰি ওলটাই লই তেওঁৰ দেহাটো দুফাল কৰি মাটিত পেলাই দিলে। কিন্তু হঠাতে দুয়োফাল তৎক্ষণাৎ জোৰা লাগি যোৱাত আকৌ জীৱ পাই জৰাসন্ধ খণ্ডত জাপ মাৰি উঠি ভীমৰ ফালে চোচা লোৱাত ভীম-সেন আচৰিত হৈ কি কৰোঁ কি নকৰোঁ বুলি থৰ লাগি ৰ'ল। তেতিয়া শ্ৰীকৃষ্ণই ভীমৰ মুখৰ আগফালে থিয় হৈ হাতত কুশ এডাল লৈ তাক দুফাল কৰি ফাল দুটা দুফালে আঁতৰাই দলি মাৰি পেলাই চকুৰ ঠাৰ দি দেখুৱালে। শ্ৰীকৃষ্ণৰ এই ইঙ্গিত ভীমসেনে বুজি পাই জৰাসন্ধক আকৌ গৰা মাৰি ধৰি বগৰাই লৈ ভৰি হালত ধৰি আকৌ তেওঁৰ শৰীৰটো দুফালকৈ ফালি দুফালে আঁতৰাই দলি মাৰি পঠিয়ালে। এইবাৰ আৰু সেই ফাল দুটা জোৰা খাব নোৱাৰাত জৰাসন্ধৰ প্ৰাণবায়ু উৰি গ'ল।

জৰাসন্ধ বধৰ পিচতে পোতাশালত বন্দী হৈ থকা ৰজাসকলক মুক্তি দি জৰাসন্ধৰ পুতেক সহদেৱক মগধৰ ৰাজপাটত বহুৱাই শ্ৰীকৃষ্ণ আৰু ভীমাৰ্জ্জুন তিনিও ইন্দ্ৰপ্ৰস্থলৈ উভতি গ'ল।

তাৰ পিচত পঞ্চপাণ্ডৱে অপ্ৰতিদ্বন্দ্বী হৈ দিগ্বিজয় কৰি নিয়াৰিকৈ ৰাজসূয় যজ্ঞ সমাপন কৰিলে। ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰে তেতিয়া 'ৰাজচক্ৰৱৰ্ত্তী' খিতাপ পালে। সেই ৰাজসূয় যজ্ঞতে শিশুপালে হেয়জ্ঞান কৰি কথা কোৱাত শ্ৰীকৃষ্ণই তেওঁক বধ কৰে।

পিচৰ অধ্যায়ত ইয়াৰ বহুল বৰ্ণনা আছে।

# প্ৰথম অৰ্ঘ্য

সভা-সমিতিবিলাকত কোনো প্ৰস্তাৱ বেছিভাগ সভ্যৰ সিদ্ধান্তমতে গৃহীত হ'লে সেই প্ৰস্তাৱৰ বিৰোধী সভ্যসকলে বিক্ষোভ দেখুৱাবলৈ বুলি সভাস্থল ত্যাগ কৰি গুচি যোৱা প্ৰথাটো আজিৰেই নহয়। মহাভাৰতৰ যুগতো এনে প্ৰথাৰ প্ৰচলন থকা কথাটো মহাভাৰত পাঠ কৰোঁতা সকলোৰে বিদিত আছে।

পাণ্ডৱসকলে ইন্দ্ৰপ্ৰস্থত ৰাজধানী স্থাপন কৰি ৰাজসূয় যজ্ঞ পাতিলে। সেই কালত ভাৰতবৰ্ষত বহুতো ৰজাই স্বাধীনভাৱে ৰাজ্যশাসন কৰিছিল। সকলো ৰাজ্যতে একে নিয়ম একে ধৰ্ম্ম চলিত হৈ থাকিলেও এজন ৰজা গৈ আন এজন ৰজাৰ ৰাজ্যত সোমাব নোৱাৰিছিল। কোনো কোনো পৰাক্ৰমী ৰজাই ৰাজচক্ৰৱৰ্ত্তী হ'বৰ আশাত দূত পঠাই আন আন ৰজা-সকলৰ সন্মতি লৈছিল। এনে কৰাৰ ফলত কোনো ৰকমৰ যুদ্ধ-বিগ্ৰহ লগাৰ সম্ভাৱনা নাছিল। ৰজাসকলে ৰাজসূয় যজ্ঞত যোগ দি পৰাক্ৰমী ৰজাৰ অধীনতা স্বীকাৰ কৰি নিজ নিজ ৰাজ্যলৈ উলটি গৈছিল। জৰাসন্ধ বধৰ পিচত পঞ্চপাণ্ডৱে এই নিয়ম অনুসৰি সকলো ৰজাকে নিমন্ত্ৰণ কৰি আনি ৰাজসূয় যজ্ঞ সম্পন্ন কৰিলে।

উপস্থিত আমন্ত্ৰিত ৰজাসকলক যথানিয়মে মান ধৰিবৰ সময় হ'ল। পোনতে কোনজন ৰজাক অৰ্ঘ্য অৰ্থাৎ আগ মাননি দিব এনে এটা প্ৰশ্ন হ'ল। এই প্ৰশ্নৰ মীমাংসা কৰিবলৈ ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰে বৃদ্ধ পিতামহ ভীষ্মদেৱক সুধিবলৈ গ'ল। প্ৰথম অৰ্ঘ্য দ্বাৰকাধিপতি শ্ৰীকৃষ্ণকে দিয়াটোৱেই বিধেয় বুলি ভীষ্মদেৱে মত প্ৰকাশ কৰিলে।

ভীষ্মদেৱৰ উপদেশ অনুসাৰে যুধিষ্ঠিৰৰ আদেশত নুমলীয়া ভায়েক সহদেৱে গোধন, অৰ্ঘ্য আৰু মধুপৰ্ক আদি সকলো বস্তু লৈ যথাবিধি শ্ৰীকৃষ্ণক অৰ্পণ কৰিলে।

বাসুদেৱক এনেকৈ প্ৰথম অৰ্ঘ্য দান কৰা দেখি চেদিৰাজ শিশুপালৰ কোনো প্ৰকাৰে সহ্য নহ'ল। তেওঁ অৱজ্ঞাৰ ভাৱেৰে হাঁহি মাৰি কবলৈ ধৰিলে "এইটো ঘোৰ অন্যায় আৰু বৰ আচৰিত কথা। অৱশ্যে আচৰিত নহবও পাৰি। 'কোন ৰজাক প্ৰথম অৰ্ঘ্য দিব লাগে' বুলি যিগৰাকীয়ে পৰামৰ্শ সুধিলে পোনতে তেওঁ হ'ল জহবা। (অৰ্থাৎ শিশুপালে কুন্তীদেৱীৰ

পাঁচোটা ল'ৰা পাণ্ডুৰ ঔৰষত হোৱা নাছিল এনে ভাৱি কথাটো ক'লে) আকৌ যিগৰাকীয়ে সেই বিধান দিলে তেওঁ হ'ল তলৰ ফালে গতি কৰা এগৰাকীৰ গৰ্ভত জন্ম লোৱা পুৰুষ। (অৰ্থাৎ গঙ্গাদেৱীৰ গৰ্ভত ভীষ্মদেৱৰ জন্ম হৈছিল আৰু সেই গঙ্গা নদী হ'ল নিম্নগামী।) যিজনে আকৌ সেই অৰ্ঘ্য আগবঢ়াই দিলেগৈ তেওঁৰ জন্মই অবৈধ। যিজনে সেই প্ৰথম অৰ্ঘ্যটি পালে তেওঁ হ'ল এজন গুৱাল। এতেকে এই সভাত এনে অবৈধ আৰু অধৰমী নিয়ম-কাৰণ দেখিও যিসকল নিমাত হৈ ভেৰা লাগি চাই থাকে, তেৰাসকল মোৰ মতে হলে বোবাৰ বাহিৰে আন একো নহয়। যোগ্য পুৰুষৰ ইয়াত ঠাই নাই আৰু সন্মানো নাথাকে।" শিশুপালৰ এনে ধৰণৰ উক্তি শুনি কোনোৱে তেওঁৰ ফলীয়া হৈ সমৰ্থন স্বৰূপে হাঁহিবলৈ ধৰিলে। তাতে উৎসাহিত হৈ শিশুপালে যুধিষ্ঠিৰৰ ফালে চাই আকৌ কবলৈ ধৰিলে "এই সভাত অতবিলাক ৰজাৰ উপস্থিতি সত্বেও এই কৃষ্ণক প্ৰথম অৰ্ঘ্যটি দিয়া হ'ল কিয় ? যোগ্য পুৰুষক উচিত সন্মান নকৰা আৰু অযোগ্য পুৰুষক তেওঁৰ যোগ্যতাতকৈ বেছি সন্মান দেখুৱা এই দুয়োটা কামেই নিন্দনীয় আৰু দূষণীয়। আপুনি আজি ৰাজচক্ৰবৰ্ত্তী খিতাপ লবলৈ ওলায়ো এই সামান্য কথাটো বুজি নাপালে কিয় ?" শিশুপালে খঙৰ কোবতে কৈ গ'ল—"এই সভাত ভালেজন মহাত্মা পুৰুষ আৰু বৰ বৰ ৰজাসকল উপস্থিত আছে। এই সকলোকে আওহেলা কৰি আপুনি আজি এটা সাধাৰণ গুৱালকহে প্ৰথম অৰ্ঘ্য দিবলৈ পালে ? এই গুৱালটোৰ বাপেক বসুদেৱ হ'ল উগ্ৰসেন ৰজাৰ এজন সাধাৰণ বিষয়া। মোৰ আৰু এটা আপত্তি যে কৃষ্ণ কোনো ৰাজবংশত জন্মা সন্তান নহয়। দৈৱকীৰ ল'ৰা কৃষ্ণৰ প্ৰতি আপোনাৰ কিবা অনুৰাগ থাকিলেও সেইটো দেখুৱাবৰ থল এই সভা নহয়। পাণ্ডুৰ বংশধৰ সকলৰো এনে আচৰণ উচিত হোৱা নাই। হে পঞ্চপাণ্ডৱ, আপোনালোক বয়সত নিচেই চালুকীয়া। ৰাজসভা পৰিচালনা কৰা নীতি-নিয়ম আপোনালোকে এতিয়াও জনা নাই। বৃদ্ধ ভীষ্মদেৱৰপৰা ভুলকৈ পৰামৰ্শ গ্ৰহণ কৰি আপোনালোকে আজি ডাঙৰ অপৰাধ কৰিছে। কৃষ্ণ কোনো দেশৰ ৰজাও নহয় তেনেস্থলত অতবিলাক ডাঙৰ ডাঙৰ ৰাজ্যৰ ৰজাসকল এই সভাত থকাতো কি সূত্ৰে তেওঁক প্ৰথম অৰ্ঘ্যটি দিলে ? তেওঁ বয়সতো বুঢ়া নহয়। বাপেক বসুদেৱৰ বৰ্ত্তমানে তেওঁৰ পুতেকক অৰ্ঘ্য দি মান ধৰা কথাটো কোনোপধ্যেই উচিত হোৱা নাই। কৃষ্ণ আপোনালোকৰ কুল-গুৰুও নহয়। অথচ আচাৰ্য্য দ্ৰোণ এই সভাত আছেই। প্ৰথম অৰ্ঘ্য তেওঁক নিদি কৃষ্ণক দিয়াৰ অৰ্থ কি ? কৃষ্ণ

যজ্ঞৰ হোতাও নহয়। যজ্ঞৰ প্ৰধান যাজক বুলিয়েই আপুনি কৃষ্ণক প্ৰথম অৰ্ঘ্যটি দিছে নেকি? দ্বৈপায়ন বেদব্যাসো যজ্ঞত উপস্থিত আছেই দেখোন! তেৱেঁই দেখোন যাজক সকলৰ ভিতৰত অগ্ৰণী। তেওঁকো বঞ্চনা কৰিলে। এই প্ৰথম অৰ্ঘ্যটি কুলপতি ভীষ্মদেৱক দিয়া হ'লেও কাৰো আপত্তি নাথাকিল-হেঁতেন। সিফালে আপোনালোকৰ কুলগুৰু কৃপাচাৰ্য্যকো এই সভাত দেখা পাইছোঁ। প্ৰথম মানটো তেওঁক নিদি এই গুৱালটোক দি অতি হীন কাম কৰিছে। সৌৱা সৰ্ব্বশাস্ত্ৰ বিশাৰদ অশ্বত্থামাও উপস্থিত আছিল। তেওঁকো আওহেলা কৰিলে। কিয় এনে কাম কৰিলে?

সৌৱা, ৰাজাধিৰাজ দুৰ্য্যোধনকো দেখা পাইছোঁ, পৰশুৰামৰ প্ৰিয় শিষ্য মহাৰথী কৰ্ণও আছে। এই কৰ্ণই একালত যুদ্ধত জৰাসন্ধক পৰাস্ত কৰি খ্যাতি অৰ্জ্জন কৰিছিল। এইসকল সন্মানী পুৰুষ সভাত উপস্থিত থাকোঁতে এই কৃষ্ণকেইহে আপোনালোকে প্ৰথম অৰ্ঘ্য পাবৰ যোগ্য লোক বুলি বাচি উলিয়ালে নে? বয়সত সৰু, ৰজাও নহয়, উত্তম যাজকো নহয়— অথচ এটা সামান্য গুৱালক আপুনি আগমান ধৰিলে? কেৱল পক্ষপাতিত্বৰ কাৰণেই আপুনি এই কাম কৰিলে। যজ্ঞ পাতি মহাত্মা আৰু ৰজাসকলক এনেভাৱে লঘু কৰিবলৈকে আপুনি নিমন্ত্ৰণ কৰি আনিছিল হ'বলা?" এই বুলি কৈ যুধিষ্ঠিৰৰপৰা মুখ ঘূৰাই সভাসদসকলৰ ফালে চাই ক'লে "বন্ধু নৃপতিসকল, আমি কুন্তীপুত্ৰ যুধিষ্ঠিৰক ৰাজচক্ৰৱৰ্ত্তী খিতাপ লাভৰ সন্মতি দিছোঁ—তেওঁৰ পৰাক্ৰমৰ ভয়ত নহয় বা তেওঁৰ কৃপালাভ কৰি ধন-সম্পদৰ আশাতো নহয়, কেৱল তেওঁ ধৰ্ম্ম মানি প্ৰজাপালন কৰা দেখি গুণমুগ্ধ হৈ তেওঁক আজি ৰাজচক্ৰৱৰ্ত্তী খিতাপত সন্মতি দান কৰিছোঁহঁক— ইমানেই কথা। তেওঁ কিন্তু আজি আমাক সকলোকে অপদস্থ কৰিলে। ইয়াৰ পিচত আৰু তেওঁক ধৰ্ম্মাত্মা বুলি অভিহিত কৰা নহ'ব। অন্যায়কৈ জৰাসন্ধক বধ কৰাত যি সহায় কৰিছে সেই দুৰাত্মাক প্ৰথম অৰ্ঘ্য দিয়াৰ পিচতো এই যুধিষ্ঠিৰক ধৰ্ম্মাত্মা বিশেষণেৰে সন্মান প্ৰদৰ্শন কৰা আমি যুক্তি-যুক্ত বুলি নাভাবোঁ। এতিয়াৰপৰা তেওঁক প্ৰৱঞ্চক বুলি প্ৰচাৰ কৰাহে উচিত হ'ব।

হেৰা কৃষ্ণ, স্বেচ্ছাচাৰী পঞ্চপাণ্ডৱে তোমাক প্ৰথম অৰ্ঘ্য কিয় দিলে? তুমিয়েই বা তাক গ্ৰহণ কৰিলা কিয়? ৰাজসভাৰ নীতি-নিয়ম তুমিও পাহৰি গ'লা নেকি? হৱিষ্যান্ন হলেও খাওঁতাৰ অভাৱত যেনি তেনি সিঁচৰতি হৈ পৰি থাকিলে সেইবোৰ কুকুৰৰ হে ভক্ষ্য হয়। সেইদৰে তোমাৰ উপযুক্ত নহলেও এই প্ৰথম অৰ্ঘ্য তুমি গ্ৰহণ কৰিছা। তোমাক

উপহাস কৰিবলৈকে পঞ্চপাণ্ডৱে এই সভাৰ আয়োজন কৰিছে। এইখন নাট তোমাক সন্মান দেখুৱাবলৈ কৰা নাই। এই সামান্য কথাটোও নুবুজিলানে? কণা মানুহক মনোমোহা বস্তু চাবলৈ দিয়া আৰু নপুংসকক কন্যাদান কৰা যেনে পেংলাই কৰা কথা, সেইদৰে তোমাৰ দৰে ৰাজ্যহীন পুৰুষ এজনকো বিদ্রূপ কৰিবৰ নিমিত্তে এনে ধৰণৰ সভাৰ আয়োজন কৰিছে।

ৰাজচক্ৰৱৰ্ত্তী খিতাপৰ আশাধাৰী যুধিষ্ঠিৰৰ আচল স্বভাৱটো আৰু ভীষ্মৰো আচল স্বভাৱটো এই সভাৰ আয়োজন প্ৰণালীৰ ভিতৰেদি প্ৰকাশ পাইছে। বাসুদেৱৰ প্ৰকৃত স্বভাৱটো কেনে ধৰণৰ সেইটো আমি অনুভৱ কৰিব পাৰিছোঁ। এই আটাইকেগৰাকী মহাপুৰুষ একেডাল ডোলেৰে মেৰখাই থকা যেন দেখা গৈছে।"

এনে ধৰণৰ দম্ভপূৰ্ণ কটূক্তি কৰি শিশুপালে তেওঁৰ ফলীয়া ৰজাসকলক লৈ ৰাজসভা ত্যাগ কৰি গুচি গ'ল।

যুধিষ্ঠিৰে তেওঁলোকৰ পিচে পিচে মিঠা মুখেৰে আৰু শান্তভাৱেৰে (তেওঁলোকক) শান্তনা দিবলৈ চেষ্টা কৰিলে। কিন্তু তেনে চেষ্টাৰ কোনো ফল নধৰিলে। (ৰজাসকল আৰু শান্ত নহ'ল। শিশুপালৰ অহঙ্কাৰ দোপত দোপে বাঢ়ি গ'ল। ইয়াৰ পিচত শিশুপাল আৰু শ্ৰীকৃষ্ণৰ মাজত ভয়ানক যুদ্ধ লাগিল। অন্তত দুষ্ট শিশুপালে শ্ৰীকৃষ্ণৰ হাতত প্ৰাণ এৰিলে।)

ৰাজসূয় যজ্ঞ নিয়াৰিকৈ সম্পন্ন হ'ল। যুধিষ্ঠিৰে ৰাজচক্ৰৱৰ্ত্তী খিতাপ পালে।

# শকুনি

ইন্দ্ৰপ্ৰস্থত পঞ্চপাণ্ডৱে পতা ৰাজসূয় যজ্ঞ সুসম্পন্ন হৈ গ'ল। গোট খোৱা ৰজা আৰু মহাপুৰুষসকলে বিদায় লৈ নিজৰ নিজৰ দেশলৈ উলটি গ'ল। ব্যাসদেৱে যুধিষ্ঠিৰৰপৰা বিদায় লবলৈ তেওঁৰ ওচৰত থিয় হ'ল। ধৰ্ম্মপুত্ৰই আসনৰপৰা উঠি আহি বিধিমতে অৰ্ঘ্য দি আৰু চৰণ-সেৱা কৰি যথাস্থানত বহুৱাই নিজেও কাষতে আন এখন আসনত বহিল। ব্যাসদেৱে আশীৰ্ব্বাদ কৰি ক'লে "কুন্তীপুত্ৰ, তুমিয়েই সকলো কালৰপৰা চাবলৈ গ'লে ৰাজচক্ৰৱৰ্ত্তী খিতাপৰ যোগ্য পুৰুষ। সেই খিতাপ আজি

তুমি লাভ কৰিছা। তোমাৰ পৰা কুৰুবংশ আজি গৌৰৱান্বিত হ'ল। বাছা, মই এতিয়া যাবলৈ ওলালোঁ; মোক বিদায় দিয়া।" কুৰুবংশৰ শ্ৰেষ্ঠ পিতামহ আৰু গুৰু ব্যাসদেৱৰ চৰণ চুই সেৱা জনাই যুধিষ্ঠিৰে আঁঠু লৈ হাত যোৰ কৰি ক'লে "হে গুৰুদেৱ, মোৰ এটি সন্দেহ উপজিছে, আপুনি-য়েইহে তাক ভঞ্জন কৰিব পাৰিব। মহাপুৰুষসকলে দিব্যজ্ঞানৰ প্ৰভাৱত জানিব পাৰিছে যে এই জগতত ঘোৰ অনৰ্থৰ দিন আহিব লাগিছে। শিশুপাল বধৰ লগতে সেই অনৰ্থৰ অন্ত পৰিল নে নাইবা আৰু কিবা অলপ বাকী আছে দয়া কৰি কওকচোন।"

উত্তৰত ব্যাসদেৱে ক'লে "বাছা, তেৰবছৰ কাল তোমালোকৰ দিন অতি কষ্টৰ মাজেদি যাব। ক্ষত্ৰিয়কুল সমূলে বিনাশ হ'ব। এইটো অনৰ্থকে সূচাইছে। শিশুপাল বধৰ লগতে সেইটো শেষ হোৱা নাই। আৰু ভালেমান ভয়াবহ ঘটনা ঘটিব। শয়ে শয়ে ৰজাসকল বিনাশ হব আৰু সেই সকলোবোৰৰ কাৰণ তুমিয়েই হবা। তুমি আৰু তোমাৰ ভায়েৰাসকলৰ লগত কৌৰৱসকলৰ শত্ৰুতাৰ ফলত অদূৰ ভৱিষ্যতত ক্ষত্ৰিয় নিধনকাৰী এখন তয়াময়া যুদ্ধৰ সূত্ৰপাত হ'ব। কালৰ সোঁতত যি ঘটিব লাগে সেইটো ঘটিবই ঘটিব। তাৰ এচুলিমানো ইফাল সিফাল নহয়। মন স্থিৰ কৰি বুকুত সাহ বান্ধি লোৱা। মই এতিয়া বিদায় ললোঁ। পূৰ্ণ সংযমী হৈ স্থিৰচিত্তে সুখেৰে ৰাজ্য পালন কৰি থাকা।" এইদৰে কৈ ব্যাসদেৱে আশীৰ্ব্বাদ কৰি বিদায় লৈ গুচি গ'ল।

ব্যাসদেৱ চকুৰ আঁতৰ হোৱাৰেপৰা যুধিষ্ঠিৰ অঠাই চিন্তাসাগৰত পৰিল। কেউজন ভায়েককে মতাই আনি ব্যাসদেৱৰ ভৱিষ্যদ্বাণীৰ কথা শুনাই বৰ খেদ কৰি ক'লে "মোৰ চেনেহৰ বীৰসকল, ব্যাসদেৱৰ এই ভৱিষ্যদ্বাণী কাণত সোমোৱাৰেপৰা মোৰ জীৱনটোৰ ওপৰত বিৰাগ জন্মিছে। ৰজাসকলৰ বিনাশৰ কাৰণ ময়ে হ'ম, এই কথা শুনিনো মই কোন সতে জীৱন ধাৰণ কৰি থাকিব পাৰোঁ।"

এই কথা শুনি অৰ্জ্জুনে ক'লে, "আপুনি আজি সকলোৰে ভিতৰত শ্ৰেষ্ঠ ৰজা, আপোনাৰ মনৰ এনে চঞ্চলতা সমূলি বাঞ্ছনীয় নহয়। সকলো বিষয়তে সকলো কথা ভালকৈ ভাৱি চিন্তি লৈ সময়ৰ কৰ্ত্তব্য সময়ত সমাধা কৰাটোহে আপোনাৰ পক্ষে উচিত হ'ব।" যুধিষ্ঠিৰে ক'লে "ভাইহঁত, ঈশ্বৰে যেন আমাক ৰক্ষা কৰে। যাতে মোৰপৰা কোনো কাজিয়া-পেঁচাল নহয় সেইটো মই শপথ খাই লৈছোঁ। আজিৰপৰা তেৰ বছৰলৈকে তোমালোকক আৰু কৌৰৱহঁতকো কোনো টান কথা নকওঁ। সদায় বংশৰ

নীতি-নিয়ম মানি চলিবলৈ চেষ্টা কৰিম। আমাৰ ভিতৰত কোনো ৰকমৰ এৰাএৰি হোৱাৰ সুবিধা নিদিওঁ। জগতখনত যতমানে কাজিয়া আৰু যুঁজ-বাগৰ হৈ আছে সেই সকলোবিলাকৰ মূলত এই মনোমালিন্য। কাজিয়াৰ মূলতে খং, এই খঙক দমাই লৈ দুৰ্য্যোধনাদিৰ অভিলাষত কেতিয়াও পথালি নিদি তেওঁলোকৰ ইচ্ছা অনুসৰি দিন কটাবলৈ চেষ্টা কৰিম। ব্যাসদেৱৰ উপদেশ মতে খং দমন কৰি চলিম।" এই কথাত বাকী পাণ্ডৱ কেইজনে ক'লে, "দাদা, আপোনাৰ কথা অতি ন্যায়সঙ্গত হৈছে। আমাৰ পক্ষৰপৰাও কোনো ৰকমৰ কাজিয়াৰ সূত্ৰপাত নহয়।"

দুৰ্য্যোধনে পাশাখেলত যোগ দিবলৈ পাণ্ডৱসকলক নিমন্ত্ৰণ কৰাত যুধিষ্ঠিৰে কোনো ৰকমৰ বাধা নিদি সন্মতি দিলে। যুধিষ্ঠিৰৰ প্ৰতিজ্ঞাই সন্মতিদানৰ ঘাই কাৰণ। ভৱিষ্যতে হাই-কাজিয়াৰপৰা হাত সাৰি থাকিবলৈ যুধিষ্ঠিৰে যি প্ৰতিজ্ঞা কৰিলে বৰ্ত্তমান ক্ষেত্ৰত সেই কাজিয়ায়েই ঘাই কাৰণ হৈ উঠিল।

পাশাখেলৰ নিমন্ত্ৰণ ৰক্ষা কৰি যুধিষ্ঠিৰে তাত যোগ দিয়াৰ ফলত হ'ল ভয়ানক ক্ৰোধ, তাৰ পিচতে যুদ্ধ আৰু শেষত গৈ বংশনাশ।

মানুহৰ কৌশল, সঙ্কল্প আৰু চেষ্টাই কেতিয়াবা কেতিয়াবা উদ্দেশ্যৰ সম্পূৰ্ণ বিপৰীত ফল দিয়ে। ধৰ্ম্মপুত্ৰৰ প্ৰতিজ্ঞাও তাৰ এটা জ্বলন্ত প্ৰমাণ।

কাজিয়া আৰু মনোবাদলৈ ভয় কৰি ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰে ইন্দ্ৰপ্ৰস্থত বাস কৰিছিল। কিন্তু যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞত যোগদান কৰা সময়ত ইন্দ্ৰপ্ৰস্থৰ সৌন্দৰ্য্য, সাজ-সজ্জা, চালে চকুৰোৱা। স্ফটিকৰ তোৰণ, আড়ম্বৰ আৰু বহুমূলীয়া ধন-সম্পত্তিৰ বিপুল সমাবেশ দেখি দুৰ্য্যোধনৰ মনত হিংসা-তুঁহজুই জ্বলাদি জ্বলি আছিল। যুধিষ্ঠিৰ সভামণ্ডপত কেতিয়াও নেদেখা নুশুনা ধন সম্পত্তিৰ দৌল আৰু মন-প্ৰাণ হৰা কাৰুকাৰ্য্য আদি তেওঁ দেখিবলৈ পাইছিল। যুধিষ্ঠিৰে ভালেমান ৰজাকো যে বন্ধু হিচাপে পাইছিল সেই কথাও দুৰ্য্যোধনে লক্ষ্য কৰিছিল। এইবিলাক কথাত তেওঁৰ মন খঙে ঈৰ্ষাই অসহনীয় হৈ উঠিল। পাণ্ডৱসকলৰ হঠাতে হোৱা ইমানবিলাক ঐশ্বৰ্য্য-বিভূতি দেখি তেওঁ ইমান চিন্তিত হৈ পৰিছিল যে ওচঁৰতে উপদেশ দি থকা শকুনিৰ কোনো কথাই তেওঁৰ কাণত নোসোমাইছিল।

শকুনিয়ে টানি মাত লগালে "কি হ'ল হে তোমাৰ দুৰ্য্যোধন। হমুনিয়াহ পেলাইছাচোন ? কি কথাত তোমাৰ ইমান বেজাৰ লাগিছে ?"

দুৰ্য্যোধনে ক'লে "মামা, ভায়েকহঁতৰ সৈতে লগ লাগি আজি যুধিষ্ঠিৰে স্বৰ্গৰ ইন্দ্ৰৰ নিচিনাকৈ সুখেৰে ৰাজ্যপালন কৰিছে। অতৰোঁৰ ৰজা-

মহাৰজাৰ চকুৰ আগতে শিশুপালক বধ কৰিলে। তাৰ পোতক তুলিবলৈ এজন ৰজায়ো হাত এখন দাঙিবলৈ সাহ নকৰিলে। আটাইবিলাকে পাণ্ডৱসকলৰ মূৰ্ত্তি দেখি চুৰ্ত্তি হেৰুৱাই পুতলাৰ দৰে থৰ হৈ ৰ'ল। বেপাৰী বৈশ্যসকলৰ দৰে ৰজাসকলে যুধিষ্ঠিৰক ভক্তি দেখুৱাই ধন বস্ত্ৰ উপহাৰ দিছে। এইবোৰ দেখি শুনি কোন সতে মই থিৰেৰে থাকিব পাৰোঁ? মোৰ বুকু পুৰি আছে। মইনো বাৰু এতিয়া কি লৈ জীয়াই থাকিম মামা?"

শকুনিয়ে প্ৰবোধ দি ক'লে "দুৰ্য্যোধন, পঞ্চপাণ্ডৱ জানো তোমাৰে ভাই-ককাই নহয়? তেওঁলোকৰ ধন-দৌলত দেখি তোমাৰ বুকু পোৰা উচিত হোৱা নাই। তেওঁলোকে হক মতে যি ৰাজ-ঐশ্বৰ্য্য লাভ কৰিছে তাকেইহে ভোগ কৰিছে। তেওঁলোকে ভাগ্যৰ বলেৰে উচচপদ পাইছে। আনৰ ওপৰত অলপো আক্ৰোশ বা হিংসাৰ ভাৱ নাৰাখি তেওঁলোকে নিজৰ অংশ অটুট ৰাখি তাৰ ওপৰতে ভিৰ দি উন্নতি কৰি গৈছে। তুমি কিয় মিছাতে পেটত হিংসাৰ ভাৱ সুমাই লৈ নিজে দেই পুৰি মৰিছা? তেওঁলোকৰ শক্তি আৰু আনন্দই তোমাৰ জানো কিবা হৰণ ভগন কৰিবলৈ আহিছে? তোমাৰ ভাইসকলে আৰু মিতিৰ-কুটুমবিলাকেও তোমাৰ কথা-মতেই চলি আছে দেখোন। দ্ৰোণ, কৰ্ণ, অশ্বত্থামা এই সকলো তোমাৰ ফলীয়া হৈয়ে আছে। মই হলে কেনিও তোমাৰ বেজাৰৰ কাৰণ দেখা নাপাওঁ। পিতামহ ভীষ্ম, সোমদত্ত, কৃপাচাৰ্য্য, জয়দ্ৰথ আৰু মই তোমাৰ লগতে আছোঁ যেতিয়া তোমাৰ পক্ষে জগৎজয়ী হোৱা একো অসম্ভৱ নহয়। গতিকে খেদ কৰি নাথাকিবা।"

সেই কথাত দুৰ্য্যোধনে ক'লে "মামা, ভাল কথা তেন্তে; এইবোৰ মোৰেই ফলীয়া যেতিয়া, তেতিয়া পাণ্ডৱহঁতক যুদ্ধত ঘটুৱাই ইন্দ্ৰপ্ৰস্থৰ পৰা খেদাই দিয়াই ভাল হ'ব যেন পাইছোঁ।"

শকুনিয়ে ক'লে "নহয় নহয় সেইটো নকৰিবা। তাৰপৰা তোমাৰ বিপদ হবলৈ আছে। বিনা যুদ্ধে কেনেকৈ যুধিষ্ঠিৰক পৰাস্ত কৰিব পাৰি সেই উপায় বাৰু মোৰ হাতত আছে।"

দুৰ্য্যোধনৰ বেজাৰত জাপ খাব ধৰা চকুজুৰি শকুনিৰ মুখত এই কথা শুনা মাত্ৰকে আশাভৰা আনন্দত জ্বলি মেল খাই গ'ল। তেওঁ আগ্ৰহেৰে সুধিলে "মামা, কাৰো প্ৰাণ নাশ নোহোৱাকৈ বাৰু পাণ্ডৱহঁতক জয় কৰিব পাৰিম নে? তেনে কিবা উপায় আছেনে?"

শকুনিয়ে উত্তৰ দিলে "শুনা দুৰ্য্যোধন, যুধিষ্ঠিৰে পাশা খেলিবলৈ বৰ ভাল পায়। কিন্তু তেওঁ সেই খেলৰ কটবিলাক একেবাৰেই নাজানে।

তেওঁক পাশা খেলিবলৈ নিমন্ত্ৰণ জনালে ক্ষত্ৰিয়ৰ নিয়ম অনুযায়ী সেই খেলত যোগ দিবলৈ তেওঁ আহিবই লাগিব। পাশা খেলত মোৰ ভাল হাত আছে। সেই খেলত তোমাৰ ফলীয়া হৈ যোগ দিম। বিনা যুদ্ধে তেওঁলোকৰ ৰাজ্য আৰু ধন দৌলত সকলো হৰণ কৰি তোমাৰ কাৰণে আনিব পাৰো নে নোৱাৰোঁ, তুমি চাই থাকা।"

## পাশাখেললৈ আহ্বান

দুৰ্য্যোধন আৰু শকুনি দুয়ো ধৃতৰাষ্ট্ৰৰ ওচৰলৈ গ'ল। শকুনিয়ে পোনতে কথা উলিয়ালে। তেওঁ কলে "মহাৰাজ, দুৰ্য্যোধন দেখোন দুখে-বেজাৰে, চিন্তাই-ভাৱনাই তেনেই শুকাই-খীণাই শেঁতা পৰি গৈছে! তেওঁলৈনো বাৰু আপুনি অলপো চকু দিব নাপায়নে? তেওঁৰ প্ৰতি আপোনাৰ এনে আওকণীয়া ভাৱৰ কাৰণটো কি মহাৰাজ?"

পুত্ৰবৎসল ধৃতৰাষ্ট্ৰই এই কথা শুনি দুৰ্য্যোধনক বুকত সাবটি লৈ কলে "বাছা মোৰ, তোমাৰ চিন্তাৰ কাৰণ মই দেখোন একোকে জানিব পৰা নাই! তুমিয়েই মোৰ সমস্ত ধন-সম্পত্তিৰ গৰাকী। আটাইবোৰ তোমাৰ হাক-হুকুমৰ তলত। দেৱতাসকলৰ দৰেই তুমি দেখোন সকলো সুখ ভোগ কৰি আছা। তোমাৰ আকৌ চিন্তাত ব্যাকুল হব লগা কি কথা আছে? বেদশাস্ত্ৰ, অস্ত্ৰবিদ্যা আদি সকলো প্ৰকাৰ শিক্ষা কৃপাচাৰ্য্য, বলৰাম আৰু দ্ৰোণাচাৰ্য্যৰ ওচৰত লাভ কৰিছা। তুমি মোৰ জ্যেষ্ঠ পুত্ৰ। ৰাজলক্ষ্মী তোমাৰ হাতৰ মুঠিত। ইমানৰ ওপৰতো আকৌ তোমাৰ দুখ-বেজাৰৰ কাৰণটো কি কোৱাচোন।"

দুৰ্য্যোধনে কলে "পিতা, মই বৰ্ত্তমানে এটা নগণ্য মানুহৰ দৰে খাই-লৈ জীয়াই আছোঁ মাত্ৰ। আৰু লগে লগে সকলো ৰকমৰ লঘু-লাঞ্চনা সহি থাকি কাল কটাইছোঁ। এইদৰে বাৰু মইনো কিমান দিন জীয়াই থাকিম পিতা?" দুৰ্য্যোধনে এইদৰে বেজাৰ কৰি নিজৰ দুখৰ কাহিনী পিতাকৰ আগত বহলাই বৰ্ণনা কৰি কবলৈ ধৰিলে। ইন্দ্ৰপ্ৰস্থত পাণ্ডৱ-সকলৰ ঐশ্বৰ্য্য-বিভূতি দেখি তেওঁৰ অন্তৰত যিকুৰা জুই জ্বলি আছিল সেই কথা পিতাকৰ আগত ভাঙি-পাতি কলে "পোৱা বস্তুতে সন্তোষ লাভ কৰি বহি থকাটো ক্ষত্ৰিয়ৰ ধৰ্ম্ম নহয়। এই জগতত ভয় আৰু দয়া

এই দুয়োটা কথাই ৰজাসকলৰ গৌৰৱ হানি কৰে। যুধিষ্ঠিৰ ৰজাৰ ধন-দৌলতৰ পয়োভৰ দেখিবৰে পৰা মোৰ নিজা ধন-সম্পদত অলপো সন্তুষ্ট থাকিব পৰা নাই। মহাৰাজ, পাণ্ডৱসকলৰ দেখোন দিনক দিনে শ্ৰী বৃদ্ধি হবই লাগিছে—আমাৰ যেন দিনক দিনে টুটিহে গৈছে।"

ধৃতৰাষ্ট্ৰই কলে "প্ৰিয় পুত্ৰ, তুমি মোৰ বংশধৰ, তুমি ৰাজপাটৰ গৰাকী। তেনেস্থলত পাণ্ডৱসকলৰ লগত শত্ৰুতা আচৰণ কৰা তোমাৰ উচিত হোৱা নাই। এনে শত্ৰুতাৰপৰা অশেষ কষ্ট ভোগ কৰিবলৈ আছে—এনেকি শেষত গৈ মৰণো ঘটিব পাৰে। সৰলচিতীয়া যুধিষ্ঠিৰৰ ওপৰত তোমাৰ কিয় ইমান আক্ৰোশ ভাৱ হৈছে বাছা? তেওঁলোকৰ ঐশ্বৰ্য্যই আমাৰো ঐশ্বৰ্য্য। আমাৰ মিতিৰ-কুটুমেই তেওঁলোকৰো মিতিৰ-কুটুম। আমাৰ ওপৰত তেওঁলোকৰ দেখোন তিলমানো শত্ৰু ভাৱ নাই। বংশ মৰ্য্যাদা আৰু পৰাক্ৰমত তুমি তেওঁলোকৰেই সমান। ভাইহঁতৰ ঐশ্বৰ্য্য-বিভূতি দেখি তোমাৰ মনত হিংসাৰ ভাৱ জগাই তোলা উচিত হোৱা নাই।" এইবুলি পুত্ৰবৎসল ধৃতৰাষ্ট্ৰই দুৰ্য্যোধনক সান্ত্বনাৰ কাৰণে উপদেশ দিলে।

কিন্তু পিতাকৰ এই চেনেহৰ উপদেশবিলাক দুৰ্য্যোধনৰ মনত নালাগিল। পিতাকৰ লগত এইবাৰ দুৰ্যোধনে ৰাজনীতি আলোচনা কৰিবলৈ ধৰি কলে "লৌকিক জ্ঞান নাথাকিলে শাস্ত্ৰ জনাৰপৰা কোনো ফল নহয়। খোৱা বস্তু পেটৰ ভিতৰত থাকিলেও পেটে যেনেকৈ সোৱাদ লব নোৱাৰে সেইদৰে আপুনিও সদায় নীতিশাস্ত্ৰত মগ্ন থাকিলেও তাৰ আচল অৰ্থটো উপলব্ধি নকৰাকৈ এনে কথা কৈছে। বৃহস্পতিয়ে কৈছে "মানুহৰ চলন, ফিৰণ, ৰাজনীতি হ'ল এটা বস্তু, আৰু ৰাজধৰ্ম্ম হ'ল এটা সম্পূৰ্ণ সুকীয়া বস্তু। সন্তোষ আৰু ক্ষমা সাধাৰণ মানুহৰ ধৰ্ম্ম হলেও ৰজাসকলৰ নিমিত্তে ই এটা ধৰ্ম্মই নহয়। বিজয় লাভৰ নিমিত্তে কৰা চেষ্টাই ক্ষত্ৰিয়ৰ ধৰ্ম্ম। ধৰ্ম্মাধৰ্ম্ম বিচাৰ নকৰি কেৱল বিজয় লাভৰ কাৰণে কৰা চেষ্টাইহে ক্ষত্ৰিয়ৰ প্ৰধান ধৰ্ম্ম।"

ইয়াৰ পিচত শকুনিয়ে পাশাখেলৰ কথা উলিয়াই পৰামৰ্শ দি কলে "মহাৰাজ, মই হলে বিনাযুদ্ধে দুৰ্য্যোধনৰ মনৰ বেজাৰ আঁতৰাই দিব পাৰোঁ।"

এই কথাত ধৃতৰাষ্ট্ৰৰ মন চঞ্চল হৈ উঠিল। দুৰ্য্যোধনে সেইটো লক্ষ্য কৰি ভাবিবলৈ ধৰিলে "ঠিক এই সময়তে পিতাৰ সন্মতি লবৰ সুযোগ উপস্থিত।" এই ভাবিয়েই তেওঁ পিতাকৰ ফালে চাই কলে "পিতা, গোপনেই হওক বা দেখাদেখিকৈয়ে হওক, শত্ৰুক জয় কৰিবলৈ সকলো

ৰকমৰ কল-কৌশল প্ৰয়োগ কৰাটো ক্ষত্ৰিয়ৰ কৰ্ত্তব্য। সেয়ে ক্ষত্ৰিয়ৰ অস্ত্ৰ—সিদ্ধিলাভৰ উপায়,—কেৱল অস্ত্ৰ-শস্ত্ৰই যে একমাত্ৰ উপায় এনে নহয়। শত্ৰু বা মিত্ৰ জাত-কুল বিচাৰ কৰি নিৰ্ণয় কৰা টান। যাৰে পৰাই আমি দুখ-কষ্ট ভোগ কৰোঁ, সেয়েই আমাৰ শত্ৰু। এনে ভাবৰপৰা চালে নিজৰ ভায়ো শত্ৰু হব পাৰে। সকলো ক্ষেত্ৰতে সন্তোষ লাভ কৰি থিৰ ভাবে বহি থকাটো ৰজাসকলৰ ধৰ্ম্ম হবই নোৱাৰে। শত্ৰুৰ শক্তি বঢ়া দেখিও উদাসীন থাকিলে নিজৰ বিনাশ অৱশ্যম্ভাৱী। শত্ৰুৰ শক্তি বঢ়াৰ আগতে ভালদৰে জানি লৈ সমুচিত চেষ্টাৰে তাত বাধা দিয়াই ৰাজধৰ্ম্ম। গছৰ ওপৰত কেনেবাকৈ আকাশীলতা পৰিলে সেই গছ যেনেকৈ লাহে লাহে মৰহি যায়, আমাৰ বংশৰ ঐশ্বৰ্য্য-বিভূতিয়েও তেনেকৈ আমাক বিনাশ কৰিব পাৰে।"

চোকা বুদ্ধিৰ পাপাত্মা শকুনিয়ে কলে "মহাৰাজ, আপুনি যুধিষ্ঠিৰক পাশা-খেললৈ নিমন্ত্ৰণ কৰক। আপোনাৰপৰা আমি মাথোন এই কথাকে আশা কৰিছোঁ। বাকী যি কাম কৰিব লাগে তাৰ ভাৰ মোৰ ওপৰত থাকিল।"

দুৰ্য্যোধনে কলে "বিনা যুদ্ধে, বিনা ৰক্তপাতে, এটি প্ৰাণীও হানি নোহোৱাকৈ শকুনিয়ে পাণ্ডৱসকলৰ সকলো ধন-সম্পদ আমাক আনি দিব খুজিছে। আপুনি মাথোন যুধিষ্ঠিৰক মাতি আনি পাশাখেলত বহুৱাই দিয়ক।"

ধৃতৰাষ্ট্ৰই কলে "কিন্তু, এই পৰামৰ্শ মোৰ মনে হলে যুক্তিসঙ্গত বুলি নকয়। ভাই বিদুৰক আমি এই বিষয়ে এবাৰ শোধা উচিত। তেওঁ এজন বিচক্ষণ পুৰুষ আৰু প্ৰায় সকলো কথাতে মই তেওঁৰে পৰামৰ্শ লওঁ।"

দুৰ্য্যোধনে কিন্তু বিদুৰৰ পৰামৰ্শ লোৱা কথাত মান্তি নহল। তেওঁ কলে "বিদুৰে কেৱল সাধাৰণ ধৰ্ম্ম উপদেশ বিলাকেইহে দি থাকে। সেই-বোৰ উপদেশ জয়লাভত নাখাটে। জয়-পৰাজয়ৰ কথাত ধৰ্ম্মক আঁতৰাই থোৱাই ৰজাসকলৰ কৰ্ত্তব্য। ধৰ্ম্মশাস্ত্ৰত পাকৈত বিদুৰ আৰু ব্যাসদেৱ এই দুয়োজনেই আমাৰ শ্ৰীবৃদ্ধি হোৱাৰ বাটত কাঁইট হৈ আছে। মোৰ প্ৰতি বিদুৰৰ লেশমাত্ৰও মৰম-চেনেহ নাই। পাণ্ডৱৰ ফালেই তেওঁৰ চেনেহৰ আকৰ্ষণ বেছি যেন মনে ধৰে। এই কথা আপুনিও নজনা নহয়।"

ধৃতৰাষ্ট্ৰই কলে "পঞ্চপাণ্ডৱ বৰ শক্তিশালী, তেওঁলোকৰ লগত শত্ৰুতা কৰি চলা উচিত বুলি মই নাভাবোঁ। এই পাশাখেলেই শত্ৰুতাৰ কাৰণ হৈ উঠিব পাৰে। পাশাখেলতে বৈৰী ভাৱ প্ৰবল হৈ উঠিব।"

পিতাকৰ কথাত দুৰ্য্যোধনে সাহ দি কলে "ভয়ত পিচ নুহুহঁকি নিজৰ কৰ্ত্তব্য নিজে কৰাটোৱেই ৰাজধৰ্ম্ম। শক্ৰৱে শক্তি গোটাবলৈ নৌ পাওঁতেই সিহঁতক নাশ কৰিবলৈ যত্ন কৰা যুগুত। দূৰদৃষ্টি থকা মানুহ মাত্ৰৰে এনে কৰা কৰ্ত্তব্য। ৰোগ বা মৃত্যুৱে আমাৰ মুখলৈ চাই নাথাকে। পাশাখেল আমাৰেই প্ৰথম আবিষ্কাৰ নহয়। উপৰি পুৰুষসকলে এই খেলৰ প্ৰচলন কৰি থৈ গৈছে। বিপদ-বিঘিনি নঘটাকৈ বা কাৰো প্ৰাণ হানি নোহোৱাকৈ ক্ষত্ৰিয়সকলে এনে উপায়েৰেও কাৰ্য্যসিদ্ধি কৰিব পাৰে।"

তেতিয়া ধৃতৰাষ্ট্ৰই অলপ গহীন হৈ কলে "বাছা, মই এতিয়া বুঢ়া হলোঁ। তুমিয়েই বৰ্ত্তমান ৰাজ্যৰ অধিকাৰী। যি ভাল দেখা তাকে চাই-বুজি কৰাগৈ। কিন্তু তোমাৰ এই ৰীতিটো মই কোনোমতেই সমৰ্থন কৰিব নোৱাৰোঁ। ভৱিষ্যতে ইয়াৰ ফলত তুমি অনুতপ্ত হব লাগিব। সম্ভৱতঃ এয়ে বিধিৰ বিধান।"

পুতেকৰ নিতান্ত অনুৰোধত নিৰুপায় হৈ ধৃতৰাষ্ট্ৰই অন্তত পাশাখেলৰ সন্মতি দি তাৰ নিমিত্তে ৰভা-খোলাৰ আয়োজন কৰালে। কিন্তু লৰাহঁতৰ আঁৰত বিদুৰৰ লগত এই বিষয়ে আলোচনাও কৰিলে।

বিদুৰে কলে "মহাৰাজ, এই পাশাখেলেই কাল হৈ বংশ নাশ কৰিব। এই খেলতে খণ্ডা-খণ্ডি, কাজিয়া-পেচাল হৈ শেষত বংশৰ সৰ্ব্বনাশ ঘটিব। আপুনি এতিয়াও বাধা দিয়ক, কোনোমতেই ইয়াত মত নিদিব।"

ধৃতৰাষ্ট্ৰই পুতেকৰ কাবৌ-কাকুতি উপেক্ষা কৰিবলৈ অপাৰগ হৈ বিদুৰক কলে "ভাগ্য আমাৰ প্ৰতি সুপ্ৰসন্ন থাকিলে এই পাশাখেললৈ মই শঙ্কা কৰা নাই। কিন্তু কেনেবাকৈ বিধি পথালি দিলে আমাৰ সকলো যত্ন বিফল হব। গোটেই জগতখনেই বিধিৰ বিধান মানি চলি আছে। তুমি মোৰ প্ৰতিনিধি হৈ ইন্দ্ৰপ্ৰস্থলৈ গৈ যুধিষ্ঠিৰক পাশাখেললৈ নিমন্ত্ৰণ জনাই আহাঁগৈ, যোৱা বিদুৰ।"

# পাশাখেলৰ পণ

বিধিৰ বিধান আৰু নিজৰ কৰ্ত্তব্য কি সেই কথা জানিও মানুহৰ কু-বুদ্ধিবিলাক কেতিয়াবা মনত জাগি উঠে। সেই কাৰণেই দুৰ্ব্বলচিতীয়া ধৃতৰাষ্ট্ৰই পুতেক দুৰ্য্যোধনৰ প্ৰতি আসক্ত হৈ তেওঁৰ অন্যায় অনুৰোধতো মান্তি হ'ল। ধৃতৰাষ্ট্ৰৰ আজ্ঞা পালন কৰি ধৰ্ম্মাত্মা বিদুৰে যুধিষ্ঠিৰৰ ওচৰলৈ বুলি যাত্ৰা কৰিলে।

বিদুৰক দেখা পাই যুধিষ্ঠিৰে চিন্তিত হৈ সুধিলে "খুড়া, আজি দেখোন বিমৰ্ষ হৈ অহা দেখা পাইছোঁ? হস্তিনাপুৰৰ খা-খবৰ ভালনে? মহাৰাজ আৰু কৌৰৱসকলৰ কুশলনে? প্ৰজাসকল ভালে আছেনে? তেওঁলোকৰ ভাৱ-গতি সকলো ভালেই হব পায়?"

বিদুৰে উত্তৰ দিলে "বাছা, হস্তিনাপুৰত সকলো ভালেই আছে। তোমালোক সকলোটিৰে কুশল নে? নতুনকৈ জাক-জমকেৰে সজোৱা পাশাখেলৰ ৰভাখন চাবলৈ মহাৰাজৰ প্ৰতিনিধি হিচাপে তোমালোকক নিমন্ত্ৰণ জনাবলৈ আহিছোঁ। মহাৰাজৰ বৰ আগ্ৰহ হৈছে যে তুমি আটাই কেইজন ভায়েৰাক লগত লৈ হস্তিনাপুৰলৈ গৈ সেই ৰভা দৰ্শন কৰি লগতে দুই-এখেল পাশা খেলি আহাঁগৈ।"

যুধিষ্ঠিৰে কলে "খুড়া, এই পাশাখেলবিলাক ক্ষত্ৰিয়সকলৰ কাজিয়াৰ মূল সূত্ৰ। জনা-বুজা মানুহে এই খেল অনুমোদন নকৰে। আমি সদায় আপোনাৰ কথা মানি আহিছোঁ। গতিকে এই বিষয়তো আমাক এটা সজ উপদেশ দি আমাৰ কৰ্ত্তব্য নিৰ্দ্ধাৰণ কৰি দিয়ক।"

তেতিয়া বিদুৰে কলে "পাশাখেলেই যে সকলো ৰকম অনৰ্থৰ মূল, এই কথা সকলোৱে জানে। এই খেল বন্ধ কৰিবলৈ মই পাৰোঁমানে যত্নও কৰিলোঁ। কিন্তু মহাৰাজে সেই কথা নামানি তোমালোকক মাতি নিবলৈ মোক আদেশ কৰি পঠাই দিছে। এতিয়া তোমালোকৰ ইচ্ছামতে কাম কৰাহঁক।"

বিদুৰে এনেকৈ প্ৰকাৰন্তৰে সতৰ্ক কৰি দিয়াতো যুধিষ্ঠিৰে চাৰিওজন ভায়েকক আৰু দ্ৰৌপদীকো লগত লৈ হস্তিনাপুৰলৈ গ'ল।

কাম, পাশা আৰু মদ এই তিনিটা বস্তুৰ ব্যৱহাৰে মানুহক বঞ্চনা কৰি ধ্বংসৰ মুখলৈ টানি নিয়ে। পাশাখেল সকলো ৰকমে অনৰ্থৰ মূল বুলি জানিও জ্ঞানী যুধিষ্ঠিৰে কিয় এই নিমন্ত্ৰণটো গ্ৰহণ কৰিলে এইটো

সুধিবলগীয়া কথা। ইয়াৰ তিনিটা মাই কাৰণ মহাভাৰতত উল্লেখ থকা পোৱা যায়। প্ৰথমে যুধিষ্ঠিৰৰ কাৰণে এটা খেলাৰ মোহ; দ্বিতীয়তে ৰাজকুলৰ নীতি অনুসাৰে পাশাখেল খেলিবলৈ আহ্বান কৰিলে 'না' কৰিব নাপায়; তৃতীয়তে কাজিয়াৰপৰা গৈ বংশ নাশ হব পাৰে এনে এটা আশঙ্কাত যুধিষ্ঠিৰে সেই খেলত যোগ দিয়াটোও আন এটা কাৰণ। বিশেষতঃ তেখেতে আগতে কোনো প্ৰকাৰ মনোমালিন্যৰপৰা আঁতৰত থকাটো নিজে মনে মনে প্ৰতিজ্ঞা কৰিছিল। এইবোৰ কাৰণত বুদ্ধিমান যুধিষ্ঠিৰে সেই খেলত যোগ দিবলৈ হস্তিনাপুৰলৈ গৈছিল। নগৰৰ দাঁতিতে নতুনকৈ সজা এটা ধুনীয়া ঘৰত তেওঁলোক থাকিবলৈ ললে। পথশ্ৰান্তি দূৰ হ'লত পিচদিনা পুৱাতে স্নান কৰি যুধিষ্ঠিৰে পাশাখেলৰ ৰভাত উপস্থিত হ'লগৈ।

মঙ্গল বাতৰি আদি শোধাৰ পিচত শকুনিয়ে কলে "যুধিষ্ঠিৰ, পাশাখেলৰ সকলো যোগাৰ-যন্ত্ৰ শেষ হৈছে। এতিয়া খেলা আৰম্ভ কৰা যাওক?"

যুধিষ্ঠিৰে উত্তৰত কলে "মামা, এই পাশাখেলটো ভাল বস্তু নহয়। ইয়াত যিটো পণ প্ৰথা আছে সেইটোৰপৰা কাৰো পৰাক্ৰম প্ৰকাশ নাপায়। অসিত, দেবল আৰু আন আন লৌকিক জ্ঞানসম্পন্ন ঋষিসকলে কৈ গৈছে "পাশা খেলা অনুচিত, সি কলঙ্কযুক্ত।" তেওঁলোকে আৰু কৈছে "সন্মুখ যুদ্ধত জয়লাভ কৰাটোৱেই ক্ষত্ৰিয়ৰ উপযুক্ত ৰীতি। এই কথা আপোনাৰো বিদিত।"

এফালে যুধিষ্ঠিৰৰ পাশাখেললৈ পূৰ্ব্বৰে পৰা অভ্যাসগত হেঁপাহ, আনফালে বিবেকৰ উচটনিত পাশাখেলত সঙ্কোচ—এই দোমোজাত পৰি যুধিষ্ঠিৰ দোধোৰ-মোধোৰত পৰিল। শকুনিৰ লগত কথা পতাৰ সময়ত তেওঁৰ মনৰ এই দুটা ভাৱ প্ৰকাশ পাইছিল। টিমক অৰ্থাৎ সুচতুৰ শকুনিয়ে যুধিষ্ঠিৰৰ এনে মনোভাৱ লক্ষ্য কৰি কলে "ইয়াত নিন্দা বা যুদ্ধৰ কথা ক'ত? বেদ-শাস্ত্ৰ জনা পুৰুষসকলৰ ভিতৰতো পণ ৰাখি নিজৰ নিজৰ পাণ্ডিত্যৰ পৰীক্ষা কৰাৰ নিয়ম আছে। পণ্ডিতে মূৰ্খক পৰাজয় কৰে। ক'তা? এইটো নিন্দনীয় বুলি দেখোন কোনেও নকয়? অস্ত্ৰ-শস্ত্ৰত পাকৈত যোদ্ধাই অস্ত্ৰ-শস্ত্ৰৰ অনভিজ্ঞ মানুহক পৰাস্ত কৰে, এনে বিধান ধৰ্ম্মানুমোদিত। শক্তিমানে শক্তিহীনক পৰাস্ত কৰেই। ইয়াত আকৌ অধৰ্ম্মৰ প্ৰশ্ন ক'ত? শ্ৰেষ্ঠ লোকে নিকৃষ্টজনক সদায় পৰাজিত কৰে। ইয়াত বেয়া কি? অধৰ্ম্মই বা ক'ত হয়? সেইদৰে পাশাখেলত পাকৈত খেলুৱৈয়ে কেঁচা খেলুৱৈ এজনক হৰুৱাব, এইটো নিন্দনীয় বুলি কেনেকৈ

কৰা ? অৱশ্যে, তোমাৰ যদি ভয় লাগিছে পাশাখেলত যোগ নিদিবা। সেইবুলি ধৰ্ম্মৰ নাম লৈ পাশাখেলক নিন্দা নকৰিবা।"

সেই কথা শুনি যুধিষ্ঠিৰে কলে "বাৰু, মোৰ লগতনো কোনে খেলিব ?"

দুৰ্য্যোধনে ততালিকে মাত দিলে "পণ ৰাখিবলৈ মই ধন-ৰত্ন দান কৰিম। শকুনি মামাই মোৰ হৈ খেলত যোগ দিব।"

যুধিষ্ঠিৰে ভাবিছিল যে তেওঁ দুৰ্য্যোধনক পাশাখেলত হৰুৱাব পাৰিব। কিন্তু পাকৈত খেলুৱৈ শকুনিয়ে পাশাখেলত যোগ দিব বুলি শুনি যুধিষ্ঠিৰে ভয় খালে। যুধিষ্ঠিৰে কলে "এজনৰ হৈ আন এজনে খেলিব এইটো সচৰাচৰ নিয়ম বুলি মোৰ মনে নধৰে।"

শকুনিয়ে এই কথা শুনি অৱজ্ঞাৰ ভাবেৰে কলে "তুমি যিহওক এটা আপত্তি উলিয়াব পাৰিছা।"

যুধিষ্ঠিৰে কলে "বাৰু তেন্তে, মই আপোনাৰ লগতে খেলিম।"

সভামণ্ডপ মানুহেৰে ভৰি পৰিছিল। সেই সভাত দ্ৰোণাচাৰ্য্য, কৃপাচাৰ্য্য, ভীষ্মদেৱ, ধৃতৰাষ্ট্ৰ, বিদুৰকে আদি কৰি সকলো উপস্থিত আছিল। পাশা-খেল কাজিয়াৰ কাৰণ বুলি জানিও বাধা দিবৰ উপায় নাই যেন দেখি সকলো নিজ নিজ আসনত বহি থাকিল। আন আন কৌৰৱসকলে খেলৰ ফলাফল আগ্ৰহেৰে চাবলৈ ধৰিলে।

পোনতে কিছুমান ধন-সোণ পণ স্বৰূপে আগবঢ়ালে। পিচত ঘোঁৰাৰে সৈতে ৰথ আগবঢ়ালে। যুধিষ্ঠিৰে প্ৰতিবাৰেই খেলত হাৰি সকলো পণ হেৰুৱালে। তাৰ পিচত তেওঁ ভৃত্যসকলক পণ ৰাখিলে। তাতো হাৰিল।

গৰু, ছাগলী, নগৰ, দেশ, প্ৰজা আদি কৰি যুধিষ্ঠিৰে সকলোকে হেৰুৱালে। তথাপি তেওঁ ক্ষান্ত নহল। শেষত আটাই কেইজন ভায়েকৰ গাৰ অলঙ্কাৰ-পাতি, কাপোৰ-কানি আদি সকলোবোৰ পণ ৰাখি খেলত হেৰুৱাই অন্ত কৰিলে।

তেতিয়া শকুনিয়ে সুধিলে "যুধিষ্ঠিৰ, পণ ৰাখিবলৈ আৰু তোমাৰ কিবা আছে জানো ?"

যুধিষ্ঠিৰে কলে "কিয় নহব ? শ্যাম বৰণীয়া ভাই মোৰ নকুল ইয়াতে থিয় দি আছে। তেৱেঁই মোৰ এটা সম্পত্তি। গতিকে তেওঁকো মই পণ ৰাখিলোঁ।"

শকুনিয়ে কলে "তেন্তে এয়া চোৱা, তোমাৰ সাদৰৰ সেই ভাইটিও আমাৰ অধীনলৈ আহিল।" এই বুলি পাশাটি মাৰি দিয়াত পাশাই শকুনিৰে জয় ঘোষণা কৰিলে।

সভাত সকলো মানুহ শঙ্কাত কঁপি উঠিল।

যুধিষ্ঠিৰে কলে "মোৰ ভাই সহদেৱো ইয়াতে আছে। সৰ্ব্বশাস্ত্ৰত পণ্ডিত বুলি তেওঁৰ খ্যাতি আছে। তেওঁক পণ স্বৰূপে ৰখা অনুচিত বুলি জানিও পণ ৰাখিলোঁ।"

"বাৰু তেন্তে, চাই লোৱাঁ, এই পাশটি মাৰিলোঁ আৰু এয়া চোৱাঁ, জয়লাভ কৰিলোঁ" বুলি শকুনিয়ে সহদেৱকো জয়লাভ কৰিলে।

ইয়াৰ পিচত যুধিষ্ঠিৰে খেল এৰি উঠি যাব বুলি ভাবি দুৰাত্মা শকুনিয়ে মস্কৰা কৰি কলে "যুধিষ্ঠিৰ, মাদ্ৰীপুত্ৰ দুজনতকৈ ভীম আৰু অৰ্জ্জুন তোমাৰ মনত বেছি মূল্যবান নহয় জানো?"

যুধিষ্ঠিৰে কলে "মূৰ্খইহে এনে কথা কয়। বুজিছোঁ, আপুনি আমাৰ ভিতৰত কাজিয়া স্থষ্টিৰ চেষ্টা কৰিছে। অধৰ্ম্মই আপোনাৰ জীৱনৰ একমাত্ৰ ধৰ্ম্ম। আমাৰ ভিতৰত যি ধৰ্ম্মৰ ভাৱ নিহিত আছে আপুনি অধৰমীয়ে তাৰ কি মৰ্ম্ম বুজিব? যুদ্ধ সমুদ্ৰত অৰ্জ্জুনেই আমাৰ আশ্ৰয়ৰ একমাত্ৰ নাও। যুদ্ধত অপ্ৰতিদ্বন্দ্বী, পৰাক্ৰমী বিজয়ী সেই ধনঞ্জয়কো মই পণ ৰাখিলোঁ।"

শকুনিয়ে হাঁহি হাঁহি কলে "তেন্তে এই চোৱাঁ খেলৰ বাহাৰ!" এই বুলি পাশটি মাৰি যুধিষ্ঠিৰক পৰাজিত কৰি তৃতীয় পাণ্ডৱকো জয় কৰিলে।

বিধিৰ বিড়ম্বনাত যুধিষ্ঠিৰৰ বেজাৰত ঠাই নাইকিয়া হ'ল। চলচলীয়া চকুৰে তেওঁ কবলৈ ধৰিলে "ৰজা, এইবাৰ আমাৰ যুদ্ধৰ সেনাপতি, ৰাক্ষস নিধনকাৰী, বজ্ৰধৰ ইন্দ্ৰতুল্য, সকলোৰে মাননীয়, শাৰীৰিক শক্তিত অদ্বিতীয় চতুৰ্থ পাণ্ডৱ ভীমসেনক পণ ৰাখিলোঁ।" এইবুলি পৱনকুমাৰক পণ ৰাখি পাশটি মৰাত যুধিষ্ঠিৰে তেওঁকো হেৰুৱালে।

তেতিয়া দুৰাত্মা শকুনিয়ে কলে "যুধিষ্ঠিৰ, পণ ৰাখিব পৰা বস্তু আৰু জানো কিবা ৰ'ল?"

গহীন মাতেৰে যুধিষ্ঠিৰে কলে "কিয় নাথাকিব? মই নিজকে এইবাৰ পণ ৰাখিলোঁ। আপোনাৰ জিত হলে ময়ো ভাইহঁতৰ লগতে আপোনাৰ দাস হৈ থাকিম।"

"ভাল কথা, এইয়া তেন্তে চোৱা"—এই বুলি পাশটি মৰাত শকুনিৰেই জিত হ'ল। তেতিয়া ৰভাৰ তলত সভাৰ মাজত থিয় হৈ শকুনিয়ে এজন এজনকৈ নাম ধৰি পঞ্চপাণ্ডৱক মাতি তেওঁলোক যে তেওঁৰ দাস হ'ল এই কথা সকলো মানুহৰ আগতে বুকু ফিন্দাই ঘোষণা কৰিলে।

এইবাৰ সমজুৱাসকলক শঙ্কিত কৰি শকুনিয়ে যুধিষ্ঠিৰলৈ চাই কলে "ধৰ্ম্মৰাজ, তোমাৰ আৰু এটি সম্পত্তি বাকী আছে। এইবাৰ সেইটিও

পণ ৰাখি তুমি হাত আজৰি কৰা। সৌৱা তোমাৰ পত্নী পাঞ্চালীকো পণ ৰাখিব পাৰা।”

সেই কথাত যুধিষ্ঠিৰে দ্ৰৌপদীকো পণ ৰাখিলোঁ বুলি প্ৰতিজ্ঞা কৰি ঘোষণা কৰাত মনত শঙ্কা উপজি নিজে কঁপিবলৈ ধৰিলে।

সভাৰ যি ডোখৰ ঠাইত জ্ঞান-বৃদ্ধসকল বহিছিল তাত কোঢ়াল লগা শুনা গ'ল। 'ধিক্ ধিক্' বুলি বৰকৈ কোৱা শব্দও শুনা গ'ল। আন সমজুৱাসকলৰ ভিতৰত কোনোৱে চকুপানী টুকিলে, কোনোৱে লাজত তলমূৰ কৰিলে, কাৰোবা গা ঘামি গল—ভাবিলে পৃথিৱীৰ শেষ দিন যেন উপস্থিত। ভায়েকহঁতৰে দুৰ্য্যোধন আৰু কৰ্ণই আনন্দত নাচি উঠিল; কিন্তু বায়ুপুত্ৰ মাথোন তলমূৰ কৰি লাজ আৰু খঙত অস্থিৰ হৈছিল। শকুনিয়ে পাশাগুটি মাৰি দিয়েই জপিয়াই উঠি কবলৈ ধৰিলে “এয়া চাওক, চাওক সকলোৱে, মোৰ জিত হ'ল।”

তেতিয়া দুৰ্য্যোধনে বিদুৰক মাতি নি কলে “আপুনি এতিয়াই যাওক আৰু পাণ্ডৱহঁতৰ মৰমৰ পত্নী দ্ৰৌপদীক এই সভালৈ লৈ আহকগৈ। তাই দাসীৰ দৰে আমাৰ ঘৰত থাকি ঘৰবাৰী সাৰি-পুছি থাকিবহি লাগিব।”

বিদুৰে কৈ উঠিল “মূৰ্খ, নিজৰ মূৰ্খামিত নিজকে মৰিবলৈ আগবঢ়াই নিদিবাচোন। আজি তুমি বিপদশঙ্কুল এটা দ খাৰৈত সূতাৰ সাঁকোত বগাই পৰি মৰিবলৈ ওলাইছা। চাপি অহা বিপদৰ কথা নজনা ভাও জুৰি মূৰ্খৰ দৰে কথা কৈছা? তোমাৰ নিচিনা ৰাজপুৰুষ এজনৰ মুখত এনে অনুচিত কথা ওলোৱা শোভা নাপায়।” এই বুলি বিদুৰে দুৰ্য্যোধনক খঙেৰে টান কথা কৈ সমজুৱাৰ ফালে চাই কবলৈ ধৰিলে “আপোনালোকে ভাবি চাওকচোন, ধৰ্ম্মপুত্ৰই নিজক পণ ৰাখি হাৰি শকুনিৰ দাস হোৱাৰ পিচত আকৌ দ্ৰৌপদীক পণ ৰাখিব পাৰেনে বাৰু? কৌৰৱসকলৰ বিনাশৰ সময় চাপি আহিছে নিশ্চয়। প্ৰকৃত সুহৃদ আৰু বন্ধুসকলৰ উপদেশ উলাই কৰি ধৃতৰাষ্ট্ৰৰ লৰাইঁতে নিজৰ নৰকৰ বাট নিজেই পৰিষ্কাৰ কৰিছে।”

দুৰ্য্যোধনে বিদুৰৰ কথা শুনি টিপ দি তেওঁৰ সাৰথি প্ৰতিকামীক মতাই আনি কলে “এই বিদুৰে আমাৰ ভালৰ কাটিহা সহিব নোৱাৰে। তেওঁ পাণ্ডৱহঁতলৈ ভয় কৰে। তোমাৰ তো তেনে ভয় নাই। তুমি যুধিষ্ঠিৰৰ থকা ঘৰলৈ গৈ ততালিকে দ্ৰৌপদীক ৰাজসভালৈ লৈ আহাঁগৈ যোৱাঁ।”

# দ্ৰৌপদীৰ বস্ত্ৰ হৰণ

প্ৰভু দুৰ্য্যোধনৰ আদেশত সাৰথি প্ৰতিকামী গৈ দ্ৰৌপদীৰ ওচৰ পালে।

প্ৰতিকামীয়ে কলে "আই, দ্ৰুপদ জীয়াৰী, যুধিষ্ঠিৰে পাশাখেলৰ মোহত পৰি আপোনাক পণ ৰাখি খেলত পৰাজিত হৈছে। আপুনি আজিৰ পৰা ধৃতৰাষ্ট্ৰৰ দাসী হৈছে। এতিয়া মই আপোনাক তেওঁৰ ওচৰলৈ লৈ যাবলৈ আদেশ পাই আহিছোঁ। সিবিলাকৰ আদেশত আই, এতিয়া মোৰ লগতে যাব লাগে।"

ৰাজসূয় যজ্ঞসম্পন্ন কৰি ৰাজচক্ৰবৰ্ত্তী খিতাপ পোৱা যুধিষ্ঠিৰৰ পাটৰাণী দ্ৰৌপদীয়ে এনে বিষদৃশ কথা শুনি থতমত খাই ৰ'ল। তেওঁ ঘূৰি সুধিলে "প্ৰতিকামী, তুমি এইবোৰ কি বকিছা? কোন ৰজাইনো কেতিয়া নিজৰ ৰাণীক ৰাজসভাত পণ ৰখা শুনিছা? পণ ৰাখিবলৈ আৰু আন একো বস্তু নাপালেনে কি?"

প্ৰতিকামীয়ে উত্তৰ দিলে "আন বস্তু আৰু একো বাকী নাছিল বুলিয়েই যুধিষ্ঠিৰে আপোনাক পণ ৰাখিবলৈ বাধ্য হ'ল।" কি ভাৱেনো তেওঁৰ ধন-সম্পত্তি, সৈন্য সামন্ত, দাস-দাসী আৰু ভাইসকলকো পণ ৰাখি পাশাত হাৰিল আৰু অন্তত নিজক আৰু দৌপদীকো হেৰুৱালেগৈ, সেই গোটেই বৃত্তান্তটো প্ৰতিকামীয়ে দ্ৰৌপদীৰ আগত বৰ্ণনা কৰি ক'লে।

প্ৰতিকামীৰ গা-শিঞৰি উঠা কথাবোৰ হিয়াভঙা আৰু মৃত্যু তুল্য হলেও ক্ষত্ৰিয়কন্যা দ্ৰৌপদীয়ে তৎক্ষনাৎ মনস্থিৰ কৰি ভাবিবলৈ ধৰিলে। খন্তত তেওঁৰ চকু-মুখ ৰঙা হৈ উঠিল। তেওঁ কবলৈ ধৰিলে "সাৰথি, তুমি এতিয়াই উলটি যোৱা। যি গৰাকীয়ে পাশাখেলত মোক পণ ৰাখিছিল তেখেতক এই কথা সুধি আঁহাগৈ যে আপুনি প্ৰথমে নিজক হেৰুৱালেনে নতুবা পত্নীক হেৰুৱালে? সভাৰ মাজত স্পষ্টভাৱে এই প্ৰশ্ন সুধি তাৰ উত্তৰটো লৈহে মোক নিবলৈ আহিবা। যোৱাঁ এতিয়া।'

সেইমতে প্ৰতিকামী গৈ সমাজৰ মাজত থিয় হৈ সকলোৰে আগত যুধিষ্ঠিৰক দ্ৰৌপদীয়ে কোৱা মতে প্ৰশ্ন কৰিলে।

যুধিষ্ঠিৰে সেই প্ৰশ্ন শুনি বজ্ৰাহতৰ দৰে থৰ লাগি থিয় দি ৰ'ল। তেতিয়া দুৰ্য্যোধনে প্ৰতিকামীক ক'লে "পাঞ্চালীয়ে নিজে সভালৈ আহি

তেওঁৰ স্বমীক এই প্ৰশ্ন সোধক হি । যোৱাঁ, দ্ৰৌপদীক লৈ আহাঁগৈ ।” সেইমতে প্ৰতিকামী আকৌ ঘূৰি গৈ দ্ৰৌপদীৰ আগত তলমূৰ কৰি কলেগৈ “হে ৰাজকুঁৱৰী, হীন দুৰ্য্যোধনে আপোনাক সভালৈ নি উপস্থিত কৰিবলৈ মোক আদেশ দি পঠাইছে । তেওঁ কৈছে যে আপুনি নিজে সভালৈ গৈ আপোনাৰ স্বামী যুধিষ্ঠিৰক সেই প্ৰশ্নৰ উত্তৰ সুধিবগৈ লাগে ।”

দ্ৰৌপদীয়ে ক’লে “মই নাযাওঁ । তুমি সভাত থকা সমজুৱাসকলক মোৰ এই প্ৰশ্নৰ উত্তৰ দিবলৈ কোৱাঁগৈ । তেখেত সকলেই যেন মোৰ প্ৰশ্নটোৰ উত্তৰ দিয়ে ।”

প্ৰতিকামীয়ে আকৌ ঘূৰি গৈ সভাসদসকলক মনোভাৱৰ কথা কলেগৈ ।

দুৰ্য্যোধনে এইবাৰ খঙত উগ্ৰমূৰ্ত্তি ধৰি ভায়েক দুঃশাসনক আদেশ দি ক’লে “এই সাৰথিটো মূৰ্খ । ভীমক দেখি তাৰ ভয় লাগিছে । যোৱাঁ, তুমি গৈ বলেৰে দ্ৰৌপদীক টানি লৈ আহাঁগৈ ।”

এই কথা শুনা মাত্ৰকে দুৰাত্মা দুঃশাসনে আনন্দত মতলীয়া হৈ বেগাবেগি কৰি গ’ল । দ্ৰৌপদীৰ ওচৰলৈ গৈ ক’লে “আহাঁ আহাঁ পলম নকৰিবা । তুমি পৰাজিত হৈছা । এতিয়া লাজ কিহৰ ? সুন্দৰী । ব’লা, কৌৰৱসকলৰ শৰণ লোঁৱাগৈ । তেওঁলোকে তোমাক ন্যায্যমতে লাভ কৰিছে ।” এই বুলি দুঃশাসনে তেওঁক বলেৰে লৈ যাবলৈ চেষ্টা কৰিলে ।

পাঞ্চালীয়ে শোকে-তাপে, খঙে-বিষে বলিয়াৰ দৰে হৈ ধৃতৰাষ্ট্ৰৰ অন্তেষপুৰত সোমাল গৈ । পাপী দুঃশাসনে তেওঁৰ পিচে পিচে গৈ চুলিত ধৰি বলেৰে চোচোৰাই টানি সভা-মণ্ডপৰ মাজলৈ লৈ আহিল ।

( এই ঘটনাটো বৰ্ণনা কৰিবলৈ ধৰিলে বুকু কঁপিবলৈ ধৰে । ধৃতৰাষ্ট্ৰৰ ল’ৰাবোৰ আসুৰিক ভাবাপন্ন হৈ এনে পাপ কামত নিমগ্ন হ’ল ।)

দ্ৰৌপদী সভাৰ মাজত উপস্থিত হৈ নিজকে সংযত কৰি তাত উপস্থিত থকা সভাসদসকলক লক্ষ্য কৰি গহীনাই কবলৈ ধৰিলে “কপট পাশাখেলত চতুৰ অথচ অযোগ্য আৰু খিণলগা ,মানুহ কিছুমানে ষড়যন্ত্ৰ কৰি ধৰ্ম্ম পুত্ৰ যুধিষ্ঠিৰক ঠগ প্ৰৱঞ্চনা কৰি মোক পণ ৰাখি তলতীয়া দাসী কৰিছে । এই কথাত বাৰু আপোনালোকে হয়ভৰ দিলে কেনেকৈ ? পৰাধীন পুৰুষে তেওঁৰ তিৰুতাক পণ ৰাখিব পাৰে কেনেকৈ ? এই সভাত গণ্য-মান্য আপোনালোক বহুলোক উপস্থিত আছে ; আপোনালোকেৰো তিৰুতা, লৰাছোৱালী, বা-বোৱাৰী আছে । আপোনালোকে মোৰ এই প্ৰশ্নটোৰ মীমাংসা কৰি দিয়কচোন বাৰু ।”

এইদৰে পাঞ্চালীয়ে অনাথিনী তিৰুতাৰ দৰে নিজৰ দুঃখ নিবেদন কৰা দেখি ভীমসেনে আৰু সহি থাকিব নোৱাৰিলে তেওঁ ক'লে "দাদা যুধিষ্ঠিৰ, পাশাখেল যাৰ জীৱিকা, এনে হীন মানুহেও তাৰ ঘৰৰ দাসীক পণ নাৰাখে। দ্ৰুপদ জীয়াৰীক আনি এই নীচ মানুহবিলাকৰ হাতত পেলাই দি লঘু-লাঞ্চনা কৰিবলৈ আপুনি আজি এনে ব্যৱস্থা কৰিছে? এনে দুৰ্যোৰ অন্যায় কাম মই কোনোমতেই সহি থাকিব নোৱাৰোঁ। এই মহাপাতকৰ নিমিত্তে আপুনিয়েই দায়ী। মৰমৰ ভাই সহদেৱ! জুই একুৰা আনাছোন, এওঁ যি হাতেৰে পাশাখেল খেলিছিল, আজি সেই হাত পুৰি ছাই কৰি দিওঁ!" এইবুলি ভীসেনে গৰজিবলৈ ধৰিলে।

অৰ্জ্জুনে ভীমৰ খঙত ৰুদ্ৰমূৰ্ত্তি দেখি কাষ চাপি গৈ গাত হাত বুলাই কোমল মাতেৰে ক'লে 'ভাই, তুমিতো আগেয়ে পুজনীয় দাদাক এনে অৱজ্ঞা সূচক কথা কোৱা নাই। আমাৰ শত্ৰু বিলাকৰ পাপ কৰ্ম্মই আমাকো এনে পাপ কামত লিপ্ত হবলৈ সুযোগ দিছে। সেই বুলি আমিও এতিয়া নিজে তেনে পাপ কামত লিপ্ত হোৱা উচিত নহয়। আমিও যদি তেনে কৰোঁ তেন্তে শত্ৰুবিলাকৰ উদ্দেশ্য সফল হব। ভাই, গতিকে আমি সাৱধানে চলাই উচিত।"

এই কথাত ভীমৰ খঙ অলপ শান্ত হ'ল আৰু তেওঁ মনে মনে থাকিল।

পাঞ্চালীৰ এনে লাঞ্চনা দেখি ধৃতৰাষ্ট্ৰৰ নুমলীয়া পুতেক: বিকৰ্ণই কলে "ক্ষত্ৰিয় বীৰসকল, আপোনালোকে কি কাৰণত একো নামাতি বহি আছে? মই বয়সত নিচেই সৰু। আপোনালোকক নিমাত দেখি মোৰ পেটৰ কথা আপোনালোকক খুলি কবলৈ ওলাইছোঁ। অনুগ্ৰহ কৰি শুনক। অন্যায়ভাৱে নিমন্ত্ৰিত হৈ যুধিষ্ঠিৰ আহি পাশাখেলৰ জালত পৰি দ্ৰৌপদীক পণ ৰাখিলে। সেইটো কেতিয়াও যুক্তিযুক্ত হোৱা নাই। দ্ৰৌপদী অকল যুধিষ্ঠিৰৰে পত্নী নহয়। সেই কাৰণে তেওঁ অকলে তেওঁক পণ ৰাখিব নোৱাৰে। প্ৰথমতে তেওঁ নিজেই নিজক পণ ৰাখি আনৰ তলতীয়া হৈছে; তাৰ পিচত আকৌ তেওঁৰ আনক পণ ৰাখিবলৈ অধিকাৰ ক'ত থাকিল? আকৌ চাওক, শকুনিয়েই প্ৰথমতে দ্ৰৌপদীক পণ ৰাখিবলৈ যুধিষ্ঠিৰক উচটাই দিছে। আনপক্ষৰ, প্ৰত্যেক বস্তুলৈকে চকু দি সেইপক্ষক সেই সেই বস্তু পণ ৰাখিবলৈ উচটাই দিয়া ধৰ্ম্মৰ বিৰোধী কথা। এনেকৈ ন্যায়সঙ্গত ভাৱে আলোচনা কৰিলে বুজিবলৈ বাকী নাথাকে যে পাঞ্চালীক পণ ৰখাটো নিতান্ত অবৈধ হৈছে।"

বিকৰ্ণৰ নিচিনা চালুকীয়া লৰা এটিৰ মুখত এনেকৈ সাহেৰে কোৱা কথাবোৰ শুনি সভাসদসকলে যেন স্বভাবিক জ্ঞান ঘূৰাই পালে। সভাৰ মাজত ভয়ানক কোঢ়াল লাগি উঠিল। সকলোৱে এক মুখে বিকৰ্ণক প্ৰশংসা কৰি কবলৈ ধৰিলে 'ধৰ্ম্মৰক্ষা হল। ধৰ্ম্মৰক্ষা হ'ল।"

তেতিয়া কৰ্ণই থিয় হৈ উঠি ক'লে "বিকৰ্ণ, সভাত ভালেমান বুঢ়া-মেথা লোক উপস্থিত আছে। তুমি সৰুলৰা এটিয়ে এই সভাত যুক্তি দেখুৱাই কথা কবলৈ আহিছা? অৰণি কাঠ ঘহনি খাই যেনেকৈ নিজৰ জুইত নিজে পুৰি ছাই হয়, সেইদৰে তুমি তোমাৰ অজ্ঞতা আৰু এনে ধৃষ্টতাৰে তোমাৰ ঘৰৰ সৰ্ব্বনাশ কৰিব খুজিছা? যুধিষ্ঠিৰে পোনতে তেওঁৰ সকলো সা-সম্পত্তি পণ ৰাখি হেৰুৱাই পেলাইছে, সেই হিচাপৰ পৰাই প্ৰথমতে দ্ৰৌপদীকো শকুনিৰ তলতীয়া কৰি থলে। এই বিষয়ে কবলৈ আৰু একো থল নাই। এতিয়া এওঁলোকৰ গাৰ কানি কাপোৰ সকলো আন বস্তুৰ দৰেই শকুণিৰ হস্তগত হ'ল। দুঃশাসন, তুমি এতিয়া পাণ্ডৱ-হঁতৰ আৰু দ্ৰৌপদীৰ কানি-কাপোৰ বিলাক খহাই শকুনিক দি দিয়া।"

কৰ্ণৰ এনে কঠুৱা কথা শুনি পাণ্ডৱসকলে ধৰ্ম্ম পৰীক্ষাত শেষলৈকে থিৰেৰে ধৈৰ্য্য ধৰি সকলো দুখ কষ্ট সহি থাকিব লাগিব বুলি ভাবি সুখেৰে একো নামাতি গাৰ কানি-কাপোৰ খুলি সভাৰ মাজলৈ পেলাই দিলে। ইয়াকে দেখি দুঃশাসনে দ্ৰৌপদীৰ মুখৰ আগত ঠিয়হৈ তেওঁ পিন্ধা কাপোৰ বিলাক আজুৰিবলৈ ধৰিলে। একমাত্ৰ ভগবানেই প্ৰাণ কৰ্ত্তা বুলি ভাৱি দ্ৰৌপদীয়ে চিঞৰি চিঞৰি কৃষ্ণ নাম স্মৰণ কৰি কবলৈ ধৰিলে 'হে কৃষ্ণ কৰুণাময়, হে লোকপালক, হে জগদীশ্বৰ, হে বিপদ-বাৰণ শ্ৰীমধুসূদন, আজি মই এই দুৰৱস্থাত পৰিছোঁ, আপুনি মোক এৰি নিদিব প্ৰভু! মই আপোনাৰ শৰণাগত, মোক এই বিপদৰপৰা ৰক্ষা কৰক।"

ঠিক সেইসময়তে এটা আচৰিত ঘটনা ঘটি উঠিল। দুঃশাসনে দ্ৰৌপদীৰ কাপোৰত ধৰি টানি থাকোঁতে তেওঁৰ গাৰপৰা নতুন নতুনকৈ অনবৰত কাপোৰ ওলাই থাকি গোটেই ৰভাথলিত কাপোৰে নধৰা হৈ পৰিল।

দুঃশাসন ভাগৰি বহি পৰিল। এই আচৰিত ঘটনাত সভাৰ সকলো মানুহ ভয়ত কঁপি উঠিল।

তীব্ৰ খঙত ভীমসেনৰ ওঁঠ কপিবলৈ ধৰিলে। ঘপ্ কৰে থিয় হৈ তেওঁ এটা ভীষণ প্ৰতিজ্ঞা কৰি ক'লে "ভাৰত বংশৰ কলঙ্ক এই মহাপাপী দুঃশাসনৰ বুকু ফালি ৰক্তপান কৰি মই পিতৃ-লোকলৈ গতি কৰিম।"

ঠিক সেইসময়ত বাহিৰত শিয়ালে হোৱা দিয়া শুনা গ'ল । চাৰিউফালৰ পৰা গাধ বিলাকৰো বিকট চিঞৰ শুনা গ'ল । কাউৰী-শগুণ বিলাকে ৰভামগুপৰ ওপৰত বিকট মাতেৰে কা কা সোঁ সোঁ শব্দ কৰি ঘূৰিবলৈ ধৰিলে ।

কৌৰৱবিলাকৰ কৃত কৰ্ম্মৰ ফলত বংশ নাশ হব, জ্বলি থকা হিংসাৰ জুই বাঢ়ি যাব, আৰু পুতেকহঁতৰ ঘোৰ বিপদ ঘটিব, এইবিলাক ভাৱি-চিন্তি ধৃতৰাষ্ট্ৰই দ্ৰৌপদীক মতাই আনি কবলৈ ধৰিলে "আই দ্ৰুপদ-কুমাৰী, তোমাৰ মনৰ কামনা কি কোৱাচোন ।"

পুতেকহঁতৰ ওপৰত উঠা খঙে বিষে আৰু ঘৃণাৰ ভাৰে দ্ৰৌপদীৰ অন্তৰ ভৰি থকা যেন অনুমান কৰি তেওঁক সান্ত্বনা দিবৰ মনেৰে ধৃতৰাষ্ট্ৰই এনে কথা কৈছিল । তাৰপিচত তেওঁ যুধিষ্ঠিৰক মাতি আনি ক'লে "হে অজাত-শত্ৰু, তোমাৰ মঙ্গল হওক । দুৰ্য্যোধনৰ অপৰাধ ক্ষমা কৰিবা । মাতৃ-স্বৰূপা বুলি গান্ধাৰীক আৰু পিতৃ স্বৰূপ বুলি মোলৈ চাই দুৰ্য্যোধনহঁতৰ অপৰাধ ক্ষমা কৰিবা । এতিয়া তোমাৰ ধন-ৰত্ন সকলোবোৰ গ্ৰহণ কৰি ইন্দ্ৰপ্ৰস্থলৈ উলটি সুখেৰে ৰাজ্যপালন কৰি থাকাগৈ ।"

ধৃতৰাষ্ট্ৰৰ মুখত এনে সান্ত্বনা সূচক কথাবোৰ শুনি পঞ্চপাণ্ডৱে সেই খেলাৰ ঘৰৰপৰা নিতান্ত হতভম্ব, আৰু বিবুদ্ধি হৈ ওলাই আহিল । এনে-ভাবে তেওঁবিলাকে বিপদৰপৰা মুক্ত হোৱাত আচৰিত বোধ কৰিলে । কিন্তু এই সকাহবোধ সৰহ সময় নাথাকিল ।

ধৃতৰাষ্ট্ৰৰ কথাত এইদৰে যুধিষ্ঠিৰ ভায়েকহঁতক লৈ ইন্দ্ৰপ্ৰস্থৰ ফালে আহিবলৈ ধৰিলে । সিফালে কিন্তু কৌৰৱসকলৰ ৰাজ প্ৰাসাদত এনেদৰে সহজে সিদ্ধি হোৱা কামটো হঠাতে তেওঁলোকৰ পিতৃৰ দোষত আকৌ নতুনকৈ হুল পোতাৰ দৰে অৱস্থাত তেওঁলোকৰ মাজত তৰ্কাতৰ্কি আৰু খঙাখঙি হবলৈ ধৰিলে । দুঃশাসন, শকুনি আদিয়ে দুৰ্য্যোধনক উচটাবলৈ ধৰিলে যে তেওঁৰ পিতাকেই সমাধা হোৱা কামটো হঠাতে নষ্ট কৰি দিলে । এতেকে এতিয়া আকৌ ধৃতৰাষ্ট্ৰক ধৰি সেই কথা নতুন কৰিব লাগে । দুৰ্য্যোধনে সেই মতে পিতাকক বুজালে যে বৃহস্পতি গুৰুৰ উপদেশ আছে যে প্ৰবল শত্ৰুক পৰাজয় কৰিবলৈ যি কোনো উপায়েই গ্ৰহণ কৰিব পাৰি । পঞ্চপাণ্ডৱ বৰ শক্তিশালী । তেওঁলোকক জবদ কৰিবৰ হলে তেওঁলোকৰ দুৰ্ব্বলতাৰ সুযোগ লবই লাগিব । তেওঁলোকৰ আত্মসন্মান জ্ঞান যথেষ্ট আৰু অলপ অহঙ্কাৰো আছে । সেই কাৰণে

তেওঁলোকৰ আকৌ পাশাখেললৈ মাতিলে ক্ষত্ৰিয়ৰ যি নিয়ম আছে সেই নিয়ম ভঙ্গকৰি তেওঁবিলাক নহাকৈ নাথাকে। এতেকে পুনৰ সিবিলাকক পাশাখেললৈ মাতিবলৈ আপুনি অনুমতি দিয়ক। ধৃতৰাষ্ট্ৰই এনে কথাত নিতান্ত এৰাব নোৱাৰা অৱস্থা অনুভৱ কৰি পাকে প্ৰকাৰে হলেও পুনৰ পাশা খেললৈ যুধিষ্ঠিৰহঁতক নিমন্ত্ৰণ কৰিবলৈ সন্মতি দিলে।

ততালিকে এজন দূত যুধিষ্ঠিৰক দুনাই পাশা খেলিবলৈ নিমন্ত্ৰণ জনাবলৈ পঠোৱা হ'ল। দূতজনে যুধিষ্ঠিৰক ইন্দ্ৰপ্ৰস্থ নৌ পাওতে বাটতে লগ ধৰিলে। দূতৰ কথা শুনি যুধিষ্ঠিৰে কলে, "ভাগ্য কোনে ৰোধিব পাৰে সি ভালেই হওক বা বেয়াই হওক। আমি যদি আকৌ খেলিব লাগে, খেলিম তাত কি কথা আছে? পাশা খেললৈ আহ্বান আহিলে কোনো সম্ভ্ৰান্ত ক্ষত্ৰিয়ই তাক অস্বীকাৰ নকৰে।"

এই খিনিতে ব্যাসদেৱে লেখিছে—সোণৰ হৰিণা কেতিয়াও হোৱা নাই আৰু নহবও। তথাপি ৰামচন্দ্ৰ তাৰ পিচে পিচে খেদি গৈছিল বধ কৰিবলৈ; বিপদৰ কালত মানুহৰ বুদ্ধি পোনতে লোপ পায়।

বিপদৰ সময়ত বুদ্ধি নাশ হয় ই এটা জগতৰে নিয়ম। ভূ-ভাৰ পাতলাবৰ নিমিত্তে কলিৰ মাহাত্ম্যৰ গুণত] সভাসদসকলে ইমানকৈ বাধা-দিয়াৰ ওপৰতো ধৰ্ম্ম-পুত্ৰই শকুনিৰ লগত আকৌ পাশা খেলিবলৈ ঘূৰি আহিল আৰু সভাসদ সকলৰ নিতান্ত বাধা নামানি খেলিবলৈ মন প্ৰকাশ কৰিলে। এইবাৰ পাশা খেলৰ এনে নিয়ম বান্ধি লোৱা হ'ল যে খেলত হাৰিলে হৰাজনে নিজৰ ভ্ৰাতৃ সমন্বিতে বাৰ বছৰ বনবাস খাটিব লাগিব আৰু পিচত আকৌ এবছৰ অজ্ঞাত বাস খাটিব লাগিব। অজ্ঞাত বাসৰ কথা কেনেবাকৈ প্ৰকাশ পালে আকৌ ঘূৰি বাৰ বছৰ বনবাস খাটিব লাগিব। এই ব্যৱস্থা অনুযায়ী আকৌ পাশা খেল আৰম্ভ হ'ল আৰু খেলত যুধিষ্ঠিৰ দুনাই পৰাস্ত হ'ল।

সেই মুহূৰ্ত্তে পাণ্ডৱসকলে অজ্ঞাতবাসৰ দীক্ষা গ্ৰহণ কৰি সভাৰ সকলোৰে ওচৰত বিদায় লৈ ওলাই গ'ল। সভাসদ সকল লাজত তলমুৰ কৰি ৰ'ল।

# ধৃতৰাষ্ট্ৰৰ চিন্তা

পাণ্ডৱসকল বনলৈ যাবলৈ সাজি-কাছি ওলাল। নগৰৰ সকলোবোৰ আলি-পদুলি মানুহৰ পয়োভৰত বিৰ্ দি সন্ধি পাবলৈ নোহোৱাত আগুৱাবলৈ টান হৈ পৰিল। ৰাজকাৰেং, মঠ, মন্দিৰ, গছ-গছনিৰ তলে-ওপৰে যেয়ে যতে পাৰে তাৰে পৰাই পঞ্চপাণ্ডৱ বনলৈ যোৱা দৃশ্য চাবলৈ উৎসুক। তিৰুতাসকলে খিৰিকী আৰু ৰেৰৰ জলঙাইদি জুমি চাবলৈ ধৰিলে। ছত্ৰ চামৰ ঢোলে-ডগৰে জয়ধ্বনি দি, ৰাজ সন্মানেৰে হৰেক ৰকমৰ অলঙ্কাৰ-পাতিৰে গা ঢাকি আগে আগে অনুচৰসকলে গাই যোৱা স্তুতি পাঠ শ্ৰৱণ কৰি যি ধৰ্ম্মপুত্ৰ ৰাজচক্ৰবৰ্ত্তী যুধিষ্ঠিৰে যাত্ৰা কৰা উচিত আছিল সেই ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰে আজি সামান্য একোডোখৰ বাকলি বসন পিন্ধি উকা ভৰিৰে খোজ কাঢ়ি বনলৈ যোৱা দেখি দৰ্শকসকলে 'হায়, হায়' কৰি চকুপানী টুকিবলৈ ধৰিলে।

ধৃতৰাষ্ট্ৰই বিদুৰক মতাই আনি সুধিলে "বিদুৰ, পাণ্ডুপুত্ৰসকল আৰু দ্ৰৌপদী বনলৈ কেনেকৈ যাত্ৰা কৰিলে কোৱাঁচোন। মোৰতো দৃষ্টিশক্তি নাই, মই একো নেদেখোঁ। তুমি তেওঁলোকৰ বন-যাত্ৰাৰ দৃশ্যটো বৰ্ণনা কৰি কোৱাচোন।

বিদুৰে কলে "মহাৰাজ, কুন্তীপুত্ৰ যুধিষ্ঠিৰে কাপোৰেৰে মুখ ঢাকি গহীন হৈ খোজ কাঢ়ি গৈছে; ভীমসেনে তেওঁৰ বাহুদুটাকে চাই চাই গৈ আছে; ধনঞ্জয়ে মাটিৰপৰা ধূলি একোমুঠি লৈ ওপৰলৈ চতিয়াই চতিয়াই গৈ আছে; গোটেই গাতে ধূলি সানি গৈ নকুল আৰু সহদেৱ তেওঁলোকৰ পিচে পিচে গৈ আছে। দ্ৰৌপদীয়ে মেলাই লোৱা চুলিতাৰেৰে মুখ ঢাকি চকুলো টুকি টুকি যুধিষ্ঠিৰৰ পিচে পিচে খোজ কাঢ়ি গৈ আছে। পুৰোহিত ধৌম্যই সুৰ লগাই যমৰজাৰ সাম গান গাই গাই পঞ্চপাণ্ডৱৰ আগে আগে গৈ আছে।"

বিদুৰৰ মুখত পঞ্চপাণ্ডৱৰ বনলৈ যোৱা বিৱৰণটো শুনি ধৃতৰাষ্ট্ৰ ভয়ানক আতঙ্ক আৰু চিন্তাত আকুল হৈ উঠিল। তেওঁ আকৌ সুধিলে "বাৰু বিদুৰ, পঞ্চপাণ্ডৱৰ বন-যাত্ৰাৰ দৃশ্যটো চাই প্ৰজাসকলে কি কোৱা-মেলা কৰিছিল?"

বিদুৰে কলে "মহাৰাজ, সেই সময়ত বৰ্ণ-নিৰ্ব্বিশেষে প্ৰজাসকলে কি কৈছিল শুনক। সকলোবোৰেই আমাক গৰিহণা দি শোকত বিয়াকুল

হৈ কৈছে যে 'আমাৰ নেতাসকল আজিৰপৰা আমাক এৰি বননৈ গুচি গ'ল। কুৰুবংশৰ বুঢ়াসকল অজ্ঞ আৰু তেনেই অবোধ কেচুৱা লৰাৰ নিচিনা আচৰণ কৰিছে। ধিক্ কৌৰৱসকল! তেওঁলোকৰ দুৰাশা নিতান্ত ঘিণ লগা আৰু হীন। ধৃতৰাষ্ট্ৰ পাণ্ডৱসকলৰ বৰ বাপেক হৈও তেওঁলোকক বনবাসলৈ পঠাই দিলে। বিনামেঘে বজ্ৰপাত হ'ল। পৃথিৱীখন কঁপি উঠিল আৰু আন বহুতো অমঙ্গলীয়া লক্ষণ প্ৰকাশ পাবলৈ ধৰিলে।"

ধৃতৰাষ্ট্ৰ আৰু বিদুৰৰ কথাৰ মাজতে অকস্মাৎ দেৱৰ্ষি নাৰদ উপস্থিত হ'লহি। "আজিৰপৰা চৈধ্য বছৰৰ মূৰত দুৰ্য্যোধনৰ পাপত কৌৰৱসকল নাশ হব" এই বুলি ধৃতৰাষ্ট্ৰৰ ফালে চাই কৈয়েই তেওঁ অন্তৰ্হিত হ'ল।

সেই কথা শুনি হতভম্ব হৈ দুৰ্য্যোধন আৰু তেওঁৰ হিতাকাংক্ষীসকল লগ লাগি ভয়ে ভয়ে গৈ দ্ৰোণাচাৰ্য্যৰ কাষ পালেগৈ। দ্ৰোণাচাৰ্য্যক লগ ধৰি হাতযোৰ কৰি কলে "হে গুৰুদেৱ, এই ৰাজ্য গোটেইখন আপোনাৰেই। আপুনিয়েই আমাৰ ভাৰসাৰ থল। আমাক এই দুৰ্দ্দিনত এৰি যেন কলৈকো নাযায়।"

সেই কথাত দ্ৰোণাচাৰ্য্যই কলে "পাণ্ডৱসকল দেৱতাৰ অংশ। তেওঁলোকক জয় কৰা অসম্ভৱ—এয়ে জ্ঞানী পুৰুষসকলৰ মত। এই কথা জানিও মোৰ শৰণাগত ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলক এৰি থৈ মই অৰণ্যে যাব নোৱাৰোঁ। তেওঁলোকৰ হিতৰ কাৰণে মই সাধ্যমতে সকলো প্ৰকাৰে চেষ্টা কৰিম। কিন্তু এটা কথা ধ্ৰুৱপ জানিবা যে বিধিৰ বিধান অলঙ্ঘনীয়। বনবাস খটাৰ পিচত পাণ্ডৱসকল নিতান্ত বিৰক্ত হৈ উলটি আহিব। দ্ৰুপদৰ ওপৰত মোৰ এসময়ত খং আছিল বুলি তেওঁক ৰাজ্যৰপৰা খেদাই অপমান কৰি থৈছোঁ। সেই কাৰণে মোক বধিবৰ কাৰণে তেওঁ যাগ-যজ্ঞ পাতি ধৃষ্টদ্যুম্ন নামে এটি পুত্ৰ লাভ কৰিছে। সেই ধৃষ্টদ্যুম্ন বৰ্ত্তমানে পাণ্ডৱসকলৰ নিচেই আপোন হৈ পৰিছে। মুনুক-মানাককৈ শুনিবলৈ পাইছোঁ বোলে মোক মাৰিবলৈকে ধৃষ্টদ্যুম্ন আৰু পাণ্ডৱসকলৰ মাজত হেনো এনে ঘনিষ্ট সম্বন্ধ ঘটিছে। তোমালোকে নিজ হাতে গঢ়ি অনা কাৰ্য্য-কলাপবিলাক দেখি মোৰ শঙ্কা হৈছে যে সেই শুনা কথাবিলাকেই এদিন সত্যত পৰিণত হবগৈ। তোমালোকৰ কাল ওচৰ চাপি আহিছে। সোনকালে যাতে তোমালোকৰ মঙ্গল হয় এনে কিছুমান কামৰ অনুষ্ঠান কৰাহঁক। এখন মহাযজ্ঞৰ আয়োজন কৰাঁ। চৈধ্য বছৰৰ অন্তত নিশ্চয় বিপদ ঘটিব। দুৰ্য্যোধন, ধৰ্ম্মপুত্ৰৰ লগত এতিয়াও তুমি সন্ধি স্থাপন কৰা। এইখিনি

কবলগীয়া কথা তোমাৰ আগত মই কলোঁ। তোমালোকে এতিয়া যেনে ভাল দেখা তাকে কৰা।"

দ্ৰোণাচাৰ্য্যৰ কথাবোৰ দুৰ্য্যোধনৰ কাণত মুঠেই নোসোমাল।

সঞ্জয়ে ধৃতৰাষ্ট্ৰক কলে "মহাৰাজ, আপুনি কিয় ইমান চিন্তাকুল হৈছে?" অন্ধ ধৃতৰাষ্ট্ৰই কলে "পাণ্ডৱসকলৰ শক্ৰ হৈ কেনেকৈ সদায় নিশ্চিন্ত থাকিম সঞ্জয়?"

সঞ্জয়ে কলে "আপোনাৰ কথা অতি সঁচা। মৰিবলৈ ধৰা মানুহৰ বুদ্ধি হত হবই। তেওঁৰ মনত ভালক বেয়া আৰু বেয়াক ভাল যেন লাগিব। কালে হাতত লাখুটি লৈ মানুহক আহি টঙনিয়াই মূৰৰ খোলা নাভাঙ্গেহি। কালে মানুহৰ সৎ অসৎ বিচাৰৰ জ্ঞান লোপ কৰি ধ্বংসৰ মুখত পেলাই দিয়ে। আপোনাৰ পুতেকসকলে পাঞ্চালীক অপমান কৰিছে; তাৰ দ্বাৰা নিজৰ ধ্বংসৰ পথ নিজেই মুকলি কৰি লৈছে।"

ধৃতৰাষ্ট্ৰই কলে "জ্ঞানী বিদুৰে ধৰ্ম্ম আৰু ৰাজনীতিৰ সঙ্গত কথাকে মোক কৈছিল, কিন্তু মইহে সেই কথা নুশুনিলো। মূৰ্খ লৰাহঁতৰ কথা ৰাখিবলৈ গৈ মই এনে বিপাঙত পৰিছোঁ।"

বিদুৰে ধৃতৰাষ্ট্ৰক ঘনে ঘনে প্ৰবোধ দিবলৈ ধৰিলে। তেওঁ কলে "আপোনাৰ লৰাহঁতে বৰ ডাঙৰ পাপ কাম কৰিছে। ধৰ্ম্মপুত্ৰ বঞ্চিত হৈছে। লৰাহঁতক এনেবিলাক পাপ কামৰপৰা আঁতৰাই অনা আপোনাৰ উচিত আছিল। আপুনি দিয়া ৰাজ্য আকৌ পঞ্চপাণ্ডৱক ঘূৰাই দিয়া উচিত। এতিয়াও যুধিষ্ঠিৰক বনৰপৰা ওলটাই আনি তেওঁৰ লগত সন্ধি কৰিবলৈ দিহা কৰক। আৰু দুৰ্য্যোধনে আপোনাৰ কামত হকা-বধা কৰিলে তাক ডাবি দি শাসন কৰা উচিত।"

পোনতে বিদুৰৰ এনেবিলাক কথা ধৃতৰাষ্ট্ৰই তলকা মাৰি শুনি আছিল। বিদুৰ বৰ জ্ঞানী পুৰুষ আছিল বুলি ধৃতৰাষ্ট্ৰই তেওঁক সন্মান কৰি চলে। কিন্তু বাৰেপতি বিদুৰৰ একে ধৰণৰ উপদেশ শুনি ধৃতৰাষ্ট্ৰৰ মনত তিতা লাগি উঠিল।

এদিন ধৃতৰাষ্ট্ৰই খঙত জ্বলি-পকি বিদুৰক ক'লে "বিদুৰ, তুমি সদায় পাণ্ডৱৰ ফলীয়াহে দুৰ্য্যোধনৰ বিপক্ষ কথাবিলাক আলচ কৰি থাকা। তোমাক শক্ৰ যেন হে পাইছোঁ। তুমি আমাৰ কল্যাণ কামনা নকৰা হবলা! দুৰ্য্যোধন মোৰ ঔৰসজাত পুত্ৰ। মই তাক কেনেকৈ ত্যাগ কৰোঁ। কোৱা-

চোঁন। ন্যায় আৰু প্ৰকৃতিৰ বিৰুদ্ধে তোমাৰ পৰামৰ্শ লৈ মোৰ কেতিয়াও মঙ্গল নহব। মই আৰু তোমাক বিশ্বাস কৰিব নোৱাৰাত পৰিছোঁ। তোমাৰ সহায় আৰু লগ মোৰ আৱশ্যক নাই। তোমাৰ মন গলে তুমি পাণ্ডৱৰ লগতে থাকিবগৈ পাৰা।" বিদুৰৰ উত্তৰলৈ বাট নাচাই ধৃতৰাষ্ট্ৰই উচাৎ মাৰি অন্তেষপুৰলৈ সোমাই গল।

বিদুৰে কৌৰৱকুলৰ ধ্বংস অনিবাৰ্য্য বুলি জানি বেগবান ৰথ এখনত উঠি পাণ্ডৱসকলৰ ওচৰলৈ গুচি গ'ল।

সঁচাসচিকৈয়ে বিদুৰে নগৰ এৰি গুচি যোৱাত ধৃতৰাষ্ট্ৰৰ মনত আকৌ চিন্তা সোমাল। তেওঁ ভাবিবলৈ ধৰিলে "মই কি কাম কৰিলোঁ? পাণ্ডৱ-হঁতৰ বল বৃদ্ধিৰ পথটো মই নিজেই মুকলি কৰি দিছোঁ। হায়, হায় বিদুৰক পৰিত্যাগ কৰি মহা ভুল কৰিলোঁ।" এইদৰে ভাবি-চিন্তি বিবুধি হৈ সঞ্জয়ক মতাই আনি কলে, "সঞ্জয় খঙৰ বশবৰ্ত্তী হৈ কিবা অনুচিত কথা কৈ মৰমৰ ভাই বিদুৰকো হেৰুৱালোঁ। খঙে-বেজাৰে তেওঁ বনলৈ গুছি গ'ল। তুমি এবাৰ যোৱাচোঁন—কেনেবাকৈ তেওঁক বুজাই বঢ়াই মোৰ ওচৰলৈ ওলোটাই লৈ আহাগৈ যোৱা।"

সঞ্জয় লৰালৰিকৈ বনলৈ গৈ পাণ্ডৱসকলৰ আশ্ৰম পালেগৈ। তেওঁ গৈ দেখিলে মৃগচৰ্ম্ম পৰিধান কৰি পাণ্ডৱসকলে বনবাসী ঋষিসকলৰ লগত আনন্দমনে দিন কটাইছে। বিদুৰকো তাতে দেখিলেগৈ। বিদুৰক অন্যায় ব্যৱহাৰ কৰি ধৃতৰাষ্ট্ৰই অনুতাপত কেনেকৈ দহি-পুৰি মৰিছে সেই কথা সঞ্জয়ে বিদুৰৰ আগত বখানি কলে। সঞ্জয়ে নম্ৰভাৱে ক'লে, "আপুনি যদি কেনেবাকৈ উলটি যোৱাটো নহয় তেন্তে ধৃতৰাষ্ট্ৰই আৰু নিজৰ প্ৰাণ নাৰাখে। আপুনি অতি সোনকালে গৈ ৰাজসভাত যোগদান কৰক। পাণ্ডৱসকলৰ পৰা বিদায় লৈ অনুগ্ৰহ কৰি হস্তিনা পুৰলৈ বলক।"

এই কথাত ধৰ্ম্মপ্ৰাণ বিদুৰে যুধিষ্ঠিৰৰপৰা বিদায় লৈ হস্তিনাপুৰলৈ উভতি গ'ল।

ধৃতৰাষ্ট্ৰই বিদুৰক দুনাই কাষত পাই চেনেহতে পমি গৈ আকোৱালি ধৰি হুক হুক কৰে কান্দি কান্দি কবলৈ ধৰিলে—"হে নিষ্পাপ বিদুৰ, বিচাৰবুদ্ধি হত হৈ মই তোমাক যি অসদ্ব্যৱহাৰ কৰিছিলোঁ তাৰ বাবে মোক ক্ষমা কৰিবা।"

এদিন মৈত্ৰেয় ঋষি ধৃতৰাষ্ট্ৰৰ ৰাজসভাত উপস্থিত হলহি। ৰজাই আথে-বেথে যথাবিধি ঋষিক পাদ্যাদিৰে অভ্যৰ্থনা কৰিলে। আসন গ্ৰহণৰ

পিছত ধৃতৰাষ্ট্ৰই ঋষিক প্ৰশ্ন কৰিলে—"প্ৰভু মোৰ মৰমৰ সন্তান বীৰ পঞ্চ-পাণ্ডৱক 'কুৰুবনত দেখিছিল নে? তেওঁলোকৰ কুশলনে? বনবাস তেওঁলোকে আনন্দমনেৰে মানি লৈছেনে? তেওঁলোকৰ এই বনবাসৰ কাৰণ আমাৰ কুৰুবংশৰ মাজত থকা চেনেহৰ ডোলদাল ঢিলা হৈ যাব নে কি? আপুনি আশীৰ্ব্বাদ কৰক ঋষিৰাজ।"

ঋষিয়ে উত্তৰত কলে, "হয়। ধৰ্ম্ম পুত্ৰক অকস্মাতে কাম্যক বনত দেখা পালোঁ। বনবাসী আন বহুতো ঋষি মুনি তেওঁক চাবলৈ বুলি তালৈ আহিছিল। সেইখিনি পাই মই তাতে হস্তিনাপুৰৰ কুকীৰ্ত্তিবিলাক শুনিবলৈ পালোঁ। সেইবোৰকে শুনিহে মই ইয়ালৈ আহিলোঁ। অন্ততঃ আপুনি আৰু কুলপতি ভীষ্মদেৱ জীয়াই থকাত এনেবোৰ গৰ্হিত কাম হবলৈ পোৱাতো উচিত নাছিল।"

তাৰ পিচত সভাত বহি থকা দুৰ্য্যোধনৰ ফালে চাই কলে, "ৰাজকোৱঁৰ তোমালোকৰ যাতে মঙ্গল হয় মই তেনে কথাকে কম। পাণ্ডৱসকলক বিনাশ কৰাৰ চেষ্টা নকৰিবাহঁক। তেওঁলোকৰ দেৱতাৰ অংশত জন্ম। দ্ৰুপদ আৰু শ্ৰীকৃষ্ণ স্বয়ং তেওঁলোকৰ সহায়। তেওঁলোকৰ লগত বিৰোধিতা নিতান্ত অনুচিত হৈছে। এতিয়াও শান্তি স্থাপন কৰা।"

ঋষিৰ কথা শুনি দুৰ্য্যোধনে পেংলাই কৰি উৰুত চাপৰ মাৰি ভৰিৰে মাটি খুচৰি খুচৰি ঋষিৰ ফালে পিঠি দি থিয় হৈ ৰল।

এনে ব্যৱহাৰত খং উঠি ঋষিয়ে কবলৈ ধৰিলে, "দুৰ্য্যোধন, তোমাৰ এই অহঙ্কাৰৰ উপযুক্ত ফল তুমি ভোগ কৰিবা। ভীমৰ গদাৰ কোবত তোমাৰ সেই উৰু ভাগি তোমাৰ প্ৰাণবায়ু ওলাই যাব।" এই কথা শুনি ধৃতৰাষ্ট্ৰ একেজাপেই উঠি ঋষিৰ ভৰিত দীঘল দি পৰি মুৰ দোৱাঁই কবলৈ ধৰিলে, "প্ৰভু, এনে অভিশাপ নিদিব।"

মৈত্ৰেয়েই ক'লে—"মহাৰাজ তোমাৰ পুত্ৰই যদি পাণ্ডৱসকলৰ লগত সন্ধি স্থাপন কৰে তেন্তে মোৰ এই অভিশাপ নিষ্ফল হব। নচেৎ এই অভিশাপ ফলিয়াবই লাগিব।" এই বুলি ঋষিয়ে তৎক্ষণাৎ উঠি ৰাজসভা পৰিত্যাগ কৰি গুছি গ'ল।

(মহাভাৰতৰ কথা অতি পুৰণি কাহিনী, কিন্তু মানুহৰ স্বভাৱ একেদৰেই আছে। আজিকালিও খং আৰু ঘৃণাভাৱে মানুহৰ একেদৰে—বয়স, লিঙ্গ বা অৱস্থাভেদে অনিষ্ট তথা ধ্বংসৰ কাৰণ হয়। এই আধ্যায় পাঠ কৰি হৃদয়ঙ্গম কৰিব পাৰিলে খঙৰ হাত এৰাই প্ৰকৃত জ্ঞান লাভ কৰি ঘোৰ অপৰাধৰ হাত সাৰি থাকিব পাৰি।)

## শ্ৰীকৃষ্ণৰ প্ৰতিজ্ঞা

শ্ৰীকৃষ্ণৰ হাতত শিশুপাল-বধৰ বাতৰিটো পাই শিশুপালৰ বন্ধু শাল্বৰাজে খঙত গৰজি উঠি সসৈন্যে দ্বাৰকা আক্ৰমণ কৰিলেগৈ। সেই সময়ত শ্ৰীকৃষ্ণ দ্বাৰকাত নাছিল। শ্ৰীকৃষ্ণৰ অনুপস্থিতিত উগ্ৰসেনৰ হাতত দ্বাৰকা ৰক্ষাৰ ভাৰ আছিল। (মহাভাৰতৰ ঘটনাবিলাকৰপৰা জানিব পাৰি যে আধুনিক যুদ্ধ বিগ্ৰহৰ ৰীতি-নীতিবিলাক সেই কালতো চলন্তি আছিল।) দেখাত দ্বাৰকাখন এটা কোঠৰ দৰে। শত্ৰুৰ আক্ৰমণৰপৰা ৰক্ষা পাব পৰা সকলো ব্যৱস্থা তাত আছিল। অসংখ্য সেনা থাকিব পৰাকৈ উপযোগী ঠাই, যন্ত্ৰপাতি, সুৰঙ্গ আদিৰ একোৰে অভাৱ নাছিল। নানা তৰহৰ অস্ত্ৰ-শস্ত্ৰ, গুলী-বাৰুদে সৈতে আগ্নেয় অস্ত্ৰ আদি কৰি ভালেমান আহিলা-পাতি মজুত কৰি থোৱা আছিল। ভালেমান নামজ্বলা বীৰ সেই নগৰত বাস কৰিছিল। 'শাল্বৰজাই দ্বাৰকা আক্ৰমণ কৰাৰ লগে লগে কোনো নগৰ-বাসীয়ে মদ চুব নোৱাৰিব' এনে বুলি উগ্ৰসেনে ঢোলপিতি নগৰত ঘোষণা কৰি দিলে। আকৌ নগৰত কোনো ৰকমৰ আমোদ কৰিব নোৱাৰিব, এনে বুলিও আদেশ জাৰী কৰা হ'ল। নগৰৰ ভিতৰত আলি-পদূলিত থকা সেতুবিলাক ভাঙি দিয়া হ'ল। নদ-নদীবিলাকত নাৱৰ চলাচলো বন্ধ কৰি দিয়া হল। শত্ৰুৰ আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ পানীত ডাঙৰ ডাঙৰ লোহাৰ শলা পুতি থোৱা হ'ল। পকা বেৰবিলাকত থকা সুৰুঙাবিলাক বন্ধ কৰি কৰি দিয়া হ'ল। ৰাজ আলিবিলাক লোহাৰ জালেৰে বেৰি পেলালে। গোটেই দ্বাৰকা নগৰখনৰ গঠন এনেভাৱে কৰা হৈছিল যে শত্ৰুবিলাকৰ পক্ষে নগৰ প্ৰবেশ কৰা একপ্ৰকাৰ দুঃসাধ্য আছিল। শাল্বৰাজৰ আক্ৰমণত কিছুমান কৃত্ৰিম উপায়ো অৱলম্বন কৰা হৈছিল। ৰজাৰ নাম মুদ্ৰাঙ্কিত কৰা সন্মতি পত্ৰ নোলোৱাকৈ কোনেও নগৰৰ বাহিৰলৈ যোৱাৰ উপায় নাছিল। সেইদৰেই নগৰত সোমোৱাৰো তেনে নিকপকপীয়া ব্যৱস্থা কৰা হৈছিল। সেনাসকলৰ বানচ বৃদ্ধি কৰা হ'ল। তেওঁলোকে তত্তালিকে সকলো সুবিধা লাভ কৰিলে। তেওঁলোকৰ যোগ্যতাৰ পৰীক্ষা কৰা হ'ল।

শ্ৰীকৃষ্ণই দ্বাৰকা পাই নগৰবাসী প্ৰজাসকলৰ এনে অৱস্থা দেখি খঙত জ্বলি উঠিল। তেতিয়াই ক্ষিপ্ৰগতিৰে গৈ শাল্বক আক্ৰমণ কৰি জয়লাভ কৰিলে। তাৰ পিচত হস্তিনাপুৰৰ সকলো বৃত্তান্ত আৰু পাণ্ডৱসকলৰ

বনবাসত ঘটা ঘটনাবোৰ শুনি ততালিকে তেওঁ পাণ্ডৱসকলক চাবৰ মনেৰে যাত্ৰা কৰিলে।

পাণ্ডৱসকলৰ পৰম বন্ধু ভোজ-বংশৰ ৰাজকোঁৱৰ, বৃষ্ণিবংশৰ ৰজাসকলে চেদিৰাজ ধৃষ্টকেতু আৰু কেকয় ৰাজকোঁৱৰকে আদি কৰি সকলোবিলাকেই শ্ৰীকৃষ্ণৰ লগত পাণ্ডৱসকলৰ থকা ঠাইলৈ গ'ল।

দুৰ্য্যোধন আদিয়ে পাণ্ডৱসকলৰ প্ৰতি কৰা অন্যায় আচৰণ সম্পৰ্কে পাণ্ডৱৰ মুখে সকলো বৃত্তান্ত শুনি শ্ৰীকৃষ্ণকে আদি কৰি তেওঁলোক সকলোটিয়ে বৰ দুঃখ কৰিলে আৰু খঙত কবলৈ ধৰিলে 'পৃথিৱীয়ে এই মহাপাতকীবিলাকৰ তেজ পান কৰিব।'

বন্ধু ৰজাসকলৰ লগত যুধিষ্ঠিৰৰ কথা-বতৰা শেষ হোৱাত দ্ৰৌপদী ওলাই আহি শ্ৰীকৃষ্ণৰ কাষত থিয় দিলে।

খঙত আৰু বেজাৰত হুমুনিয়াহ পেলাই চকুৰপানী টুকি টুকি তেওঁ কবলৈ ধৰিলে—"মই যেতিয়া একবস্ত্ৰা হৈ আছিলোঁ তেনে অৱস্থাত পাষণ্ডইঁতে মোক ৰাজসভালৈ বল কৰি টানি আনিলে। ধৃতৰাষ্ট্ৰৰ পুতেকে মোক অপমান কৰি উপহাস কৰিলে। সিহঁতে ভাবি ললে যে মই সিহঁতৰ দাসী হলোঁ। ভীষ্মদেৱ আৰু মহাৰাজ ধৃতৰাষ্ট্ৰই মই যে তেওঁলোকৰ বোৱাৰী সেই কথা পাহৰি গৈ সভাৰ মাজত ভেবা লাগি চাই থাকিল। হে জগন্নাথ, মোৰ নিজৰ স্বামীসকলেও মোক ৰক্ষা নকৰিলে। এই বুলি কৈ দ্ৰৌপদীয়ে হুক্ হুক্ কৰে কান্দিবলৈ ধৰিলে। পিচত ৰিহাৰ আচলৰ আগেৰে চকু মুচি আকৌ থোকাথুকি মাতেৰে কবলৈ ধৰিলে "নীচ মানুহৰ হাতত মই লঘু হলোঁ। দ্বিতীয় পাণ্ডৱৰ শাৰীৰিক বল নিষ্ফল হৈ ৰ'ল। তৃতীয় পাণ্ডৱৰ গাণ্ডীবো অকৰ্ম্মণ্য হৈ পৰিল। এই জগতত সাধাৰণ নিশকতীয়া মানুহেও সিহঁতৰ নিজৰ নিজৰ তিৰুতাক ৰক্ষা কৰে। মহাপাপী দুৰ্য্যোধন এতিয়াও জীয়াই আছে। মহাৰাজাধিৰাজ পাণ্ডুৰ বোৱাৰী হৈও মহাবীৰ বুলি খ্যাতি থকা এই কোঁৱৰসকলৰ চকুৰ আগতে মোক চুলিত ধৰি টানি সভাৰ মাজলৈ চোচোৰাই আনিলে। হে মধুসূদন, এই অৱস্থাত বাৰু মই কেনেকৈ জীৱন ধাৰণ কৰি থাকোঁ? আজি মোৰ পতি নাই, পুত্ৰ নাই, বন্ধু নাই, ভাই-ককাই কোনো নাই। এই অৱস্থা দেখি আপুনিও মোক পৰিত্যাগ কৰিলেনে কি প্ৰভু?"

খঙে বেজাৰে শ্ৰীকৃষ্ণৰ আগত হাঁ-হুতাশ কৰি কান্দি-কাতি এইদৰে দ্ৰৌপদীয়ে বিলাপ কৰিবলৈ ধৰিলে। শ্ৰীকৃষ্ণই দ্ৰৌপদীক বুজাই বুজাই

গহীনভাৱে কবলৈ ধৰিলে—“দ্ৰুপদ নন্দিনী ! যিবিলাকে তোমাক এনে লঘু-লাঞ্ছনা কৰিলে তেওঁলোক সকলোবোৰেই যুদ্ধক্ষেত্ৰত যথাসময়ত তেজেৰে ৰাঙলী হৈ প্ৰাণ এৰিব । এই বিষয়ে মই তোমাৰ ওচৰত প্ৰতিজ্ঞা কৰিছোঁ, পাণ্ডৱসকলক সকলো প্ৰকাৰে সকলো অৱস্থাতে মই সহায় কৰি থাকিম । তুমি কালত সাম্ৰাজ্ঞী হবা । আকাশ খহি পৰিব পাৰে, হিমালয় পৰ্ব্বত ভাগি ধূলি হৈ মাটিত বাগৰি পৰিব পাৰে, পৃথিৱী ধ্বংস হব পাৰে, সাগৰ শুকাই যাব পাৰে, তথাপি মোৰ এই কথা কদাপিও মিছা নহব । ই ধ্ৰুৱ সত্য বুলি জানি থবা ।” এইবুলি শ্ৰীকৃষ্ণই দ্ৰৌপদীৰ আগত ভীষণ প্ৰতিজ্ঞা কৰি ক'লে ।

(আজিৰ যুগৰ মহাভাৰত-পাঠকসকলৰ ভিতৰত কোনো কোনোৱে শ্ৰীকৃষ্ণৰ অলৌকিক ক্ৰিয়া আৰু কথাবিলাকৰ গূঢ় তত্ত্ববিলাক সাধাৰণ জ্ঞানেৰে ঢুকি নাপাই তেওঁৰ কামবিলাকত দোষাৰোপ কৰি থাকে । কিন্তু তেওঁলোকে যদি স্থিৰচিত্তে মনপুতি শ্ৰীকৃষ্ণৰ কাম আৰু প্ৰতিজ্ঞাৰ গূঢ় তত্ত্ব-বিলাক খুচৰি চাবলৈ চেষ্টা কৰে তেন্তে তেওঁলোকৰ ওপৰে ওপৰে দোষাৰোপ কৰি ফুৰা প্ৰবৃত্তিবিলাক লোপ পাব । )

শ্ৰীকৃষ্ণৰ এনে প্ৰতিজ্ঞা শুনি দ্ৰৌপদীৰ মনৰ দুখ পাতলি গ'ল আৰু চকুপানী মুচি অৰ্জ্জুনৰ ফালে চল্‌চলিয়া চকুৰে চাবলৈ ধৰিলে । তেতিয়া অৰ্জ্জুনেও দ্ৰৌপদীক আশ্বাস দি কলে—“দ্ৰৌপদী, শ্ৰীকৃষ্ণৰ কথা আখৰে আখৰে সঁচা এই কথা ধ্ৰুৱপ জানিবা । কিছুদিন অপেক্ষা কৰা মাত্ৰ ।”

শ্ৰীকৃষ্ণ আৰু অৰ্জ্জুনৰ আশ্বাস বাণী কেনেকৈ ফলিয়াব ধৃষ্টদ্যুম্নই তেওঁৰ ভনীয়েকক ফঁহিয়াই কলে—“চাই থাকা, যুদ্ধ কৰি মই দ্ৰোণক বধ কৰিম, শিখণ্ডীয়ে ভীষ্মক যুদ্ধত নিৰস্ত্ৰ কৰিব ; ভীমসেনে দুৰাত্মা দুৰ্য্যোধনৰ উৰু ভাঙি তাক বধ কৰিব আৰু অৰ্জ্জুন সাৰথিপুত্ৰ কৰ্ণৰ যম স্বৰূপ হব ।”

পিচত শ্ৰীকৃষ্ণই কলে—“মই দ্বাৰকাত নাছিলোঁ । মই থকা হলে কেতিয়াও এই পাশাখেল হবলৈ নাপায় । ধৃতৰাষ্ট্ৰ আৰু দুৰ্য্যোধনে সভালৈ নিমন্ত্ৰণ নকৰা হলেও বিনা নিমন্ত্ৰণে মই সভালৈ আহিলোঁহেঁতেন । ভীষ্ম, দ্ৰোণ, কৃপাচাৰ্য্য আদি বুঢ়া কেইজনৰ হতুৱাই পৰামৰ্শ দি এই সৰ্ব্বনশীয়া পাশাখেল বন্ধ কৰিলোঁহেঁতেন । শাল্বৰাজক আক্ৰমণ কৰিবলৈ মই দ্বাৰকা এৰি যাব লগা হৈছিল । ৰাজসূয় যজ্ঞত মই শিশুপালক বধ কৰাৰ কাৰণে শাল্বৰাজে মোৰ অনুপস্থিতিত দ্বাৰকা আক্ৰমণ কৰিছিল । দ্বাৰকালৈ উলটি গৈ শাল্বৰাজৰ আক্ৰমণৰ বাতৰি পাই মই তেওঁক প্ৰতিৰোধ কৰিলোঁ গৈ আৰু অন্তত শাল্বৰাজৰ মৃত্যু ঘটিল । তাৰ পিচত দ্বাৰকালৈ গৈ পাশাখেলৰ

কথাবোৰ আৰু তোমালোকৰ বনবাসৰ বাতৰিটো পায়েই ততালিকে তোমালোকক চাবলৈ আহিছোঁ। তোমালোকৰ দুখ ততালিকে আঁতৰাবৰ উপায় কৰিব নোৱাৰি মই নিজে মনত দুখ পাইছোঁ। কিন্তু তোমালোকে জানা যে পানীৰ বান্ধ ভাঙিলে তাক দুনাই বন্ধ কৰোতে কিছুমান পানী বৈ যাবই।

ইয়াৰ পিচত শ্ৰীকৃষ্ণই সকলোৰে ওচৰত বিদায় লৈ অৰ্জ্জুনৰ পত্নী সুভদ্ৰা আৰু পুত্ৰ অভিমান্যুক লগত লৈ দ্বাৰকালৈ গল আৰু ধৃষ্টদ্যুম্নয়ো দ্ৰৌপদীৰ পুতেক কেইজনক লৈ পাঞ্চাল ৰাজ্যলৈ উলটি গ'ল।

## পাশুপত অস্ত্ৰ

বনবাস কালছোৱাৰ আৰম্ভণিতে ভীমসেন আৰু দ্ৰৌপদীয়ে মাজে মাজে যুধিষ্ঠিৰৰ লগত তৰ্কবাদ কৰি থাকে। খং উঠা ক্ষত্ৰিয়ৰ এটা লক্ষণ। ক্ষমা ক্ষত্ৰিয়ৰ উচিত (কাৰ্য্য) নহয়। শান্তভাৱ আৰু ক্ষমা এই দুটা কেতিয়াবা অপমানৰ কাৰণ হৈ উঠে। এই বিষয়ে মহাপুৰুষসকলৰ বচন আৰু যুক্তি প্ৰমাণ দৰ্শাই ভীম আৰু দ্ৰৌপদীয়ে যুধিষ্ঠিৰৰ লগত তৰ্কবাদ কৰি থাকে। যুধিষ্ঠিৰে সময়ত ডাঠ দি কৈ দিয়ে—"সেই কথা নহব, আমাৰ প্ৰতিজ্ঞা ৰক্ষা কৰিবই লাগিব। ক্ষমা আৰু সহ্যগুণ সকলোৰে মানত ডাঙৰ ধৰ্ম্ম বুলি গণ্য হৈ আহিছে।"

কিন্তু বনবাসত বেছিদিন নকটাই প্ৰথম ছোৱাতে দুৰ্য্যোধন আৰু তেওঁৰ পক্ষৰ লোকসকলক সমূলে বিনাশ কৰা আৰু পুনঃ ৰাজ্য উদ্ধাৰ কৰাই আছিল ভীমৰ মূল অভিপ্ৰায়।

ভীমসেনে কয়—"দাদা, বেদৰ মন্ত্ৰবিলাকৰ অৰ্থ উপলব্ধি নকৰাকৈয়ে ভাটৌ চৰাইৰ দৰে আপুনি কথাবোৰ মুখস্থ গাই থাকে। আপোনাৰ বুদ্ধিভ্ৰম ঘটিছে। ক্ষত্ৰিয় বংশত আপোনাৰ জন্ম। এতিয়া আপুনি ক্ষত্ৰিয় বংশ পৰিত্যাগ কৰি আন ধৰ্ম্ম গ্ৰহণ কৰিবলৈ মন কৰিছে। আপুনি ব্ৰাহ্মণ জাতিৰ ধৰ্ম্ম অনুসৰণ কৰিবলৈ মন মেলিছে। তেনে কৰিলে আমাৰ উদ্দেশ্য সফল নহব। শাস্ত্ৰমতে খং আদি ৰজো গুণ ক্ষত্ৰিয়ৰ লক্ষণ। সহ্যগুণ বা ক্ষমা ক্ষত্ৰিয়ৰ ধৰ্ম্ম নহয়। দুৰ্ম্মতি দুৰ্য্যোধনহঁতৰ যি অত্যাচাৰ তাক আমি সহি থকা উচিত নহয়। মোৰ মতে প্ৰৱঞ্চক শত্ৰু-

বিলাকক বিনাশ নকৰি ক্ষত্ৰিয়ই তিলাৰ্দ্ধও জীয়াই থকা বৃথা। তেনে প্ৰৱঞ্চকক যদি বিনাশ কৰি নৰকগামীও হওঁ তেন্তে সিও আমাৰ কাম্য হোৱা উচিত। সেই নৰক আমাৰ পক্ষে স্বৰ্গতুল্য হব। আজি আপোনাৰ ক্ষমা গুণে মোৰ আৰু অৰ্জ্জুনৰ জুইতকৈও অধিক তাপে দহা যেন লাগিছে। নীচ শত্ৰুবিলাকে আমাক ৰাজ্যৰপৰা বঞ্চিত কৰি নিজে তাক ভোগ কৰিছে। নিজৰ কৰ্ত্তব্যৰ বিষয়ে উদাসীন হৈ আপুনি অজগৰ সাপৰ দৰে নিশ্চল হৈ পৰি আছে। আপুনি কৈছে যে—"আমি প্ৰতিজ্ঞা পালন কৰিব লাগিব।" কিন্তু ভুবন বিজয়ী অৰ্জ্জুনে এই প্ৰতিজ্ঞা কেনেকৈ পালন কৰিব ? হিমালয় পৰ্ব্বত এমুঠি জাবৰ দি ঢাকি থব পাৰি জানোঁ ? সিংহ সদৃশ অৰ্জ্জুন, নকুল আৰু সহদেৱ কেনেকৈ অজ্ঞাতবাসত গা-ঢাকি থাকিব পাৰিব ? এনেবোৰ অসাধ্য সাধন কৰিব পাৰিলেও পাপাত্মা দুৰ্য্যোধনে চোৰাংচোৱা পঠাই আমাৰ পম খেদি আমাৰ সকলো সংবাদ জানি লব। প্ৰতিজ্ঞা পালন অসাধ্য হৈ উঠিব। আমাৰ সংবাদ পালেই আমি আকৌ ঘূৰি তেৰ বছৰ কাল বনবাস খাটিব লাগিব। আজিলৈকে তেৰমাহ বনবাস খাটিলোঁ। বৈদিক যজ্ঞত সোমলতাৰ অভাৱত আন কিবা লতাও ব্যৱহাৰ কৰি যজ্ঞ সমাপন কৰে। সেইদৰে তেৰ বছৰৰ সলনি তেৰমাহ বনবাস খাটিলেই ঢেৰ হব। ইও এটা শাস্ত্ৰৰ মত। শত্ৰুৰ প্ৰৱঞ্চনাত পৰি আপুনি কৰা প্ৰতিজ্ঞাটো পালন নকৰিলেও প্ৰায়শ্চিত্ত কৰি অধৰ্ম্মখিনি নিবাৰণ কৰিব পাৰি। গাড়ী টনা বলধি গৰুক এমুঠি ঘাঁহ খাবলৈ দি সাধাৰণ অপৰাধৰ উচিত প্ৰায়শ্চিত্ত কৰা হয়। গতিকে অচিৰে শত্ৰু বধৰ নিমিত্তে আপুনি সঙ্কল্প স্থিৰ কৰক। ইয়াৰ বাহিৰে ক্ষত্ৰিয়ৰ আৰু আন ধৰ্ম্ম হব নোৱাৰে।"

এইদৰে ভীমসেনে যুধিষ্ঠিৰৰ মতবাদ তীব্ৰ ভাষাৰে প্ৰতিবাদ কৰিছিল। দ্ৰৌপদীয়েও মাজে মাজে দুৰ্য্যোধন, কৰ্ণ আৰু দুঃশাসনৰপৰা পোৱা নিজ অপমানৰ কথা বৰ্ণনা কৰি যুধিষ্ঠিৰৰ মনত খং তোলাবলৈ চেষ্টা কৰিছিল। যুধিষ্ঠিৰে তেতিয়া দীঘল হুমুনিয়াহ পেলাই চিন্তামগ্ন হয়। ধৰ্ম্মোপদেশৰ-পৰা একো ফল নহব বুলি ভাবি যুধিষ্ঠিৰেও এতিয়াৰপৰা, কেৱল নীতি আৰু উভয় পক্ষৰ শক্তিৰ বিষয়েই আলোচনা কৰিবলৈ ধৰিলে।

যুধিষ্ঠিৰে এইদৰে কবলৈ ধৰিলে—"ভূৰিশ্ৰৱা, ভীষ্মদেৱ, দ্ৰোণাচাৰ্য্য, কৰ্ণ আৰু অশ্বত্থামাই শত্ৰুইতৰ ফলীয়া হৈ যোগ দিছে। দুৰ্য্যোধন আৰু তাৰ ভায়েকসকল যুদ্ধত পাকৈত। বহুতো বীৰ ৰজা দুৰ্য্যোধনৰ ফালে আছে। ভীষ্মদেৱ আৰু দ্ৰোণে দুৰ্য্যোধনক অসন্মানৰ চকুৰে চালেও তেওঁক এৰি যাব নোৱাৰে। অকল সেয়ে নহয়, তাৰ নিমিত্তে প্ৰাণত্যাগ কৰিব-

লৈকো প্ৰস্তুত। কৰ্ণ বৰ বিচক্ষণ। অস্ত্ৰ বিদ্যাত তেওঁ অদ্বিতীয়। তেওঁক পৰাজয় কৰা অসাধ্য। তেওঁ এজন মহাৰথী আৰু বৰ উৎসাহী। আমাৰ সম্প্ৰতি যুদ্ধ জয় কৰা অনিশ্চিত। হঠাতে কিবা এটা কৰি পেলালে একো ফল নহব।" এইদৰে যুধিষ্ঠিৰে যুক্তিৰে উপদেশ দি বৰ কষ্টেৰে ভায়েক-হঁতক আৰু দ্ৰৌপদীক তাৎকালিক প্ৰতিকাৰৰ বাসনাবিলাকৰপৰা ক্ষান্ত কৰি ৰাখিছিল।

শেষত গৈ ব্যাসদেৱৰ উপদেশত নতুন নতুন অস্ত্ৰ আৰু দেৱতা-সকলৰ বৰ লাভ কৰিবৰ নিমিত্তে অৰ্জ্জুনে হিমালয় পৰ্ব্বতলৈ গৈ তপস্যা কৰিবলৈ সঙ্কল্প কৰিলে। অৰ্জ্জুনে ভাই-ককাই কেজনৰ ওচৰত বিদায় লৈ দ্ৰৌপদীৰ কাষ পালেগৈ। অৰ্জ্জুনক দেখা পাই দ্ৰৌপদীয়ে ক'লে "আপোনাৰ মনস্কামনা সফল হওক এয়ে মোৰ ভগৱানৰ ওচৰত প্ৰাৰ্থনা। আপোনাৰ মাতৃ কুন্তীদেৱীয়ে আপোনাৰ জন্মৰ সময়ত যি যি সংকল্প কৰিছিল সেই সকলো যেন সফল হয়। আমাৰ সকলোৰে সুখ, মান, ঐশ্বৰ্য্য, ধন, সম্পদ এই সকলোবিলাক আপোনাৰ ওপৰতে নিৰ্ভৰ কৰিছে। অস্ত্ৰাদি লাভ কৰি যথাসময়ত উভতি আহে যেন।" পাঞ্চালীয়ে এইদৰে মাঙ্গলিক বাক্যেৰে অৰ্জ্জুনক বিদায় দিলে।

অৰ্জ্জুনে হিমালয়লৈ যাত্ৰা কৰিবৰ সময়ত দ্ৰৌপদীৰ অন্তৰ অৰ্জ্জুনৰ প্ৰতি মাতৃ হৃদয়ত ওপজা বাৎসল্য ভাৱৰ উদয় হৈছিল। দ্ৰৌপদী ভাৰ্য্যা হৈও মাক কুন্তীৰ নিচিনাকৈ আশীৰ্ব্বাদ দিয়াদি মাঙ্গলিক কথাৰে বিদায় দিছিল। "মাতৃসংকল্প সফল হওক" —এই বুলি আশীৰ্ব্বাদ দিছিল। দ্ৰৌপদীৰ এই ভাৱৰ তাৎপৰ্য্য চিন্তা কৰি চাব লগীয়া।

'তপস্যাৰ বলত অস্ত্ৰলাভ কৰিম' বুলি যাত্ৰা কৰি অৰ্জ্জুনে অটব্য অৰণ্যৰ মাজেদি গৈ গৈ ইন্দ্ৰকীল পৰ্ব্বত পালেগৈ। তাতে এজন বুঢ়া ব্ৰাহ্মণৰ সাক্ষাত পালে। সেই তপস্বী ব্ৰহ্মণে মিচিকিয়া হাঁহি মাৰি চেনেহৰ মাত দি কলে "বাছা, তোমাৰ হাতত চোন ধেনু, কাঁড়, কৱচ, তৰোৱাল এইবোৰ দেখিছোঁ? তুমিনো কোন? ইয়াত দেখোন এই-বোৰ অস্ত্ৰ-শস্ত্ৰৰ একো প্ৰয়োজন নাই। বীৰ প্ৰকৃতিৰ সংযমী তপস্বী-সকলৰ থকা ঠাইলৈ তোমাৰ এনে ক্ষত্ৰিয়ৰ বেশত অহাৰ কাৰণ কি?" বুলি কৈ ব্ৰহ্মণে নিজৰ ৰূপ ধৰি তেৱেঁই যে ইন্দ্ৰ এইটো অৰ্জ্জুনক জানিবলৈ দিলে। পুত্ৰ দৰ্শনৰ আনন্দ লাভৰ অপেক্ষাহত যে তেওঁ সেই ঠাইলৈ আগ-বাঢ়ি আছেহি সেই কথা অৰ্জ্জুনৰ আগত মন খুলি ক'লে।

তেতিয়া অৰ্জ্জুনে ইন্দ্ৰদেৱক যথাযোগ্য সন্মান দেখুৱাই নিবেদন কৰি কৰি ক'লে "মই অস্ত্ৰ-শস্ত্ৰ লাভৰ আশাত ইয়ালৈ আহিছোঁ। কৃপা কৰি আপুনি মোৰ সেই বাসনা পূৰ্ণ কৰক প্ৰভু!"

ইন্দ্ৰই ক'লে "ধনঞ্জয়, অস্ত্ৰ-শস্ত্ৰৰ কি প্ৰয়োজন? অভিলষিত ভোগ সুখ আৰু উত্তমলোক পাবলৈ প্ৰাৰ্থনা নকৰা কিয়?"

অৰ্জ্জুনে ক'লে "হে দেৱৰাজ, মোক ভোগ সুখ কিম্বা উত্তম লোক একোকে নালাগে। পাঞ্চালী আৰু ভাই-ককাই সকলোকে বনত এৰি থৈ আহিছোঁ। মোৰ একমাত্ৰ কাম্য অস্ত্ৰ-শস্ত্ৰহে।"

তেতিয়া ইন্দ্ৰই ক'লে "তপস্যা কৰি ত্ৰিনয়ন মহাদেৱৰ দৰ্শন লাভ কৰিব পাৰিলেই তেওঁৰপৰা দিব্য অস্ত্ৰ লাভ কৰা সম্ভৱ হ'ব।" এইবুলি কৈ তেওঁ অন্তৰ্দ্ধান হ'ল। ইয়াৰ পিচত অৰ্জ্জুনে হিমাচলত বহুত দিন ধৰি দেৱদিদেৱ মহাদেৱৰ ধ্যান কৰিবলৈ ধৰিলে।

কিছুদিনৰ পিচত মহাদেৱ উমাদেৱী সহ হাতত ত্ৰিশূল লৈ ব্যাধৰ ভেশ ধৰি অৰ্জ্জুনৰ সন্মুখত উপস্থিত হ'ল।

ঠিক সেই সময়তে এটা বনৰীয়া গাহৰিয়ে অৰ্জ্জুনক খেদা মাৰি আহিল। মহাদেৱে তৎক্ষণাৎ ত্ৰিশূল আৰু লগে লগে অৰ্জ্জুনেও গাণ্ডীবৰ-পৰা শৰমাৰি পঠিয়ালে। ব্যাধৰূপী মহাদেৱক অৰ্জ্জুনে খঙেৰে ক'লে "কোন তুমি, এইদৰে তিৰুতা লগত লৈ বনে বনে ঘূৰিছা? মোৰ লক্ষ্য বস্তুৰ ওপৰত তুমি কিয় অস্ত্ৰ নিক্ষেপ কৰিছা?"

ব্যাধে পেংলাই কৰি ক'লে "হেৰা বীৰ পুৰুষ, পশুপক্ষীৰে ভৰা এই অৰণ্যত বনবাসীৰহে অধিকাৰ আছে। তোমাক দেখাপাই বুজিব পাৰিছোঁ যে তুমি সুখ ভোগৰ কাৰনেহে যেন জন্ম লৈছা। তুমিয়েবা অকলে অকলে এই বনত ঘূৰিপকি ফুৰিছা কিয়? এই গাহৰিটো মই লক্ষ্য কৰিছিলোঁ। আৰু মোৰ শৰতে সি মৰিল।" অৰ্জ্জুনে এই কথা স্বীকাৰ নকৰাত ব্যাধে অৰ্জ্জুনক দ্বন্দ্ব যুদ্ধ দিবলৈ আহ্বান কৰিলে।

অৰ্জ্জুনে ব্যাধৰ সেই কথাত খঙত জ্বলি উঠিল। বিষধৰ সাপৰ নিচিনা কাঁড় এপাত ব্যাধৰ গালৈ টোঁৱাই মাৰি পঠিয়ালে। সেই কাঁড় ব্যাধৰ ভৰিত লাগি ভোটা হৈ ৰ'ল, অৰ্জ্জুনে সেইটো লক্ষ্য কৰি একেলগে, জাউৰিয়ে জাউৰিয়ে কাঁড় মাৰিবলৈ ধৰিলে। হিমালয় পৰ্ব্বতে যেনেকৈ কলহৰ মুখে ঢলা বৰষুণ অবাধে বুকু পাতি লৈ অচল হৈ থাকে সেইদৰে অৰ্জ্জুনে হনা শৰবিলাকো ব্যাধৰূপী মহাদেৱে প্ৰশান্তভাৱে হাঁহিমুখে গা পাতি ল'লে। কাঁড় অন্ত পৰিলত অৰ্জ্জুনে ধেনুৰ মাৰিভাঙিলেৰেই ব্যাধক

মূৰে গাই কোবাবলৈ ধৰিলে। তাতো ব্যাধৰ গাৰ খজুৱতিকে নমৰিল। ব্যাধে বৰং থাপমাৰি অনায়াসে অৰ্জ্জুনৰ হাতৰপৰা গাণ্ডীবখন কাঢ়িলৈ হাঁহিবলৈ ধৰিলে। গাণ্ডীৱহীন অৰ্জ্জুনে এটা বনবাসী ব্যাধৰ হাতত এনেভাৱে পৰাজয় স্বীকাৰ কৰিব লগা হোৱাত বৰ বেজাৰ পাই তলমূৰ কৰি ৰ'ল। খন্তেক পিচতে মূৰ তুলি হাতৰ খৰ্গখন দাঙি যুদ্ধ দিবলৈ চোঁচা মাৰি গ'ল। খৰ্গ দাঙি ব্যাধৰ মূৰত ঘাপ্ মাৰি দিয়াত ব্যাধৰ মূৰত পৰি সেই খৰ্গ ভাগি ঠান্ ঠান্ হৈ গ'ল।

অৰ্জ্জুনে এইবাৰ ব্যাধৰ গাসৈ শিল দলিয়াবলৈ ধৰিলে। তাতো একো ফল নধৰিলে। দুয়োৰে ভিতৰত হতাহতি মালযুঁজ আৰম্ভ হ'ল। তেতিয়া ব্যাধে অৰ্জ্জুনক টানি আনি আঁকোৱালি ধৰি দুৰ্ব্বল কৰি পেলালে। এইবাৰ অৰ্জ্জুন অৱশ হৈ বহি পৰিল আৰু মহাদেৱক ধ্যান কৰিবলৈ ধৰিলে। খন্তেক পিচতে তেওঁ দিব্যজ্ঞান পাই জানিব পাৰিলে যে মহাদেৱ স্বয়ং ব্যাধ ৰূপে তেওঁৰ মুখৰ আগতে থিয় দি আছে।

তেতিয়াই অৰ্জ্জুনে মহাদেৱৰ পাদপদ্মত সাষ্টাঙ্গে প্ৰণিপাত কৰি স্তুতি কৰি ক'লে "প্ৰভু, ভগৱান, এই অধমৰ অজ্ঞানকৃত অপৰাধ মাৰ্জ্জনা কৰক।'

মহাদেৱে হাত দাঙি হাঁহিমুখে ক'লে "বাছা, মই ক্ষমা কৰিছো। উঠা।"

অৰ্জ্জুনৰ তপস্যাত সন্তুষ্ট হৈ তেওঁৰপৰা কাঢ়ি লোৱা গাণ্ডীৱ আৰু অস্ত্ৰ-সস্ত্ৰবিলাক ওভোতাই দি অৰ্জ্জুনৰ অভীষ্ট মতে "পাশুপত" অস্ত্ৰ দান কৰিলে।

মালযুঁজৰ সময়ত মহাদেৱৰ শৰীৰৰ স্পৰ্শ পাই অৰ্জ্জুনৰ শৰীৰ সকলো প্ৰকাৰে বিশুদ্ধ হৈ অপৰূপ তেজ শক্তিৰে তেজীয়ান হৈ পৰিল। ইয়াৰ পিচত মহাদেৱে অৰ্জ্জুনক স্বৰ্গলৈ গৈ ইন্দ্ৰদেৱৰ দৰ্শন লাভ কৰি উলটি যাবলৈ উপদেশ দি অন্তৰ্হিত হ'ল। অৰ্জ্জুনে মহাদেৱৰ অন্তৰ্হিত হোৱা দৃশ্যটো বেলিমাৰ যোৱা সময়ৰ দৃশ্যৰ দৰে হেপাহ পলাই চাই ৰ'ল। মনতে কলে "ধন্য মই, আজি সাক্ষাৎ মহাদেৱৰ দৰ্শন লাভ কৰিলোঁ। তেওঁৰ দিব্য শৰীৰৰ পৰশো লাভ কৰিবলৈ পালোঁ। আৰু মোৰ একো অভাৱ নাই।" আনন্দত চকুৰ লোতকেৰে অৰ্জ্জুনৰ বুকু তিতি গ'ল। পিচ মুহূৰ্ত্ততে ইন্দ্ৰৰ সাৰথি মাতলিয়ে এখন দিব্য ৰথ লৈ অৰ্জ্জুনৰ সমুখত উপস্থিত হলহি। অৰ্জ্জুনে সেইৰথত উঠি ততালিকে ইন্দ্ৰপুৰী পালেগৈ।

## দুখ-ভোগ নতুন কথা নহয়

বনবাস কালত পাণ্ডৱসকলক এবাৰ চাবৰ মনেৰে বলৰাম আৰু শ্ৰীকৃষ্ণই তেওঁলোকৰ মিত্ৰ-কুটুম্ব সকলক লৈ পাণ্ডৱসকল থকা ঠাইলৈ গ'ল ।

পাণ্ডৱসকলক বনবাস খাটি থকা অৱস্থাটো দেখা পাই বৰ বেজাৰ মনেৰে বলৰামে শ্ৰীকৃষ্ণৰ ফালে চাই ক'লে "ভাই কৃষ্ণ, মোৰ বোধেৰে হ'লে ধৰ্ম্ম আৰু অধৰ্ম্মই এই সংসাৰত ফল দিবলৈ এৰিলে । দুৰ্য্যোধনৰ কথাকে বাৰু ভাৱি চোৱাঁছোন । তেওঁ আজি এজন ভূপতি হৈছে আৰু ধৰ্ম্মাত্মা যুধিষ্ঠিৰে বাকলি বসন পিন্ধি বনবাস খাটিব লাগিছে । ৰাজ-সুখৰপৰা বঞ্চিত হোৱা যুধিষ্ঠিৰৰ জীৱন-যাপন আৰু দুৰ্য্যোধন আদিৰ ৰাজসুখেৰে জীৱন-যাপন এই দুটা কথালৈ চালে ঈশ্বৰৰ ওপৰত মানুহৰ বিশ্বাস লুপ্ত হোৱাৰে কথা । ইহ জগতত এনে ধৰ্ম্মাধৰ্ম্মলৈ চাই হ'লে ধৰ্ম্মৰ উচ্চাসন সম্বন্ধে শাস্ত্ৰত যিবোৰ কথাৰ উল্লেখ আছে সেইবোৰ সঁচা বুলি বিশ্বাস কৰিবলৈ টান হৈ পৰে । পৃথিৱীৰ অধিপতি হোৱাৰ মোহত পৰি বলিয়া হোৱা ধৃতৰাষ্ট্ৰই বাৰু যমৰ আগত থিয় হলেগৈ এনে কৰ্ম্মৰ কি জবাব দিব ? নিৰ্দ্দোষী পাণ্ডৱসকলক আৰু যজ্ঞ সম্ভূতা দ্ৰৌপদীক বনবাসত কাল কটোৱা দেখি পাষাণ হৃদয় পৰ্ব্বতমালা আৰু সৰ্ব্বংসহা বসুন্ধৰীও দুঃখত গলি গৈছে ।"

সাত্যকিও তাত উপস্থিত আছিল । বলৰামৰ কথাবোৰ শুনি তেওঁ ক'লে "বলৰাম, বাক্যালাপৰ এইটো সময় নহয় । যুধিষ্ঠিৰে এইবিষয়ে একো কৰিবলৈ নকলেও আমাৰ কৰ্ত্তব্য আমি কৰা উচিত । আপুনি, শ্ৰীকৃষ্ণ আৰু আন আন মিত্ৰকুটুম্ব এই সকলোৰে জীৱিতাৱস্থাত পাণ্ডৱ সকলে কি কাৰণত বনবাস খাটি থাকিব লাগে ? কাৰো আহ্বানলৈ অপেক্ষা নকৰি আমি সকলো বন্ধু বান্ধৱে পাণ্ডৱসকলক সকলো প্ৰকাৰে এই বিপদৰপৰা উদ্ধাৰ কৰিবলৈ সহায় কৰিম । আমি সকলো লগলাগি দুৰ্য্যোধনক আক্ৰমণ কৰোহঁক । বৃষ্ণিকুলৰ সৈন্যবিলাকৰ সহায়ত দুৰ্য্যোধনৰ সৈন্য বিলাকক যমৰ ঘৰলৈ পঠাই দিওঁহক । এইকাম সমাধা কৰিবলৈ আপুনি আৰু শ্ৰীকৃষ্ণই যথেষ্ট । কৰ্ণৰ অস্ত্ৰ-শস্ত্ৰ সোপাকে চূৰ্ণ-বিচূৰ্ণ কৰি মূৰটো কাটি আনিবলৈ মোৰ হেপাহ লাগি আছে । দুৰ্য্যোধনক যুদ্ধত বধ কৰি পঞ্চপাণ্ডৱৰ হেৰোৱা ৰাজ্য কাঢ়িলৈ অভিমন্যুৰ হাতত গতাই দিম । পাণ্ডৱ সকলে মন কৰে যদি বন বাসকে খাটি থাকক । মোৰ পৰামৰ্শমতে যদি আপুনি কাম কৰে আমাৰ কীৰ্ত্তি লাভ হ'ব ।"

এই সকলোবোৰ কথা কানপাতি শুনি শ্ৰীকৃষ্ণই মাত দি ক'লে "বাৰু, আপোনাৰ কথা সঁচা বুলিয়েই মানিলোঁ, কিন্তু নিজে যুদ্ধ নকৰাকৈ আনে যুদ্ধ কৰি তেওঁলোকৰ হেৰোৱা ৰাজ্য পুনৰুদ্ধাৰ কৰি তেওঁলোকক গতাই দিব এই কথাত পাণ্ডৱসকলে কেতিয়াও মন নিদিয়ে। বীৰৰ বংশত জন্ম লোৱা দ্ৰুপদ জীয়াৰেও সেই দৰেই ভাবিব। ৰাজ্যলাভৰ আশাত বা আনৰ ভয়ত যুধিষ্ঠিৰে কেতিয়াও ধৰ্ম্মত্যাগ নকৰে। প্ৰতিজ্ঞা পূৰ্ণ হ'লে পাঞ্চাল ৰাজ, কেকয়ৰাজ, চেদিৰাজ আৰু আমি পাণ্ডৱৰ ফলীয়া হৈ যুদ্ধত যোগদান কৰি আমি জয়ী হম্। এই কথা ধ্ৰুৱ সত্য।"

শ্ৰীকৃষ্ণৰ মুখৰ কথা শুনি যুধিষ্ঠিৰে হৰ্ষমনেৰে ক'লে "শ্ৰীকৃষ্ণই যি কলে সি অতি সত্য কথা। আমাক আমাৰ সত্যইহে ৰক্ষা কৰিব—ৰাজ্যই নকৰে। একমাত্ৰ গোবিন্দই মোৰ পেটৰ কথা আচলতে বুজি পাইছে। তেওঁ যেতিয়াই আদেশ দিব সেই মুহূৰ্ত্তেই আমি যুদ্ধ ক্ষেত্ৰত নামিম। হে বৃষ্ণিকুলৰ বীৰসকল, আপোনালোকে অনুগ্ৰহ কৰি এতিয়া বিদায় গ্ৰহণ কৰক। ধৰ্ম্ম পৰিত্যাগ নকৰিব। আকৌ এদিন আমাৰ দেখা সাক্ষাত হ'ব।" এইবুলি যুধিষ্ঠিৰে তেওঁলোকক বিদায় দিলে।

অস্ত্ৰ লাভৰ আশাত অৰ্জ্জুনে ভালেমান দিন হিমালয়ত থকা দেখি আৰু সোনকালে উভতি অহাৰ লক্ষণ নেদেখি ভীমসেনে বেজাৰত মনমাৰি থাকি শেষত খঙত ৰ'ব নোৱাৰি অৱশেষত যুধিষ্ঠিৰক কলেগৈ "আপোনাৰ আদেশত অৰ্জ্জুনে দিব্যঅস্ত্ৰ লাভ কৰিবলৈ হিমালয়লৈ গ'ল। কিন্তু তেওঁৰনো ইমানদিনে কি ঘটিছে নঘটিছে সেইটো আমি একো জানিবলৈ পোৱা নাই। বিপদত যদি তেওঁৰ প্ৰাণ হানি হয় আমাৰ গতি কি হ'ব এই কথা ভাবি চাইছে জানো? অৰ্জ্জুনক হেৰুৱালে শ্ৰীকৃষ্ণ, পাঞ্চালৰাজ আৰু সাত্যকি কোনেও আমাক ৰক্ষা কৰিব নোৱাৰিব। অৰ্জ্জুনৰ অভাৱ মই কোনোমতেই সহি থাকিব নোৱাৰিম। আমাৰ এই সকলোবিলাক দুখ-দুৰ্গতিৰ মূল কাৰণ হ'ল আপোনাৰ সেই আপদীয়া পাশাখেল। সেই খেলৰ পিচৰপৰাই শত্ৰুবিলাকৰ বল বৃদ্ধি হৈ উঠিছে। বনবাস ক্ষত্ৰিয়ৰ ধৰ্ম্ম বিৰোধী, ৰাজ্য পালনহে ক্ষত্ৰিয়ৰ প্ৰকৃত ধৰ্ম্ম। স্বধৰ্ম্ম্য ত্যাগ কৰি কি সূত্ৰে এই যুক্তিহীন সংকল্প কৰিছিল আপুনি? এই কথা মই সমূলি বুজিবপৰা নাই। অৰ্জ্জুনক ওলটাই আনি আৰু শ্ৰীকৃষ্ণকো মতাই আনি সকলোটি একেগোট হৈ ধৃতৰাষ্ট্ৰৰ পুতেক হঁতক আক্ৰমণ কৰোঁগৈ। দুৰাত্মা দুৰ্য্যোধন, দুঃশাসন, শকুনি আৰু কৰ্ণক বধিব পাৰিলেই মোৰ হেপাহ

পলাব। তাৰ পিচতো লাগে আপুনি বনলৈ আকৌ উলটি আহি তপস্যা কৰি থাকিবহি। লগৰ কাম লগতে নকৰি হেমাহি কৰি সময় নষ্ট কৰিলে মহা প্ৰমাদহে ঘটিব। শঠক শঠতাৰ দ্বাৰা নাশ কৰা কোনো পাপৰ কথা নহয়। মই শুনিছো যে অথৰ্ব্ব বেদত এনে বিধান আছে যে মন্ত্ৰ শক্তিৰে ব্ৰতৰ কাল সংক্ষেপে কৰিব পাৰে। সেইদৰে ময়ো যেন তেৰদিন পাৰ হলেই তেৰ বছৰ বনবাসৰ ঠাইত, চৈধ্য দিনৰ দিনা গৈ দুৰ্য্যোধনক বধ কৰি আহোঁ। দাদা, আপুনি মাথোন আদেশ কৰক। জ্বলন্ত জুইৰ দ'ৰে গৈ মই যেন এতিয়াই দুৰ্য্যোধন হঁতক নাশ কৰিম।"

ভীমসেনৰ এনে উতলা কথাবোৰ শুনি যুধিষ্ঠিৰে তেওঁক সাবতমাৰি ধৰি ক'লে "ভাই, অস্থিৰ নহবা, তেৰটা বছৰ পাৰ হোৱা মাত্ৰে তুমি আৰু গাণ্ডীৱধাৰী বীৰ অৰ্জ্জুন দুয়ো গৈ যে দুৰ্য্যোধনক বধ কৰিব পাৰিবা ইয়াত মোৰ লেশমানো সন্দেহ নাই। তেতিয়ালৈকে অলপ ধীৰ ভাৱে অপেক্ষা কৰা। উতলা নহবা। পাপত পোত খাই থকা দুৰ্য্যোধন আৰু তেওঁৰ অনুবৰ্ত্তী সকলো বিলাকৰে শাস্তি এদিন হবই হ'ব।"

যুধিষ্ঠিৰে এইদৰে বিষণ্ণমনে থকা ভায়েকহঁতৰ লগত কথাবতৰা হৈ থকাৰ সময়ত মহৰ্ষি বৃহদশ্ব আহি আশ্ৰমত উপস্থিত হল। পাণ্ডৱসকলে অলপ সময় জিৰণিৰ পিচত যুধিষ্ঠিৰে বৃহদশ্বৰ কাষ চাপি বহি ক'লে "মহৰ্ষি, প্ৰবঞ্চক হঁতে কপট পাশা খেললৈ মাতি নি আমাৰ যথাসৰ্ব্বস্ব হৰণ কৰি নিলে। তাৰ ফলত মই মোৰ অপৰাজেয় বীৰ ভাই সকল আৰু পাঞ্চালীৰে সৈতে বন বাস খাটিছোহি। অৰ্জ্জুনে দিব্য-অস্ত্ৰ লাভ কৰিবৰ আশাত বহুদিনৰ আগতে হিমালয় পৰ্ব্বতলৈ গ'ল আজিও উলটি নাহিল। অৰ্জ্জুনৰ অবিহনে আমি জীয়াতে মৰাৰ তুল্য হৈ আছো। আশা পূৰ্ণ কৰি অৰ্জ্জুন বাৰু উভতি আহিবনে চাগৈ? তেওঁকনো বাৰু আকৌ দেখিবলৈ পামনে? আমাৰ দুখে কুলায়-পাচিয়ে নধৰা হৈছেহি। চিন্তাত গৰ্ভ গেলি আছে। মোৰ নিচিনা হতভাগ্য জীৱ কোনো কালে কেতিয়াও নাছিল যেনহে অনুভব কৰিছোঁ।"

এই কথা শুনি মহৰ্ষিয়ে ক'লে "যুধিষ্ঠিৰ, মিছাতে দুঃখ নকৰিবা। অস্ত্ৰ লাভ কৰি অৰ্জ্জুন অচিৰে ঘূৰি আহিব। শত্ৰুজয় তোমালোকৰ পক্ষে অৱশ্যম্ভাৱী। তোমাৰ নিচিনা ভাগ্যহীন পুৰুষ ইহলোকত নাই বুলি খেদ কৰিছা? এই কথা অমূলক। তোমাতকৈও বেছি দুৰ্ভগীয়া নল ৰজাৰ কথা বোধ কৰোঁ তোমাৰ অবিদিত নহয়। নিষধ দেশৰ ৰজা নলৰ কথা

কাৰো মুখত শুনা নাইনে তুমি ? পাশাখেলত পুষ্কৰৰ হাতত পৰাজিত হৈ ৰাজ্য, ধন, সম্পত্তি সকলো হেৰুৱাই তেওঁ ৰাজ্যৰপৰা খেদা খাইছিল। বন-বাসৰ কালছোৱাত তেওঁৰ নিজৰ বুলিবলৈ লগত কোনো নাছিল। সেই অৱস্থাত তেওঁৰ গাত কলি লম্ভি তেওঁক বুদ্ধিভ্ৰষ্ট কৰি তেওঁৰ ৰাণী দময়ন্তিকো পৰিত্যাগ কৰি নল পলাই গৈছিল। আৰু তুমি এই দেৱ-তুল্য ভায়েৰাহঁতৰ লগত, মঙ্গলাকাঙ্খী ব্ৰাহ্মণসকলৰ মাজত দিন কটাবলৈ পাইছা। ধৰ্ম্মপত্নী দ্ৰৌপদীও তোমালোকৰ লগতে আছে। তোমাৰ বুদ্ধিভ্ৰমো ঘটা নাই। গতিকে ইমানবিলাক সুখৰ মাজত থাকি দুখ কৰাটো তোমাৰ পক্ষে উচিত হোৱা নাই। বৰং তুমি সঁচাকৈয়ে ভাগ্যবান।” এই বুলি বৃহদশ্ব মুনিয়ে নল-দময়ন্তীৰ বৃত্তান্তটো বিবৰি ক’লে।

(নলৰ কথাখিনি মহাভাৰতৰ অষ্টাবিংশ (একুৰি আঠ) আধ্যাত ভালকৈ বৰ্ণনা কৰা আছে।)

শেষত ঋষিয়ে ক’লে “হে পাণ্ডৱ, নলে অতিপাত কষ্ট ভোগ কৰাৰ পিচত তেওঁৰ মঙ্গল হবগৈ। তেওঁৰ নিচিনাকৈ কলিয়ে তোমালোকৰ ওচৰ চাপিবপৰা নাই। তেওঁৰ নিচিনাকৈ তোমালোক অকলশৰীয়াও হোৱা নাই; ভাই ককাই আৰু দ্ৰৌপদী সমন্বিতে সকলোটি একেলগে থাকিবলৈ পাইছা। নিতৌ ধৰ্ম্মচৰ্চ্চা কৰি থাকিবলৈ সুবিধা পাই আছা। বেদ-বেদাঙ্গ আদি শাস্ত্ৰ সকলো পাঠ কৰি ব্ৰাহ্মণ সকলে পুৱা-গধূলি তোমা-লোকৰ মঙ্গল কামনা কৰিবহি লাগিছে। এনেবোৰ পুণ্য-কথা শুনিবলৈ পাই দিন কটাব পৰা কম সৌভাগ্যৰ কথা নহয়। বাছা, অনাহকত দুখক লাই নিদিবা। আৰু এটা কথা, মনুষ্য জন্মত দুঃখৰ মাজেদি পৰীক্ষা দিয়া কথাটো নতুন নহয় তাকো ভাৱিবা।”

এইদৰে মহৰ্ষিয়ে যুধিষ্ঠিৰক সান্ত্বনা বাক্যেৰে সন্তোষ লগাই দি বিদায় ল’লে।

## অগস্ত্য মুনি

ইন্দ্ৰপ্ৰস্থত যুধিষ্ঠিৰৰ ৰাজত্ব কালত যিসকল ব্ৰাহ্মণ তেওঁৰ আশ্ৰয়ত আছিল সেইসকলো ব্ৰাহ্মণ যুধিষ্ঠিৰৰ বনবাসৰ কাল ছোৱাতো তেওঁৰ লগে লগে আছিল। কিন্তু লাহে লাহে তেওঁলোকৰ সিধা পাতিৰ যোগান ধৰা পাণ্ডৱ-

সকলৰ পক্ষে টান পৰি আহিল। অৰ্জ্জুন হিমালয়লৈ যোৱাৰ পিচত লোমশ মুনি এদিন পাণ্ডৱসকলক চাবলৈ আহিল। তেওঁ যুধিষ্ঠিৰক কলেহি "বাছা, তোমালোকে এইছেগতে তীৰ্থস্থানত ফুৰা ভাল। লগত থকা ব্ৰাহ্মণসকলক বিদায় দিয়া লগ-ভাগ কম হ'লে তীৰ্থ পৰ্য্যটনত সুবিধা পাবাহঁক।"

লোমশ মুনিৰ এই উপদেশ পালন কৰিবলৈ যুধিষ্ঠিৰে লগৰীয়াসকলক ক'লে "যি সকলে আমাৰ লগত থাকি কষ্ট পাইছে বা কম খাদ্যৰে থকাত টান পাইছে বা যি সকলে মাথোন আদৰ দেখুৱাবলৈ আমাৰ লগত আছে, সিবিলাক যেন সম্প্ৰতি ধৃতৰাষ্ট্ৰৰ আশ্ৰয় লৈ যায়; যদিহে তেখেতে আপোনা লোকক সসম্মানে গ্ৰহণ নকৰে তেন্তে আপোনালোকে দ্ৰুপদ ৰজাৰ আশ্ৰয় লবগৈ।" এইদৰে কৈ যুধিষ্ঠিৰে লগৰীয়াৰ সংখ্যা কমাই পেলালে।

ইয়াৰ পিচত পাণ্ডৱসকলে ভালেমান তীৰ্থ দৰ্শন কৰিলে। কিছুমান তীৰ্থত তেওঁলোকে বহুতো পুণ্য কথা শ্ৰৱন কৰিবলৈ পাইছিল আৰু তীৰ্থ-বিলাকৰ পুৰণি কাহিনীবোৰ শুনি বৰ আনন্দ লাভ কৰিছিল। সেই সকলো পুণ্য কথাৰ ভিতৰত আগস্ত্য মুনিৰ কথাও শ্ৰৱন কৰিছিল।

এদিন আগস্ত্য মুনিয়ে দেখিলে যে তেওঁৰ উপৰিপুৰুষ সকলে গছৰ ডালত তলমূৰ কৰি ওলমি থাকি অতিপাত কষ্ট ভোগ কৰিছে। অগস্ত্য মুনিয়ে কাষ চাপি গৈ সুধিলে "আপোনালোক নো কোন? কি কাৰণত আপোনালোকে এনে কষ্ট ভোগ কৰিব লগা হৈছে?" উত্তৰত উপৰি পুৰুষ সকলে ক'লে "বাছা, আমি তোমাৰ উপৰি পুৰুষ। তুমি এতিয়াও অবিবাহিত। তোমাৰ অবিহনে আমাৰ পিণ্ড দান কৰিবলৈ আৰু কোনো নাথাকিব। সেই কাৰণেই আমাৰ আজি এই গতি। তুমি যদি বিয়া কৰোৱা আৰু পুত্ৰসন্তান লাভ কৰিবপাৰা তেতিয়াহে আমি এই দুঃখৰপৰা মুক্ত হ'ম।"

এই কথা শুনি আগস্ত্যাই বিয়া কৰাবলৈ মন কৰিলে।

বিদৰ্ভদেশৰ ৰজা নিঃসন্তান বুলি মনৰ বেজাৰত কাল কটাই আছিল। দুঃখ নিবাৰণৰ আশাত তেওঁ গৈ অগস্ত্য মুনিৰ শৰণাপন্ন হ'ল। অগস্ত্য মুনিয়ে তেওঁক বৰ দান দি ক'লে "চিন্তা নকৰিবা ৰজা। তোমাৰ এটি কন্যা সন্তান হব তুমি কিন্তু সেই কন্যাটি হ'লে মোলৈ বিয়া দিব লাগিব।" এইবুলি বৰ দিয়াত যথাসময়ত ৰাণীৰ গৰ্ভত এটি দীপ্লিপ্ কন্যাৰ জন্ম

হ'ল। কন্যাটিৰ নাম ৰাখিলে লোপমুদ্ৰা। অগস্ত্য মুনিৰ সংকল্প অনুযায়ী লোপমুদ্ৰা বৰ ৰূপৱতী আৰু সুলক্ষণা হৈ উপজিল। কালত তেওঁ বিবাহৰ উপযুক্ত হ'ল।

বিদৰ্ভৰাজ কুঁৱৰীৰ ৰূপলাৱণ্যৰ কথা ক্ষত্ৰিয় সমাজত বহুল ভাৱে প্ৰচাৰিত হ'ল। কিন্তু অগস্ত্যৰ ভয়ত কোনো ক্ষত্ৰিয় ৰাজকোঁৱৰে তেওঁক বিয়া কৰাবলৈ সাহ কৰিবপৰা নাছিল।

পিচত এদিন মুনিশ্ৰেষ্ঠ অগস্ত্যাই বিদৰ্ভৰজাৰ ওচৰলৈ গৈ কলে "মোৰ উপৰি পুৰুষ সকলৰ মঙ্গলৰ অৰ্থে মোৰ এটি পুত্ৰ সন্তানৰ প্ৰয়োজন হৈছে। এতিয়া আপোনাৰ কন্যাটি মোলৈ বিয়া দিয়ক।"

অগণন সখীবিলাকৰ মাজত ঘূৰি ফুৰি থকা আৰু অলেখ বান্দী-বেটীৰ আল-পৈচানৰ মাজত ডাঙৰ দীঘল হোৱা এক মাত্ৰ চেনেহৰ কন্যাটিক বনবাসী এজন মুনিৰ লগত বিয়া দিবলৈ ৰজাৰ তিলমানো ইচ্ছা নাছিল। কিন্তু পূৰ্ব্বৰ প্ৰতিশ্ৰুতি অনুযায়ী জীয়েকক মুনিলৈ বিয়া নিদিলেও পাচে মুনিৰ কোপত পৰি অঘটন ঘটিব পাৰে বুলি ৰজাৰ মনত শঙ্কা হ'ল।

মুনিৰ প্ৰস্তাৱত ৰজা ৰাণী দুয়ো ঘোৰ চিন্তাত পৰিল। সেই কথা লক্ষ্য কৰি লোপমুদ্ৰাই সুধিলে "আপোনালোকৰ ইমান চিন্তাৰ কাৰণ কি? মোৰ নিমিত্তে আপোনালোক শাপগ্ৰস্ত হোৱা উচিত নহব। মোক মুনিৰাজৰ হাতত নিশ্চিন্ত মনে অৰ্পণ কৰক আৰু তাৰ কাৰণে আপোনালোকে তিলমাত্ৰও বেজাৰ নকৰিব। আপোনালোকৰ পূৰ্ব্ব প্ৰতিশ্ৰুতি পালন কৰিবলৈ সুযোগ দিয়াটোৱেই মোৰ একান্ত কৰ্ত্তব্য।"

লোপমুদ্ৰাৰ কথাত ৰজাই আশ্বাস পালে। যথাৰীতি তেওঁক অগস্ত্য মুনিত বিয়া দিলে। সকলো কাৰ্য্য সুচাৰুৰূপে সম্পন্ন হ'ল।

অগস্ত্য মুনিৰ লগত যাবলৈ ৰাজকুঁৱৰী সাজি কাছি ওলাল। তেতিয়া অগস্ত্যাই ক'লে "প্ৰিয়ে, মোৰ লগত যাবৰ হ'লে তোমাৰ এইবোৰ বহুমূলীয়া সাজ-পোছাক, অলঙ্কাৰ-পাতিৰ আৱশ্যক নাই। এই বিলাক ইয়াতে এৰি থৈ ব'লা।" সেই কথা শুনামাত্ৰে লোপমুদ্ৰাই সকলোবোৰ অলঙ্কাৰ-পাতি সাজ-পাৰ গাৰপৰা খুহাই সকলোবোৰ নিজৰ লগৰীয়া সকলক বিলাই দি সাধাৰণ বাকলি বসন পিন্ধি বং মনে অগস্ত্য মুনিৰ পিচ ল'লে।

গঙ্গাদুৱাৰ নামে আশ্ৰমত লোপমুদ্ৰাই অগস্ত্যৰ লগত ভালেমান দিন থাকি ব্ৰত উপবাস পালন কৰি আৰু ৰীতিমতে পতিসেৱা কৰি অগস্ত্য

মুনিৰ গভীৰ প্ৰেম লাভ কৰিলে। এই দৰে থাকি এদিন প্ৰেমৰ আবেগত লোপমুদ্ৰাক গৰ্ভধাৰণৰ কাৰণে অহ্বান কৰিলে। লোপমুদ্ৰাই লাজত তলমূৰ কৰি হাতযোৰ কৰি ক'লে "প্ৰভু, মই কৰ্ত্তব্য পালন কৰিবলৈকে আপোনাৰ অনুগামী হৈছোঁ। মোৰ মনৰ কামনাও আপুনি পুৰণ কৰিব লাগিব।"

মুনিয়ে লোপমুদ্ৰাৰ লাজত তলমূৰ কৰি থকা মুখখন দেখি মোহ গৈ ক'লে "বাৰু কোৱাচোন তোমাৰ কামনা কি।"

তেতিয়া লোপমুদ্ৰাই ক'লে "মই পিতৃ গৃহত থাকোতে যেনে মূল্যবান অলঙ্কাৰ পাতি পিন্ধিছিলোঁ ইয়াতো সেইবোৰ পিন্ধিচাবৰ মন গৈছে। আপুনিও এসাজ ভাল কাপোৰ পিন্ধক। লগে লগে সুন্দৰ আৰু ৰাজ-ভূষণ সুলভ শয্যা ৰচনা কৰক তাৰ পিচতহে আমাৰ মিলন হ'ব। এয়ে মোৰ কামনা।"

অগস্ত্য মুনিয়ে ক'লে "তোমাৰ কামনা অনুযায়ী ভাল সাজ আৰু তেনে শয্যা ক'ত পাম ? তুমিয়ে বা তেনে অলঙ্কাৰ পাতি পাবা ক'ত ? আমি যে বনবাসী আৰু ভিখাৰী।"

লোপ মুদ্ৰাই ক'লে "আপানাৰ তপোবল যথেষ্ট আছে আৰু আপুনি ইচ্ছা কৰিলে পৃথিৱীৰ যাবতীয় ধন আপোনাৰ হাতৰ মুঠিলৈ আনিব পাৰে।

অগস্ত্যই ক'লে "সেই কথা সঁচা। কিন্তু তপোবলেৰে এনেবোৰ কাম কৰিলে যে তপস্যাৰ শক্তি হানি হয়। সেইটো উচিত কাম হবনে ?"

লোপমুদ্ৰাই ক'লে "তেন্তে সেই উপায়েৰে শক্তিলোপ কৰি কোনো বস্তু মোক নালাগে। আপুনি সাধাৰণ উপায়েৰে আমাৰ সুখ আৰু স্বচ্ছন্দতাৰে থাকিব পৰাকৈ উপায় কৰক।"

"বাৰু তেন্তে তেনে উপায়কে কৰা যাওক" বুলি অগস্ত্যই সাধাৰণ এজন ব্ৰাহ্মণৰ ভাও ধৰি ৰাজদ্বাৰত ভিক্ষা কৰিবলৈ ওলাই গ'ল।

অগস্ত্য মুনিয়ে নাম থকা এজন বৰ ধনী ৰজাৰ ওচৰলৈ গৈ ৰজাক কলে "মহাৰাজ, মই অলপ ধনৰ আশা কৰি আপোনাৰ ওচৰলৈ আহিছো। আনৰ হানি নোহোৱাকৈ মোক অলপ ধন-বস্ত্ৰ দিব পাৰিবনে ?"

সেই ৰজাই তেওঁৰ ৰাজ্যৰ আয়-ব্যয় একোকে গোপন নকৰাকৈ সকলো হিচাপ পত্ৰ প্ৰকাশ কৰি অগস্ত্যক তাৰপৰা তেওঁৰ ইচ্ছামতে ধনবস্তু যি পায় লৈ যাবলৈ অনুৰোধ কৰিলে। তেতিয়া মুনিয়ে আয়-ব্যয়ৰ সকলো হিচাপ চাই বুজিব পাৰিলে যে ৰাজভঁৰালত উদ্বৃত্ত ধন বুলি এটি মুদ্ৰাও

নাথাকে। এইদৰে দেখা যায় যে আগৰ কালতো আয়ৰ অনুপাতেই ব্যয় হয়। উদ্বৃত্ত ধন প্ৰায়ে নাথাকে।

আগস্ত্যই সেই অৱস্থা দেখি ক'লে "মহাৰাজ, ইয়াৰপৰা চোন মই অলপো ধন নিবলৈ হ'লে প্ৰজাসকলৰ পক্ষে সেই পৰিমাণ কষ্ট হব। হেন জানি মই আন ফালে যোৱাই মঙ্গল হ'ব।" মুনিৰ কথা শুনি আগস্ত্যৰ লগতে ৰজাও যাবলৈ ওলাল। তেতিয়া তেওঁলোক দুয়ো আন এজন ৰজাৰ ওচৰলৈ গ'ল। তাতো তেওঁলোকে সেই একে অৱস্থাকে পালেগৈ।

ব্যৱস্থা মতে খৰচ কৰিবলৈ ৰাজভঁৰালত যিমান ধন সোণ থকা আৱশ্যক কেৱল সেই পৰিমানেহে ধন ৰজাই প্ৰজাসকলৰপৰা সংগ্ৰহ কৰা উচিত, এই কথাকে ব্যাসদেৱে ওপৰত উল্লেখ কৰা কথাৰে প্ৰকাশ কৰিবলৈ চেষ্টা কৰিছে। তাৰপৰা কোনো দান্ যদি আনক দিয়া হয় তেতিয়াহলে সেই পৰিমাণে বোজা ৰাইজৰ ওপৰতে পৰে।

আগস্ত্যই তেতিয়া বুজিব পাৰিলে যে ন্যায়মতে প্ৰজাসকলৰপৰা কৰ-কাটল আদায় কৰি যি ৰজাই ধৰ্ম্মমতে প্ৰজা পালন কৰে সেই ৰজাৰ ৰাজ-কোষৰপৰা যি পৰিমানে ধন ৰত্ন ৰজাই নিজ ইচছাত খৰচ কৰে সেই পৰিমানে প্ৰজাসকলৰ দুঃখ কষ্ট বৃদ্ধি পায়। গতিকে তেওঁ ইল্বল্ ,নামে এটা দুৰ্দ্দান্ত অসুৰৰ কাষ চাপি ধনৰত্ন ভিক্ষা পাবলৈ চেষ্টা কৰা উচিত বুলি ভাৱি তেওঁৰ ওচৰলৈ গল।

ইল্বল আৰু তাৰ ভায়েক বাতাপী এই দুয়ো ব্ৰাহ্মণ সকলক চকুপাৰি দেখিব নোৱাৰিছিল। মায়াবী ইল্বলে ভায়েক বাতাপীক মায়া কৰি এটা ছাগলীত পৰিণত কৰি তাক বধ কৰি তাৰ মঙহ আলহীবোৰা ব্ৰাহ্মণ সকলক খাবলৈ দিয়ে। সেইকালত ব্ৰহ্মাণে মঙহ খোৱাৰ প্ৰথা চলন্তি আছিল।

আলহীসকলে ভাতপানী খাই হ'লেই ইল্বলে ভায়েকক 'অহ্' বুলি মাত দিয়ে। ইল্বলে নিজহাতে মৰা মানুহ জীয়াব পাৰে এনে এটা মন্ত্ৰ শক্তি লাভ কৰিছিল। ককায়েকৰ আহ্বান শুনামাত্ৰে বাতাপীয়ে আলহী সকলৰ পেট ফালি ওলাই আহে আৰু তাতে লগে লগে সেই আলহী-সকলৰ মৃত্যু ঘটে। এই দৰে ভালেমান ব্ৰহ্মণৰ প্ৰাণ হানি হ'ল।

অগস্ত্যক অহা দেখি ইল্বলে আনন্দত মতলীয়া হৈ পেটতে ভাৱিলে "হওক, আজি তেওঁ এজন ভাল ব্ৰাহ্মণ উপস্থিত। এওঁকো আজি বাতাপীৰ মঙহেৰে শোধ্পোচ্ কৰি মোৰ হেঁপ্লাহ পলুৱাওঁ।" এই ভাবি বাতাপীৰ মঙহেৰে আলহ উদহ কৈ অগস্ত্যক খুৱাই বুৱাই লৈ সচৰাচৰ যি দৰে

'বাতাপী আহ' বুলি মাতে সেইদৰে মাত দি অগস্ত্যকো শেষ কৰো বুলি মাত দিলে।

সেই কথা শুনি অগস্ত্য মুনিয়ে মাত লগালে "জগতৰ কল্যাণৰ অৰ্থে তই মোৰ পেটতে জীণ যা।" এই বুলি মুনিয়ে পেটত হাত ফুৰাবলৈ ধৰিলে। ইল্বলে ভয় খাই"বাতপী বেগতে ওলাই আহ বুলি উদ্বিগ্ন হৈ চিঞৰিবলৈ ধৰিলে। কিন্তু ইল্বলৰ সেই আহ্বান অথলে গ'ল। মুনিয়ে ক'লে "বাতাপী মোৰ পেটত ইতিমধ্যে জীণ হৈ গ'ল। মিছাতে চিঞৰি লাভ নাই। তোমাৰ বুদ্ধি এইবাৰ শেষ।"

তেতিয়া নিৰুপায় হৈ অসুৰে হাতযোৰ কৰি মুনিৰ ভৰিত পৰি তুতি মিনতি কৰিবলৈ ধৰিলে আৰু মুনিক ধন ৰত্ন যি লাগে সকলো দি সন্তুষ্ট কৰি বিদায় দিলে।

মুনিয়ে এই দ'বে ধন ৰত্ন আদি সংগ্ৰহ কৰি লোপমুদ্ৰাৰ মনৰ কামনা পূৰ্ণ কৰিলে।

অগস্ত্যই তেতিয়া লোপমুদ্ৰাক সুধিলে "প্ৰিয়ে, তোমাক দহোটা ল'ৰা লাগেনে, নাই দহজনৰ সমানে শক্তি থকা এটি লৰা লাগে?"

লোপমুদ্ৰাই ক'লে "প্ৰভু, কীৰ্ত্তিমন্ত জ্ঞানী আৰু ধাৰ্ম্মিক এটি লৰাই যথেষ্ট।" কথিত আছে যে সেই প্ৰাৰ্থনা অনুযায়ী লোপমুদ্ৰাৰ এটি অপুৰ্ব্ব শক্তিমান পুত্ৰ সন্তান জন্ম হ'ল।

এসময়ত মেৰু পৰ্ব্বতৰ ওপৰত বিন্ধ্য পৰ্ব্বতৰ হিংসা উপজিল। সেই হিংসাৰ ফলত বিন্ধ্য পৰ্ব্বত মেৰু পৰ্ব্বতকৈ এখোপ বাঢ়ি গৈ এনে কি চন্দ্ৰ-সূৰ্য্যৰ গতি ৰোধ কৰিবলৈকো মন মেলিলে। সেই সঙ্কটৰপৰা ৰক্ষা পৰিবলৈ দেৱতা সকল আহি অগস্ত্য মুনিৰ আশ্ৰয় ললেহি। তেতিয়া অগস্ত্য মুনি বিন্ধ্যাচলৰ কাষলৈ গৈ ক'লে "হে পৰ্ব্বতৰাজ, মই এটা বিশেষ সকামত দাক্ষিণাত্যলৈ যাওঁ। দয়া কৰি মোক যাবলৈ বাট এৰি দিয়া। মই উলটি অহাৰ পিচত তুমি ইচ্ছামতে বাঢ়ি গৈ থাকিবা। তেতিয়ালৈকে তুমি ৰই থাকিবা নাবাঢ়িবা আৰু।

অগস্ত্য মুনিক বৰ সন্মান কৰে বুলি বিন্ধ্যপৰ্ব্বতে সেই প্ৰণত অৱস্থাতে ৰৈ থাকিবলৈ মান্তি হ'ল। আগস্ত্য মুনি গ'ল হয় কিন্তু উলটি আৰু নাহিল। গতিকে বিন্ধ্য পৰ্ব্বতো তেতিয়াৰেপৰা সেই মুনিৰ কথা মতে সেই অৱস্থাতে থাকিব লগাত পৰিল। মহাভাৰতত বৰ্ণনা কৰা মতে কথাটো এনেভাৱেই ইয়াত দিয়া হ'ল।

## ঋষ্যশৃঙ্গ

কোনো কোনো মানুহে ভাৱে যে সাংসাৰিক ভোগ-সুখৰপৰা ল'ৰা ছোৱালী বিলাকক আঁতৰ কৰি ৰাখিব পাৰিলে সিহতঁৰ পক্ষে ব্ৰহ্মচৰ্য্য লাভ কৰাটো অতি সহজ হয়। কিন্তু সেই কথা ঠিক নহয়। এইদৰে হেঙাৰ বান্ধিলে শত্ৰুৱে অতি সোনকালে সেই হেঙাৰ ভাঙি দিয়ে। এই সম্বন্ধে মহাভাৰতত এটি সুন্দৰ কাহিনীৰ বৰ্ণনা আছে। এনে ধৰণৰ কাহিনীৰ সংক্ষেপ বৰ্ণনা ৰামায়ণতো পোৱা যায়। কিন্তু মহাভাৰতত বিতংকৈ বৰ্ণোৱা আছে। বিভাণ্ডক মুনি সৃষ্টিকৰ্ত্তা ব্ৰহ্মাৰ দৰেই তেজস্বী আছিল। তেওঁৰ একমাত্ৰ পুত্ৰ ঋষ্যশৃঙ্গক লৈ আশ্ৰমত বাস কৰিছিল। এই ঋষ্যশৃঙ্গই তেওঁৰ নিজ পিতৃৰ বাহিৰে জীৱনত আন কোনো পুৰুষ বা মহিলা দেখা নাছিল।

একালত অঙ্গদেশত ভীষণভাৱে আকালে দেখা দিয়ে। অনাবৃষ্টিৰ ফলত খেতিবাতি নোহোৱা হ'ল। মাতিব নোৱাৰা জীৱজন্তুবিলাকৰ দুঃখ-দুৰ্গতি কুলাই-পাচিয়ে নধৰা হ'ল। দুৰ্ভিক্ষৰ কৰাল গৰাহৰপৰা ৰাজ্য ৰক্ষা কৰিবলৈ অঙ্গদেশৰ ৰজা ৰোমাপদে ব্ৰহ্মণসকলক আমন্ত্ৰণ কৰি উপায় সুধিলে। ব্ৰাহ্মণসকলে উত্তৰ দিলে "মহাৰাজ, ঋষ্যশৃঙ্গ নামে এজন পূৰ্ণ ব্ৰহ্মচাৰী ঋষি কুমাৰ আছে। সেই ঋষিকুমাৰ ব্ৰহ্মতেজত তেজীয়ান বিভাণ্ডক ঋষিৰ সন্তান। তেওঁ পিতাকৰ লগতে বনত থাকে। ঋষ্যশৃঙ্গই পিতাকৰ বাহিৰে আন কোনো মানুহকে জীৱনত দেখা নাই। তিৰুতা মানুহৰ কথাই নাই। সেই ঋষিকুমাৰক আপোনাৰ ৰাজ্যলৈ নিমন্ত্ৰণ কৰি আনক। সেই উগ্ৰতপা কুমাৰ আহি ৰাজ্যত পদাৰ্পণ কৰা মাত্ৰে বৰষুণ আৰম্ভ হ'ব আৰু তাৰ ফলত দুৰ্ভিক্ষ আঁতৰি যাব।" সাধনাৰ বলত তেওঁৰ সেই শক্তি থকাৰ কথা আমি জানো।

বিভাণ্ডক ঋষিৰ আশ্ৰমৰপৰা ঋষ্যশৃঙ্গক এই অঙ্গদেশলৈ কি উপায়ে অনা হ'ব সেই বিষয়ে মন্ত্ৰীসকলৰ লগত ৰোমাপদ ৰজাই পৰামৰ্শ কৰিলে। তেওঁলোকৰ পৰামৰ্শমতে ৰজাই নগৰৰ কেইজনীমান চতুৰা বেশ্যাক মতাই আনি ঋষ্যশৃঙ্গক যি কোনো উপায়েৰে কৌশলক্ৰমে ৰাজ্যলৈ লৈ আহিবলৈ আদেশ দিলে।

বেশ্যাকেইজনীয়ে পোনতে ভয় খাই উঠিছিল। ৰজাৰ আদেশ অমান্য কৰিলেও ৰাজকোপত পৰিব লাগিব, আকৌ ৰজাৰ আদেশ মানিবলৈ

গ'লেও ঋষিৰ শাওপাত পৰিব পাৰে। বেশ্যাকেইজনী এই দোমোজাত পৰি বিমোৰ হ'ল। শেষত যি হয় হব, ভগবানেই একমাত্ৰ সহায়" এইবুলি ভাৱি ৰজাই দিয়া ধন-সোণ আৰু মূল্যবান অথচ চকুত লগা কিছুমান উপহাৰ সহ তেওঁলোক আশ্ৰমৰ ফালে ৰাওণা হ'ল।

প্ৰধান বেশ্যাগৰাকীয়ে যাত্ৰাৰ সময়ত এখন নাও গছ পাত ফুল ইত্যাদিৰে ফুল বাগিচাৰ নিচিনাকৈ সজাই লৈ তাত কেউগৰাকী বেশ্যাক তুলি লৈ যাত্ৰা কৰিলে। বাগিচাৰ সোঁ মাজতে ঋষিৰ আশ্ৰমৰ দ'ৰে এখন আশ্ৰমো সজোৱা আছিল। নৈয়েদি গৈ গৈ সেই নাও বিভাণ্ডক মুনিৰ আশ্ৰমৰ কাষ চপাত তেওঁলোকে সেইখিনিতে নাও চপাই ৰছি লগাই বান্ধি নামি গ'ল। অন্তৰত ভয় থাকিলেও তেওঁলোক ঋষিৰ আশ্ৰম সোমালগৈ।

সেই সময়ত বিভাণ্ডক মুনি আশ্ৰমত নাছিল। এয়ে উত্তম সুযোগ বুলি ঠাৰৰ কৰি বেশ্যাকেইগৰাকীয়ে মাজত তেওঁলোকৰ ভিতৰতে এজনী শুৱনী গাভৰু আগত লৈ ঋষিকুমাৰ ঋষ্যশৃঙ্গৰ কাষ চাপি গ'ল। আশ্ৰমৰ নিয়ম অনুযায়ী তেওঁলোকে ঋষি কুমাৰৰ মঙ্গল বাতৰি সুধি ক'লে "হে মুনি কুমাৰ, আপোনাৰ মঙ্গল নে? সম্ভৱতঃ ইয়াত আপোনালোকৰ খোৱাৰ কাৰণে ফলমূল আদি একোৰে অভাৱ হোৱা নাই? ইয়াত ঋষি-মুনি সকলৰ তপস্যা আদি সকলো কাৰ্য্য ভালে ভালে চলি আছে? আপোনাৰ পিতৃ দেৱৰ তপোবনৰ শ্ৰীবৃদ্ধি হৈ আছে নিশ্চয়? বেদ পাঠ আদি সকলো কাৰ্য্য ৰীতি মতেই চলি থাকিব পায়?"

ইতিপূৰ্ব্বে ঋষি কুমাৰে কেতিয়াও এনে শুৱনী ৰূপ দেখা নাছিল আৰু এনে মিঠা কথাৰ মাত কাণেৰে শুনাও নাছিল। কিন্তু বেশ্যাজনী দেখি তেওঁৰ নিজৰ প্ৰকৃতিজাত সংস্কাৰ জাগি উঠিল। তেওঁ সেই বেশ্যাজনীক নিজৰ নিচিনাই ঋষিকুমাৰ বুলি ধৰি ল'লে আৰু মনেমনে এটা অবৰ্ণনীয় আনন্দ অনুভৱ কৰিবলৈ ধৰিলে।

মতা আৰু তিৰুতা এই দুয়োটাকে বেলেগ বস্তু বুলি ঋষিকুমাৰে ভৱাই নাই। তেওঁ কলে "আপোনাৰ শৰীৰৰপৰা দেখোন কিবা এটা পোহৰ ওলাই পৰিছে? আপুনিনো কোন? আপোনাক সেৱা জনাইছোঁ। আপোনাৰ আশ্ৰম কোনফালে? আপুনি কি ব্ৰত ধৰিছে?—" এইদৰে প্ৰশ্ন কৰি ঋষিকুমাৰে যথাৰীতি আগ্ৰহ কৰি অতিথি শুশ্ৰূষা কৰিবলৈ ধৰিলে।

গাভৰুৱে উত্তৰ দিলে "এই ঠাইৰপৰা তিনি যোজন আঁতৰত মোৰ

আশ্ৰম। আপোনাৰ কাৰণে বহুতো ফলমূল আনিছোঁ। মই আপোনাৰ পূজনীয় নহয়। আমাৰ খেলৰ নিয়ম অনুযায়ী আপুনিহে মোৰ পূজনীয়।”

চহৰৰপৰা অনা সোৱাদ লগা বস্তু কিছুমান গাভৰুৱে নিজহাতে ঋষিকুমাৰক খাবলৈ দি পিচত এধাৰ মল্‌মলাই থকা ফুলৰ মালা পিন্ধাই দিলে। এবাটি সোৱাদ লগা চৰ্প্য খাবলৈ দি তেওঁ ক’লে “আমাৰ নিয়মমতে মই আপোনাক সেৱা জনাইছোঁ।” এইবুলি গাভৰুৱে ঋষিকুমাৰক সাবটি মাৰি ধৰিলে।

এইদৰে অলপ সময় কটোৱাৰ পিচত বিভাণ্ডক ঋষি আশ্ৰমলৈ উলটি অহাৰ সময় হোৱা যেন অনুভৱ কৰি গাভৰুৱে মনে মনে ভয় কৰি ক’লে “ঋষি কুমাৰ, মোৰ আহুতিৰ সময় হৈছে, এতিয়া বিদায় কৰোঁ।” এইদৰে ফাঁকি দি তেওঁৰ লগৰীয়া কেইজনীক লৈ হাতত সাৱে ভৰিতসাৱে আশ্ৰমৰপৰা ওলাই গ’ল।

বিভাণ্ডক মুনি আশ্ৰমলৈ উলটি আহি দেখা পালে যে খোৱা বস্তু কিছুমান চাৰিউফালে সিচৰতি হৈ পৰি আছে; আশ্ৰম খনো আগৰ দ’ৰে পৰিষ্কাৰ হৈ থকা নাই, এনেকি কুমাৰৰ মুখত আগৰ দৰে প্ৰশান্ত ভাৱ নথকা যেন অনুভৱ কৰিলে। কুমাৰক বুদ্ধিভ্ৰষ্ট আৰু শেঁতাপৰা যেন দেখা পাই আচৰিত হল।

মুনিয়ে আশ্ৰমৰ এনে অৱস্থা আৰু পুতেককো দেখা পাই আগৰ দৰে প্ৰকৃতিস্থ নেদেখি সুধিলে, বাপা, আজি কিয় খৰি গোটাই থোৱা নাই? এই সৰু সৰু গছ পুলিবোৰ কোনে মহতিয়ালে? গাইজনী খীৰোৱা হলনে? তোমাক শুশ্ৰূষা কৰিবলৈ ইয়ালৈ কোনোবা আহিছিলনেকি? তোমাৰ গলত এনে ধুনীয়া ফুলৰ মালা কোনে দিলে আৰু তোমাক চিন্তিত যেন কিয় দেখি? উত্তৰত ঋষি পুত্ৰই কলে পিতা, আজি আমাৰ আশ্ৰমলৈ এজন অতি ৰূপবান ব্ৰহ্মচাৰী আহিছিল। তেওঁৰ ৰূপটো ইমান তেজীয়ান আৰু মাতটো ইমান মিঠা পালোঁ যে মই আপোনাক এতিয়া বুজাই কবলৈ অক্ষম। তেওঁৰ সুৱদি মাত আৰু চকুৰ চাৱনিয়ে মোক মুহি পেলাইছে। তেওঁ মোক সাবটিমাৰি ধৰাত মোৰ গাটো যিমান জুৰ পৰি গ’ল সেইটো মই ফল-মূল খায়ো অনুভৱ কৰিব নোৱাৰোঁ।” এই বুলি কুমাৰে গাভৰুৰ ৰূপ আৰু আন কাৰ্য্য কলাপৰ কথা পিতাকৰ আগত বখানিবলৈ ধৰিলে। অলপ পিচত ঋষ্যশৃঙ্গই আকুল ভাৱে আকৌ ক’লে “পিতা, মোৰ শৰীৰটো দহিব লাগিছে। সেই ব্ৰহ্মচাৰীক বিচাৰি

যাবলৈ মোৰ বৰ হেপাহ লাগি আছে। তেওঁক কিবা উপায়ে বিচাৰি মাতি আনি মোক গতাই দিয়ক পিতা। তেওঁৰ ব্ৰত আৰু ৰূপ লাৱণ্যৰ কথা মই আপোনাক বিবৰি কব নোৱাৰোঁ। তেওঁৰ অদৰ্শনে মোক বিৰহ জুয়ে পুৰিব লাগিছে।"

এইবিলাক কথা শুনি বিভাণ্ডক মুনিয়ে অলপ চিন্তা কৰি আচল কথাটো বুজিব পাৰি ক'লে "বাছা, সেইটো কোনো ব্ৰহ্মচাৰী নহয় কোনোবা ৰাক্ষসীৰ মায়া। ৰাক্ষসবিলাকে সদায় তপস্যাত বিঘিনি জন্মাবলৈ এইদৰে ছদ্মবেশ ধৰি আহে। সিহঁতে নানা উপায়ে তপস্বী সকলৰ মন উত্ৰাৱল কৰিবলৈ চেষ্টা কৰি ফুৰে। যিহওক, ভৱিষ্যতে আৰু কেতিয়াও সিহঁতক কাষ চাপিবলৈ নিদিবা। বৰ সাবধানে থাকিবা।' এইবুলি কৈ তেওঁ তিনি দিন ধৰি বনে বনে সেই তপস্যাৰ বিঘ্নকাৰিক বিচাৰি ফুৰিও নাপাই অন্তত আশ্ৰমলৈ উলটি আহিল।

আৰু এদিন বিভাণ্ডক মুনি ফল-মূল বিচাৰি আশ্ৰমৰ বাহিৰলৈ ওলাই যাওঁতে ছেগ বুজি আকৌ সেই বেশ্যাজনী অকলশৰে মনে মনে ঋষ্যশৃঙ্গৰ কাষ পালেহি। কুমাৰে আঁতৰৰপৰা তাইক দেখা পোৱা মাত্ৰে পাৰ ভাঙ্গি পানী বাগৰি অহাৰ দৰে একে চোঁচাই বেশ্যাজনীৰ ওচৰলৈ গৈ ক'লে "হে তেজস্বী ব্ৰহ্মচাৰী, পিতা আহি নৌ পাওঁতেই মোক ততালিকে আপোনাৰ আশ্ৰমলৈ লৈ ব'লক।" এইবুলি ঋষ্যশৃঙ্গই কথা শেষ কৰি নোকোৱাকৈয়ে বেশ্যাগৰাকীৰ পিচ ল'লে। বেশ্যায়ো ইয়াকে বিচাৰি গোপনে তেওঁক লগ ধৰিছিল।

দুয়ো নাৱৰ বুকুত থকা সেই কৃত্ৰিম আশ্ৰমখন পালেগৈ। লগে লগে আশ্ৰমখন সহ নাওখন বান্ধ মুকলি হৈ কোবেৰে অঙ্গদেশৰ ৰাজধানীৰ ফালে ভাহি যাবলৈ ধৰিলে। ওৰে বাটে কেউজনী বেশ্যাই নানাৰকমৰ মনোমোহা কথাৰে ঋষি কোঁৱৰক ভুলাই-চকাই নি ৰজাৰ হাতত সমৰ্পণ কৰিলেগৈ। এতিয়া ঋষ্যশৃঙ্গই নিশ্চয় আগতকৈ অলপ সাংসাৰিক কথাৰ ভু বেছিকৈ পাইছিল।

ৰজা লোমপাদৰ আনন্দৰ সীমা নাইকিয়া হ'ল। ঋষিকুমাৰক যৎপৰোনাস্তি সা-সুবিধা লগাই থকা-খোৱাৰ বাবে মনোৰম কোঠা তেওঁক থাকিবলৈ দিহা কৰি দিলে। পূৰ্ব্বে ঋষি ব্ৰাহ্মণসকলে কোৱামতে ঋষিকুমাৰ গৈ ৰাজ্যত ভৰি দিয়াৰ লগে লগে ধাৰাষাৰে বৰষুণ দিবলৈ ধৰিলে। বৰষুণৰ পানীৰে নৈ, বিল ভৰপূৰ হ'ল। প্ৰজাসকলৰ আনন্দত ঠাই নাইকিয়া হ'ল। তেওঁলোকৰ দুখৰ অন্ত পৰিল। ৰজা লোমপাদে তেওঁৰ

কন্যা শান্তাক ঋষিকুমাৰৰ হাতত অৰ্পণ কৰি বিয়া দিলে। ৰজা লোমপাদৰ আশা অনুসৰি সকলো কাম হলেও মনত বৰ ভয় আছিল যে মুনিয়ে জানিলে তেওঁক শাপ দিব পাৰে।

সিফালে আশ্ৰমলৈ বিভাণ্ডক মুনি ঘূৰি আহি কুমাৰক নেদেখি চিন্তিত হ'ল। অলপ পিচতে তপোবলত সকলো কথা জানিব পাৰিলে। ইফালে ৰজাৰ কিন্তু ঋষি শাপলৈ ভয় লাগিল। যাতে ঋষিৰ শাওপাত খাব নলগা হয় তাৰ এটা উপায় নিৰ্ণয় কৰিবলৈ মন্ত্ৰীসকলৰ লগত আলচ কৰিলে। আলোচনাৰ অন্তত ৰজাই সকলোকে আদেশ শুনালে যে বিভাণ্ডক মুনিৰ আশ্ৰমৰপৰা আৰম্ভ কৰি এই ৰাজধানীৰ মাজৰ আলিবিলাকত গৰু, ম'হ, গাধ, ঘোঁৰা আৰু তাৰ ৰখীয়া বিলাকৰে সৈতে ঠায়ে ঠায়ে জাক বান্ধি থাকিব লাগিব। বিভাণ্ডক ঋষিক সসন্মানে আগবঢ়াই আনিব লাগিব আৰু সেই গৰু, ম'হ, গাধ, ঘোঁৰা আৰু খেতিৰ পথাৰবিলাক দেখুৱাই কব লাগিব যে এই সকলোবোৰ তেখেতৰ পুতেকৰ সম্পত্তি আৰু তেওঁলোক সকলোবোৰ তেওঁৰে দাস। তেখেতৰ আদেশত আপোনাক আদৰি নিবলৈ আমাক আদেশ কৰিছে।

সিফালে মুনিয়ে পুতেকক ক'তো কেনিও বিচাৰি নাপাই বৰ খং উঠিল। "এইটো নিশ্চয় অঙ্গৰাজৰেই কাম" বুলি জানি ৰজাক তপোবলেৰে দগ্ধ কৰিবলৈ মন কৰি ঋষিয়ে উগ্ৰমূৰ্ত্তি ধৰি নৈ, খাল, বিল, পৰ্ব্বত, পাহাৰ অতিক্ৰম কৰি লোমপাদৰ ৰাজধানী মুৱা হৈ ক্ষিপ্ৰ গতিৰে আহিবলৈ ধৰিলে। ঋষিক দেখা পোৱা মাত্ৰে ৰজাই আগতে দিহা কৰি থোৱামতে গৰখীয়া আৰু লগুৱাবিলাকে যথোচিত সন্মান দৰ্শাই হাতযোৰ কৰি থিয় দি ৰ'ল আৰু সেই গৰু-গাই প্ৰভৃতি জন্তুবোৰ যে ঋষ্যশৃঙ্গৰ সেই কথা জনাই দিলে। এই কথাত ঋষিৰ খং বহু পৰিমাণে শাম কাটিলে আৰু শান্তভাৱে ৰাজধানীত সোমাল।

ৰাজকাৰেঙত সোমাই ঋষিয়ে দেখিবলৈ পালে যে ঋষ্যশৃঙ্গ ইন্দ্ৰৰ নিচিনাকৈ ৰাজ প্ৰাসাদত বিৰাজ কৰি আছে লগতে ৰূপৱতী ৰাজকুঁৱৰী তেওঁৰ ধৰ্ম্মপত্নী ৰূপে বিদ্যমান।

তেতিয়া ঋষিয়ে ৰজাক আশীৰ্ব্বাদ দি পুতেকক ক'লে "ৰজাৰ মনত সন্তোষ দি সকলো কাম সদায় সমাধা কৰি থাকিবা। আৰু এটি পুত্ৰসন্তান জন্ম হোৱাৰ পিচত বনলৈ পুনৰ উভতি মোৰ কাষলৈ যাবা। ঋষ্যশৃঙ্গই শিৰ দোঁৱাই পিতাকৰ আদেশ মানি ল'লে।

"নলৰ যেনেকৈ দময়ন্তী, শ্ৰীৰামৰ যেনে সীতাদেবী, বশিষ্ঠৰ যেনে অৰুন্ধতী, অগস্ত্যৰ যেনে লোপমুদ্ৰা আৰু যুধিষ্ঠিৰ যেনে দ্ৰৌপদী, সেই দৰেই শান্তাদেৱীয়েও ঋষ্যশৃঙ্গৰ সেৱা শুশ্ৰূষা কৰি স্বামীৰ তপস্যাকালৰ সঙ্গিনী হৈছিল। এয়ে সেই ঋষ্যশৃঙ্গৰ আশ্ৰম। এই নৈ খনিত স্নান কৰিলেও পবিত্ৰ হবা।" এই বুলি লোমশ মুনিয়ে কথা বতৰা শেষ কৰিলে। পাণ্ডৱসকলে তেতিয়া সেই নৈত স্নান কৰি তেওঁবিলাকৰ কৃত্য সমাপন কৰিলে।

## যবকৃতৰ বিফল তপস্যা

পাণ্ডৱসকলে তীৰ্থভ্ৰমণ কৰি ফুৰি গঙ্গাৰ পাৰত ৰৈভ্য নামৰ এজন মুনিৰ আশ্ৰম পালেগৈ।

লোমশ মুনিয়ে পঞ্চপাণ্ডৱক সেই ঠাইডোখৰৰ বিষয়ে বৰ্ণনা কৰি কলে "সৌৱা চোৱা আমি গঙ্গা নৈৰ এটা ঘাট পালোঁহি। এই ঘাটতে দশৰথৰ পুত্ৰ ভৰতে গঙ্গাস্নান কৰিছিল। বৃত্ৰ মুনিক অন্যায়কৈ বধ কৰি ইন্দ্ৰই ব্ৰহ্মহত্যা পাপৰপৰা মুক্তি লাভ কৰিবলৈ এই ঠাইতে গঙ্গাস্নান কৰিছিল। সনৎকুমাৰেও সিদ্ধিলাভ কৰিছিল এই পবিত্ৰ ভূমিখণ্ডতে। এই ঠাইতে দেৱকুলৰ মাতৃ অদিতিয়ে পুত্ৰলাভৰ নিমিত্তে ব্ৰত উদ্‌যাপন কৰি হবিষ্যান্ন বান্ধি ভোজন কৰিছিল। হে ধৰ্ম্মপুত্ৰ, এই অতবিলাক পুন্যেৰে বান্ধি থোৱা দৌলৰ ওপৰত বহি তোমালোকৰ কীৰ্ত্তি-কলাপ বিলাকৰ অন্তৰায় বিলাকৰ ওৰ পেলোৱা। এই শ্ৰোতস্বতী গঙ্গাত স্নান কৰিলে ক্ৰোধআদি ৰিপুবিলাকৰ পৰা পৰিত্ৰাণ পাবা।" এই বুলি লোমশ মুনিয়ে পঞ্চপাণ্ডৱৰ আগত এই ঠাইৰ মহিমাবিলাক বৰ্ণাবলৈ ধৰিলে।

"ঋষিপুত্ৰ যবকৃতৰ এই ঠাইতে বিনাশ ঘটিছিল।" এই বুলি যবকৃতৰ বিনাশ সংক্ৰান্ত ঘটনাটো বহলাই বৰ্ণনা কৰিলে। তেওঁ কবলৈ ধৰিলে ভৰদ্বাজ আৰু ৰৈভ্য নামৰ দুগৰাকী উত্তম ব্ৰাহ্মণে এই বনত আশ্ৰম পাতি আছিল। দুয়ো নলেগলে লগা বন্ধু। ৰৈভ্য আৰু তেওঁৰ দুটি পুত্ৰসন্তান পৰাবসু আৰু অৰ্বাবসুয়ে বেদ পঢ়ি শ্ৰেষ্ঠ বেদজ্ঞ হৈছে বুলি সকলোৰে জন্মাজাত হ'ল। ভৰদ্বাজে কেৱল তপস্যা কৰিয়েই কাল কটায়। তেওঁৰো যবকৃত

নামে এটি লৰা আছিল। যবক্ৰীতে দেখিলে যে বিদ্বান বুলি ৰৈভ্যক সকলো ব্ৰাহ্মণে যিদৰে সন্মান দেখুৱায় সেইদৰে তেওঁৰ পিতাক ভৰদ্বাজক তেওঁলোকে সিমান সন্মান নেদেখুৱায়। ৰৈভ্য আৰু তেওঁৰ লৰা দুটিয়ে অসাধাৰণ পাণ্ডিত্যৰ বলত খ্যাতি অৰ্জ্জন কৰা দেখি হিংসাত পেটে পেটে যবক্ৰীতৰ অসহনীয় হৈ উঠিল। তেওঁ বেজাৰ মনেৰে দিন কটাবলৈ ধৰিলে।

এই অপমানৰপৰা নিজৰ গা সকৰাবলৈ যবক্ৰীতে ইন্দ্ৰৰ অনুগ্ৰহ লাভৰ আশাত ঘোৰ তপস্যাত মগ্ন হ'ল। জুই জলাই লৈ তাৰ তাপত নিজৰ শৰীৰটো শুকুৱাই ইন্দ্ৰদেৱৰ মনত বেথা লগাবৰ সঙ্কল্প কৰিলে। মানুহে মৰসাহ দি কৰা তপস্যাই দেৱতাসকলৰ অন্তৰ গলাব পাৰে। যবক্ৰীতৰো তেনে ধৰণৰ উগ্ৰ তপস্যা দেখি দেৱৰাজৰ অন্তৰ গলি গ'ল। তেওঁ যবক্ৰীতৰ সমুখলৈ আহি থিয় দি সুধিলে "বাছা, তুমি কি কাৰণত এইদৰে কঠোৰ তপস্যা কৰিছা ?"

যবক্ৰীতে হাতযোৰ কৰি ক'লে "হে দেৱৰাজ, ব্ৰাহ্মণসকলে এতিয়ালৈ যি বেদ পঢ়া নাই সেই সকলো প্ৰকাৰ বেদত যেন মোৰ অগাধ পাণ্ডিত্য হওক, মই যেন বেদজ্ঞ পণ্ডিত বুলি বিখ্যাত হব পাৰোঁ—এয়ে মোৰ কঠোৰ তপস্যাৰ ঘাই কাৰণ। বহুদিন ধৰি গুৰুৰ ঘৰত থাকি, গুৰুৰ মুখৰপৰা লাহে লাহে বেদ মন্ত্ৰ শুনি, বেদৰ অৰ্থ মনত ৰাখি বেদ অধ্যয়ন কৰা মোৰ পক্ষে অসম্ভৱ। সহজতে বেদৰ বিষয় বস্তুত অসাধাৰণ জ্ঞান লাভ কৰিবৰ নিমিত্তেই মোৰ এনে কঠোৰ প্ৰয়াস। মোক কৃপা কৰি আশীৰ্ব্বাদ দিয়ক। ইন্দ্ৰই যবক্ৰীতৰ কথাত হাঁহি মাৰি ক'লে "ব্ৰাহ্মণ কুমাৰ, তুমি আচল বাটে যোৱা নাই। ইয়াৰপৰা ঘূৰি গৈ উপযুক্ত গুৰুৰ ওচৰত বেদ অভ্যাস কৰাগৈ। প্ৰকৃত জ্ঞান লাভ কৰিবলৈ হলে একমাত্ৰ উপায় অধ্যয়নহে, তপস্যা নহয়।" এই বুলিয়েই দেৱৰাজ থিতাতে অন্তৰ্দ্ধান হ'ল।

কিন্তু ভৰদ্বাজ মুনিৰ পুত্ৰ ইমানতে এৰা ভকত নহয়। তেওঁ তেতিয়াই আকৌ আগতকৈ আৰু একোব চৰাই ঘোৰ তপস্যাত মগ্ন হ'ল। এনে অৱস্থা দেখি দেৱতাসকলে আকৌ বৰ কষ্ট পালে। দেৱৰাজ ইন্দ্ৰ আকৌ আহি আবিৰ্ভাৱ হৈ যবক্ৰীতক কলেহি, "তুমি জ্ঞান লাভৰ আচল বাটটো এৰি দি এটা ভুল বাটে গৈছা। তোমাৰ পিতাৰা বেদজ্ঞ পুৰুষ। তোমাৰো তেওঁৰ দৰেই বেদৰ জ্ঞান লাভ কৰিবলৈ শক্তি আছে। আশ্ৰমলৈ ঘূৰি গৈ গুৰুৰ ওচৰত বেদ অধ্যয়ন কৰাগৈ। এনে কঠোৰ তপস্যা পৰিত্যাগ কৰা।"

দেৱৰাজ ইন্দ্ৰই এইদৰে দোহাৰি প্ৰবোধ দিয়া সত্বেও যবক্ৰীতে তালৈ

কাণকে নিদিলে। তেওঁ ক'লে "মোৰ মনৰ হেঁপাহ নপলোৱালৈকে মোৰ শৰীৰৰ প্ৰতিটো অঙ্গ কাটি টুকুৰা টুকুৰ কৰি অগ্নিত আহুতি দিম। মই কোনোমতেই মোৰ তপস্যা অথলে যাবলৈ নিদিওঁ।"

এই বুলি তেওঁ আঁকোৰগজালি হৈ আকৌ ঘোৰ তপস্যাত মগ্ন হ'ল। তপস্যাৰ কালচোৱাৰ ভিতৰত এদিন গঙ্গাস্নান কৰিবলৈ যাওঁতে গঙ্গাৰ পাৰত গৈ দেখা পালে এজন কৃশকায় বুঢ়া বামুণে গঙ্গাৰ পাৰত বহি এমুঠি এমুঠি মাটি লৈ গঙ্গা নৈত পেলাই আছে। এনে কৰা দেখি যবকৃতে বুঢ়া বামুণজনক ক'লে "হেৰা বুঢ়া ককাই, সেইখননো কি কৰি আছা?" বুঢ়াই উত্তৰ দিলে "এ বোপাই, এই গঙ্গা নৈখন পাৰ হব পৰাকৈ এটা মাটিৰ বান্ধ দিব খুজিছোঁ। মাটিৰে ভেটা এটা দি লব পাৰিলে মানুহবিলাকৰ ইপাৰ সিপাৰ হোৱা বৰ সুবিধা হ'ব। ভেটা নহলে গঙ্গা পাৰ হোৱা বৰ টান কথা বোপাই। সেই কাৰণে মই এইকামত হাত দিছোঁ।"

সেই কথা শুনি যবকৃতে হাঁহি মাৰি ক'লে "ককাই, তুমি বৰ কাম কৰিছা! এনে কোবাল সোঁত থকা এইহেন ডাঙৰ নৈখন তুমি এমুঠি মাটিৰে বন্ধা সহজ কথা পাইছা হবলা? ইয়াৰপৰা উঠি গৈ আন কিবা সহজ কামতে হাত দিয়াই ভাল।

বুঢ়াই ক'লে, "কেলেই, আপুনি দেখোন বেদ নপঢ়াকৈয়ে বেদৰ জ্ঞান লাভ কৰিবলৈ আশা কৰিছে অকল তপস্যা কৰিয়েই। মোৰটো কথানো তাতোকৈ আচৰিত নে?"

যবকৃত এই কথাত আচৰিত হ'ল আৰু সেই বুঢ়াই যে ইন্দ্ৰদেৱতা বুজিবলৈ বেছি সময় নালাগিল।

তেতিয়া যবকৃতে ইন্দ্ৰক স্তুতি মিনতি কৰি ক'লে "হে দেৱৰাজ, মোৰ চেষ্টা সফল হবলৈ বেদজ্ঞান লাভ কৰিবলৈ আপুনি আশীৰ্ব্বাদ কৰক।

দেৱৰাজ ইন্দ্ৰই সেইমতে যবকৃতক আশীৰ্ব্বাদ দি ক'লে বাৰু মই বৰ দিছোঁ তুমি আশ্ৰমলৈ উলটি গৈ বেদ পাঠ আৰম্ভ কৰাগৈ। পঢ়ি গলেই বেদত অগাধ পণ্ডিত হব পাৰিবা।"

# যৱকৃতৰ মৃত্যু

যৱকৃতে বেদ পঢ়ি শেষত অগাধ পণ্ডিত হ'ল। "মই দেৱৰাজ ইন্দ্ৰৰ বৰত বেদ শাস্ত্ৰত গভীৰ জ্ঞান লাভ কৰিলোঁ।" এই বুলি তেওঁৰ মনত অহঙ্কাৰ ভাৱ হ'ল। পিতাক ভৰদ্বাজে পুতেকৰ এনে মনোভাৱ সমৰ্থন কৰিব নোৱাৰিলে। 'পুতেকে কেনেবাকৈ তেওঁৰ প্ৰিয়ভাজন ৰৈভ্যক অসন্মান কৰিলে ৰৈভ্যৰ হাতত বিনাশ হ'ব পাৰে' এনে এটা আশঙ্কাই তেওঁৰ মনত ঠাই পালে। সেইবাবে যৱকৃতক সাৱধান কৰি দিব লাগিব বুলি ঠিক কৰিলে।

ভৰদ্বাজে পুতেকক ক'লে "অযোগ্য মানুহে নিজ ইচ্ছামতে তপস্যা কৰি দেৱতাক সন্তোষ লগাই বৰ লাভ কৰে। কিন্তু সেই মানুহবিলাক অন্তত অসংযমী আৰু বুদ্ধি হত হৈ অচিৰে ধ্বংসৰ মুখত পৰে।" উপমা দি ভৰদ্বাজে পুতেকক এটা পুৰাণৰ কাহিনী বৰ্ণাই শুনালে যে "তাহানিখন 'বলধি' নামে এজন ডাঙৰ ঋষি আছিল। তেওঁৰ এটি লৰা আছিল। হঠাতে এদিন সেই লৰাটিৰ মৃত্যু ঘটিল। ঋষিয়ে শোকত ব্যাকুল হৈ এটা অমৰ লৰা পাবৰ আশাত কঠোৰ তপস্যা কৰিলে। তপস্যাত সন্তুষ্ট হৈ দেৱতাসকল আবিৰ্ভাৱ হৈ ক'লে "মানুহ অমৰ হ'ব নোৱাৰে। আয়ুসৰ এটা সীমা বন্ধা থাকে। তোমাৰ ভাবী সন্তানটিৰ কাৰণে এনে এটা সীমা থকা আয়ুস প্ৰাৰ্থনা কৰা।" ঋষিয়ে তেতিয়া ওচৰৰ এটি পৰ্ব্বতলৈ আঙুলিয়াই ক'লে, "তেন্তে সৌ পৰ্ব্বতটো যিমান দিন পৃথিৱীত থাকিব সিমান দিন যেন মোৰ সন্তানটিও জীয়াই থাকে। এই বৰ দিয়ক।" সেই বৰকে দি দেৱতাসকল অন্তৰ্দ্ধান হ'ল। ঋষিয়ে আশা অনুযায়ী বৰ লাভ কৰাত যথা সময়ত তেওঁৰ এটি পুত্ৰ সন্তান লাভ হ'ল। ঋষিয়ে লৰাৰ নাম ৰাখিলে 'মেধাবী'।

মেধাবী ডেকা হলত বৰ লাভ কৰি আয়ুস লাভ কৰা বৃত্তান্তটো শুনি ভাৱিলে "তেন্তেতো মোৰ জীৱনত কোনো বিপদ বিঘিনিৰ আশঙ্কা নায়েই যেতিয়া মই এই পৰ্ব্বতৰ দৰেই সদায় থিৰ হৈয়েই থাকিম।" এই বুলি গপতে গঙ্গাটোপ হৈ গুৰুজনসকলক গণাগণকে নকৰা হৈ উঠিল।

এদিন এই হতবুধীয়া মেধাবীয়ে অহঙ্কাৰত ওফন্দি পৰি ধনুপক্ষ নামে এগৰাকী মহাত্মাক অপমান কৰিলে। মহাত্মাই খঙৰ কোবত মেধাবীক অভিশাপ দি ক'লে "পাষণ্ড, এই মুহূৰ্ত্তে তই ভস্ম হ।"

কিন্তু মেধাবী অভিশাপগ্ৰস্ত হৈও সুস্থ শৰীৰেই ৰ'ল। এনে অৱস্থা দেখি মহাত্মাজন আচৰিত হ'ল। অলপ পিচতে তেওঁৰ মনত পৰিল 'মেধাবীয়ে দীৰ্ঘায়ু হবলৈ বৰ লাভ কৰিছিল।"

নিৰুপায় হৈ ধনুপক্ষই মন্ত্ৰৰ বলত বনৰীয়া ম'হৰ ৰূপ ধৰি লৰি গৈ সেই পৰ্ব্বতটোৰ মাটি খান্দি ঠান ঠানকৈ খহাই ভাঙি পেলালে। লগে লগে মেধাবীৰ আয়ুস শেষ হৈ গ'ল। তেওঁ ততালিকে মাটিত বাগৰি পৰিল আৰু শেষ নিশ্বাস পেলালে।"

এইদৰে উপমা দি ভৰদ্বাজে পুতেকক বুজাই ক'লে "পুৰাণৰ এই সাৰুৱা কথাটোৰ সাৰমৰ্ম্ম বুজিবলৈ চেষ্টা কৰা। বৰ লাভ কৰিলেও অহঙ্কাৰত ওফন্দি জীৱনটো নাশ নকৰিবা। আত্মসংযম কৰি কাল কটোৱা। সদায় সৰুটো হৈ ফুৰিবা। কোনো দিনেও ৰৈভ্যৰ প্ৰতি সন্মান দেখুৱাবলৈ নাপাহৰিবা।"

তেতিয়া বসন্ত ঋতু। গছ-লতাৰ কুঁহিপাত আৰু ফলে ফুলে হাবি বন জকমকাই উঠিল। পৃথিৱীৰ সকলো জীৱ–জন্তু যেন চৰাই-চিৰিকতিৰ মাত শুনি আনন্দত মতলীয়া হৈ উঠিল।

অকল সেয়ে নহয় গোটেই পৃথিৱীয়েই দেখোন কন্দৰ্পৰ প্ৰভাৱত অস্থিৰ। ৰৈভ্য মুনিৰ আশ্ৰমৰ ফুলনিত এদিন পৰাবসুৰ পত্নী গৰাকীয়ে অকলশৰে ফুৰি আছিল। ৰূপ, সাহ আৰু পবিত্ৰতা আদি গুণবিলাক একেলগে থুপ খাই পৰাবসুৰ পত্নীগৰাকীৰ শৰীৰত এটি অপৰূপ শোভা ধৰি উঠিছিল। তেনে সময়তে যৱকৃত গৈ তাত উপস্থিত হ'ল আৰু পৰাবসুৰ পত্নীৰ সেই ৰূপ দেখি মোহ গ'ল। কাম ভাৱত ভোল গৈ তেওঁৰ বুদ্ধি হত হ'ল।

যৱকৃতে তেওঁক মাত দি ক'লে "হেৰা সুন্দৰী, মোৰ ওচৰলৈ আহাচোন। পৰাবসুৰ পত্নীয়ে এই কথা শুনি লাজ আৰু ভয়ত কঁপিবলৈ ধৰিলে। কিন্তু ঋষিপুত্ৰ যৱকৃতৰ অভিশাপলৈ ভয় কৰি তেওঁৰ কাষ চাপি আহিল। তেতিয়া দুৰাচাৰ মহাপাপী যৱকৃতে নিজৰ পাপ বাসনা চৰিতাৰ্থ কৰিলে।

ৰৈভ্য সময়মতে ভিক্ষাৰপৰা আশ্ৰমলৈ উভতি আহিল। বোৱাৰীয়েকে মনৰ বেজাৰত কান্দি কাটি থকা দেখি তাৰ কাৰণ সুধি ক'লে "আই, তুমিনো কিয় কান্দি আছা? কোৱাচোন বাৰু কি হৈছে?" তেতিয়া বোৱাৰীয়েকে লাজকাজ কাতি কৰি গোটেই বৃত্তান্তটো বৰ্ণাই ক'লে। সেই

কথা শুনি ৰৈভ্যৰ খঙে চুলিৰ আগ পালেগৈ। তেওঁ তেতিয়াই মূৰৰপৰা চুলি এডাল ছিঙি মন্ত্রপুত কৰি জুইত পেলাই দিলে। জুইতপৰা মাত্রকে সেই পোৰা চুলিদালৰ ধোঁৱাৰপৰা বোৱাৰীয়েকৰ নিচিনা এজনী দিপ্‌লিপ্ ছোৱালী উত্তৱ হ'ল। ঋষিয়ে মূৰৰপৰা আকৌ এডাল চুলি ছিঙি জুইত পেলাই দিয়াত তাৰ পৰাও এটা বিকৃতাকাৰ প্রেত মূৰ্ত্তি আবির্ভাৱ হ'ল। এইদৰে আবির্ভাৱ হোৱা দুয়ো মূৰ্ত্তিকে ঋষিয়ে যবকৃতক বিনাশ কৰিবলৈ আদেশ দিলে। তেওঁলোকেও আদেশ মান্য কৰি ভৰদ্বাজৰ আশ্রমৰ ফালে গতি কৰিলে।

প্রাতঃকৃত্য সমাপন কৰি বহি থকা অবস্থাত সেই ৰূপৱতী কন্যাটি যবকৃতৰ আগত থিয় হ'লগৈ। নানান ভাৱৰ মনমোহা অঙ্গি-ভঙ্গিৰে যবকৃতক মুহি তেওঁৰপৰা ছেগ বুজি কমণ্ডলুটো লৈ তাৰপৰা আঁতৰি গ'ল। এই ছেগতে সেই কদাকাৰ প্রেতটোৱে শেল এপাতেৰে যবকৃতক হানি বধ কৰিবলৈ আগ বাঢ়ি গ'ল। যবকৃতে দেখা পায়েই ভয়তে জাপ মাৰি থিয় দিলে। নিজক ৰক্ষা কৰিবলৈ হলে অশুচি অৱস্থাত মন্ত্রই কোনো গুণ নধৰে বুলি ভাৱি হাত মুখ ধুবলৈ কমণ্ডলুটো বিচাৰিবলৈ ধৰিলে। কমণ্ডলুটো নাপাই পানী বিচাৰি ওচৰত থকা পুখুৰীলৈ লৰ ধৰিলে। কিন্তু পুখুৰীলৈ গৈ দেখা পালে যে তাতো পানী শুকাই আছে। তেতিয়া ওচৰতে থকা নৈখনলৈ পোনাই বেগাই যাবলৈ ধৰিলে। কিন্তু হায়! নৈৰো পানী শুকাই তলি উদং হৈ আছিল। এইদৰে ক'তো পানী আৰু বিচাৰি নাপালে। সিফালে সেই বিকটাকাৰ প্রেতটো তেওঁৰ পিচ লৈ খেদি গৈ আছে। এইদৰে গৈ গৈ যবকৃতে আন উপায় নেদেখি পিতাকৰ যজ্ঞ ঘৰত সোমাবলৈ চেষ্টা কৰিলে। যজ্ঞঘৰৰ দুৱৰীটোৰ এটা চকু কণা আছিল। যবকৃতৰ আউলী-বাউলী বিকৃত অৱস্থাটো দেখি সি তেওঁৰ চিন হেৰুৱাই বাটত আগভেটা দি থিয় দিলে। এই সুযোগতে সেই যম সদৃশ প্রেতটোৱে শেল হানি যবকৃতৰ প্রাণ নাশ কৰিলে।

ভৰদ্বাজ আশ্রমলৈ উভতি আহি দেখিলে যে তেতিয়ালৈকে চোন যজ্ঞ ঘৰত হোমৰ জোৰটো জলোৱা হোৱা নাই। দুৱাৰ মুখত শেলেৰে হনা অৱস্থাত তেওঁৰ নিজৰ লৰাটিৰ মৃতদেহ পৰি আছে। ততালিকে তেওঁ বুজিব পাৰিলে যে ৰৈভ্যৰ ওচৰত কিবা এটা গুৰুতৰ অপৰাধৰ ফলত তেওঁৰ লৰাৰ এই দশা হ'ল।

ভৰদ্বাজে ব্যাকুল ভাৱে কান্দি কান্দি কবলৈ ধৰিলে "হায় মোৰ বাছা! নিজৰ অহঙ্কাৰৰ দোষত আজি তোৰ এনে দশা হ'ল। ব্রাহ্মণসকলৰ অজ্ঞাতে

বেদ তই দেৱতাৰ বৰত লাভ কৰিছিলি। পূৰ্ব্বাপৰ চলিত প্ৰথা ভঙ্গ কৰাটো তোৰ পক্ষে বৰ অন্যায় কথা হৈছিল। সেই কাৰণতে অভিশপ্ত হৈ তোৰ এই গতি হ'ল। তই মোৰ একেটি মাথো লৰা আছিলি। বুজিলোঁ, তোৰ মৃত্যুৰ কাৰণ ৰৈভ্য। ময়ো অভিশাপ দিলোঁ সেই ৰৈভ্যৰো যেন তাৰ যেই কোনো এজন লৰাৰ হাততে মৃত্যু হওক।" ভৰদ্বাজে পুত্ৰশোকত অধীৰ হৈ আচল ঘটনাৰ সম্ভেদ নোলোৱাকৈয়ে এনে অভিশাপ দিলে।

খন্তেক পিচতে তেওঁৰ খং মাৰ গ'ল। তেওঁ তেতিয়া ক'লে হায়। এই সংসাৰত অপুত্ৰক মানুহেইহে পুণ্যাত্মা। মই মোৰ লৰাও হেৰুৱালোঁ আৰু বন্ধুকো অভিশাপ দি হেৰুৱালোঁ আৰু কি লৈ মই পৃথিৱীত জীয়াই থাকিম?" এই বুলি পুত্ৰেকৰ সৎকাৰ কৰিবলৈ সজা চিতাতে নিজেও জাপ দি ভৰদ্বাজে প্ৰাণ বিসৰ্জ্জন দিলে।

## অকল শিক্ষাই যথেষ্ট নহয়

ৰৈভ্য ঋষিৰ শিষ্য বৃহদ্যুম্ন নামে এজন ৰজাই মহাযজ্ঞৰ আয়োজন কৰিলে। যজ্ঞৰ কাম নিয়াৰিকৈ সম্পন্ন কৰিবৰ মনেৰে ৰাজগুৰু ৰৈভ্যৰ পৰাবসু আৰু অৰ্বাবসু নামৰ লৰা দুটিক ৰাজধানীলৈ পঠাই দিবলৈ ৰৈভ্য মুনিক অনুৰোধ কৰিলে। পিতাকৰ অনুমতি লৈ ঋষিৰ লৰা দুটি ৰংমনে বৃহদ্যুম্নৰ ৰাজধানীলৈ গ'ল।

যজ্ঞ চলি থকাৰ ভিতৰতে এদিন পৰাবসুৰ ঘৈণীয়েকক চাই আহিবৰ মন গ'ল। পৰাবসুৱে ওৰে ৰাতি হাবিয়লীয়া বাট পাৰ হৈ দোকমোকৰ আগতে আশ্ৰম পালেগৈ। পিতাকে পহুৰ ছালেৰে গা ঢাকি টোপনিত লালকাল হৈ মাটিত শুই আছিল। পহু বুলি ভ্ৰম কৰি পৰাবসুৱে কাঁড় মাৰি দিয়াত পিতাকৰ মৃত্যু ঘটিল।

ভৰদ্বাজ মুনিৰ অভিশাপৰ ফলত পিতৃহত্যা কৰি পৰাবসু শোকত বৰ কাতৰ হৈ পৰিল। নিৰুপায় হৈ শেষত পিতাকৰ অন্ত্যেষ্টি-ক্ৰিয়া সমাপন কৰি ভায়েক অৰ্ব্বাবসুক খবৰ দিবলৈ তেওঁ ৰাজধানীলৈ গ'ল। ভায়েকক গৈ কলে "ভাই, ৰজাৰ যজ্ঞত যেন কোনো ত্ৰুটী নহয় সেইটোলৈ লক্ষ্য ৰাখিবা। মই অজ্ঞানতে পিতৃহত্যা কৰি ব্ৰহ্মহত্যা পাপত লিপ্ত হলোঁ। তুমি মোৰ প্ৰায়শ্চিত্তৰ নিমিত্তে ব্ৰত উপবাস আদি কৰি মোক

এই মহাপাপৰপৰা উদ্ধাৰ কৰা। অজ্ঞানকৃত পাপৰ প্ৰায়শ্চিত্তৰ বিধান শাস্ত্ৰত উল্লেখ আছে। তুমি মোৰ হৈ ব্ৰত উপবাস খাটিলে মই অকলৈ যজ্ঞৰ সকলো কাম সুসম্পন্ন কৰিব পাৰিম। তুমি অকলৈ যজ্ঞৰ কাম কৰিব নোৱাৰিবা। সেই কাৰণেহে তোমাক এই কথা কৈছোঁ।" ধৰ্ম্মপ্ৰাণ ভায়েক অৰ্ব্বাবসুৱে এই কথাত সন্মত হৈ কলে "ৰজাৰ যাগ-যজ্ঞৰ কাম আপুনিয়েই ভালকৈ কৰাব পাৰিব। অকলে মোৰ পক্ষে টান হব। ব্ৰহ্মহত্যা পাপৰ প্ৰায়শ্চিত্তৰ নিমিত্তে মই আপোনাৰ হৈ তপস্যা কৰিম অৰ্থাৎ প্ৰয়োজনীয় ব্ৰত উপবাস আদি সমাধা কৰিম।" এই বুলি অৰ্ব্বাবসু বনলৈ গুচি গ'ল।

এই কথামতে অৰ্ব্বাবসুৱে তপস্যা আৰু ব্ৰত উপবাস কৰি ককায়েকৰ পাপৰ প্ৰায়শ্চিত্ত শেষ কৰি ঘূৰি ৰাজধানীলৈ গৈ যজ্ঞকাৰ্য্যত যোগ দিলে।

কিন্তু পৰাবসুৱে নিজে ব্ৰহ্মহত্যা পাপ কৰি নিজে তাৰ ব্ৰত উপবাস পালন নকৰাত তেওঁ আচলতে পাপৰপৰা মুক্ত নহল। তাৰ ফলত তেওঁৰ অন্তৰত আকৌ পাপ কাম কৰিবলৈ প্ৰবৃত্তি জাগি উঠিল। যজ্ঞথলীলৈ ভায়েকক আকৌ ঘূৰি অহা দেখি পৰাবসুৰ মনত হিংসা উপজিল। ভায়েকৰ মুখমণ্ডল ব্ৰহ্মতেজত তেজীয়ান হৈ অহা দেখি তেওঁৰ মনত হিংসা ভাব আৰু একোব চৰি উঠিল। অন্যায় অপবাদ দি অৰ্ব্বাবসুক অপদস্থ কৰিবলৈ অসৎ উপায়বিলাক তেওঁ মনে মনে পাঙিবলৈ ধৰিলে।

এদিন পৰাবসু ৰজাৰ ওচৰলৈ গৈ কলে "মহাৰাজ, মোৰ ভাই অৰ্ব্বাবসু ব্ৰহ্মহত্যা পাপত পৰি আছে। তেওঁ যজ্ঞস্থলীলৈ সোমাব নোৱাৰে।"

এই কথা শুনা মাত্ৰে ৰজাই খঙৰ বেগত গৈ যজ্ঞমণ্ডপৰপৰা অৰ্ব্বাবসুক বাহিৰ কৰি উলিয়াই দি অপমান কৰিলে।

অৰ্ব্বাবসুৱে চিঞৰি চিঞৰি কবলৈ ধৰিলে "মহাৰাজ, মইতো ব্ৰহ্মহত্যা পাপ কৰা নাই।" কিন্তু সেই কথালৈ কোনেও কাণকে নিদিলে। অপমান পাই তেওঁ যজ্ঞস্থলী পৰিত্যাগ কৰি গুচি গল।

অৰ্ব্বাবসুৱে যাওঁতে বাটে বাটে কৈ যাবলৈ ধৰিলে "মই শপত খাই কৈছোঁ—মই ব্ৰহ্মহত্যা পাপ কৰা নাই। মোৰ ককায়েহে কৰিছিল। মই তেওঁৰ কথামতে তেওঁৰে হৈ ব্ৰত উদ্‌যাপন কৰি তেওঁক পাপৰপৰা মুক্ত কৰিছোঁ।"

জনসাধাৰণে এই কথা শুনি আগতকৈ একোব চৰাই ধিক্কাৰ দি অৰ্ব্বা-বসুক কবলৈ ধৰিলে "তুমিয়েই ব্ৰহ্মহত্যা পাপ কৰি তাৰ প্ৰায়শ্চিত্তৰ নিমিত্তে ব্ৰত পালন কৰি আহিছা। এতিয়া নিজে কৰা পাপবিলাকৰ ভাৰ ককায়েৰাৰ ওপৰত জাপি দি নিজৰ গা সকাবলৈ বিচাৰিছা?"

এনে অন্যায়ভাৱে নিজৰ ওপৰত কৰা মিছা দোষাৰোপ আৰু জন-সাধাৰণৰ অপবাদ লঘু-লাঞ্চনাবিলাক সহ্য কৰি অৰ্ব্বাবসুৱে নিমাত হৈ ৰাজধানী ত্যাগ কৰি বনত গৈ উগ্ৰ তপস্যা কৰিবলৈ ধৰিলে।

তপস্যাৰ প্ৰভাৱত তিষ্ঠিব নোৱাৰি দেৱতাসকল আবিৰ্ভাৱ হৈ কলেহি "বাছা, তুমি বৰ ধৰ্ম্মাত্মা, কোৱাচোন তোমাক বাৰু কি বৰ লাগে?"

ককায়েকৰ মিছা অপবাদত লঘু-লাঞ্ছনা ভোগ কৰি অৰ্ব্বাবসুৰ বৰকৈ খং উঠিছিল যদিও লাহে লাহে সেই সকলো খং পাহৰি গ'ল। সেই কাৰণতে তেওঁ দেৱতাসকলৰ ফালে চাই কলে "হে দেৱতাসকল, আপোনা-লোকে দয়া কৰি মোৰ স্বৰ্গীয় পিতৃ দেৱতাৰ পুনৰ্জ্জীৱন দান কৰি মোৰ জ্যেষ্ঠক পিতৃহত্যা মহাপাপৰপৰা মুক্তি দিয়ক। আৰু এটা প্ৰাৰ্থনা এই— ভৰদ্বাজ ঋষি আৰু তেখেতৰ পুতেক যবক্ৰীতকো পুনৰ্জ্জীৱন দান দিয়ক।"

দেৱতাসকলে "তথাস্তু" বুলি বৰ দি অন্তৰ্দ্ধান হ'ল।

ৰৈভ্য মুনিৰ আশ্ৰমৰ কাষতে বহি এই কাহিনীটো লোমশ মুনিয়ে যুধিষ্ঠিৰক শুনাই কলে "পাণ্ডৱসকল, এতিয়া তোমালোকে এই গঙ্গাৰ পানীত স্নান কৰি ছয় ৰিপুৰপৰা মুক্ত হোৱাহঁক।"

পৰাবসু আৰু অৰ্ব্বাবসু একেজন পিতৃৰে সন্তান আছিল। ৰৈভ্য মুনি বেদজ্ঞ পুৰুষ। লৰা দুটিয়েও পিতাদেৱেকৰ ওচৰত বেদ শিকি মহাপণ্ডিত হৈছিল। শিক্ষা এটা বস্তু আৰু সজগুণ এটা বিভিন্ন বস্তু। সৎ আৰু অসৎ এই দুটি বিষয়ৰ আঁতি-গুৰি মাৰি আচল অৰ্থটো বুজি লোৱাৰ পিচত কোনেও যেন অসৎ বিষয়টো গ্ৰহণ নকৰে। কিন্তু শিক্ষাৰ পৰা লাভ কৰা জ্ঞান উপলব্ধি কৰিব পাৰিব লাগিব। তেতিয়াহে শিক্ষা আৰু শিক্ষাৰপৰা লাভ কৰা জ্ঞান এই দুয়োটা গোট খাই এটা হৈ পৰিব। জ্ঞান বস্তুটো অন্তৰত দকৈ নবহিলে সেইটো আচলকৈ কাৰ্য্যকৰী নহয়। সেয়ে নহলে কৰ্ম্মত পণ্ডিত নহৈ তৰ্কতহে পণ্ডিত হব পাৰিব। অৰ্থাৎ ই আমাৰ গাৰ পোষকহে প্ৰকৃত শৰীৰ নহয়।

# অষ্টাবক্ৰ মুনি

এইদৰে পাণ্ডৱসকলে ভালেমান তীৰ্থ ভ্ৰমন কৰি থাকোঁতে এদিন উপনিষদত উল্লেখ কৰা চিৰস্মৰণীয় ঋষিসকলৰ এখন আশ্ৰম পালেগৈ। লোমশ মুনিয়ে তেতিয়া সেই ঠাইডোখৰৰ মহিমা বৰ্ণাবলৈ ধৰিলে।

"উদ্দালক এজন শ্ৰেষ্ঠ ঋষি আৰু বেদান্তবেত্তা। তেওঁৰ কহোড় নামে এজন শিষ্য আছিল। তেওঁৰ বহুতো গুণ আৰু অসাধাৰণ ভক্তি আছিল। কিন্তু পঠন-পাঠনৰ গুণ তেওঁৰ কম আছিল। সেই কাৰণে আন আন শিষ্যসকলে তেওঁক সদায় বিদ্ৰূপ কৰি থাকে। কিন্তু সেই শিষ্যজনৰ আচাৰ, নিয়ম, ভাৱ-ভক্তি আদি কৰি গুণবিলাকলৈ চাই উদ্দালকে তেওঁৰ শিক্ষাৰ অভাৱৰ কথাটোলৈ আওকাণ কৰিছিল। এনেকি শিষ্যৰ প্ৰতি মৰমতে তেওঁ নিজৰ কন্যা সুজাতাক বিয়া দিলে। কালত সুজাতাৰ গৰ্ভত এটি পুত্ৰ সন্তানৰ জন্ম হ'ল। পিতৃ-মাতৃৰ গুণবিলাক সন্তানৰ একৰকম জন্মগত সম্পত্তি। প্ৰবাদ আছে যে উদ্দালকৰ নাতিনীয়েকে মাকৰ গৰ্ভত থাকোঁতেই বেদৰ জ্ঞান লাভ কৰিছিল। পিতাকৰ ভুলকৈ পঢ়া বেদ পাঠবোৰ শুনি সহ্য কৰিব নোৱাৰি মাকৰ পেটত থকা অৱস্থাতে হাত-ভৰি আচাৰি থাকে। সেই কাৰণেই তেওঁৰ জন্ম হওঁতে তেওঁৰ শৰীৰটো আঠোটা ভাঁজ লৈ আহিছিল। সেয়েহে তেওঁৰ নাম অষ্টাবক্ৰ আছিল। এদিন মিথিলাৰ সভাপণ্ডিত ভাণ্ডিৰ লগত তৰ্কবাদত প্ৰবৃত্ত হল। তাত কহোড় পৰাস্ত হল আৰু নিতান্ত অপমানিত বোধ কৰিলে। ইতিমধ্যে অষ্টাবক্ৰ কিন্তু কেচুৱা কালৰ পৰাই বৰ বিদ্বান হৈ উঠিছিল। এনে কি তেওঁৰ বাৰ বছৰ বয়স নৌ হওঁতেই বেদ-বেদান্ত আদি শাস্ত্ৰবিলাক অধ্যয়ন কৰা শেষ হৈছিল।

এদিন অষ্টাবক্ৰৰ কাণত পৰিল যে জনক ৰজাই এখন মহাযজ্ঞৰ আয়োজন কৰিছে। সেই যজ্ঞলৈ হেনো ডাঙৰ ডাঙৰ পণ্ডিতসকল আহিব আৰু যথানিয়মে পণ্ডিতসকলৰ ভিতৰত শাস্ত্ৰ চৰ্চা হব। এই কথা শুনি অষ্টাবক্ৰই বাৰ বছৰ বয়সত ভাগিনীয়েক শ্বেতকেতুক লগত লৈ মিথিলালৈ বুলি খোজ ললে।

অষ্টাবক্ৰ আৰু তেওঁৰ ভাগিনীয়েক যিটো বাটেদি যজ্ঞলৈ গৈছিল সেই বাটেদিয়েই ৰজা আৰু ৰাজপৰিয়ালৰ মানুহবিলাকো গোৱাবলৈ গৈছিল।

ৰজাৰ অনুচৰসকলে আগে আগে গৈ থাকোঁতে বাটত থকা মানুহবিলাকক আঁতৰি দিবলৈ চিঞৰি কৈ গৈছিল। ৰজাৰ অনুচৰসকলৰ এনে ধৰণৰ কথা শুনি অষ্টাবক্র বাটৰপৰা আঁতৰ নহল বৰং উত্তৰ দিলে অনুচৰসকল, কণা, খোৰা, ভাৰী আৰু তিৰুতাসকলক আৰু বেদজ্ঞ ব্ৰাহ্মণসকলক আন হে নালাগে ধৰ্ম্মিষ্ঠ ৰজায়ো বাট এৰি দিব লাগে—এয়ে শাস্ত্ৰৰ অনুশাসন।

ব্ৰাহ্মণকুমাৰ এজনৰ মুখত এনে জ্ঞানগৰ্ভ কথা শুনি ৰজা বিচুত্তি হ'ল। তেওঁ অনুচৰসকলক কলে, এই ব্ৰাহ্মণকুমাৰৰ কথা নিতান্তই সঁচা। জুইৰ অলপেই হওক বা বেছিয়েই হওক শক্তি দুয়োৰে একে। এই বুলি ৰজাই অষ্টাবক্র আৰু শ্বেতকেতুক বাট এৰি দিলে।

অষ্টাবক্র আৰু শ্বেতকেতুৱে যজ্ঞমণ্ডপৰ ভিতৰ পাওঁতে দুৱৰীয়ে আগভেটা দি কলে "এই মণ্ডপৰ ভিতৰত সৰু লৰা-ছোৱালীৰ সোমাবলৈ মানা। বয়সীয়া বেদজ্ঞ ব্ৰাহ্মণহে এই মণ্ডপত সোমাব পাৰে।"

অষ্টাবক্রই মুখপাতি কলে "আমিতো সৰু লৰা নহয়। আমি ব্ৰত পালন কৰি বেদ পঢ়া শেষ কৰি আহিছোঁ। বেদ-বেদান্তৰ কথাবোৰ আমি ভালকৈ উপলব্ধি কৰিছোঁ। সেই শাস্ত্ৰবিলাক যিসকল লোকে আয়ত্ত কৰিব পাৰিছে তেনে লোকক অকল মুখলৈ চাই বয়স বুজি যোগ্যতা নিৰূপণ কৰা ঠিক নহয়।"

দুৱৰীয়ে কলে "থৈ দিয়াহে দেও, মিছা কথাৰে মোক ভুৰুকিয়াবলৈ নাহিবা? মিছাতে বৰ কথাবোৰ নামাতিবা দেই। তোমাৰ দৰে সৰু লৰা এজনে বেদান্ত শাস্ত্ৰ আয়ত্ত কৰিব পাৰিলানে?"

অষ্টাবক্রই কলে "কোমোৰাটোৰ নিচিনা ভিতৰ ফোপোলা হলে কি লাভ? বাহিৰ চালেই গুণৰ প্ৰমাণ নাপায়। জ্ঞানীলোকসকল আকাৰত সৰু দেখা গলেও শাস্ত্ৰমতে তেওঁৰ আসন বৰ ওখত। জ্ঞান নথকা মানুহ বৰ ওখ হলেও সন্মানৰ পাত্ৰ নহয়—তেওঁ ওখ নিৰ্ব্বোধহে। এতেকে আমাক যাবলৈ দিয়া।

দুৱৰীয়ে কলে "তুমি বয়সীয়াও নোহোৱা বা ওখই-পাজৰে ডাঙৰো নোহোৱা কিন্তু কথা হলে জ্ঞানী বুঢ়া ঋষিৰ দৰেই। গুচি যোৱা ইয়াৰ পৰা।"

অষ্টাবক্রই আকৌ কলে, "দুৱৰী, অকল পকা চুলি কেইডালেই জ্ঞানত বুঢ়া হোৱাৰ চিন নহয়। পকা চুলি, বুঢ়াকালটো, ধন-বস্ত্ৰ, ডাঙৰ বংশ

এইবিলাকে মানুহক প্ৰকৃত জ্ঞানী কৰিব নোৱাৰে—এয়ে ঋষিসকলৰ মত। যিজনে বেদ-বেদাঙ্গ পঢ়ি তাৰ মৰ্ম্ম বুজিছে আৰু গূঢ়াৰ্থ উপলব্ধি কৰিব পাৰিছে তেৱেঁই আচলতে শ্ৰেষ্ঠ পুৰুষ। মই যজ্ঞ সভাত ৰাজপণ্ডিত ভাণ্ডিৰ লগত তৰ্ক কৰিবলৈ মন কৰি আহিছোঁ। ৰজা জনকক মোৰ এই নিবেদন জনোৱাগৈ।" ঠিক সেই সময়তে ৰজা আহি দুৱাৰমুখ পালে। দেখা পায়েই ৰজাই অষ্টাবক্ৰক চিনি পালে। তেওঁক আগতে বাটত দেখা পাই অহা লৰাটো বুলি জানিলে।

ৰজাই তেতিয়া সুধিলে, "মোৰ ৰাজসভাত প্ৰধান পণ্ডিত ভাণ্ডিয়ে আগতে ভালেমান পণ্ডিতক বিচাৰত পৰাজয় কৰিছে আৰু সেই পৰাজিত পণ্ডিতসকল সাগৰত জাপ দিব লগাত পৰিছে। সেই কথাই তোমাক একেটা বাটকে লবলৈ বাধা নজন্মাবনে?"

অষ্টাবক্ৰই কলে "আপোনাৰ সভাৰ ডাঙৰ পণ্ডিতজনে মোৰ নিচিনা বেদ আৰু বেদান্তৰ পণ্ডিতৰ লগত আগতে তৰ্ক কৰা নাই। সাধাৰণ পণ্ডিতসকলক তৰ্কত হৰুৱাই বৰ অহঙ্কাৰ আৰু গৰ্ব্ব অনুভৱ কৰিছে। মোৰ পিতাকো তেওঁ হৰুৱাইছিল আৰু মাতৃৰপৰা জানিব পাৰিছোঁ তেওঁ ভৃগুপাত কৰিব লগা হৈছিল। মই আজি সেই পিতৃ ঋণ পৰিশোধ কৰিম বুলিয়েই আহিছোঁ। আজি সেই পণ্ডিতজনৰ লগত তৰ্কত বহিম। আজি আপোনাৰ এই সভাপণ্ডিতজন নিশ্চয় চকাহীন গাড়ীৰ নিচিনা হৈ মোৰ সমুখত ঠেকেচা খাই পৰিব। আপুনি কেৱল সেই মহাপণ্ডিতজনৰ লগত মোক তৰ্ক কৰিবলৈ অনুমতি দিয়ক।"

মুখিয়াল সভাপণ্ডিত ভাণ্ডিৰ লগত অষ্টাবক্ৰৰ বিচাৰ আৰম্ভ হ'ল। শাস্ত্ৰ বিচাৰৰ অন্তত সভাৰ সকলোৱেই ঘোষণা কৰিলে যে সভাপণ্ডিত হাৰিছে আৰু অষ্টাবক্ৰই জয়লাভ কৰিছে। মিথিলাৰ সেই পণ্ডিতজন লাজত তলমূৰ কৰি ৰ'ল। তৰ্ক-বিতৰ্কৰ ব্যৱস্থা অনুযায়ী তেওঁ সাগৰৰ বুকুত জাপ দি প্ৰাণ বিসৰ্জ্জন দিলে।

তেতিয়া অষ্টাবক্ৰৰ পিতাক কহোড়ৰ আত্মাই যেন পুত্ৰেকৰ খ্যাতি লাভত অতি আনন্দ লাভ কৰিলে। মহাকাব্য ৰচোঁতা ব্যাসদেৱে কহোড়ৰ মুখেদি তলৰ কথাৰে আমালৈ তলত লিখামতে উপদেশ দিলে—

পুত্ৰেক যে বাপেকৰ নিচিনাই হব এনে কোনো নিয়ম নাই। নিশ-ক্তীয়া বাপেকৰ বলবান লৰাও জন্ম হব পাৰে। আকৌ পঢ়াশুনা নজনা পিতৃৰো পণ্ডিত পুত্ৰ হব পাৰে। মানুহৰ চেহেৰা চায়েই তেওঁ কিমানৰ

মানুহ ঠাৱৰ কৰা টান। অকল বাহিৰ ফালে চায়েই মানুহক বুজা টান। দেখা যায় কহোড় পঢ়াত পণ্ডিত নহলেও সাধাৰণ জ্ঞান তেওঁৰ যথেষ্ট আছিল।

## ভীম আৰু হনুমান

নানান তীৰ্থ ভ্ৰমণ কৰি পাণ্ডৱসকল আশ্ৰমলৈ উভতি অহাৰ পিচত এদিন দ্ৰৌপদীয়ে ক'লে "এইকাম্যক বনত অৰ্জ্জুনৰ অবিহনে বনৰ সৌন্দৰ্য্য-বিলাক মোৰ চকুত ভাল লগা নাই। সব্যসাচীক দেখা নাপাই মোৰ মনত অকণো আনন্দ ওপজা নাই।

অৰ্জুনে দিব্য অস্ত্ৰ লাভ কৰিবৰ মনেৰে তপস্যা কৰিবলৈ হিমালয়লৈ গৈছিল। তেওঁৰ অবিহনে পঞ্চপাণ্ডৱৰ বাকী চাৰি ভাই আৰু দ্ৰৌপদীৰ মনত বৰ অশান্তি লাগি আছিল।

ভীমসেনে পাঞ্চালীক ক'লে "পাঞ্চালী, তুমি অৰ্জুনৰ কথা ভাবি যিবোৰ কথা কৈছিলা সেইবোৰ শুনি মোৰ মনত অমৃতৰ নিচিনা লাগিছে। ভাইক নেদেখি প্ৰাকৃতিক বনৰ সকলো সৌন্দৰ্য্য মোৰ মনত শুকান শুকান যেন লাগিছে; চাৰিউফালে আন্ধাৰ মুধাৰ যেন দেখিছোঁ। সব্যসাচীক ইমান দিন ধৰি লগত নোপোৱাত মন'প্ৰাণ ছট্‌ফটাই আছে। সহদেৱ, তোমাৰ বাৰু কেনে লাগিছে?"

সহদেৱে ক'লে "দাদা, সব্যসাচীৰ অভাৱত গোটেই আশ্ৰমখনেই উৰুঙা যেন লাগিছে। এই ঠাই এৰি এডোখৰ নতুন ঠাইলৈ গৈ এই মনৰ বিকাৰ গুচাবৰহে মন গৈছে।"

যুধিষ্ঠিৰে পুৰোহিত ধৌম্যক ক'লে "অস্ত্ৰলাভৰ নিমিত্তে মই সহোদৰ ভাইক দেশান্তৰলৈ পঠাই দিছোঁ। তেওঁ যদিও বীৰ আৰু বিচক্ষণ যোদ্ধা তথাপি কিয়নো বাৰু এতিয়ালৈকে উভতি আহিব পৰা নাই? ভীষ্ম, দ্ৰোণ, কৃপ আৰু অশ্বত্থামা এই চাৰিজনক জয় কৰিবলৈকে অৰ্জ্জুনে দেৱৰাজ ইন্দ্ৰৰ আশীৰ্ব্বাদ লাভ কৰিবলৈ বুলি হিমালয় অভিমুখে গুৰ্চি গ'ল। সেই চাৰিজন মহাৰথীয়ে যে দুৰ্য্যোধনৰ ফলীয়া হৈ আমাৰ লগত যুদ্ধ কৰিব এইটো সঠিক কথা। কৰ্ণয়ো দিব্যাস্ত্ৰ জানে—তেৰেঁা এজন মহাৰথী। অৰ্জ্জুনৰ লগত যুদ্ধ দিবলৈ তেওঁ আগ্ৰহ কৰি আছে। এওঁলোকক জয় কৰাৰ উদ্দেশ্যেই অৰ্জ্জুনৰ এই অভিযান। কাৰ্য্যসিদ্ধিৰ নিমিত্তেই তেওঁক

ঘোৰ সঙ্কটত পেলাই দি আমি সুখেৰে দিন কটাইছোঁ। তেওঁৰ বিৰহ অসহ্য হৈ উঠিছে। আমি এইঠাইৰপৰাই তেওঁক বিদায় দিছিলোঁ। এই ঠাইতে থাকি থাকি তেওঁৰ বিৰহটো বেছিকৈ অনুভব কৰিছোহঁক। ভাবিছোঁ আমি এই ঠাই সলনি কৰি কিছুদিন আন ঠাইত থকা ভাল হ'ব। আপুনি এডোখৰ তেনে উপযুক্ত ঠাইৰ নাম কওকচোন।"

পুৰোহিত ধৌম্যই ভালেমান তপোবন আৰু তীৰ্থৰ প্ৰাকৃতিক সৌন্দৰ্য্যৰ কথা ক'লে। এই বিৰহানলৰ তাপ শান্তিৰ কাৰণে সেই সেই ঠাই বিলাকলৈ যাবলৈ তেওঁলোক সাজি-কাচি ওলাল। এইদ'ৰে ভালেমান ঠাই ঘূৰিফুৰি আৰু সেই ঠাইবিলাকৰ মাহাত্ম্যৰ কথাবোৰ শুনি শুনি বিৰহৰ জুই সামান্যৰকমে হলেও পাতলাই কিছুদিন সেইদৰেই কটালে। মাজে মাজে দ্ৰৌপদীয়ে বনৰ মাজত আৰু পৰ্ব্বতৰ ওপৰৰ হাবিয়লীয়া আৰু শিলাময় বাটৰ ভাগৰত কাতৰ হৈ পৰে। সঙ্কীৰ্ণ বাটবিলাক পাৰ হ'বৰ সময়ত ভীমসেনে সকলোকে উৎসাহ দি আৰু সেৱা শুশ্ৰূষা কৰি বাটৰ ভাগৰ মাৰ নিয়াবলৈ চেষ্টা কৰে। ভীমসেনৰ পুতেক ঘটোৎকচেও মাজে সময়ে আহি পাণ্ডৱসকলৰ দুঃখকষ্ট নিবাৰণ কৰিবলৈ চেষ্টা কৰে।

হিমালয় প্ৰদেশৰ ভালেমান চকুত লগা দৃশ্য দৰ্শন কৰি এবাৰ তেওঁলোকে এডোখৰ বৰ ডাঙৰ আৰু ভয়লগা বন পালেগৈ। যুধিষ্ঠিৰে চিন্তাত পৰি ভীমক ক'লে "দ্বিতীয় পাণ্ডৱ, এই দুৰ্গম আৰু সুৰ্‌সুৰীয়া বাটত দ্ৰৌপদীৰ পক্ষে ভৰি চলোৱা টান হ'ব। মই, নকুল আৰু লোমশমুনি এই তিনিজন আগ বাঢ়ি যাঁও, তুমি আৰু সহদেৱে এই ঠাইতে দ্ৰৌপদীক লৈ অতি সাৱধানে গঙ্গাদুৱাৰত বাস কৰা। আমি অলপ ঘূৰি আহি আকৌ তোমালোকৰ লগ লমহি।"

ভীমসেনে ক'লে "মহাৰাজ, দ্ৰৌপদীয়ে এই কথা নামানিব। আৰু আমি থাকি গ'লে আপোনাৰো দুশ্চিন্তা বাঢ়ি যাব। আপুনি জীৱন ধাৰণ কৰাই টান হ'ব। ৰাক্ষস আৰু বনৰীয়া জন্তুৰে ভৰা এই হাবিবনত আপোনাক এৰি দিবলৈ মোৰ মনে কোনোপধ্যেই নামানে। পাঞ্চালীয়েও মত নিদিব। পাৰ হ'ব নোৱাৰা বাটপথবিলাকত মই তেওঁক দাঙ্গি লৈ যাম। নকুল সহদেৱকো টান পৰিলে পিঠিত হোৱা বান্ধি লৈ যাম। এই বিষয়ে আপুনি নিশ্চিন্ত থাকক।"

এই কথা শুনি যুধিষ্ঠিৰে ভীমক সাবটি মাৰি ধৰি ক'লে "ভাই মোৰ, তোমাৰ শৰীৰৰ বল যেন দিনে দিনে বাঢ়ি যাওক।" হাঁহিমাৰি

পাঞ্চালীয়ে ধৰ্ম্মৰাজক ক'লে "মোক বাৰু কোনেও দাঙ্গি নিব নালাগে। মই খোজ কাঢ়িয়েই যাব পাৰিম। মোৰ নিমিত্তে চিন্তা নকৰিব।

হিমাচল প্ৰদেশৰ সুবাহু ৰজাৰ কুলিঙ্গ নামে ৰাজ্যত পাণ্ডৱসকলে অলপ দিন থাকিবলৈ ললেগৈ। ৰজা সুবাহুৱে তেওঁলোকক যথোচিত সন্মান দেখুৱাই এডোখৰ ঠাই থাকিবলৈ বুলি দেখুৱাই দি বৰ আদৰ যত্ন কৰিলে। সুবাহুৰ আন্তৰিকতাৰে কৰা আদৰ যত্নত পাণ্ডৱ সকলে বাটৰ ভাগৰ লঘু পালে। ইয়াৰ পিচত তেওঁলোক গৈ গৈ নাৰায়নাশ্ৰম নামে এখন মনোৰম ঠাই পালে। তাতো দিন-দিয়েক থাকিবলৈ ললে।

এদিন উত্তৰ পুব ফালৰপৰা ৰিবৰিবিয়া বতাহ বলিবলৈ ধৰিলে। অকস্মাতে এটি ধুনীয়া ফুল বতাহৰ কোবত উৰি আহি দ্ৰৌপদীৰ কোচত পৰিল। ফুলটিৰ মনোমোহা ৰূপ আৰু তাৰ যেনে গন্ধ তাত দ্ৰৌপদী মোহ গ'ল।

দ্ৰৌপদীয়ে ভীমসেনক ক'লে "দ্বিতীয় পাণ্ডৱ, এই ধুনীয়া ফুলটি দেখাত কেনে সুন্দৰ চাওকচোন! কেনে মলমলীয়া ভাল গোন্ধ ইয়াৰ! মই এই ফুলটি ধৰ্ম্মপুত্ৰক দিওঁগৈ। আপুনি অনুগ্ৰহ কৰি ক'ত পায় এনে আৰু কেইটিমান ফুল মোক আনি দিয়কচোন। আমাৰ কাম্যক বনত এই ফুলৰ গছ ৰুবই লাগিব।" এইবুলি কৈ দ্ৰৌপদীয়ে সেই ফুল লৈ বেগাই গৈ যুধিষ্ঠিৰৰ কাষ পালে।

দ্ৰৌপদীৰ কাকূতিত ভীমসেনে সেই স্বৰ্গীয় ফুলৰ সন্ধানত বাহিৰ ওলাল। যি ফালৰপৰাই সেই ফুলৰ গোন্ধ অহা গম পাইছে সেই ফাললৈকে গৈ গৈ অকলে অকলে ভীমসেন বহুদূৰ পালেগৈ। বনৰ পশু আৰু চৰাই চিৰিকতি এইবোৰলৈ ভীমসেনে ভ্ৰূক্ষেপেই কৰা নাই। এই ভাৱে আগুৱাই গৈ থাকি পৰ্ব্বতৰ নামনিত এডৰা কলগছনি দেখা পালে। সেই কলগছনিলৈ সোমোৱা বাটৰ মুখতে এটা ভীমাকাৰ, জুইৰ অঙনিৰ দ'ৰে জ্বলিথকা চকুৰে ভীষণাকৃতি বান্দৰ বাট ভেটি ধোবাংজুৰি পৰি থকা দেখা পালে। ভীমে বাট এৰি দিবৰ কাৰণে ভয় দেখুৱাই টানকৈ মাত দিলে।

কিন্তু বান্দৰটোৱে চকু আধাখনিয়াকৈ মেলি যেন নিৰ্ব্বিকাৰ ভাৱে ভীমৰ ফালে চাই ক'লে "মোৰ গাটো আজি ভাল নহয়। সেই কাৰণেই আজি মই এই ঠাইতে অলপ কাতি হৈছোঁ। মোকনো এইদৰে চিঞৰি

বাখৰি জগাই আমনি কৰিবলৈ তোমাক পালে কিহে ? তোমাক মানুহ যেন দেখিছোঁ, তোমাৰ বিবেচনা শক্তিও আছে—পশুপখীৰ তেনে শক্তি নাই। তেন্তেনো এই বিবেচনা শক্তি থকা মানুহে পশুপখীক কৃপাৰ চকুৰে নাচায় কেলেই ? সেইটো দেখোন প্ৰকৃতিৰ নিয়মেই ! তোমাৰ দৰে চোকা বুদ্ধিৰ মানুহে প্ৰাণী হিংসা কৰা অনুচিত, বুজিছা ? বাৰু, তুমিনো কোন হে ? কোনফালেনো যোঁৱা ? এই নিৰ্দ্দিষ্ট কৰি থোৱা সীমা চেৰাই আগ বাঢ়ি নাযাবা দেই। এইখিনিৰপৰা সিফালে দেৱ-লোকলৈ যোৱা বাট। এই বাটেদি যাবলৈ মানুহৰ সাধ্য নাই। তোমাৰ কুশল হওক। এতিয়া সৌ কলবাৰীৰপৰা কল দুটিমান খাই অহা বাটেই উভতি যোৱাঁগৈ। মোৰ কথা নেপেলাবা যদি বুদ্ধিমান হোৱা ঘূৰি যোৱা, মোক আমনি নকৰিবা।

ভীমসেনৰ এনে ধৰণে ইতিকিং কৰি কোৱা কথা শুনি খং উঠিল আৰু কলে "তই কোন অ' ? তই দেখোন বান্দৰ এটা হৈ বৰ তত্ত্ব কথাবোৰ কৈছ ? মই কুৰু বংশত জন্ম লোৱা এজন ক্ষত্ৰিয় বীৰ। মই কুন্তী দেৱীৰ সন্তান। বায়ু-পুত্ৰ ভীমসেন বুলি গোটেই জগতে মোক জানে। মোৰ বাটত আগ ভেটা নিদিবা দেই। ভালে ভালে বাট এৰি দিয়া।"

এইকথা শুনি বান্দৰটোৱে মিচিক্‌কৰে হাঁহি এটা মাৰি ক'লে। "মই এটা বান্দৰ সঁচা কিন্তু এই বাটেদি যাবলৈ চেষ্টা কৰিলে তোমাৰ প্ৰাণ নাথাকিব, ঠিক জানিবা।" ভীমসেনে কলে তোমাৰ উপদেশ থোৱঁা, মোৰ প্ৰাণ থাকক বা নাথাকক সেই ভয় দেখুৱাব নালাগে। বাট এৰি দিয়া ভালে ভালে। মোৰ খং তোলাই নলবা বুজিছা। বান্দৰে ক'লে মোৰ উঠিবৰ শক্তি নাই, মোৰ বয়সো বৰ বেছি হৈছে। তথাপী তুমি যদি একান্তই যোৱা তেন্তে মোক চেৰায়েই যাব লাগিব।"

ভীমসেনে উত্তৰ কৰিলে "শাস্ত্ৰত আছে যে কোনো জীৱ ডেই যাব নাপায়। সেই কাৰণে তোমাক চেৰাই যোৱা মোৰ পক্ষে অনুচিত হ'ব। নতুবা মই-তোমাকহে নালাগে সহজে এটা পৰ্ব্বতো পাৰ হব পাৰোঁ। তাহানি হনুমানে জাপ্ মাৰি সাগৰ পাৰ হোৱাদি ময়ো জাপমাৰি তোমাক চেৰাই গলোহেঁতেন।"

বান্দৰে আচৰিত হোৱা যেন দেখুৱাই কলে, বাৰু ডাঙৰীয়া, সেই সাগৰ পাৰ হোৱা হনুমানটোনো কোন আছিল ? যদি জানে তেওঁৰ বিষয়ে মোক কওকচোন।

ভীমে বুকু ফিন্দাই ক'লে "যি হনুমানে ৰামৰ পত্নী সীতাক বিচাৰি গৈ এশ যোজন সাগৰখন জাপ্ মাৰি পাৰ হৈ গৈছিল সেই হনুমানক তুমি চিনি নোপোৱানে ? তেৱেঁই মোৰ জ্যেষ্ঠ সহোদৰ। বল, বীৰ্য্য আৰু পৰাক্ৰমত মই তেওঁৰ সমানেই। বিশেষ এটা কাম সমাধা কৰিবলৈ মই এই ফালে আগবাঢ়ি আহিছোঁ। বেলি হ'ল, ভালে ভালে সোনকালে বাট এৰি দিয়া। নতুবা মোৰ খং উঠিলে তোমাৰ অনিষ্ট হবই হ'ব।

বান্দৰে উত্তৰ দিলে "হে'ৰা, বীৰ পুৰুষ, তুমি ধৈৰ্য্য ধৰাচোন। বীৰৰ লক্ষণ ধৈৰ্য্য। এই বুঢ়া আৰু দুৰ্ব্বলীৰ প্ৰতি অলপ স্নেহভাৱ ৰাখাচোন। মোৰ এই বয়সত সহজে গা ডাঙিবৰে শক্তি নাই। মোক দেই যাবৰ মন নকৰা যদি মোৰ নেজদালকে একতীয়া কৰি থৈ সেই ফালে বাট উলিয়াই যাব পাৰা।"

ভীমসেনে নিজৰ গাৰ বল শক্তিৰ ওপৰত বিশ্বাস কৰি পোণতে তেওঁ ভাবিলে মই ইয়াৰ নেগুৰত ধৰি চোচোৰাই গোটেইজনকে অতৰাই দিওঁ।" এইবুলি বান্দৰৰ নেগুৰডালত ধৰি আজুৰিবলৈ চেষ্টা কৰিলে। কিন্তু ভালেমান বেলি চেষ্টা কৰিও নেগুৰডালকে লৰাব নোৱাৰিলে। তেতিয়া তেওঁ আচৰিত হৈ ভয়তে থৰ দি ৰ'ল। আকৌ এবাৰ দুইহাতে প্ৰাণটাকি বলদি আজুৰি চালে। চকু ঘোপা হ'ল। ঘামি-জামি গ'ল। তথাপি কোনোপধ্যে ভীমসেনে নেগুৰডালকে লৰাব নোৱাৰিলে। তেতিয়া তেওঁ লাজত তলমূৰ কৰি ৰ'ল। ভীমসেনে নম্ৰভাৱে সুধিলে "আপুনি কোন ? মোক ক্ষমা কৰিব। আপুনি সিদ্ধ পুৰুষনে, দেৱতানে, নাইবা কোনোবা গন্ধৰ্ব্ব ? আপোনাৰ পৰিচয় দি মোক কৃতাৰ্থ কৰক। ভীমসেনৰ তেওঁতকৈ এজন বলবান পুৰুষক পাই নিশ্চয় তেওঁলৈ ভক্তি হবই। কলে মই আপোনাৰ শিষ্য হলো আৰু আপোনাত শৰণ ললোঁ। দয়া কৰি মোৰ প্ৰশ্নৰ উত্তৰ দিয়ক।

জ্যেষ্ঠ হনুমানে ক'লে "হে গদাধাৰী পাণ্ডৱ বীৰ, মই তোমাৰে ভাই হওঁ। মই তুমি ইয়াৰ আগতে কোৱা সেই হনুমান। এই ঠাইৰ সিফালে যোৱা বাটতো সিপুৰীলৈ যোৱা বাট। সি যক্ষ আৰু ৰাক্ষসৰ বাসস্থান। তোমাৰ কেনেবাকৈ বিঘিনি ঘটে বুলি মই বাট ভেটা দি পৰি আছোঁ। এইটোৱেই দেৱলোকলৈ যোৱা বাট। মানুহৰ শৰীৰ লৈ এই বাটেদি যোৱা অসম্ভৱ। তুমি বিচাৰি অহা সুগন্ধিকা ফুলৰ গছ সৌ ওচৰৰে নৈখনৰ কাষতে আছে। সৌৱা চোৱা—ইয়াৰপৰাই বিণি বিণি দেখা গৈছে।"

তেতিয়া ভীমসেন অত্যন্ত আনন্দিত হৈ হনুমানক ভক্তিভাৱে সেৱা জনাই ক'লে "আপুনি মোৰ জ্যেষ্ঠ ভাই, আপোনাৰ দৰ্শন পাই আজি মই ধন্য হলোঁ। মোতকৈ আৰু ভাগ্যবান বোধকৰোঁ জগতত নাই। আপুনি জাপ মাৰি সাগৰ পাৰ হৈ যোৱা ৰূপটো মোৰ এই চকুৰে চাবলৈ বৰ হেপাহ লাগিছে।"

হনুমানে মিচিকিয়াই হাঁহি এটা মাৰি নিজৰ গাটো ডাঙৰ কৰি দ্বিতীয় হিমালয় পৰ্ব্বতৰ দৰে দশোদিশ আবৰি থিয় দিলে। ভীমসেনে আগতে হনুমানৰ অভিনৱ ৰূপৰ কথা শুনি আনন্দ পাই আছিল। এতিয়া সেই ৰূপটো নিজৰ চকুৰে দেখা পাই আচৰিত হ'ল আৰু লগে লগে অপাৰ আনন্দত বুৰ দিলে। বেলিৰ পোহৰৰ দৰে দশোদিক পোহৰোৱা হনুমানৰ ৰূপটো দেখি চকু চাট মাৰি ধৰাত অসহ্য হৈ ভীমসেনৰ চকু জপাই ধৰিলে।

হনুমানে ক'লে "ইয়াতকৈ আৰু বিৰাট ৰূপ দেখুৱাবৰ সময় এইটো নহয়। মুখৰ আগত শত্ৰুক দেখা পালে মোৰ এই শৰীৰটো আৰু বাঢ়ি যায়।"

এই বুলি কৈ হনুমানে সেই বিৰাট শৰীৰটো কোচ খুৱাই আনি ভীম-সেনক সাবটি ধৰিলে। হনুমানৰ বিশাল বক্ষৰ পৰশ পাই ভীমসেনৰ সকলো দুখ ভাগৰ আঁতৰি গ'ল। সেই পৰশত ভীমসেনৰ বল যেন আগতকৈ বাঢ়ি গ'ল বুলি ভগৱান ব্যাসদেৱে মহাভাৰতত এইদৰে বৰ্ণনা কৰি গৈছে।

হনুমানে তেতিয়া ক'লে "বীৰ ভীমসেন, এতিয়া তোমাৰ গন্তব্য স্থানলৈ যোৱা। কেতিয়াবা আৱশ্যক যেন দেখিলে মোক সুঁৱৰিবা। তোমাৰ মনুষ্য শৰীৰটো সাবটি ধৰি আজি যি দিব্য পৰশৰ সুখ পালোঁ তাহানি ভগৱান শ্ৰীৰামচন্দ্ৰৰ শৰীৰটো সাবটি ধৰি ঠিক এনে সুখেই অনুভৱ কৰি-ছিলোঁ। তোমাৰ মনৰ জোখাৰে এটা বৰ খুজি লোৱাঁ।"

ভীমে ক'লে "দাদা, আপোনাৰ দৰ্শনতে আমি পঞ্চভাই ভাগ্যবান হলোহঁক। আপোনাৰ আশীৰ্ব্বাদত শত্ৰুজয় কৰিব পাৰিম এই কথা ধ্ৰুৱ জানিলোঁ।"

হনুমানে তেতিয়া ভীমক বিদায় কালৰ আশীৰ্ব্বাদ দি ক'লে "যুদ্ধৰ সময়ত যেতিয়া তুমি সিংহনাদ কৰিবা তেতিয়া তোমাৰ সেই নাদৰ লগত মোৰো নাদ যুক্ত হৈ শত্ৰুৰ মাজত এটা ভয়ৰ কম্পন তুলি ত্ৰস্ত কৰিব। তোমাৰ ভায়েৰা অৰ্জ্জুনৰ ৰথৰ ধ্বজাৰ ওপৰত মই থিত লৈ থাকিম। তোমালোকৰ যুদ্ধ জয় সুনিশ্চিত।"

তাৰ পিচত ভীমৰ লগত গৈ হনুমানে ওচৰৰ বিলখনত দ্ৰৌপদীৰ হাবিলাষৰ সুগন্ধিকা ফুলৰ ফুলনি দেখুৱাই দিলে। সেই ফুল দেখা পোৱা মাত্ৰে দ্ৰৌপদীৰ বনবাসৰ কষ্টৰ কথা আৰু ফুল নিবৰ কথা ভীমসেনৰ মনত পৰিল। লৰালৰিকৈ ভীমে ফুল ছিঙি লৈ দ্ৰৌপদীৰ কাষলৈ বেগা-বেগিকৈ উলটিল।

## মই বগলী নহওঁ

বনবাসৰ কালছোৱাৰ ভিতৰতে এদিন মাৰ্কণ্ডেয় ঋষি পাণ্ডৱসকলৰ আশ্ৰমলৈ আহিল। ধৰ্ম্মপুত্ৰই যথাৰীতি আদৰ সন্মান দেখুৱাই স্ত্ৰীসকলৰ গুণ বখানি কবলৈ ধৰিলে "তিৰুতাৰ সহ্যগুণ আৰু ক্ষমা গুণতকৈ এই জগতত আচৰিত কথা আৰু একো নাই। তিৰুতা মানুহে দহমাহ দহদিন সন্তানক গৰ্ভত ধাৰণ কৰি, সকলো ৰকমৰ দুখ কষ্ট সহি থাকি, নিজৰ প্ৰাণৰ মায়াও এৰি দি অৱশেষত সেই সন্তান প্ৰসৱ কৰে আৰু সন্তানৰ লালন—পালনৰ নিমিত্তে নানান চিন্তা-ভাৱনা আৰু দুখ দুৰ্গতিৰ মাজতো স্নেহভাৱ অটুট ৰাখিবলৈ প্ৰাণপণ চেষ্টা কৰি থাকে। তিৰুতাসকলে বহুত সময়ত পুৰুষৰ হাতত লাঞ্ছনা-গঞ্জনা সহিও ভক্তিভাৱে পতিৰ সেৱা যত্ন কৰিবলৈ হেলা নকৰে। এইটো এটা কম আচৰিত কথানে, মুনিৰাজ?"

সেই কথাত মাৰ্কণ্ডেয় ঋষিয়ে সেই বিষয়ে এটা পুণ্য কাহিনী বৰ্ণনা কৰি ক'লে—

"তাহানিখন এজন নিষ্ঠাবান ব্ৰাহ্মণে নিৰ্দ্দোষ ব্ৰহ্মচৰ্য্য ব্ৰত পালন কৰি ধৰ্ম্মকাৰ্য্যবিলাক সমাধা কৰি থাকে। তেওঁৰ নাম আছিল কৌশিক। এদিন এজোপা গছৰ তলত বহি তেওঁ বেদ পঢ়ি আছিল। এনে সময়তে তেওঁৰ মূৰত এটা চৰাইৰ বিষ্ঠা পৰিল। ওপৰলৈ চাই দেখে যে গছজোপাৰ ডাল এটাত বগলী চৰাই এটা বহি আছে। এই বগলীটোৱে এনে অপকৰ্ম্ম বুলি ভাবি তেওঁৰ খঙে মূৰ পালেগৈ। খঙত চকু ৰঙা কৰি তাৰ ফালে দৃষ্টি কৰা মাত্ৰে বগলীটো মৰি মাটিত বাগৰি পৰিল। বগলীৰ শটো দেখি ব্ৰাহ্মণে মনে মনে বৰ বেজাৰ পালে।

মানুহৰ সজ সঙ্কল্পবিলাক কামত খটুৱাবলৈ হলে ভালেমান বাহিৰা বস্তু আৰু কাৰ্য্যকাৰণৰ সহায় লব লগা হয়। কিন্তু অসৎ সঙ্কল্পবিলাক

বাহিৰা বস্তু বা কাৰ্য্যকাৰণৰ সহায় নোপোৱাত মনতে লয় পায়। সেই কাৰণে আমি বেয়া কামৰপৰা বহুতো ৰক্ষা পাই থাকোহঁক। অসৎ সঙ্কল্পবিলাক যদি লগে লগে কামত খটুৱাই দিয়া যায় তেন্তে এই জগৎখনৰ দুখৰ ভাৰ দিনে দিনে বাঢ়ি গৈ মানুহৰ জীৱনৰ ভাৰ বহন কৰা টানেই হৈ পৰিলহেঁতেন।"

তাৰ পিচত কৌশিকে অনুতাপ কৰি ভাবিলে "মোৰ মনৰ সঙ্কল্পটো খণ্ডত পৰিণত হোৱাৰ কাৰণেই মোৰ এই অনুতাপৰ কাৰণ হৈ উঠিল। বেচেৰা নিৰ্দ্দোষী চৰাইটোৰ মৰণৰ কাৰণটো হ'ল মোৰ মনৰ এই অমঙ্গলীয়া সঙ্কল্পটো।" এই ভাবি তেওঁ বেজাৰ মনেৰে ভিক্ষাৰ নিমিত্তে আগৰ নিচিনাকৈ গাৱঁৰ ফালে ওলাই গ'ল।

ভিক্ষাৰ নিমিত্তে তেওঁ এজন গৃহস্থৰ পদুলি মুখত থিয় দিলেগৈ। গিৰিহঁতনীয়ে সেই সময়ত ঘৰৰ ভিতৰ ফালে বাচন কাঁহী-বাটি ধুই আছিল। সেই কাম হৈ গলত গিৰিহঁতনীৰ চকুত পৰাকৈ কৌশিকে গা দেখুৱাই তাতে ৰৈ থাকিল। এনে সময়তে গিৰিহঁতজন গাৱঁৰ ফালৰপৰা উভতি ঘৰ পালেহি। ঘৰৰ ভিতৰলৈ গৈ ঘৰৰ ঘৈণীক সুধিলে "হেৰা, মোৰ বৰ ভোক লাগি আহিছে কিবা অলপ খাবলৈ জোগাৰ কৰাচোন।" এই কথা শুনি পদুলি মুখত ৰৈ থকা কৌশিকলৈ মন নকৰি আথেবেথে গিৰিহঁতৰ হাত ভৰি ধুৱাই খাবলৈ জা-জলপান জতাই দিলে।

ভিক্ষাৰী ব্ৰাহ্মণজন পদুলি মুখতে ৰৈ আছিল। গিৰিহঁতে খাই অঁতালত হাতত ভিক্ষা লৈ গিৰিহঁতনীয়ে কৌশিকৰ কাষ চাপি কলে "আপুনি ইয়াত ভালেখিনি বেলি ৰৈ থাকিল, মোৰ দায় দোষ নধৰিব প্ৰভু।"

কৌশিকে খণ্ডত অগ্নিশৰ্ম্মা হৈ কলে "জানানে মই ভিক্ষা কৰিবলৈ বহুতো গৃহস্থৰ ঘৰলৈ যাব লাগিব? অতপৰে মোৰ ফালে লক্ষ্য কৰা নাই। এইটো বৰ অন্যায় কথা।"

গৃহস্থনীয়ে হাতযোৰকৈ ক'লে "প্ৰভু, মোৰ দোষ ক্ষমা কৰিব। মই গৃহস্থৰ শুশ্ৰূষাত লাগি আছিলোঁ—গতিকে অলপ পলম হ'ল।"

ব্ৰাহ্মণে উত্তৰ দিলে "হয়, পতিসেৱা অৱশ্যে ধৰ্ম্মকাৰ্য্য। কিন্তু ভিক্ষাৰী ব্ৰাহ্মণক অৱহেলা কৰাও অনুচিত কথা। বুজিছো, আপোনাৰ অহঙ্কাৰ হৈছে।"

গিৰিহঁতনীয়ে তলমূৰ কৰি ক'লে "প্ৰভু, খং নাখাব। পতিসেৱা কৰা তিৰস্কাৰ ওপৰত আপুনি খং কৰা অনুচিত। মই বগলী নহওঁ। পতিভক্তি-পৰায়ণা তিৰুতাৰ ওপৰত আপোনাৰ খঙে একো বেয়া ফল নিদিয়ে।"

কৌশিক সেই কথাত অবাক। বগলীৰ কথাটো এই তিৰুতাজনীয়ে কেনেকৈ গম ধৰিলে। কৌশিকৰ চিন্তা হ'ল।

গিৰিহঁতনীয়ে আকৌ কবলৈ ধৰিলে "হে মহাত্মা, ধৰ্ম্মৰ ৰহস্য আপোনাৰ অবিদিত নহয়। খং বস্তুটো মানুহৰ মহা শত্রু, কিন্তু ইয়াৰ গূঢ়াৰ্থ আপোনাৰ অজ্ঞাত। মোৰ দায়-দোষ নধৰিব। আপুনি খন্তেকৰ কাৰণে মিথিলালৈ গৈ ধৰ্ম্মব্যাধৰপৰা উপদেশ লওকগৈ।"

এই কথাত কৌশিক মুনি আৰু আচৰিত হ'ল। পিচত ক'লে "আপোনাৰ মঙ্গল হওক। আপোনাৰ বাক্য কঠোৰ হলেও সেয়ে যেন মোৰ পক্ষে মঙ্গলজনক হয়। সকলো ক্ষেত্ৰতে আপুনি ভাগ্যৱতী হওক যেন।" এই বুলি কৈ তেওঁ মিথিলালৈ বুলি যাত্ৰা কৰিলে।

কৌশিক মুনি গৈ মিথিলাত সেই ধৰ্ম্মব্যাধৰ বিচাৰ লগালে।

তেওঁৰ ধাৰণা আছিল তেওঁ উপদেশ লব খোজা ধৰ্ম্মব্যাধগৰাকী নিশ্চয় কোনোবা ঋষি বা মুনি হব। কিন্তু ভালেমান বেলিলৈকে ধুনীয়া ধুনীয়া ঘৰবাৰী, মনোমোহা ফুলনি বাগিচা বিলাক আৰু শান্তিপূৰ্ণ আশ্ৰমবিলাকত বিচাৰি চলাথ কৰিং নাপাই নথৈ অন্তত এঠাইত কচাইৰ দৰে সেই ধৰ্ম্মব্যাধক মঙহ বিক্ৰী কৰি থকা অৱস্থাত দেখা পালেগৈ।

ব্ৰাহ্মণে হতবুদ্ধি হৈ আঁতৰতে থৰ লাগি ৰ'ল। তেতিয়া কচাইজনে উঠি আহি কৌশিকৰ ওচৰ চাপি আথেবেথে ক'লে "প্ৰভু, আপোনাৰ মঙ্গল নে? সেই পতিব্ৰতা গিৰিহঁতনীয়ে আপোনাক মোৰ ওচৰলৈকে পঠাই দিছে হবলা?"

এই কথা শুনি ব্ৰাহ্মণৰ মুখৰ মাত হৰিল। কচাইৰূপী ধৰ্ম্মব্যাধে তেতিয়া ক'লে "দেৱ, আপোনাৰ অহা কাৰণটোও মোৰ জনা আছে। বাৰু এতিয়া মোৰ লগতে আহকচোন।" এই বুলি ধৰ্ম্মব্যাধে কৌশিকক তেওঁৰ থকা বহালৈ লগতে লৈ গ'ল। ব্ৰাহ্মণে দেখা পালে যে ব্যাধে তেওঁৰ ঘৰ পায়েই বাপেক মাকক ভক্তিভাৱে সেৱা কৰিলে। তাৰ পিচত তেওঁ কৌশিকক মনুষ্য জীৱন, জীৱিকাৰ উপায়, আৰু কৰ্ত্তব্য কাৰ্য আদিৰ বিষয়ে ভালেমান বহুমূলীয়া উপদেশ দিলে। শেষত কৌশিক নিজৰ গাৱঁলৈ উভতি আহিল আৰু উপেক্ষা কৰা পিতৃ-মাতৃৰ সেৱা কাৰ্য্যত মন-প্ৰাণ অৰ্পি দিলে।"

ধৰ্ম্মব্যাধৰ উপদেশ আৰু গীতাৰ উপদেশ একে বস্তু। সকলোৰে শৰীৰত ঈশ্বৰ আছে বুলি সকলো জীৱকে সেৱা শুশ্ৰূষা কৰা কথাটো

ঈশ্বৰক সেৱা কৰাৰ তুল্য। সামাজিক নিয়ম বা অৱস্থা বিপৰ্য্যয়ত নাইবা নিজে গা-লাগি কৰা চেষ্টাৰ ফলত মানুহ যেই সেই এটা কাম কৰি জীৱিকা নিৰ্ব্বাহ কৰে। মানুহৰ বৃত্তি যিয়েই নহওক সেইটো ধৰ্ম্মমতে কৰিলে সেই বৃত্তিটোৱেই গৈ ভগৱানৰ পূজাত লাগে। কচাইৰ বৃত্তিটোও সঁচাকৈয়ে ভগৱানৰ পজাত পৰিণত হৈছিল। এই প্ৰসিদ্ধ কাহিনীটো মহাত্মা মাৰ্কণ্ডেয় মুনিয়ে যুধিষ্ঠিৰৰ আগত বৰ্ণনা কৰি কৈছিল। বেদব্যাসে কৌশল কৰি এই কাহিনীটো মহাভাৰতত উল্লেখ কৰি থৈছিল।

## দুষ্টৰ সুখ-শান্তি নাই

পাণ্ডৱসকল বনবাসত থকা কালত বহুতো ব্ৰাহ্মণে দেখা কৰিবলৈ যায় তাৰে এজন ব্ৰাহ্মণে বনবাসী পাণ্ডৱসকলৰ লগত সাক্ষাত কৰি হস্তিনা-পুৰলৈ গৈ ধৃতৰাষ্ট্ৰৰ ওচৰ পালে। মহাৰাজ ধৃতৰাষ্ট্ৰই ব্ৰাহ্মণক দেখি যথোচিত মান সৎকাৰ কৰিলে। ব্ৰাহ্মণে বনবাসী পাণ্ডৱসকলৰ প্ৰকৃত অৱস্থাৰ কথা মহাৰাজৰ আগত বৰ্ণনা কৰি কলে। ৰ'দে বতাহে ঘূৰি পাণ্ডৱসকলে অশেষ দুৰ্গতি ভোগ কৰা শুনি মহাৰাজে ইয়াৰ শেষ ফলৰ কথাটো ভাবি বৰ কাতৰ হ'ল।

তেওঁ ভাবিলে ধৰ্ম্মপুত্ৰৰ হাক বচন মানি ভীমসেনে কিমান দিন খং সামৰি থাকিব পাৰিব? এদিন নহয় এদিন পাণ্ডৱসকলে খঙৰ সীমা চেৰাই ভয়ানক অনৰ্থ ঘটাব। এয়ে ধৃতৰাষ্ট্ৰৰ ভয়ৰ কাৰণ।

অন্ধ ধৃতৰাষ্ট্ৰই বিলাপ কৰি কবলৈ ধৰিলে "হায় হায়! ভীমে আৰু অৰ্জ্জুনে নিশ্চয় এদিন নহয় এদিন আমাক শাস্তি বিহিবহি। শকুনি, কৰ্ণ, দুৰ্য্যোধন আৰু দুষ্টবুদ্ধি দুঃশাসন প্ৰভৃতিয়ে গছৰ আগত উঠি মৌ বিচাৰিছে আৰু সিফালে ভীমসেনৰ খঙে দ' কুঁৱাটোৰ দৰে কৌৰৱইঁতক গিলি খবলৈ মুখ মেলি হা কৰি ৰৈ আছে।"

ধৃতৰাষ্ট্ৰই এইদৰে চিন্তাকুল হৈ শোকত কবলৈ ধৰিলে "হায়! হায়! ধন-সম্পত্তিৰ মোহত এইদৰে জাহ যাবলৈ মোক কিহে পাইছিল? আমাৰ সেখোন একোৰে অভাৱ নাছিল। আমিনো বাৰু কিয় এনে কৰিলোঁ? আৰু দুৰ্নীতিৰ পথ কিয় গ্ৰহণ কৰিলোঁ? আমাৰ ধন-সম্পত্তিবোৰ ভাল

কামত খৰচ নকৰি, সুখক নেওচা দি এনে দুৰাশা পোষণ কৰিবলৈ আমাক পাইছিল কিহে ? এইটো ধ্ৰুৰূপ কথা যে আমাৰ উপযাচি কৰা কামৰ ফল আমিয়েই ভোগ কৰিব লাগিব। ধনঞ্জয়ে স্বৰ্গ ৰাজ্যলৈ গৈ দিব্য অস্ত্ৰ লাভ কৰি উলটি আহিছে। তেওঁ সৌঁশৰীৰে স্বৰ্গলৈ গৈও উভতি আহিব পাৰিছে। আমাৰ পাপৰ শাস্তিৰ কাৰণেই তেওঁ এনে কাম কৰিবলৈ বাধ্য হৈছে। নহলে জানো কোনোবা মনুষ্যই ইন্দ্ৰলোকলৈ গৈ আকৌ এই মৰতলৈ উভতি আহিব খোজে নে ? আহিছে কেৱল আমাৰ শাস্তিৰ কাৰণে।

এইদৰে ধৃতৰাষ্ট্ৰ মনে মনে অতিশয় চিন্তিত হ'ল। আনফালে দুৰ্য্যোধন আৰু দুঃশাসন এওঁলোকৰ এনেবোৰ চিন্তাই মনত ঠাইকে নাপালে। তেওঁলোকৰ ভাৱ হ'ল আন ৰকম। ভাগ্য ভালৰ ফালে আহিছে বুলি ভাবি তেওঁলোকে ইটোৰে সিটোৰে ডাঙ্কোপ মৰা কথাৰে আনন্দ মনে দিন কটাবলৈ ধৰিলে। কৰ্ণ আৰু শকুনিয়ে দুৰ্য্যোধনক ক'লে "যুধিষ্ঠিৰৰ ৰাজ্য আমাৰ হাতৰ মুঠিত। আমাৰ হিংসা-খিয়ালত পুৰি মৰিবৰ আৱশ্যক নাই। আপোনাৰ চোকা বুদ্ধিৰ কাৰণেই এই মহৎ কাৰ্য্য সমাধা হ'ল।" এই কথা শুনি দুৰ্য্যোধনে ক'লে "কৰ্ণ, তুমি ঠিক কথা কৈছা। কিন্তু পাণ্ডৱৰ দুখ-দুৰ্গতিবিলাক এবাৰ নিজ চকুৰে চাবৰ বৰ ইচ্ছা আছে। শত্ৰুৰ দুৰ্গতি-বিলাক নিজৰ চকুৰে চাবলৈ পালে আনন্দ দুগুণে চৰিব। কিন্তু ইয়াৰ বাৰু উপায় কি ? বনলৈ গৈ এবাৰ তেওঁলোকৰ বিলৈবোৰ চাই অহা যাওক কি কোৱা ? কিন্তু পিতাৰ অনুমতি পোৱা টান হ'ব।" এই বুলি তেওঁ চিন্তিত হৈ ৰ'ল।

অলপ পিচতে তেওঁ আকৌ কৰ্ণৰ ফালে চাই ক'লে "পঞ্চপাণ্ডৱৰ তপস্যাৰ শক্তি দেখি পিতাই ভয় খাইছে। বনলৈ গলেই আমাৰ বিপদ হব বুলি ভাবি আমাক অনুমতি নিদিব। দ্ৰৌপদী, ভীম আৰু অৰ্জ্জুনৰ বনবাস খটা কষ্টবিলাক এই চকুৰে যদি দেখাই নাপালোঁ তেন্তে আমি অতবোৰ কৰাৰ লাভ হ'ল কি ? এনেয়ে ৰাজপাটত বহি সুখ ভোগ কৰি মোৰ হলে হেপাহ গুচাই নাই। বনলৈ যাবই লাগিব। পাণ্ডৱৰ দুখ-দুৰ্গতিবিলাক চাবই লাগিব। তুমি আৰু শকুনি দুইজনে গৈ যেনেতেনে পিতাৰ অনুমতি লবলৈ যত্ন কৰাগৈ।

পিচদিনা নিচেই পুৱাতে কৰ্ণ শোৱাৰপৰা উঠি দুৰ্য্যোধনৰ ওচৰলৈ গ'ল। কৰ্ণৰ মুখখন আনন্দত উপচি থকা দেখি তাৰ কাৰণ সুধিলে। কৰ্ণই ক'লে "মই এটা উপায় উলিয়াইছোঁ। দ্বৈত বনত আমাৰ এটা গো-শালা আছে। বছৰেকত অন্ততঃ এবাৰ গৰু-গাইবিলাক গণনা কৰি

অহা আৰু গৰখীয়াবিলাকৰো খা-খবৰ লোৱাটো আমাৰ কৰ্ত্তব্য। আগৰ দিনতো এনে এটা নিয়ম আছিল। এনে এটা সুযোগ লৈ আমি ৰজাৰ অনুমতি ল'ব পাৰিলে বনলৈ যোৱাটো সুচল হ'ব। কৰ্ণৰ এই যুক্তি মনত লগাত দুৰ্য্যোধন আৰু শকুনিয়ে বৰ আনন্দ পালে। এয়ে বনলৈ যাব পৰা উপায় বুলি ভাবি শকুনি আৰু দুৰ্য্যোধনে দুয়ো আনন্দত কোলা-কুলি কৰিবলৈ ধৰিলে। লগে লগে হাঁহিৰে তালফাল লগালে।

মুখিয়াল গৰখীয়াটোলৈ দুৰ্য্যোধনে তেওঁলোক যোৱাৰ বাতৰিটো পঠাই দিলে আৰু এই বিষয়ে পিতাক ধৃতৰাষ্ট্ৰৰ ওচৰলৈ আহি পৰামৰ্শ কৰি যাবলৈ তেওঁক অনুৰোধ জনালে।

মুখিয়াল গৰখীয়াটো আহি ধৃতৰাষ্ট্ৰক নিবেদন জনাই ক'লে "মহাৰাজ, বনৰ মাজত এডোখৰ মনোৰম ঠাইত গৰুবিলাক নিয়মমতে লালন-পালন কৰি ৰখা হৈছে। ৰাজকোঁৱৰসকল বনৰ ফালে গ'লে গৰুবিলাক চাই-চিতি আহিব পাৰিব আৰু অনায়াসে গণনা কৰিবও পাৰিব। পিচত গৰুবিলাকৰ ডিঙিত একোটা চিন দি আহিব। সেইবোৰ কৰি পিচত সিবিলাকে মৃগয়া আদি কৰি নিয়ম ৰক্ষা কৰি আহিব।" কোঁৱৰসকলেও বনৰ ফালে ফুৰিবলৈ যাবৰ নিমিত্তে নেৰা-নেপেৰাকৈ পিতাকৰ অনুমতি বিচাৰিবলৈ ধৰিলে।

ধৃতৰাষ্ট্ৰই কিন্তু সন্মতি নিদিলে। তেওঁ ক'লে, ৰাজকোঁৱৰসকলৰ পক্ষে মৃগয়া কৰা এটা প্ৰধান কাম। আৰু গৰুগাইবিলাকৰ সংখ্যা গণনা কৰাও তেওঁলোকৰ এটা কৰ্ত্তব্য। কিন্তু এটা কথা, সেই বনত সম্প্ৰতি পাণ্ডৱসকল আছে। তালৈ এতিয়া তোমালোক যোৱা উচিত নহব। এতিয়াও তোমা-লোকৰ ওপৰত পাণ্ডৱসকলৰ আক্ৰোশ যোৱা নাই। সেই কাৰণেই ভীম আৰু অৰ্জ্জুনৰ ওচৰ চাপি তোমালোকক যাব দিবলৈ নোখোজোঁ।"

দুৰ্য্যোধনে মাত লগালে "পিতা, পাণ্ডৱসকল যি ফালে আছে, সেইফালে আমি নাযাওঁ। অতি সাৱধানে আমি দূৰে দূৰে থাকিমগৈ।

ৰজাই ক'লে "তোমালোক যিমানেই সাৱধান নোহোৱা, তোমালোকৰ বিপদ ঘটাৰ সম্ভাৱনা আছে। পাণ্ডৱসকলে বনবাস খটা দুঃখ আৰু শোকত জৰ্জ্জৰিত হৈ আছে। তেনে ঠাইলৈ এনে অৱস্থাত তোমালোক যোৱা-টোৱেই অনুচিত। তোমালোকৰ কোনোবা লগুৱা-লিকচৌ দৈৱাৎ সেইফালে গৈ পাণ্ডৱসকলক বনবাসী বুলি অপমান কৰিলেই ভয়ানক গণ্ডগোলৰ সৃষ্টি হ'ব পাৰে। তোমালোকৰ সলনি আন কাৰোবাক পঠাই গৰুবিলাকৰ গণনাৰ কামটো কৰাই আনিব পাৰা।"

শকুনিয়ে ক'লে "মহাৰাজ, যুধিষ্ঠিৰ ধাৰ্ম্মিক পুৰুষ। সভাৰ মাজত তেওঁ প্ৰতিজ্ঞা কৰি থৈছে। আন পাণ্ডৱ সকলোটিয়ে তেওঁৰ কথা মতেই চলে। সেই কাৰণে কুন্তীপুত্ৰইঁতে আমাৰ ওপৰত খং নকৰে। দুৰ্য্যোধন মৃগয়াত বলিয়া। তেওঁলোকে এই সঙ্কল্পত তেওঁক বাধা নিদিব। আগৰ কালৰ নিময়মতে গৰুবিলাকৰ গণনা কৰাটো উচিত কাম। ময়ো তেওঁ-লোকৰ লগতে গৈ তেওঁলোকক চকু দি চলাই যাম। বনৰ যি অংশত পাণ্ডৱসকল আছে সেই অঞ্চলৰ ফালে আমি নাযাওঁহক।" এইদৰে শকুনিয়ে ভৰষা দি অনুমতি বিচাৰিলে।

"বাৰু তেন্তে তোমালোকে যেনে ভাল দেখা কৰা বুলি কৈ ধৃতৰাষ্ট্ৰই চিন্তা কৰিবলৈ ধৰিলে।

(হিংসুক প্ৰকৃতিৰ মানুহৰ প্ৰতিহিংসাৰ হেপাহ কেতিয়াও নপলায়। জ্বলি থকা জুইকুৰা যেনেকৈ নতুন নতুন শুকান কাঠ পালে বেছিকৈহে জ্বলে, সেইদৰে হিংসাৰ জুই যাৰ বুকত জ্বলি থাকে সুযোগ পালেই তেওঁৰ সেই জুইকুৰাও বেছিকৈ জ্বলি গৈ গোটেই অন্তৰখন দহি থাকে। ভিতৰতে ঘূৰি ঘূৰি পুৰি দেই আৰু বেছি অন্যায়ৰ সুযোগ বিলাকৰ আকাংক্ষা বাঢ়ি গৈ থাকে।)

## দুৰ্যোধনৰ অপমান

ভালেমান সৈন্য-সামন্ত আৰু অনুচৰ লৈ দুৰ্য্যোধনে দ্বৈত বনলৈ যাত্ৰা কৰিলে। বন পাই পাণ্ডৱসকলৰ দুঃখ কষ্ট চাই আনন্দ উপভোগ কৰিব এইটো কথাকে কৰ্ণ আৰু দুৰ্য্যোধনে ভাবি ভাবি বাটে বাটে গৈ আছিল। পাণ্ডৱসকলৰ আশ্ৰয় থলীৰপৰা দুইক্ৰোশ আঁতৰত তেওঁলোকে বাহৰ সজালে।

কৌৰৱসকলে গৰুবিলাক গণনা কৰি সিহঁতক অঙ্কৰে একোটা চিন দি গ'ল। তাৰ পিচত গৰখীয়াবিলাকে দেখুৱা খেল-ধেমালি চাই বৰ আমোদ পালে। ইয়াৰ পিচত তেওঁলোক মৃগয়াৰ কাৰণে বাহিৰ হৈ গ'ল।

মৃগয়া কৰি কৰি দুৰ্য্যোধন গৈ পাণ্ডৱসকলৰ থকা ঠাইৰপৰা অলপ ওচৰৰে এখন বিলৰ দাঁতি পালেগৈ। সেই বিলৰ পাৰতে কেইদিনমান থাকিবলৈ বন্দৱস্ত কৰি অনুচৰবিলাকক তাত বাহৰ সাজিবলৈ আদেশ কৰিলে।

সেই সময়ত দ্বৈত বনৰ সেই বিলখনৰ পাৰতে গন্ধৰ্ব্বৰাজ চিত্ৰসেন আৰু তেওঁৰ পৰিবাৰ বৰ্গৰে বাহৰ কৰি আছিল। গন্ধৰ্ব্বসকলে দুৰ্য্যোধনৰ অনুচৰবিলাকক ক'লে "তোমালোকে এই ঠাইত বাহৰ কৰিব নোৱাৰিবা। তত্তালিকে এই ঠাই পৰিত্যাগ কৰাঁ।" অনুচৰবিলাকে এই বাতৰি দুৰ্য্যো-ধনক দি ক'লেগৈ "বিলৰ পাৰত গন্ধৰ্ব্বসকলে বাহৰ কৰি আছে। তেওঁ-লোকে আমাক বাধা দিছে, বাহৰ সাজিবলৈ নিদিয়ে।"

সেই কথা শুনি দুৰ্য্যোধনে খঙত বলিয়াৰ দৰে হৈ ক'লে "কোন ৰাজাই মোৰ আদেশ পালন কাৰ্য্যত বাধা জন্মাইছে? সৈন্যসকল তহঁতে তুৰন্তে গৈ সিহঁতক খেদি দিবি আৰু আমাৰ বাহৰ সাজিবি।"

দুৰ্য্যোধনৰ আদেশ মতে অনুচৰসকলে কিছুমান সৈন্য সামন্ত লগত লৈ ধুমধাম বাহৰ সজাত লাগিলগৈ। তাকে দেখি গন্ধৰ্ব্বসকলে খঙত সিহঁতক আক্ৰমণ কৰিলে। সংখ্যাত সৰহ দেখি সিহঁতে বলে নোৱাৰিলে আৰু পলাই ঘূৰি আহিব লগাত পৰিল।

এই কথা কাণতপৰা মাত্ৰে দুৰ্য্যোধনৰ খঙে মূৰৰ চুলি পালেগৈ। তেওঁ সৰহকৈ কিছুমান সৈন্য লৈ তেওঁৰ কামত বাধা দিয়া গন্ধৰ্ব্বহঁতক শেষ কৰিম বুলি বিলৰ পাৰ পালেগৈ।

দুই পক্ষৰে এখন তয়ামৰা ৰণ লাগি উঠিল। পোণ প্ৰথমতে সাধাৰণ হিচাপে যুদ্ধ কৰাত গন্ধৰ্ব্বসকলে বিশেষ একো কৰিব পৰা নাছিল। তেতিয়া চিত্ৰসেনে খঙৰ কোবত মায়া অস্ত্ৰ প্ৰহাৰ কৰিবলৈ ধৰিলে। সেই মায়া অস্ত্ৰৰ আগত তিষ্টিব নোৱাৰি কৰ্ণকে আদি কৰি কুৰু বীৰ সকলোৱে ৰথ, ধ্বজ আদি সকলো যুদ্ধৰ সঁজুলি এৰি পৃষ্ঠভঙ্গ দি পলাই পত্ৰং মাৰিলে। দুৰ্য্যোধনে অকলে অকলে ৰণস্থলীত থিয় দি থাকিল। গন্ধৰ্ব্বৰাজ চিত্ৰসেনে দুৰ্য্যোধনক তেনে অৱস্থাত পাই ধৰি ৰছিৰে বান্ধি ৰথত তুলি লৈ বিজয় শঙ্খ বজালে। ভালেমান কুৰু বীৰ গন্ধৰ্ব্বৰ হাতত বন্দী হ'ল। কিছুমানে যেনি পায় তেনি পলাই গৈ পাণ্ডৱসকলৰ বাহৰত পৰ্য্যন্ত আশ্ৰয় লব লগাত পৰিল।

সেই দৃশ্য দেখা পাই ভীমসেনৰ আনন্দ চায় কোনে? তেওঁ হাঁহি হাঁহি যুধিষ্ঠিৰক কলেগৈ—"দাদা, আমাৰ কৰিবলগীয়া সকলোখিনি কাম গন্ধৰ্ব্ব সকলেই শেষ কৰিলে। আমাৰ এই বনবাসৰ দুখ দুৰ্গতিবিলাক চাই আমাৰ বিদ্ৰূপ কৰিবলৈ বা কটাঘাত খাৱনি চালিবৰ মনেৰে দুৰ্য্যোধনহঁতে আহি এইখিনি পাইছিলহি। তাৰ সমুচিত ফল পালে। পৰম মিত্ৰ গন্ধৰ্ব্ব-

ৰাজে আমাৰ ভাৰখন নিজে কান্ধপাতি লোৱা বাবে তেখেত আমাৰ ধন্যবাদৰ পাত্ৰ।'

ধৰ্ম্মপুত্ৰই কলে, "বাছা এই কথাত তুমি আনন্দ কৰা অনুচিত। আমাৰেই বংশৰ দুৰ্য্যোধন আজি বন্দী অৱস্থাত। তাৰ এটা প্ৰতিকাৰ নিবিচাৰি তুমি আনন্দ লাভ কৰা কথাটো ভাল হোৱা নাই। ততালিকে গৈ দুৰ্য্যোধনৰ মুক্তিৰ বাবে যত্ন কৰাগৈ।"

যুধিষ্ঠিৰৰ এই কথাত ভীমৰ মন ডবি গল। ভীমসেনে কলে "যি দুৰাচাৰ দুৰ্য্যোধনে আমাক সৰ্ব্বপ্ৰকাৰে বঞ্চিত কৰি, জতুগৃহতো জুই দি আমাক সবংশে বিনাশ কৰিবলৈ চেষ্টা কৰিছিল তেনে এটা মহাপাপীকো এতিয়া আমিহে মুক্তি দিব লগীয়া হল? যি পাষণ্ডই মোৰ আহাৰৰ লগত বিহ মিহলাই মোক অচেতন কৰি ৰচিৰে বান্ধি নৈৰ বুকত জাহ যাবলৈ পানীত পেলাই দিছিল সেই হেন পাষণ্ডক আপুনি পুতৌহে কৰিবলৈ কৈছে?" দ্ৰৌপদীক প্ৰকাশ্য সভাৰ মাজত যি পাপিষ্ঠই অপমান কৰিবলৈ কুণ্ঠিত নহৈছিল তাক এতিয়া আপুনি ভাই বুলি মৰম দেখুৱাবলৈহে আগ্ৰহ কৰিছে?

ঠিক তেনে সময়তে বন্দী দুৰ্য্যোধনে চিঞৰি চিঞৰি কন্দা যেন শুনা গ'ল। সেই কান্দোনৰ ৰোল কাণত পৰাত যুধিষ্ঠিৰ চঞ্চল হৈ উঠিল। ভীমৰ যুক্তিবিলাক ন্যায়সঙ্গত নহয় যেন ভাবি ভায়েক কেউজনক দুৰ্য্যোধনৰ সহায়ৰ কাৰণে লৰালৰিকৈ পঠাই দিলে।

ভীম আৰু অৰ্জ্জুন দুয়ো জ্যেষ্ঠৰ আদেশত গৈ ছেদেলি-ভেদেলি হৈ যোৱা কৌৰৱ সৈন্যবিলাকক গোটাই লৈ গন্ধৰ্ব্বসকলৰ সৈতে যুদ্ধ কৰিবলৈ আৰম্ভ কৰিলে।

পাণ্ডৱসকলে যুদ্ধ দিবলৈ আগবঢ়া দেখি গন্ধৰ্ব্বৰাজ চিত্ৰসেনে কলে পাণ্ডৱসকলৰ লগত যুদ্ধ কৰিবৰ ইচ্ছা মোৰ নাই, মই পাপ মাতি কৌৰৱৰ গৰ্ব্ব খৰ্ব্ব কৰিবলৈ যুদ্ধ কৰিবলৈ বাধ্য হৈছিলোঁ। এইবুলি গন্ধৰ্ব্বৰাজে দুৰ্য্যোনকে আদি কৰি কৌৰৱ বন্দীসকলক মুক্তি দি বিদায় কৰিলে। তেতিয়া কৌৰৱসকলে লাজ অপমানত তলমূৰ কৰি হস্তিনাপুৰলৈ উলটি গ'ল। যুদ্ধক্ষেত্ৰ এৰি আগতে পলাই যোৱা কৰ্ণয়ো আদবাটতে দুৰ্যোধনৰ লগ পাই তেওঁৰ লগতে উলটি গ'ল।

বাটত যাওঁতে দুৰ্য্যোধনে কলে "কৰ্ণ, গন্ধৰ্ব্বৰাজ চিত্ৰসেনৰ হাতত মোৰ মৃত্যু হোৱা হলেও ভাল আছিল।"

কৰ্ণই নানা প্ৰকাৰে বুজনি দিয়াতো দুৰ্য্যোধনৰ মনৰ খেদ গুচাব নোৱাৰিলে। দুৰ্য্যোধনে কলে—"মই হস্তিনাপুৰলৈ আৰু নাযাওঁ। ইয়াতে

অনশন কৰি প্ৰাণত্যাগ কৰিম। দুঃশাসন তুমি যোৱাগৈ, তুমিয়েই ৰাজপাট গ্ৰহণ কৰি ৰাজ্যশাসন কৰাগৈ। শত্ৰুৰ চকুত আজি মই হাঁহিয়াতৰ পাত্ৰ হৈ পৰিলোঁ। মোৰ মৃত্যুৰেই শ্ৰেয়ঃ।"

দুঃশাসনে ককায়েকৰ ভৰিত ধৰি কান্দি কান্দি কলে—"দাদা, এনে কাম কেতিয়াও নকৰিব।" দুইভায়েকৰ এনে কথা-বতৰা শুনি কৰ্ণৰ অসহ্য হ'ল।

কৰ্ণই ডাঠ দি কলে—"কৌৰৱসকল, এইদৰে দুখ-বেজাৰ কৰা আপোনা-লোকৰ উচিত হোৱা নাই। সাধাৰণ মানুহৰ দৰে সামান্য এটা ঘটনাতে ইমান ব্যাকুল হৈ কন্দা-কটা কৰা নিতান্ত অনুচিত। শোক কৰি লাভ কি? বুকুত সাহ বান্ধক। তাত বাজে আন একোতে লাভ নাই। পাণ্ডৱসকললৈ চাওক। তেওঁলোকে ইমান দুখ-কষ্ট ভোগ কৰিও নানা লঘু-লাঞ্ছনা হৈও এদিনলৈকো লঘোনে থাকি মৃত্যু বৰণ কৰাৰ কথা ভবা নাই। তেওঁলোকে একমাত্ৰ শত্ৰুজয়ৰ কথাটোকে ভাবি ভাবি তাৰ বাবে সাজু হৈছে।"

শকুনিয়ে বুজাবলৈ ধৰিলে "ভাগিন, কৰ্ণৰ কথা শুনা। তোমাৰ দুখ কিহৰ? পাণ্ডৱসকলৰপৰা কাঢ়ি লোৱা ৰাজ্য সুখেৰে ভোগ কৰা উচিত। মৰণৰ কথা ভবা কেলেই? মনৰ সঙ্কল্পবিলাক বিপৰীত মুখী কৰিছা কেলেই? শোক কৰা অনুচিত, ধৈৰ্য্য ধৰা। এতিয়ালৈকে যিবোৰ কাম কৰি আহিছা সেইবোৰ যদি আজি বেয়া হৈছে বুলি ভাবা তেন্তে পাণ্ডৱ-সকলৰ লগত মিত্ৰতা কৰি তেওঁলোকৰ ৰাজ্য ওভোটাই দি মনৰ সুখেৰে থকাহে ভাল।"

শকুনিৰ কথা শুনি দুৰ্য্যোধনৰ মনত আকৌ পূৰ্ব্বৰ দুৰ্ব্বুদ্ধিবিলাক মনত পৰিল। পোৱা ৰাজ্য ঘূৰাই দিয়া অসম্ভৱ, এই কাৰণে অলপ আগতে যিবোৰ কথা কৈছিল সেইবোৰ সপোন যেন লাগিল। ততালিকে তৰ্জ্জন-গৰ্জ্জন কৰি কৈ উঠিল—"মই পাণ্ডৱক জয় কৰিমেই!"

কৰ্ণই কলে—"এয়েহে ৰাজোচিত কথা। বৰ ভাল কথা। মৃত্যু বৰণ কৰাৰ আৱশ্যক কি? জীয়াই থকা দিন কেইটাতেহে কাম কৰি সুনাম অৰ্জ্জন কৰিব পাৰি?" এইবুলি কৈ কৰ্ণই দুৰ্য্যোধনক সাৱটি ধৰিলে।

তাৰ পিচত সকলোটি ঘৰাঘৰি উভতি গ'ল। বিদায়ৰ সময়ত কৰ্ণই দুৰ্য্যোধনক কলে—"সখা, মই শপত খাই কৈছোঁ আপোনাৰ আগত যি প্ৰতিজ্ঞা বদ্ধ হৈ আছো সেই অনুযায়ী তেৰ বছৰৰ অন্তত মই অৰ্জ্জুনক বধ কৰিমেই।" এই বুলি কৰ্ণই তুৰোৱাল ছুই আকৌ শপত খালে।

# শ্ৰীকৃষ্ণৰ ক্ষুধা

পাণ্ডৱসকলৰ বনবাসৰ কালছোৱাৰ ভিতৰতে দুৰ্য্যোধনে মহা পয়োভৰেৰে এক মহাযজ্ঞৰ আয়োজন কৰিলে। পোণতে তেওঁ ৰাজসূয় যজ্ঞকে পাতিম বুলি ভাবিছিল কিন্তু ব্ৰাহ্মণসকলে কলে, "ধৃতৰাষ্ট্ৰ আৰু যুধিষ্ঠিৰৰ জীৱিত কালছোৱাৰ ভিতৰত আপোনাৰ ৰাজসূয় যজ্ঞ পাতিবলৈ অধিকাৰ নাই। বিষ্ণু-যজ্ঞ নামে আৰু এক ডাঙৰ যজ্ঞৰ কথা শাস্ত্ৰত উল্লেখ আছে। ৰাজসূয় যজ্ঞৰ সলনি আপুনি তাৰেই আয়োজন কৰক।"

সেই উপদেশমতে দুৰ্য্যোধনে বিষ্ণু-যজ্ঞ সম্পন্ন কৰিলে। যজ্ঞৰ অন্তত নগৰীয়া প্ৰজাসকলে আলচ কৰিবলৈ ধৰিলে—ইনো কি যজ্ঞ? যুধিষ্ঠিৰে যি ৰাজসূয় যজ্ঞ পাতিছিল ই তাৰ কুৰি ভাগৰ এভাগো নহয়।" কিন্তু দুৰ্য্যোধনৰ পক্ষৰ মানুহবিলাকে দুৰ্য্যোধনৰ গুণ বখানি যজ্ঞৰ মহিমা দুই মুখে বৰ্ণাবলৈ ধৰিলে আৰু এই যজ্ঞ যযাতি, মান্ধাতা আৰু ভৰতে পতা যজ্ঞতকৈ কোনো গুণে কম হোৱা নাই।" এই গুণ গান কাণত পৰাত দুৰ্য্যোধনে বৰ আনন্দ পালে।

ৰাজসদনত থকা খোচামোদকাৰী কৰ্ম্মচাৰীসকলে দুই মুখে দুৰ্য্যোধনৰ গুণ বখানি কবলৈ ধৰিলে। সেই সময়তে কৰ্ণ আহি দুৰ্য্যোধনক কলেহি— "অচিৰেই পাণ্ডৱবিলাকক যুদ্ধত পৰাজিত কৰিম। তেতিয়ালৈকে মাথোন ৰাজসূয়-যজ্ঞ বন্ধ থাকিব। মই হলে অৰ্জ্জুনক বধ কৰিম। যেতিয়ালৈকে তেওঁক বধিব নোৱাৰোঁ তেতিয়ালৈকে মই মাংস নাখাওঁ। মদো স্পৰ্শ নকৰোঁ। আৰু কোনো ভিখাৰীক বিমুখ নকৰোঁ।" সভাৰ মাজতে কৰ্ণই এইবুলি প্ৰতিজ্ঞা কৰিলে।

এই কথা শুনামাত্ৰে সভাত থকা কৌৰৱসকলৰ আনন্দৰ সীমা নাইকিয়া হ'ল। কৰ্ণৰ প্ৰতিজ্ঞা শুনি সকলোৱে ভাবি ললে যে "পাণ্ডৱসকলৰ কাল চমু চাপিল।"

চোৰাংচোৱাৰ মুখে কৰ্ণৰ প্ৰতিজ্ঞাৰ কথা পাণ্ডৱসকলে জানিবলৈ পালে। ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰ চিন্তিত হ'ল। বহুদিন তেওঁ সেই চিন্তাতে দিন কটাবলৈ ধৰিলে। ভাবিলে "কৰ্ণ হল কৱচ কুণ্ডলধাৰী আৰু বৰ পৰাক্ৰমী বীৰ। তাতে আমাৰ দিনো বেয়া।"

এদিন পুৱঁতী নিশা যুধিষ্ঠিৰে এটা সপোন দেখিলে। সাধাৰণতে মানুহে টোপনিৰ আগভাগতে বা শেষভাগত সপোন দেখে। যুধিষ্ঠিৰে সেই

সপোনত দেখা পালে দ্বৈত বনত থকা বনৰীয়া জন্তুবোৰ আহি যেন তেওঁৰ আগত কান্দিকাটি কৈছে—মৃগয়া কৰি কৰি আপোনালোকে আমাৰ সঁচ মাৰিব খুজিছে। এইদৰে সঁচ মাৰি শেষ কৰাটো আপোনালোকৰ পক্ষে উচিত হোৱা নাই। দয়া কৰি আপোনালোকে এই ঠাই এৰি আন ঠাইলৈ গুচি গলেই আমি নিশ্চিন্ত মনে থাকিব পাৰোহঁক। আপোনালোকে কৃপা কৰিলে আমাৰ বংশ আকৌ বৃদ্ধি হব। ইমানতে দয়াৰ চকুৰে চায় যেন। আপোনালোকৰ মঙ্গল হ'ব।" সপোন দেখি যুধিষ্ঠিৰে মনত বৰ আঘাত পালে। ভায়েকহঁতক চপাই লৈ সপোনৰ কাহিনীটো কোৱাত সকলোটিয়ে সেই বন পৰিত্যাগ কৰি আন ঠাইলৈ আঁতৰি গল।

(বনৰ পশু-পক্ষী সম্পূৰ্ণৰূপে বিনাশ কৰা যে অনুচিত এই কথা আমাৰ উপৰি পুৰুষসকলে ভালকৈ উপলব্ধি কৰিছিল।)

এদিন দুৰ্ব্বাশা মুনিয়ে দহ হাজাৰ শিষ্য সমন্বিতে দুৰ্য্যোধনৰ ওচৰলৈ গ'ল। অভ্যৰ্থনাত কেনেবাকৈ ক্ৰটী হলে ঋষিৰ শাপত পৰিব লাগিব এই ভয়ত সাবধানে ভক্তিযুক্ত হৈ দুৰ্য্যোধনে নিজে ঋষিৰ আলপৈচান ধৰি অতিথি সৎকাৰ কৰিলে। সেই আলপৈচানত সন্তোষ পাই ঋষিয়ে দুৰ্য্যোধনক বৰ দিবলৈ ইচ্ছা প্ৰকাশ কৰি কলে, "বাছা তোমাক কি বৰ লাগে লোৱা।"

উগ্ৰমূৰ্ত্তি দুৰ্ব্বসা মুনি তেওঁৰ সেৱাত তুষ্ট হৈছে বুলি ভাবি দুৰ্য্যোধনে পুণৰ্জন্ম পোৱাদি পালে। দুৰ্য্যোধনৰ আনন্দৰ সীমা নাই। আত্মীয়সকলৰ লগত আলোচনা কৰি পাপী দুৰ্য্যোধনে দুৰ্ব্বাসাৰ কাষ চাপি কলেগৈ— প্ৰভু, আপুনি শিষ্য সমন্বিতে মোৰ যেনেকৈ অতিথি হৈছেহি সেইদৰেই যেন আপুনি সকলোকে লৈ বনবাস খাটি থকা ভাই পাণ্ডৱসকলৰো অতিথি হয়গৈ। মহামহিমান্বিত কুল শ্ৰেষ্ঠ যুধিষ্ঠিৰৰ অতিথি হৈ তেওঁলোকক কৃতাৰ্থ কৰকগৈ। এইদৰে কৈয়েই তেখেতে এনে এটা সময়ত সশিষ্যে মুনিক যাবলৈ কলে। যেতিয়া পঞ্চপাণ্ডৱৰ খোৱা শেষ হয় আৰু কোনো অতিথি গলে খাবলৈ দিবৰ উপায় নাথাকে।

মানুহক পৰীক্ষা কৰি চোৱাই দুৰ্ব্বাসা মুনিৰ এটা কামৰ দৰেই দুৰ্য্যো-ধনৰ কথাত তেওঁ সন্মত হল আৰু কলে, ভাল কথা, মই সেইটোকে কৰিম।

এইদৰে বৰ খোজা কামটোত দুৰ্য্যোধনৰ এটা অভিসন্ধি লুকাই আছিল। ভালকৈ আলপৈচান ধৰি দিন দুপৰীয়া ভোজনৰ পিচত অতিথি সৎকাৰ কৰিবলৈ বস্তু-বেহানিৰ যোগাৰ ধৰিব নোৱাৰিলে দুৰ্ব্বাসাৰ দৰে অতিথিয়ে

খং উঠি পাণ্ডৱসকলক অভিশাপ দিব—এয়ে দুৰ্য্যোধনৰ পেটৰ ভাব। ঋষিক সন্তুষ্ট কৰি দুৰ্য্যোধনে নিজৰ মঙ্গলৰ অৰ্থে বৰ নুখুজি শত্ৰুৰ অহিতৰ অৰ্থে প্ৰকাৰান্তৰে বৰ খুজি ললে। এইটো দেখ দেখ কৰে হীন মানুহৰ প্ৰবৃত্তি।

দুৰ্য্যোধনৰ প্ৰাৰ্থনা অনুযায়ী দুৰ্ব্বাসা মুনি গৈ পাণ্ডৱসকলে দুপৰীয়া খাই-বৈ উঠি বিশ্ৰাম কৰা সময়তে তেওঁলোকৰ পৰ্ণ ঘৰৰ পদুলি মুখত শিষ্য সমন্বিতে উপস্থিত হলগৈ। পাণ্ডৱসকলে ঋষিক দেখা পাই ভক্তি নম্ৰ হৈ য়থাৰীতি পাদ্য-অৰ্ঘ্যাদিৰে ঋষিৰ সেৱা সৎকাৰ কৰি বহিবলৈ আসন পাৰি দিলে। ঋষিয়ে তেতিয়া যুধিষ্ঠিৰলৈ চাই কলে "আমাৰ বৰ ভোক লাগি আহিছে। আমি এতিয়াই গৈ নৈত স্নান কৰি আহিম। তুমি লৰালৰিকৈ ভোজনৰ দিহা কৰা।" এইবুলি কৈয়েই ঋষিয়ে শিষ্যসকলক লৈ নৈৰ ফালে খোজ ললে।

বনবাসৰ আগভাগতে যুধিষ্ঠিৰৰ তপস্যাব ফলত স্বয়ং আদিত্যদেৱে আবিৰ্ভাৱ হৈ পাণ্ডৱসকলক এটি অক্ষয় পাত্ৰ দান কৰি কৈছিল—"এই পাত্ৰটিৰপৰা তোমালোকে এই বাৰ বছৰ কাল সকলো প্ৰকাৰৰ খোৱা বস্তু পাই থাকিবা। এই পাত্ৰটি হাতত লৈ দ্ৰৌপদীয়ে যিমান মানুহক অনুদান কৰিবলৈ ইচ্ছা কৰে সেই সকলোখিনি ইয়াৰপৰা পাই থাকিবা। কিন্তু সকলোৰে শেষত দ্ৰৌপদীৰ ভোজনৰ অন্তত ইয়াৰ সেই গুণ সেই দিনৰ কাৰণে অন্ত পৰিব।" এয়ে আছিল আদিত্য দেৱৰ বৰ।

ভগৱান আদিত্য দেৱৰ আশীৰ্ব্বাদ স্বৰূপ সেই পাত্ৰটি পাই পাণ্ডৱসকলে নিতৌ যিকোনা অতিথি সৎকাৰ কৰিবলৈ সমৰ্থ হৈছিল। অতিথি সৎকাৰৰ পিচত ভায়েক কেইজনৰ খোৱা হলেহে যুধিষ্ঠিৰে খাবলৈ বহে। অৱশেষত দ্ৰৌপদীয়ে খাই-বৈ আহৰি হয়। কিন্তু সেই দিনা দুৰ্ব্বসা মুনি আহি নৌ পাওঁতেই দ্ৰৌপদীয়ে পাণ্ডৱসকলৰ ভোজন শেষ হোৱাত নিজেও খাই-বই উঠিল। গতিকে সেই দিনৰ নিমিত্তে সেই অক্ষয় পাত্ৰটিৰ দান শক্তি অন্ত হৈছিল।

মুনিবৰ দুৰ্ব্বশা ঘাটৰপৰা শিষ্য সমন্বিতে উভতি আহি পালে তেওঁ-লোকক কি উপায়ে ভোজন কৰাব সেই কথালৈ দ্ৰৌপদী মহা চিন্তাত পৰিল। নিৰুপায় হৈ তেওঁ ৰান্ধনি ঘৰত সোমাই ভগবান শ্ৰীকৃষ্ণক একান্ত মনে চিন্তা কৰিবলৈ ধৰি হাতজোৰ কৰি কলে—"প্ৰভু এই শৰণাগতক ৰক্ষা কৰা।" স্থিৰচিত্তে দ্ৰৌপদীয়ে কাতৰকৈ কাকুতি কৰি তেওঁক ধ্যান কৰি-বলৈ ধৰিলে।

দ্ৰৌপদীৰ ঐকান্তিক প্ৰাৰ্থনাত তুষ্ট হৈ সেই মুহূৰ্ত্তেই এই সঙ্কটৰপৰা পৰিত্ৰাণ কৰিবলৈ ভগবান শ্ৰীকৃষ্ণ স্বয়ং আৱিভাব হৈ দ্ৰৌপদীক কলেহি— "দ্ৰৌপদী মোৰ বৰ ভোক লাগিছে, ততালিকে মোক কিবা অলপ খাবলৈ দিয়া তাৰ পিচতো তোমাৰ কথা শুনিম।"

দ্ৰৌপদীয়ে ব্যাকুল হৈ কলে—"হায়! হায়! প্ৰভু! ই আকৌ কেনে পৰীক্ষা তোমাৰ? মোৰ খোৱা-বোৱা শেষ হৈ গল। সূৰ্য্য দেৱতাৰ দানত পোৱা অক্ষয় পাত্ৰৰ শক্তিও আজিৰ কাৰণে অন্ত হল। তদুপৰি দুৰ্ব্বাসা মুনিও শিষ্যসমন্বিতে আহি এতিয়া ভোজনৰ কাৰণে উপস্থিত। মই তেন্তে এতিয়া কৰোঁ কি? বিবুদ্ধিত পৰিলোঁ। স্নানান্তে দুৰ্ব্বাসা মুনি সশিষ্যে আহি পায়হিহে লাগে! ইয়াৰ ওপৰত আকৌ তুমিও ভোকে লঘোনে আহি পালাহি?" কিন্তু ভগবান শ্ৰীকৃষ্ণই খঙৰ ভাও দেখুৱাই কলে— "মোৰ যে ভোকত পেট গৈ পিঠি পালেগৈ। কিবা অলপ খাবলৈ দিয়া বেগেতে। এতিয়া এইবোৰ কথা শুনিবৰ সময় নহয়। বেগাই চৰুটোকে লৈ আহাগৈ যোৱাচোঁন। মই তাকে এবাৰ চকু ফুৰাই চাই লওঁ।" দ্ৰৌপদীয়ে নিৰুপায়ত পৰি চৰুটোকে ডাঙি আনি শ্ৰীকৃষ্ণৰ আগত দিলেহি। চৰুটোৰ কাণতে শাকৰ কণিকা আৰু ভাতৰ কণিকা এটি লাগি থকা দেখা পাই শ্ৰীকৃষ্ণই সেই কণিকাটিকে হাতত লৈ নিজৰ মনতে কবলৈ ধৰিলে, "এই খুদমান অন্নকণেই বিশ্বাত্মা শ্ৰীহৰিৰ তুষ্টত গোটেই ব্ৰহ্মাণ্ডখনকে ভোক গুচাই দিয়ক।" তাৰ পিচত শ্ৰীকৃষ্ণই সেই শাকান্ন কণিকাটি ভোজন কৰিলে।

ইফালে দ্ৰৌপদী লাজ আৰু চিন্তাত বিমোৰ হৈ ৰ'ল। কাতৰ হৈ মনতে কবলৈ ধৰিলে "মই আজি চৰুটো ভালকৈ ধুবলৈ নহ'ল হবলা! সেই কাৰণেই এই কণিকাটো কেনেবাকৈ ৰৈ গ'ল। মোৰ এৰা পাতৰ বস্তুহে আজি শ্ৰীকৃষ্ণৰ ভোগত লাগিল?" এই ছেগতে শ্ৰীকৃষ্ণই বান্ধনি ঘৰৰ বাহিৰলৈ গৈ ভীমসেনক মাতি ক'লে "ভীমসেন, তুমি ততালিকে নৈৰ ঘাটলৈ গৈ ভোকাতুৰ হৈ থকা ঋষিসকলক খাবলৈ মাতি আনাগৈ যোৱাঁ।"

ভীমসেনে লৰালৰিকৈ গৈ দুৰ্ব্বাসা মুনিৰ কাষ পালেগৈ। সেই সময়ত দুৰ্ব্বাসা ঋষি আৰু তেওঁৰ শিষ্যসকলে ডিঙিৰ গুৰিলৈকে ভোজন কৰি উগাৰি থকাৰ দ'ৰে উগাৰি থকা দেখা পালে। আৰু শিষ্যসকলে লাজত তলমূৰ কৰি থকা দুৰ্ব্বাসা ঋষিক কোৱা শুনিলে "গুৰুদেৱ, আপুনি ধৰ্ম্ম-পুত্ৰক ভোজনৰ যোগাৰ কৰিবলৈ কৈ আহিল হয়, ইফালে এতিয়া দখোন

আমাৰ পেটত ভোকৰ নাম-গোন্ধেই নাই ? ভোজনত তৃপ্তিবোধ আমাৰ এনেয়ে যেন হৈ আছে। পিচ মুহূৰ্ত্ততে ভীমক দেখা পাই দুৰ্ব্বাসা মুনিয়ে মাত দিলে "আমাৰ ভোজন হৈ গৈছে। যুধিষ্ঠিৰক কবাগৈ আমাৰ দোষ যেন ক্ষমা কৰে।" এই বুলি কৈয়েই দুৰ্ব্বাসা মুনি সশিষ্যে তাৰপৰা উঠি আনফালে গুচি গ'ল।

গোটেই বিশ্বব্ৰহ্মাণ্ড শ্ৰীভগৱানৰ অন্তৰতে আছে। ভগৱান শ্ৰীকৃষ্ণই কণিকা মাত্ৰ শাকান্ন ভোজন কৰি তৃপ্ত হোৱাত সেই সময়ৰ নিমিত্তে ব্ৰহ্মাণ্ডৰ সকলো প্ৰাণীৰে খোৱাৰ তৃপ্তি অনুভূত হৈছিল। দুৰ্ব্বাসা মুনিও ইয়াৰ ভিতৰতে পৰিছিল।

## কালিকা লগা সৰোবৰ

নানান দুখ-দুৰ্গতিৰ মাজেদিয়েই পাণ্ডৱসকলৰ বনবাস খাটি থকা বাৰ বছৰ কাল পাৰ হওঁ হওঁ হ'লগৈ।

ইয়াৰ ভিতৰতে এদিন এজন বনবাসী নিচলা ব্ৰাহ্মণৰ অৰণি কাঠত (জুই জলা টিঙিৰি) এটা পহু আহি গা ঘহাওঁতে তাৰ জটীয়া শিঙত সেই কাঠডাল সোমাই লাগি ধৰিলে।

[আগৰ কালত জুই কাঠীৰ (জুই শলাইৰ) ব্যৱহাৰ নাছিল। সেই কাৰণে জুই উলিয়াবৰ নিমিত্তে আশ্ৰমবাসীসকলে অৰণি কাঠ ব্যৱহাৰ কৰিছিল। অৰণি হ'ল দুডোখৰ কাঠৰ টুকুৰা। সেই কাঠ দুডোখৰ ঘহা মাৰি দিলেই জুই ওলায়।]

শিঙত সেই অৰণি কাঠৰ টুকুৰাটো লাগি ধৰাত চক্ খাই পহুটো তৰানৰা ছিঙি লৰ মাৰিলে। ব্ৰাহ্মণজনে সেইটো দেখা পাই হতাশভাৱে কৰলৈ ধৰিলে "হায় হায় পহুটোৱে মোৰ অৰণি কাঠ টুকুৰা লৈ গ'ল। এতিয়া মই জুই ধৰিম কিহেৰে ?" এইদৰে ব্যাকুলভাৱে গৈ ওচৰতে থকা পাণ্ডৱসকলৰ আগত উপস্থিত হৈ ব্ৰাহ্মণে নিজৰ বিপদৰ কথাটো নিৱেদন কৰি সাহায্য প্ৰাৰ্থনা কৰিলে।

সেই কথা শুনা মাত্ৰে পাণ্ডৱসকলে ততালিকে পহুটোৰ পিচ লৈ খেদি গ'ল। কিন্তু সেই পহুটো আছিল মায়াবী। ভালেমান দূৰ পিচে পিচে খেদি যোৱাৰ পিচত হঠাৎ পহুটো অদৃশ্য হ'ল। পাণ্ডৱসকল ভাগৰি

পৰি এজোপা আঁহত গছৰ তলত বহিল। পিয়াহত সকলোৰে কণ্ঠে-কণ্ঠে শুকাই গৈছিল। নকুলে যুধিষ্ঠিৰৰ ফালে চাই ক'লে "দাদা, ব্ৰাহ্মণৰ এই সামান্য উপকাৰ ফেৰা আমি কৰিব নোৱাৰিলোঁহক। এতিয়া বুজক আমাৰ বল শক্তি কিমান টুটি গৈছে।"

নকুলৰ এনে পৰিতাপৰ বাক্য শুনি ভীমসেনে মাত লগালে "যেতিয়া দ্ৰৌপদীক পাষণ্ডইঁতে সভাৰ মাজলৈ লঘু-লাঞ্ছনা কৰিবলৈ টানি আনিছিল সেই সময়ত আমাৰ পক্ষে সেই পাষণ্ডইঁতক হত্যা কৰা উচিত আছিল। সেইটোকে নকৰাৰ ফলত আজি আমাৰ এই অৱস্থা।" ভীমে এইদৰে কৈ বিষণ্ণ মনেৰে এবাৰ অৰ্জ্জুনৰ ফালে চালে।

অৰ্জ্জুনে ক'লে "ঠিক কথা। সূতপুত্ৰৰ কৰ্কশ বচন শুনিও মই মনে মনে থাকিলোঁ। সেইহে আজি আমাৰ এই অৱস্থা।"

ভাগৰে যোগৰে সকলোটিৰে মনলৈ অহা দুখ বেজাৰ আৰু মানসিক দুৰ্ব্বলতালৈ লক্ষ্য কৰি যুধিষ্ঠিৰ নিমাত হৈ ৰ'ল। কামত লগাই অন্যমনস্ক কৰিবৰ অভিপ্ৰায় কৰি এইবাৰ তেওঁ ক'লে, মোৰ বৰ পিয়াহ লাগিছে। নকুলৰ ফালে চাই ক'লে "ভাই নকুল, এই গছজোপাত উঠি ওচৰে পাজৰে ক'ৰবাত পানী দেখানে চোৱাচোন।"

নকুলে ততালিকে গছত উঠি চাৰিউফালে চকু ফুৰাই চাই ক'লে "দাদা, অলপ দূৰৈত পানী থকা যেন অনুমান কৰিছোঁ। তাত পানীত হোৱা ঘাঁহ বন আৰু বগলী আদি চৰাই কিছুমান দেখা গৈছে। তাত পানী অৱশ্যে আছে।"

এই কথা শুনি যুধিষ্ঠিৰে নকুলক আদেশ দিলে "ভাই, তুমি লৰালৰিকৈ গৈ তাৰপৰা অলপ পানী আনি খাবলৈ দিয়া। পিয়াহত প্ৰাণ যায় যেন লাগিছে, মোৰ।"

নকুলে লৰালৰিকৈ সেই বিলৰ ফালে খোজ দিলে। ওচৰ পাই দেখে তেওঁৰ অনুমান ঠিক। বৰ আনন্দ পালে। পোণতে নিজে পানী অলপ খাই পিয়াহ গুচাই লৈ আনৰ কাৰণে পিচত পানী লৈ যাম বুলি ভাবি পুখুৰীত নামিল। কিন্তু পানীত হাত দিয়া মাত্ৰেই এটা মাত শুনিলে, ক'লে "হে মাদ্ৰীপুত্ৰ, এনে মৰসাহ নকৰিবা। এই বিলখন মোৰ। মোৰ প্ৰশ্ন কেইটামানৰ উত্তৰ দিব পাৰিলেহে পানী খাব পাৰিবা।"

নকুল হতবুদ্ধি হ'ল। কিন্তু পিয়াহত ৰ'ব নোৱাৰি চলু মাৰি পানী এচলু খালে। এইদৰে পানী খাই পাৰলৈ উঠি আহোঁতেই জলা-কলা লাগি মাটিত ঢলি পৰিল আৰু মৰাৰ দৰে হৈ পৰি ৰ'ল।

ইফালে নকুলৰ উলটি অহা পলম হোৱা দেখি যুধিষ্ঠিৰে সহদেৱক মাতি নকুলৰ খবৰ কৰিবলৈ সেই বিলখনৰ ফালে পঠাই দিলে। তেওঁ গৈ বিলৰ পাৰ পায়েই দেখা পালে নকুল অচেতন অৱস্থাত মাটিত মৰাৰ দৰে পৰি আছে। ভাবিলে নিশ্চয় নকুলক কোনোবাই হত্যা কৰিলে। কিন্তু এতিয়া কি কৰা যাব স্থিৰ কৰিবলৈ নৌ-পাওঁতেই পিয়াহত ৰব নোৱাৰি তেওঁ লৰালৰিকৈ সেই বিলৰে পানী অলপ খাবলৈ ধৰাত আকৌ তেওঁ সেই মাত শুনিলে। "হেৰা সহদেৱ, এইখন সৰোবৰ মোৰ। মোৰ প্ৰশ্নৰ উত্তৰ দিলেহে পানী খাব পাৰিবা।"

পিয়াহত অণ্ঠে-কণ্ঠে শুকাই থকাত অসহ্য হৈ সহদেৱেও পানী খালে। পিচত পাৰলৈ উঠিয়েই নকুলৰ নিচিনাকৈয়ে অচেতন হৈ মাটিত পৰি ৰ'ল।

দুই ভায়েককে উলটি অহা পলম হোৱা দেখি যুধিষ্ঠিৰে অৰ্জ্জুনক মাতি ক'লে "অৰ্জ্জুন পানী এটোপা আনিবলৈ গৈ নকুল সহদেৱ দুয়ো আৰু ঘূৰি নাহিল দেখোন? তেওঁলোকৰ কিবা অথন্তৰ ঘটিছে নেকি বিচাৰ কৰি চোৱাচোন।" সেই কথা শুনি অৰ্জ্জুনে লৰালৰিকৈ সেই সৰোবৰৰ ফালে গ'ল। সৰোবৰ পাই দুয়ো ভায়েকক মৰাৰ দৰে হৈ পৰি থকা দেখা পালে। তেওঁ সেই দৃশ্য দেখি দুঃখিত হৈ ভাবিলে কোনোবা গুপ্ত শত্ৰুৱে এওঁলোকক বধ কৰিলে। কিন্তু তেওঁৰো অসহ্য পিয়াহ লগাত পানী খাবলৈ ধৰোঁতেই আগৰ দৰেই অশৰীৰি শব্দ উঠিল "মধ্যম পাণ্ডৱ অৰ্জ্জুন, এইখন মোৰ সৰোবৰ; মোৰ প্ৰশ্নৰ সমিধান নিদিয়াকৈ পানী খালেই তোমাৰো ভায়েৰাহঁতৰ গতিয়েই গতি হ'ব।"

অৰ্জ্জুনৰ খং উঠি ক'লে "কোন তুমি? মোৰ সমুখলৈ আহি বাধা নিদিয়াহি কিয়? মই এই ধেনুৰেই তোমাৰ প্ৰাণ বধ কৰিম।" এই বুলি অৰ্জ্জুনে শব্দভেদী বাণ এপাট মাৰি পঠিয়ালে। তেতিয়া সেই অশৰীৰিয়ে মাত দিলে "অৰ্জ্জুন, তোমাৰ বাণে মোক স্পৰ্শ কৰিব নোৱাৰে। ভালে ভালে প্ৰশ্নৰ সমিধান দি তোমাৰ পিয়াহ মাৰা। নহলে তুমিও প্ৰাণ এৰিব লাগিব।"

শব্দভেদী বাণ অথলে যোৱা দেখি অৰ্জ্জুনে ঘোৰ যুদ্ধ দিবলৈ সাজু হ'ল। কিন্তু যুদ্ধ নৌ কৰোঁতেই পিয়াহ নিবাৰণ কৰি লবৰ মনেৰে সৰোবৰত নামি চলুৱে চলুৱে পানী খাবলৈ ধৰিলে। পানী খাই উঠি পাৰ পোৱা মাত্ৰেই তেৰোঁ অচেতন হৈ মাটিত বাগৰি মৰাৰ দৰে পৰি থাকিল।

যুধিষ্ঠিৰে ভীমক মাতি আনি ক'লে "বাছা ভীমসেন, শত্রু সংহাৰক অৰ্জ্জুনো দেখোন উলটি নাহিল ? তুমি সেই সৰোবৰৰ ফালে সিহঁতক বিচাৰি যোৱাচোন। ভায়েৰাহঁতৰ খবৰো কৰাগৈ, পানী এটোপাও আনাগৈ। আমাৰ সময়টো বৰ বেয়া হৈ অহা যেন অনুমান হৈছে। তোমাৰ মঙ্গল হওক বাছা। মোৰ পিয়াহত প্ৰাণ যায় যায় লাগিছে।"

ভীমসেনে তৰা-নৰা ছিঙি সৰোবৰৰ ফালে খোজ ললে। গৈ দেখেগৈ পুখুৰীৰ পাৰত তিনি ভাই অচেতন অৱস্থাত পৰি আছে। ভায়েকহঁতৰ এনে দুৰৱস্থা দেখি ভীমে বৰ শোক পালে। মনে মনে ভাবিলে "এইটো যক্ষৰ কাম যেন লাগিছে! সিহঁতৰ যাঠিৰে খুচি বধ কৰিছে। কিন্তু সদ্যহতে পানী এঢোকা খাই পিয়াহটো পলুৱাই লওঁ।" এই বুলি পানীত নামিল।

ভীমেও আগৰ দৰে অশৰীৰীৰ শব্দ শুনিবলৈ পালে, "বাছা ভীমসেন, মৰসাহৰ কাম নকৰিবা। এই পানী মোৰ। মোৰ প্ৰশ্নৰ উত্তৰ দি পানী খোৱাঁ। মোৰ কথা অমান্য কৰি পানী খালে তোমাৰো মৃত্যু সুনিশ্চিত।"

"মোক বাধা দিবলৈ তুমি কোন ?" বুলি ভীমে পানী কেইচলুমান খায়েই পাৰত আহি অচেতন হৈ পৰি গ'ল।

ভীমসেনকো যেতিয়া নহা দেখিলে তেতিয়া যুধিষ্ঠিৰে মনে মনে ভাবিলে "বৰ আচৰিত কথা! ইমান বেলি হ'ল, এটা ভায়ো উলটি আহিব নাপায় নে ? কাৰণ কি ? আটাইকেইটি কাৰবাৰ অভিশাপতে পৰিল নেকি ? নতুবা পানীকে বিচাৰি চাৰিওফালে ঘূৰিয়েই ফুৰিছে ? মই নিজেই এবাৰ চাবগৈ লগা হ'ল।" এই বুলি ভাবি যুধিষ্ঠিৰে শঙ্কিত মনেৰে ভায়েকহঁতক বিচাৰি ওলাল।

নৰমনুষ্যৰ সমাগম নথকা, পহু, বৰা-গাহৰি আদি বনৰীয়া পশু-পক্ষীৰে ভৰি থকা হাবি বন পাৰ হৈ যুধিষ্ঠিৰ সেই কালিকা লগা সৰোবৰৰ পাৰ পালেগৈ। সৰোবৰত সেউজীয়া খাঁহ-বন আৰু পুনি আদিৰে ঢাক খাই থকা দেখিলে। পাৰত দেখে চাৰিউটি ভায়েক মাটিত অচেতন অৱস্থাত মৰাৰ দৰে পৰি আছে। এই দৃশ্য দেখি যুধিষ্ঠিৰ চক্ খাই উঠিল আৰু শোকে খুন্দা মাৰি ধৰিলে। শোকৰ আবেগ সহিব নোৱাৰি চকুৰেদি পানী বৰলৈ ধৰিলে।

সেই অৱস্থাতে গৈ অৰ্জ্জুন আৰু ভীমৰ গাত হাত বুলাই তেওঁ বিলাপ কৰি কৰলৈ ধৰিলে "ভীম, তোমাৰ প্ৰতিজ্ঞা কলৈ গ'ল ? বনবাসৰ শেষ অৱস্থাতে তুমি প্ৰাণ হেৰুৱালা ? দেৱতাসকলৰ বাক্য অথলে গ'ল।"

ভায়েক কেইজনৰ মৃতদেহ কেইটালৈ চাই চাই তেওঁ অস্থিৰ হৈ কবলৈ ধৰিলে "তোমালোকক বধ কৰিবলৈ কোন শত্ৰুৱে ইমান মৰসাহ কৰিলে ? উঃ এই প্ৰাণহীন নকুল আৰু সহদেৱৰ নিষ্পন্দ শৰীৰ কেইটি দেখি মোৰ প্ৰাণ যায় যায় কৰিছে। এই জগতত আৰু মোৰ জীয়াই থকাৰ কাম নাই।" এই বুলি যুধিষ্ঠিৰে নিজকে নিজে ধিক্কাৰ দিবলৈ ধৰিলে।

কিছু সময় যোৱাত শোক অলপ পাতলিলত যুধিষ্ঠিৰে গভীৰ চিন্তা কৰি গহীন হৈ কবলৈ ধৰিলে "এইটো নিশ্চয় কোনোবা মায়াবীৰ কাণ্ড। ভাইহঁতৰ এজনৰ গাটো অকণো আঘাতৰ চিন-মোকাম নাই। মুখৰ ফালে চালে এওঁলোকক শুই থকা যেনহে দেখি। কোনো শত্ৰুৰ ভৰিৰ খোজৰ চিনো দেখা পোৱা নাই। এইটো দুৰ্য্যোধনৰ কিবা চক্ৰান্তও হব পাৰে। পানীতেই কিবা বিহ মিহলোৱা আছিল বা ?" এই বুলি সেই পানীকে যুধিষ্ঠিৰে 'খাই চাওঁ' বুলি পানীলৈ নামি গ'ল। সেই মুহূৰ্ত্ততেই সেই অশৰীৰীয়ে মাত দিলে "ধৰ্ম্মপুত্ৰ, তোমাৰ ভায়েৰাহঁতে মোৰ প্ৰশ্নৰ উত্তৰ নিদিয়াকৈ বাধা নামানি পানী খাইছিল। তুমি যেন তেনে নকৰা। মোৰ প্ৰশ্নৰ উচিত সমিধান দি পানী খাই তৃষ্ণা নিবাৰণ কৰা। এই সৰোবৰ মোৰ।"

অশৰীৰীৰ কথাবোৰ শুনি যুধিষ্ঠিৰে এইটো কোনোবা যক্ষৰ মায়া বুলি ঠিৰাং কৰিলে। তেতিয়া তেওঁ সেই শব্দ অহাৰ ফালে মুৰ দাঙি ক'লে, "ভাল কথা, আপোনাৰ প্ৰশ্ন কি কওকচোন বাৰু।"

শূন্যৰপৰা অশৰীৰীয়ে বহুতো প্ৰশ্ন কোবেৰে কৰিবলৈ ধৰিলে। যুধিষ্ঠিৰেও তলত উল্লেখ কৰা মতেই প্ৰশ্নৰ যথাযথ উত্তৰ দিলে।

প্ৰশ্ন—কাৰ আদেশত বেলি সদায় ওলায় ?

উত্তৰ—ব্ৰহ্মৰ শক্তিত।

প্ৰশ্ন—মানুহক কিহে বিপদত ৰক্ষা কৰি থাকে ?

উত্তৰ—সাহসেই মানুহক বিপদৰপৰা ৰক্ষা কৰি আছে।

প্ৰশ্ন—কোন শাস্ত্ৰ পঢ়িলে মানুহ বিচক্ষণ জ্ঞানী হব পাৰে ?

উত্তৰ—কোনো শাস্ত্ৰ পঢ়ি মানুহ জ্ঞানী হব নোৱাৰে। মহাপুৰুষসকলৰ সঙ্গলাভৰ পৰাহে মানুহ জ্ঞানী হয়।

যক্ষই আকৌ সুধিলে :—

প্ৰশ্ন—পৃথিৱীতকৈ কোন বস্তুৱে আমাক যোগ্যভাৱে ৰক্ষা কৰি আছে ?

উঃ—সহনশীলা কল্যাণদায়িনী মাতৃ পৃথিৱীতকৈও অধিক কল্যাণী।

প্ৰঃ—আকাশতকৈ ওখ কি ?

উঃ—পিতা।

প্ৰঃ—বায়ুতকৈও বেগবান কোন ?

উঃ—মন।

প্ৰঃ—শুকান কুটাডালতকৈও দহনশীল কোন ?

উঃ—শোকাতুৰ হৃদয়।

প্ৰঃ—প্ৰৱস্থুৰাৰ বন্ধু কোন ?

উঃ—বিদ্যা।

প্ৰঃ— ঘৰত থকা মানুহৰ ভিতৰত বন্ধু কোন ?

উঃ—গৃহিণী।

প্ৰঃ—মৃত্যুৰ পাচত মানুহৰ লগত কি যায় ?

উঃ—ধৰ্ম্ম। মৃত্যুৰ পিচত সেয়ে অকলে আত্মাৰ লগৰীয়া হৈ যায়।

প্ৰঃ—আধাৰৰ ভিতৰত সকলোতকৈ ডাঙৰ আধাৰ কি ?

উঃ—পৃথিৱী। কিয়নো, সকলো বস্তু পৃথিৱীতে থাকে।

প্ৰঃ—সুখ কিহত ?

উঃ—সজ প্ৰবৃত্তিতে বা আচৰণতে সুখ উত্তৱ হয়।

প্ৰঃ—মানুহে কি বস্তু ত্যাগ কৰিলে সকলোৰে প্ৰিয়ভাজন হয় ?

উঃ—আত্মাভিমান ত্যাগ কৰিলে সকলোৰে প্ৰিয়পাত্ৰ হয়।

প্ৰঃ—কি বস্তুৰ অভাৱ হলে দুখৰ অন্ত পৰে ?

উঃ—খং। খং যদি নোহোৱা হয় তেন্তে তেওঁ আৰু দুখত নপৰে।

প্ৰঃ—কি বস্তু নহলে মানুহ ধনী হব পাৰে ?

উঃ—আশা বা কামনা পৰিত্যাগ কৰিব পাৰিলে মানুহে সম্পত্তিশালী হয়।

প্ৰঃ—প্ৰকৃত ব্ৰাহ্মণত্বৰ গুৰি কিহত ? জাতিত, সজ বৃত্তিত, নে শিক্ষাত?

উঃ—জাতিতে বা অকল পাণ্ডিত্যতে ব্ৰাহ্মণত্ব নাথাকে। সজ বৃত্তিয়েই বা চৰিত্ৰই ব্ৰাহ্মণৰ প্ৰকৃত লক্ষণ। তাৰ অভাৱত মানুহ ব্ৰাহ্মণ হ'ব নোৱাৰে শিক্ষা লাভ কৰিও দুৰ্ব্বৃত্ত হ'লে ব্ৰাহ্মণ হব নোৱাৰে। চাৰি বেদ পঢ়িও যদি দুৰ্ব্বৃত্ত হয় তেওঁ পতিত হৈয়ে থাকিব।

প্ৰঃ—জগতত সকলোতকৈ আচৰিত কথা কি ?

উঃ—দিনে দিনে মানুহ মৰিব লাগিছে। তাক দেখিও যি মানুহে নিজে মৰাৰ কথাটো পাহৰি চিৰজীৱী হবলৈ বাঞ্ছা কৰি থাকে এইটোৱেই সবাতোকৈ আচৰিত কথা।

এনে ধৰণৰ ভালেমান প্ৰশ্নৰ যথাযথ উত্তৰ বিচক্ষণভাৱে যুধিষ্ঠিৰৰ

পৰা পাই অশৰীৰী সন্তুষ্ট হ'ল। পিচত সেই অশৰীৰীয়ে ক'লে "ৰজা, তোমাৰ প্ৰাণহীন ভায়েৰাসকলৰ ভিতৰত কেৱল এজনেইহে প্ৰাণ লাভ কৰিব। তুমি এতিয়া কোনজনৰ প্ৰাণ বিচৰা ?

যুধিষ্ঠিৰে মুহূৰ্ত্তমান ভাবি ক'লে "শ্যাম কলেৱৰ, পদ্মলোচন, বিশাল বুকু আৰু দীৰ্ঘবাহু থকা ভাই নকুলৰে প্ৰাণ দিয়ক।"

অশৰীৰীয়ে তেতিয়া যুধিষ্ঠিৰৰ প্ৰতি প্ৰসন্ন হৈ সুধিলে "দহ হাজাৰ হাতীৰ বল থকা ভীমসেনক এৰি নকুলৰ প্ৰাণ ভিক্ষা কৰাৰ অৰ্থ কি ৰজা ? ভীমসেনক তুমি সকলোতকৈ বেছি ভাল পোৱা দেখোন ? তদুপৰি সকলো-তকৈ বেছি চোকা বুদ্ধিৰ বীৰ অৰ্জ্জুন দেখোন তোমাৰ একমাত্ৰ ৰক্ষক ? এই দুজনক এৰি নকুলৰ প্ৰাণ ভিক্ষা কৰাৰ অৰ্থ কি ?"

যুধিষ্ঠিৰে ক'লে "হে মায়াধৰ, কেৱল ধৰ্ম্মইহে মানুহৰ ৰক্ষক—ভীম বা অৰ্জ্জুন নহয়। ধৰ্ম্মক অৱজ্ঞা কৰিলে মানুহৰ দেখাদেখি মৰণ মিলিব। মোৰ পিতাৰ দুগৰাকী পৰিবাৰ—কুন্তীদেৱী আৰু মাদ্ৰীদেৱী। কুন্তীদেৱীৰ এটি পুত্ৰ মই এতিয়াও জীৱিত। মাদ্ৰীদেৱীৰো এটি পুত্ৰ জীৱিত থাকিলে আমি সমান হৈ থাকিম। গতিকে নকুলৰেই প্ৰাণ ভিক্ষা দিয়ক।"

সেই কথা শুনি অশৰীৰীয়ে ক'লে "বাছা ধৰ্ম্মপুত্ৰ, বুজিলো তোমাৰ গাত সচাকৈয়ে পক্ষপাতিত্ব দোষ নাই। বাৰু এতিয়া আটাই কেইজন ভায়েৰাই প্ৰাণ লাভ কৰক। তোমাৰো মঙ্গল হওক।"

সাক্ষাত ধৰ্ম্মৰাজ যমে পোনতে পছু ৰূপ ধৰি আৰু পিচত গৈ তেৱেঁই অশৰীৰী ভূত হৈ এই ঘটনা কৰিছিল। পুতেক যুধিষ্ঠিৰক ধাৰ্ম্মিক আৰু বিচক্ষণ পুৰুষ বুলি জানিবলৈ পাই বৰ আনন্দ পালে। তেওঁ তেতিয়া সো-শৰীৰে যুধিষ্ঠিৰৰ আগত থিয় দি তেওঁৰ গাত হাত বুলাই স্নেহাশিষ দিলে। লগে লগে ভীমাৰ্জ্জুন আদি কৰি সকলোটি ভায়েকৰ শৰীৰত প্ৰাণ সঞ্চাৰ হ'ল।

তাৰ পিচত ধৰ্ম্মৰাজ যমে পুতেক যুধিষ্ঠিৰক বৰ দি ক'লে "বাৰ বছৰ বনবাসৰ কাল অন্ত হবলৈ আৰু মাথোন কেইদিনমানহে বাকী আছে। তোমালোকৰ অজ্ঞাতবাসৰ এবছৰ কাল ছোৱাও নিৰাপদেই পাৰ হ'ব। তোমাৰ শত্ৰুবিলাকে তোমালোকৰ কোনো সন্ধান নাপায়। তোমালোকৰ সকলো মনোবাঞ্ছা সম্পূৰ্ণৰূপে পূৰণ হ'ব।" এইদৰে বৰ দি তেওঁ অন্তৰ্দ্ধান হ'ল।

বনবাস খটা সকলো দুখ-কষ্ট পাণ্ডৱসকলে সহি থাকিল যদিও সিকালে তেওঁলোকৰ লাভো কম হোৱা নাছিল। অৰ্জ্জুনে পিতৃ দেৱৰাজ ইন্দ্ৰৰ পৰা

দিব্য-অস্ত্ৰ লাভ কৰি নিৰাপদে উলটি আহিলগৈ। ভীমসেনেও সুগন্ধিকা ফুলৰ বিলৰ পাৰত হনুমানৰ দৰশন আৰু পৰশন দুয়োটা লাভ কৰি আগতকৈও বেছি শক্তিমান হ'ল। কালিকা লগা সৰোবৰত ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰে পিতৃ ধৰ্ম্মৰাজৰ দৰ্শন, আশীৰ্ব্বাদ আৰু বৰ লাভ কৰি পৰম পবিত্ৰ হ'ল; তেওঁৰ কান্তি আগতকৈও দহগুণ বেছি উজ্জ্বল হ'ল।

ধৰ্ম্মৰাজৰ প্ৰশ্নৰ অন্তত বৈশম্পায়ন মুনিয়ে ৰজা জনমেজয়ক কলে "ধৰ্ম্মৰাজৰ পিতৃদৰ্শনৰ পুণ্য কাহিনী যি শুনিব, তেওঁৰ মন কেতিয়াও অন্যায় বাটেদি নাযায়। মিত্ৰ বিচেছদ আৰু পৰদ্ৰব্য গ্ৰহণ কৰা ইচ্ছা তেওঁৰ মনলৈ আহিব নোৱাৰে। অবৈধ প্ৰণয়ৰ ফালেও তেওঁ মন নেমেলে। ঘৃণনীয় কামত তেওঁৰ কেতিয়াও প্ৰবৃত্তি নহয়।"

মোৰ এই লেখনীৰপৰা ওলোৱা মহাকাব্যৰ ভাঙনি পঢ়িও পাঠকসকলৰ যেন সেই সুমতি হওক এয়ে মোৰ ভগৱানৰ ওচৰত প্ৰাৰ্থনা।

## দাস বৃত্তি

যুধিষ্ঠিৰে বনবাসলৈ লগত অহা ব্ৰাহ্মণসকলক সম্বোধন কৰি ক'লে "হে শ্ৰেষ্ঠ দ্বিজসকল, মহাৰাজ ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলৰ চক্ৰান্তত মোৰ ধন, মান, ৰাজ্য আদি সৰ্ব্বস্ব হেৰুৱায়ো আপোনালোকৰ সঙ্গ লাভ কৰি আমি ইমান দিনে এক প্ৰকাৰ সুখে সন্তোষে কটালো। এতিয়া আমাৰ বনবাস কাল চোৱাৰ ত্ৰয়োদশ বছৰটো চাপি আহিছে। বিধান মতে কৌৰৱসকলৰ অজ্ঞাতে আমাৰ সেই শেষৰ বাৰটা মাহ কটাব লাগিব। সম্প্ৰতি এই বাৰটা মাহ আপোনালোকৰ লগত এৰা-এৰি হৈ থাকিব লাগিব। আকৌ কেতিয়া আপোনালোকৰ লগত বিনা ভয়ে বা সঙ্কোচে দেখা-দেখি হৈ কথা বতৰা হব পাৰিম সেই কথা এক মাথো ভগৱানেহে জানে। এতিয়া আপোনালোকে আমাক আশীৰ্ব্বাদ দিয়ক। ভয় আৰু অৰ্থলোভৰ বশবৰ্ত্তী হৈ অজ্ঞাতবাসৰ কালছোৱাত কৌৰৱহঁতৰ আগত আমাৰ সন্ধান দিবলৈ বহুতো মানুহে চেষ্টা কৰি ফুৰিব। তেওঁলোকৰপৰাও আমি আঁৰে আঁৰে ফুৰিবলৈ যত্ন কৰি থাকিব লাগিব।" এই বুলি যুধিষ্ঠিৰে থোকাথুকি মাতেৰে কপিবলৈ ধৰিলে।

তেতিয়া পুৰোহিত ধৌম্যই শাৱনা দি কবলৈ ধৰিলে "ৰাজা, তুমি

শাস্ত্ৰজ্ঞ পুৰুষ আৰু জ্ঞানী। তোমাৰ পক্ষে এনেকৈ শোক কৰা বা মানসিক দুৰ্ব্বলতা দেখুৱা অশোভনীয়। ধৈৰ্য্যধৰি বুকত সাহ বান্ধি ভৱিষ্যতৰ চিন্তা কৰা। তাহানি দেৱৰাজ ইন্দ্ৰই দৈত্যবিলাকৰ হাতত বঞ্চিত হৈ ব্ৰাহ্মণ বেশেৰে নিষাদ দেশত লুকাই আছিলগৈ। তেওঁ এইদৰে লুকাই থাকি শত্ৰুৰ শক্তি খৰ্ব্ব কৰিবৰ মনেৰে নানা প্ৰকাৰ গোপন চেষ্টা কৰিছিল। তুমিও এতিয়া তেনে পন্থাকে অবলম্বন কৰা উচিত। ভগৱান বাসুদেৱে কাৰ্য্যসিদ্ধিৰ নিমিত্তে অদিতিৰ গৰ্ভত থিত লৈ বামন ৰূপ ধৰি জগতত অৱতাৰ হৈছিল। তেওঁ ছল কৰি বলিৰজাৰ ৰাজ্য কাঢ়ি লৈ জগতৰ কল্যাণ সাধন কৰিছিল। বৃত্ৰাসুৰক বধ কৰিবৰ নিমিত্তে ভগৱান নাৰায়ণে ইন্দ্ৰৰ বজ্ৰৰ ভিতৰত সোমাই লুকাই আছিল। দেৱকাৰ্য্য সিদ্ধিৰ নিমিত্তে অগ্নিদেৱে পানীৰ ভিতৰত লুকাই আছিল। প্ৰতিদিনে সূৰ্য্যদেৱ অস্তাচলত মাৰ গৈ আছে। ৰাৱণ বধৰ নিমিত্তে স্বয়ং ভগৱানে দশৰথৰ ঘৰত জন্ম গ্ৰহণ কৰি বহুতো দুঃখ কষ্ট ভোগ কৰিলে। এনেদৰেই ভালেমান মহা মহা পুৰুষে গোপনে থাকি নিজৰ নিজৰ কাৰ্য্য সিদ্ধি কৰিছিল—এতিয়া তুমিও সেইদৰে অজ্ঞাতবাস কৰাৰ পিচত শত্ৰুজয় কৰি ভাগ্যলক্ষ্মী লাভ কৰা।”

ব্ৰাহ্মণসকলৰ সন্মতিক্ৰমে যুধিষ্ঠিৰে তেওঁলোকক আৰু আন আন মিত্ৰ কুটুম্বসকলক বেজাৰ মনেৰে বিদায় দিলে। তেওঁলোক ঘৰাঘৰি উলটি গৈ ‘মাজৰাতি পাণ্ডৱসকলে তেওঁলোকক এৰি থৈ ক'ৰবালৈ গুচি গ'ল' বুলি নিজৰ নিজৰ গাৱঁত প্ৰচাৰ কৰিলেগৈ। প্ৰজাসকলেও সেই কথা শুনি বৰ বেজাৰ পালে।

পাণ্ডৱসকলে বনৰ মাজত এডোখৰ গোপন ঠাইত বহি ভবিষ্যতৰ কৰ্ম্মপন্থা আলোচনা কৰিবলৈ ধৰিলে। ধৰ্ম্মপুত্ৰই অৰ্জ্জুনক সুধিলে, “ভাই, গোটেই জগতৰ কথা তোমাৰ জ্ঞাত। শেষৰ এই বাৰটা মাহ বাৰু ক'ত কেনেকৈ কটোৱা সম্ভৱ হ'ব কোৱাচোন?”

অৰ্জ্জুনে উত্তৰত ক'লে “দাদা, স্বয়ং ধৰ্ম্মৰাজৰপৰা আপুনি বৰ আৰু আশীৰ্ব্বাদ লাভ কৰিছেই। তথাপি আমি এই বাৰটা মাহ অতি দীন ভাৱে অজ্ঞাতে কটাব লাগিব। সকলোটি একে ঠাইতে থকা যুক্তি সঙ্গত হ'ব। মনে ভাল পোৱা ঠাই ভালেমান আছে। পাঞ্চাল, মৎস্য, শাল্বৰাজ্য, বৈদেহ, বাহ্লিক, দশাৰ্ণ, শূৰসেনৰ ৰাজ্য, কলিঙ্গ, মগধ আদি দেশবিলাকেই আমাৰ অজ্ঞাত বাসৰ উপযুক্ত ঠাই। এইবিলাকৰ ভিতৰত

আপোনাৰ যি ডোখৰ ঠাইকে মনে ধৰে তালৈকে যাওহঁক। মোৰ মনেৰে বিৰাট ৰজাৰ মৎস্য দেশতে বাস কৰা সৰাতোকৈ ভাল হ'ব। সেই দেশ অতি মনোৰম আৰু ঐশ্বৰ্য্যৰে ভৰপূৰ। আপোনাৰ ইচ্ছা কি প্ৰকাশ কৰক। আপুনি চিন্তা বা বেজাৰ কৰি নাথাকিব।"

যুধিষ্ঠিৰে ক'লে "মৎস্য দেশৰ ৰজা বিৰাট অৱশ্যে বৰ শক্তিশালী আৰু বয়োবৃদ্ধ। দুৰ্য্যোধনৰ কথা তেওঁ নামানে। বিৰাট ৰজাৰ ৰাজ্যতে অজ্ঞাত বাস কৰাটোৱেই আমাৰ শ্ৰেয়ঃ। সেয়ে মোৰ ইচ্ছা।"

তেতিয়া অৰ্জ্জুনে ক'লে "দাদা আপোনাৰ ইচ্ছামতেই কাম হ'ব। পিচে বিৰাট ৰজাৰ ঘৰত আপুনি কোনটো কাৰ্য্যভাৰ গ্ৰহণ কৰি থাকিবলৈ ভাল পাব ?"

এই প্ৰশ্ন কৰাৰ সময়ত অৰ্জ্জুনৰ শোকে খুন্দামাৰি ধৰিছিল। তেওঁ ভাবিলে—এই নিষ্কপট ধৰ্ম্ম পুত্ৰই ছল-চাতুৰী একোৱে ভু নাপায়। ৰাজ-সূয় যজ্ঞ পাতি ৰাজ চক্ৰবৰ্তী হোৱা যুধিষ্ঠিৰে আজি এজন ৰজাৰ কৰ্ম্মচাৰী হৈ থাকিব লাগিব।"

যুধিষ্ঠিৰে উত্তৰ দিলে "মই বিৰাট ৰজাৰ ৰাজসভাত থাকি কি কামৰ ভাৰ লমগৈ তাকে ভাবিছোঁ। বাৰু, মই বিৰাট ৰজাৰ লগত পাশাখেল খেলি মোৰ বিচক্ষণতাৰে তেওঁক সন্তোষ লগাই থাকিম।" সেইসময়ত মই সন্ন্যাসীৰ ভেশচন কৰি কঙ্ক নামলৈ তাচ, পাশাখেল কৰিম, জ্যোতিষ, শকুন শাস্ত্ৰ, বেদ-বেদান্ত, নীতিশাস্ত্ৰ, ৰাজনীতি আদি বিষয়ত পাণ্ডিত্য দেখুৱাই ৰজাক সন্তোষ লগাম। লগে লগে সভাৰ কামো চলাম। সভাত প্ৰচাৰ কৰিম যে মই বহুদিন ধৰি যুধিষ্ঠিৰৰ বন্ধু হিছাপে তেওঁৰ লগত বাস কৰি এইবোৰ ধৰ্ম্ম শাস্ত্ৰ শিক্ষা কৰিছিলোঁ। এনে চলনা কৰি অতি সাবধানে কাল কটাম। মোৰ নিমিত্তে তোমালোকে চিন্তা নকৰিবা। বাৰু ভীম, তুমি নো বিৰাট ৰজাৰ কোনটো কাৰ্য্যভাৰ গ্ৰহন কৰিবা ? তুমি ভালেমান যক্ষ ৰাক্ষস জয় কৰিছা। ব্ৰাহ্মনৰ কল্যাণৰ কাৰণে তুমি বকাসুৰক বধ কৰি একচক্ৰা নগৰ ৰক্ষা কৰিলা। হিড়িম্বক বধ কৰিলা। জটাসুৰক বধ কৰি আমাক ৰক্ষা কৰিলা। তুমি ক্ৰোধ আৰু শক্তি দুই টাকে অতিমাত্ৰায় লাভ কৰিছা। তুমি যথাৰ্থ বীৰ। তুমি বিৰাট ৰজাৰ ঘৰত কি কাম কৰি গোপনে থাকিব পাৰিবা বুলি ভাবিছা ?" এইকথা সোধোতে যুধিষ্ঠিৰ চকু চুলচুলীয়া পৰিল।

ভীমসেনে টপৰাই মাত দিলে। "ৰজা, মই হ'লে বিৰাটৰজাৰ ঘৰত ৰান্ধনি সোমাই ৰান্ধনি ঘৰতে গোপনে থাকিম বুলি ভাবিছোঁ। ৰন্ধা-

বঢ়া কামত যে মই নিপুণ সেই কথা আপোনাৰ বিদিত। বিৰাট ৰজাই নেদেখা নুশুনা চৰ্ব্য, চুষ্য, লেহ্য, পেয় নানান ৰুচিকৰ খাদ্য প্ৰস্তুত কৰি তেওঁৰ তৃপ্তি লগাই থাকিম। হাবিৰপৰা কাঠ-বাঁহ গোটাই আনি তেওঁৰ ৰান্ধনি-ঘৰ ভৰাই পেলাম। যি সকল বীৰ ৰাজ সভালৈ আহে তেওঁলোকৰ লগত মাল্-যুঁজ কৰি তেওঁলোকক পৰাস্ত কৰি দেখুৱাই থাকিম।" এই কথা শুনি যুধিষ্ঠিৰ চিন্তাত পৰিল। ভাবিলে 'মাল্-যুঁজ কৰিবলৈ হলে দেখোন ভীমৰপৰাই আমাৰ অজ্ঞাত বাস প্ৰকাশ হৈ যাব। লগে লগে বিপদেও বেৰি ধৰিবহি।' যুধিষ্ঠিৰৰ চিন্তাৰ ভাৰ লক্ষ্য কৰি ভীমসেনে আশ্বাস দি ক'লে "ভয় নাখাব দাদা। মই কাকো বধিবলৈ নাযাওঁ। মাল্-যুঁজ কৰি বিপক্ষক কেবল যন্ত্ৰণাহে দিম। তাত বাজেও বনৰীয়া জন্তুবিলাক ধৰি আনি বশ কৰি ৰজাক সন্তোষ লগাই থাকিম। সেই কাল ছোৱাত মই 'বল্লভ' নাম লৈ থাকিম।"

তাৰ পিচত যুধিষ্ঠিৰে অৰ্জ্জুনৰ ফালে চাই ক'লে "ভাই অৰ্জ্জুন, তুমি বিৰাটৰ ঘৰত কি কাম লৈ কটাম বুলি ভাবিছা? বাছা, তোমাৰ বীৰত্বৰ কথা ক'তো গোপন হৈ থকা নাই। তাতনো বাৰু তুমি তোমাৰ শৌৰ্য্য-বীৰ্য্য কেনেকৈ লুকাই ৰাখিবা?" যুধিষ্ঠিৰে এইদৰে অৰ্জ্জুনক প্ৰশ্ন কৰি একুৰি শ্লোকেৰে তেওঁৰ শৌৰ্য্য-বীৰ্য্যৰ কথা বখানি প্ৰকাশ কৰিলে। অৰ্জ্জুনৰ দ'ৰে কীৰ্ত্তিমন্ত পুৰুষ এই জগতত বিৰল।

অৰ্জ্জুনে উত্তৰ দিলে "দাদা, ধণু-শৰ ধাৰণ কৰি আৰু তাৰ ব্যৱহাৰ কৰি কৰি মোৰ হাতে কান্ধে সকলোতে দাগ বহি গৈছে। আত্ম গোপন কৰিবলৈ হ'লে মই নপুংশকৰ ভেশচন কৰি তিৰুতা মানুহৰ সাজ-পাৰ পিন্ধি বিৰাট ৰজাৰ অন্তেষ পুৰত থাকিম। আগেয়ে উৰ্ব্বশীৰ ওচৰত মই নপুংসক হোৱাৰ অভিশাপে পাই থৈছোঁ। পিতা ইন্দ্ৰদেৱতাৰ অনুগ্ৰহত সেই শাপৰ মাথোন এবছৰ ভোগ কাল নিৰূপিত হ'ল, তাকো মোৰ ইচ্ছা মতে যেতিয়াই লও লব পাৰো। এতিয়া এই সময়ত সেই শাপ আৰু বৰ দুইটাকে কাৰ্য্যত পৰিণত কৰাৰ এয়ে উত্তম সুযোগ। শঙ্খৰ খাৰু পিন্ধি, খোপাবান্ধি, তিৰুতাৰ ভেশত অন্তেষ পুৰত বাস কৰিম আৰু তিৰুতাসকলক নাচগান ইত্যাদি শিক্ষা দিম। 'এনে কামত মোৰ যথেষ্ট হাত আছে'—এইদৰে প্ৰচাৰ কৰি কম যে মই এই কাম যুধিষ্ঠিৰৰ প্ৰসাদত থাকি দ্ৰৌপদীক শিক্ষা দিছিলোঁ। এইদৰে কৈ মই ৰজাৰ অন্তেষপুৰত থাকিম। এই বুলি কৈয়েই তেওঁ দ্ৰৌপদীৰ ফালে চাই এটা মিচিকীয়া হাঁহি মাৰিলে।

যুধিষ্ঠিৰে কিন্তু বেজাৰত চকুপানী টুকি টুকি ক'লে "কীৰ্ত্তি আৰু বাসুদেৱ সদৃশ, বীৰকুল চুড়ামণি, মেৰুপৰ্ব্বতৰ দৰে উজ্জ্বল এই অৰ্জ্জুন আজি নপুংসকৰ ভাও জুৰি বিৰাট ৰজাৰ অন্তেষপুৰত চাকৰি বিচাৰি যাব লগা হ'ল ? হাঁয় ! হাঁয় ! মোৰ কপালত ইয়াকো চাবলগা আছিল ? কি দুৰ্ভাগ্য আমাৰ !"

তাৰপিচত নকুললৈ চাই যুধিষ্ঠিৰে ক'লে "বাছা, নকুল, তোমাৰ এই মনোমোহা শ্যামবৰণীয়া শৰীৰটো একমাত্ৰ সুখভোগৰহে উপযোগী। বৰ্ত্তমান আমাৰ এই সঙ্কটৰ সময়ত তুমিনো কোনটো কাম বাচি লব খুজিছা ?" এই প্ৰশ্নৰ সময়ত মাদ্ৰী দেৱীলৈ মনত পৰি যুধিষ্ঠিৰ বৰ কাতৰ হৈ পৰিছিল।

নকুলে ক'লে "মই বিৰাটৰজাৰ ঘোঁৰা শালত থাকি ঘোঁৰা ৰখীয়াৰ কাম চলাম। ঘোঁৰাত উঠা আৰু সিহঁতক ৰখামেলা কাম মই বৰ ভাল পাঁও। ঘোঁৰাৰ ৰোগ ব্যধিৰ চিকিৎসাতো মোৰ হাত-যশ আছে। ঘোঁৰা শিয়ান হ'লে তাক দমাবলৈ মোৰ সৰহ সময় নালাগে। ৰথত ঘোঁৰা জুঁট দিয়াত মই পাকৈত। পাণ্ডৱসকলৰ ঘোঁৰা ৰখীয়া আছিলোঁ বুলি চিনাকি দি মই বিৰাট ৰজাৰ ঘোঁৰাৰখীয়া কাম লমগৈ।"

সকলোৰে শেষত যুধিষ্ঠিৰে সহদেৱক সুধিলে "সহদেৱ, তুমি স্বয়ং দেৱগুৰু বৃহস্পতি সদৃশ বুদ্ধিমান আৰু অসুৰ গুৰু শুক্ৰাচাৰ্য্যৰ দ'ৰে নীতি-শাস্ত্ৰ বিদ্। মন্ত্ৰণা-দানত তুমি অদ্বিতীয়। তোমাৰ মনৰ বাঞ্ছা কেনে কোৱাছোন বাছা ?"

সহদেৱে ক'লে "নকুল যেতিয়া ঘোঁৰাৰখীয়া হ'ল, মই গৰখীয়া হৈ থাকিম বুলি স্থিৰ কৰিছোঁ। বিৰাট ৰজাৰ গৰুগাইবিলাক বনৰীয়া জন্তুৰ হাতৰপৰা ৰক্ষা কৰি ফুৰিম। গৰু-গাইবিলাকক চিকুনে ৰাখি, পো-পোৱালি বৃদ্ধি হৈ যাতে সংখ্যাত সৰহ হয় আৰু গাখীৰ পানীও বাঢ়ি যায় তাৰ উপায় কৰিম। গৰুগাইৰ লক্ষণ সম্বন্ধেও মোৰ যথেষ্ট জ্ঞান আছে।"

পিছত দ্ৰৌপদীৰ পালপৰাত তেওঁনো বিৰাট ৰজাৰ ঘৰত কি কাম কৰি থাকিবগৈ সেই প্ৰশ্ন যুধিষ্ঠিৰে চেষ্টা কৰিও সুধিবলৈ তেওঁৰ সত্ নগল। শোকে খুন্দামাৰি ধৰিলে। প্ৰাণতকৈও প্ৰিয়, মাতৃৰ দ'ৰে পুজনীয়া, কোমলমতি ৰাজকুঁৱৰী দ্ৰৌপদীৰ হতুৱাইনো কি লাচনি-পাচনি কাম কৰাব ? ভাবোঁতে ভাবোঁতে যুধিষ্ঠিৰ হতবুদ্ধি হ'ল।

যুধিষ্ঠিৰ ভাবগতি লক্ষ্য কৰি দ্ৰৌপদীয়ে নিজে মাত লগালে "ৰজা,

মোৰ কাৰণে বোধকৰোঁ আপুনি বৰ চিন্তাকুল হৈ পৰিছে ? বেজাৰ নকৰিব স্বামী। মই বিৰাটৰজাৰ অন্তেষপুৰত কাম-বন কৰিয়েই থাকিম বুলি স্থিৰ কৰিছো। ৰজাৰ বোৱাৰী সকলৰ লগত সখিপাতি তেওঁলোকৰ আলপৈচান ধৰি দিন কটাম। মোৰ কিন্তু সতীত্ব ধৰ্ম্ম আৰু ব্যক্তিত্ব ৰজাই ৰাখি চলিম। সৈৰিন্ধ্ৰীৰ এনে অধিকাৰ আছে। পঞ্চপাণ্ডৱৰ অন্তেষপুৰত থাকি মই এনে কামত পাকৈত হৈ আছোঁ—এনে কথা প্ৰকাশ কৰিম। মই বিৰাট ৰাজমহিষীৰপৰা কাৰ্য্যভাৰ গ্ৰহণ কৰি সকলোৰে অজ্ঞাতে থাকিম।

তেতিয়া যুধিষ্ঠিৰে দ্ৰৌপদীক প্ৰশংসা কৰি ক'লে "কল্যাণী তুমি অৱশ্যে বংশৰ মৰ্য্যদা ৰক্ষা কৰা কথাকে কৈছা।"

এইদ'ৰে পঞ্চপাণ্ডৱে নিজৰ নিজৰ বিষয়-বাব স্থিৰ কৰি ল'লে। পুৰোহিত ধৌম্যই তেতিয়া তেওঁলোকক আশীৰ্ব্বাদ দি বঢ়াই বুজাই ক'লে "ৰজাৰ বিষয়াসকল সদায় অতি সাৱধানে থকা উচিত। তেওঁলোকে সদায় মাত-কথাত সংযত হৈ থাকিব লাগে আৰু শান্তভাৱে ৰজাৰ সেৱা কৰিব লাগে। ৰজাই সুধিলেহে মন্ত্ৰণা দিব, নচেৎ মৌন হৈ থাকিব। কাম যদি অতি সৰুও হয় তথাপি ৰজাৰ আঁৰত সেইটো বিষয়া সকলে কৰাটো অযুগুত। ৰজা নৰদেহধাৰী; অগ্নিদেৱতা সদৃশ। অগ্নিৰ পৰা যেনেকৈ মানুহ অলপ আঁতৰি থাকে তেনেকৈ ৰজাৰ গাৰ কাষৰপৰাও অলপ আঁতৰি থকা বিষয়াসকলৰ কৰ্ত্তব্য। কিন্তু অৱজ্ঞা বা অশ্ৰদ্ধা কৰি দূৰত থকাও উচিত নহয়। সেৱাকাৰ্য্যৰ নিমিত্তে সদায় প্ৰস্তুত থকাটো সৰ্ব্বতো ভাৱে বিধেয়। ৰজাৰ অতি বিশ্বাসী আৰু ৰজাৰ তলত বিশেষ কিবা অধিকাৰ পালেও সদায় মনত ৰাখিব লাগিব যে ততালিকে সেই বিশ্বাস বা অধিকাৰ হেৰুৱাব লগাত পৰিব পাৰে। এই কথা মনত ৰাখি বিশেষ সাৱধানে থকা একান্ত যুগুত। কেৱল ৰজাৰ ওপৰতে নিৰ্ভৰ কৰি নিশ্চিন্ত হৈ থকা উচিত নহয়। ৰজাৰ চকুত পৰিছো বুলি ভাবি তেওঁৰ বহা আসনত তেওঁ উঠা যান-বাহনত বহা বা উঠা অযুগুত। ৰজাৰ বিষয়াসকল সদায় তৎপৰ আৰু সংযমী হৈ থকা উচিত। ৰজাৰপৰা সন্মানলাভ বা অৱজ্ঞা লাভ কৰা এই দুয়োটাকে সমান চকুৰে চাব লাগে। সন্মান লাভত বং পোৱা আৰু অৱজ্ঞাত বেজাৰ পোৱা উচিত নহয়।

গোপনীয় কথা প্ৰকাশ কৰা অনুচিত। প্ৰজাসকলৰপৰা কোনো

ৰকমৰ ভাৱ-ভোট গ্ৰহণ কৰিব নাপায়। সমকক্ষ বিষয়াৰ কিবা উন্নতি দেখিলে হিংসা কৰা উচিত নহয়। ৰজাই কেতিয়াবা অভিজ্ঞ কৰ্ম্মচাৰীৰ পৰা বিষয়বাব কাঢ়ি লৈ অনভিজ্ঞ মানুহৰ হাতত সেই বাব শোধাই দিয়াৰ প্ৰয়োজন দেখে। তেনে কথাত বিচলিত হোৱা অনুচিত। অন্তেষ পুৰত থকা স্ত্ৰী কৰ্ম্মচাৰী সকলৰপক্ষেও তেনেকৈ সাৱধানে চলা কৰ্ত্তব্য। তেওঁলোকৰ লগত কোনো সম্পৰ্ক ৰাখিব নাপায়।"

এইদৰে ৰজাৰ বিষয়াসকলৰ কৰ্ত্তব্য সম্বন্ধে নানান উপদেশ দি ধৌম্যই শেষত আশীৰ্ব্বাদ দি ক'লে "হে পাণ্ডৱসকল, এবছৰ মাত্ৰ বিৰাট ৰজাৰ দাসৰূপে তেওঁৰ আলপৈচান ধৰি সংযমী হৈ থাকিবা। আকৌ তোমালোকে তোমালোকৰ হেৰোৱা ৰাজ্য ঘূৰাই লৈ সুখে সন্তোষে কাল কটাবলৈ পাবাহঁক।"

## সতীত্বৰ ৰক্ষণ

ধৰ্ম্মপুত্ৰই সন্ন্যাসীৰ বেশ ধাৰণ কৰিলে, অৰ্জ্জুনে নপুংসকৰ ভাও আৰু আন আন সকলোটিয়ে আলোচনা অনুযায়ী ভেশচন কৰি বিৰাট ৰজাৰ আগত উপস্থিত হলগৈ। ভেশচন কৰিলেও তেওঁলোকৰ সহজাত আকৰ্ষণী শক্তি আৰু তেজ কলৈ যাব? তেওঁলোকে নতুন বেশ ধৰা সত্ত্বেও তেওঁলোকৰ ৰজাৰ দ'ৰে ব্যৱহাৰ বিলাক প্ৰকাশ পাইছিল। পঞ্চ-পাণ্ডৱৰ এনে ৰাজলক্ষণযুক্ত ভাৱভঙ্গি দেখি বিৰাট ৰজাই তেওঁলোকৰ হতুৱাই কাম-বন কৰাবলৈ নিজকে অপাৰগ যেন ভাবি পোনে পোনেই দাস হিচাবে গ্ৰহণ কৰিবলৈ ইতস্তত: কৰিলে। কিন্তু তেওঁলোক পাণ্ডৱসকলৰ সেৱক হৈ থকা প্ৰকাশ হোৱাৰ পিচত তেওঁলোকক তেওঁলোকৰ অভিৰুচি মতে কামত নিযুক্ত কৰিলে।

যুধিষ্ঠিৰে বিৰাটৰজাৰ ৰাজসভাত ৰজাৰ সখা হিচাবে থাকি পাশা খেল আদিৰে ৰজাৰ মনোৰঞ্জন কৰি থাকিবলৈ ধৰিলে। ভীমসেনে ঘাই ৰান্ধনিৰ বাব লৈ থাকিল। মাল্-যুজাৰুসকলৰ লগত মাল্-যুজ কৰি তেওঁলোকক ঘটুৱাই আৰু বনৰীয়া জন্তুবিলাকক বশ কৰি ৰজাৰ মনোৰঞ্জন কৰি থাকিবলৈ ধৰিলে।

অৰ্জ্জুনে 'বৃহন্নলা' নাম লৈ বিৰাট ৰাজকুঁৱৰী উত্তৰা আৰু তেওঁৰ

সখীয়েক সকলক নাচগান শিকোৱাৰ ছেলু লৈ অন্তেষ পুৰত কাল কটাবলৈ ধৰিলে। নকুলে ঘোঁৰা ৰখীয়া হৈ সেইবোৰক প্রতিপালন কৰি আৰু সিহঁতৰ ৰোগ হ'লে চিকিৎসাপাতি কৰি সময় কটালে। সহদেৱে ৰজাৰ গৰুগাইবিলাক ৰক্ষণাবেক্ষণৰ ভাৰলৈ থাকিল।

দ্রৌপদীয়ে বিৰাটৰজাৰ মহিষীৰ আল-পৈচান ধৰি তেওঁৰ সন্তোষ লগাবলৈ অন্তেষপুৰত সৈৰিন্ধ্রী নাম লৈ কাল কটালে। পঞ্চপাণ্ডৱৰ প্রতিজ্ঞা ৰক্ষাৰ কাৰণে তেওঁ নিঃসঙ্কোচে সেই ভাৰ গ্ৰহণ কৰিলে।

ৰাজমহিষী সুদেষ্ণাৰ ভায়েক কীচক বিৰাট ৰজাৰ প্ৰধান সেনাপতি হৈ আছিল। তেওঁ আৰু তেওঁৰ গোট-জ্ঞাতি সকলে বিৰাট ৰজাৰ সৈন্য বিভাগত থাকি বৃদ্ধ ৰজাৰ সৈন্যবল অটুট ৰাখিছিল। মৎস্য দেশৰ ৰজা দৰাচলতে বিৰাট নহয়, কাৰ্য্যত কীচকহে আচল ৰজা হৈ উঠিছিল, সৰ্ব্বসাধাৰণে এইদৰেই কোৱা-বখনা কৰা দেখাগৈছিল। কীচকৰ প্ৰতিপত্তি ইমানেই প্ৰকাশ হৈছিল।

বল, বিক্ৰম আৰু ৰজাৰ ওপৰত থকা অসাধাৰণ প্ৰতিপত্তিৰ বলত কীচক ভয়ানক অত্যাচাৰী আৰু কাঠচিতীয়া হৈ উঠিছিল। দ্রৌপদীৰ ৰূপত মোহ গৈ তেওঁ তেওঁক সামান্য লিগিৰী জ্ঞান কৰি সহজে তেওঁক হাত কৰিব পাৰিব বুলি ভাবিছিল। সেইকাৰণে তেওঁ কেবাবাৰো চেষ্টাও কৰিছিল।

এই ঘটনাটোৰ কথা সুদেষ্ণাকে আদিকৰি ৰাজ পৰিয়ালৰ তিৰুতা সকলৰ কাণ চুৱাবলৈ দ্রৌপদীয়ে বৰ কুণ্ঠা বোধ কৰি আছিল। দ্রৌপদীয়ে বাহিৰত প্ৰকাশ কৰিছিল যে "কোনোবাই মোক হীন চকুৰে চালে মোৰ ৰক্ষক গন্ধৰ্ব্ব সকলে তেওঁৰ প্ৰাণ বধ কৰিব।" দ্রৌপদীৰ চালচলন, চৰিত্ৰ আৰু তেজীয়ান কথাবতৰা দেখি শুনি সকলোৱে ভাবিলে যে দ্রৌপদীয়ে যি কৈছে সেইটো নিশ্চয় সচা হব পায়। কিন্তু কীচকে সৈৰিন্ধ্রীৰ কথালৈ ভ্ৰক্ষেপ নকৰিলে। তেওঁ সৈৰিন্ধ্রীক লাভ কৰিবলৈ ষড়যন্ত্ৰ আৰম্ভ কৰিলে। যেতিয়া সকলো চেষ্টা নিষ্ফল হ'ল তেতিয়া তেওঁ ভনীয়েক সুদেষ্ণাৰ আগত নিজৰ হীন অভিপ্ৰায়ৰ কথা প্ৰকাশ কৰিলেগৈ।

কীচকে ভনীয়েকক কাবৌ কৰি ক'লে "সুদেষ্ণা, তোমাৰ দাসী সৈৰিন্ধ্রীক দেখিবৰেপৰা মোৰ ভাত পানী নাইকিয়া হৈছে। তুমি তেওঁক মোৰ হাতত অৰ্পণ কৰা।"

সুদেষ্ণাই ককায়েকক নানা প্ৰকাৰ ভাল কথাৰে বুজাই নিবৃত্ত

কৰিবলৈ চেষ্টা কৰিলে। কিন্তু কীচকে কোনো কথাকে নামানিলে। অৱশেষত নিৰুপায় হৈ সুদেষ্ণাই ককায়েকৰ ইচ্ছা পূৰণ কৰিবলৈ মান্তি হ'ল। দুয়ো পৰামৰ্শ কৰি ছলে-বলে গোপনে দ্ৰৌপদীক জালত পেলাবলৈ চেষ্টা কৰিলে।

এদিন ৰাতি কীচকৰ শোৱনী কোঠাত ভাল ভাল খোৱা বস্তু আৰু মদ আদি যতনাই থৈছিল। সুদেষ্ণাই সৈৰিন্ধ্ৰীক মতাই আনি তেওঁৰ হাতত এটা সোণৰ লোটা দি ক'লে "সৈৰিন্ধ্ৰী, যোৱাঁচোন, এই লোটাটোতে কীচকৰ কোঠাৰ পৰা ,এলোটা মদ লৈ আঁহাগৈ।"

সৈৰিন্ধ্ৰীয়ে তলমূৰ কৰি ক'লে "এই ৰাতিখন মই কীচকৰ ঘৰৰ ভিতৰলৈ যাব নোৱাৰোঁ। মোৰ ভয়লাগে। কৃপা কৰি আন কাৰোবাক পঠাওক।"

কিন্তু সুদেষ্ণাই সেই কথা নামানিলে। খঙেৰে ক'লে "তুমি যাবই লাগিব। মই আন কাকো পাচিব নোৱাৰোঁ।" এইবুলি তেওঁ সৈৰিন্ধ্ৰীক ডাবি মাৰি কীচকৰ ঘৰলৈ পঠাই দিলে।

সৈৰিন্ধ্ৰী ভয়ত কোচ্‌মোচ্‌ খাই কীচকৰ শোৱনী কোঠাত সোমালগৈ। কামাতুৰ কীচকে নানান্ মন যোগোৱা কথাৰে কাবৌ-কোকালি কৈ সৈৰিন্ধ্ৰীৰ মন পাবলৈ চেষ্টা কৰিলে। সৈৰিন্ধ্ৰীয়ে কীচকৰ সেইবোৰ কথাত অসন্মতি প্ৰকাশ কৰি ক'লে "আপুনি ৰাজপৰিয়ালৰ লগত ঘনিষ্ঠ হৈ আছে। মোৰ নিচিনা তলখাপৰ লিগিৰী এজনীৰ সঙ্গ কিয় বিচাৰিছে ? অধৰ্ম্মৰ কাৰণে হাবিলাস কৰিছে কিয় ? মই আনৰ বিবাহিতা তিৰুতা। গতিকে তেনে তিৰুতাৰ আগত এনে কুৎচিত্‌ প্ৰস্তাৱ একেবাৰে অবৈধ। মোৰ ওপৰত বলপ্ৰয়োগৰ চেষ্টা কৰিলে আপোনাৰ প্ৰাণহানি ধ্ৰুৰুপ বুলি জানিব। মোৰ ৰক্ষক গন্ধৰ্ব্ব সকলে আপোনাক নিশ্চয় বধ কৰিব।"

সৈৰিন্ধ্ৰীয়ে অসন্মতি প্ৰকাশ কৰাত মোহান্ধ পাপী কীচকে তেওঁৰ হাতত থাপ্‌মাৰি ধৰি বল প্ৰয়োগ কৰিবলৈ ধৰিলে। কিন্তু সৈৰিন্ধ্ৰীয়ে গাৰ বলেৰে কীচকৰ হাতৰপৰা আজোঁৰ মাৰি হাত এৰুৱাই লৈ ঘৰৰ বাহিৰ ওলাই লৰ মাৰি গুচি গ'ল। কীচকে খঙত একো নাই হৈ পিচে পিচে খেদি গ'ল। ৰাজ সভাঘৰৰ কাষেদি পলাই যোৱা সৈৰিন্ধ্ৰীক মতলীয়া কীচকে সকলোৰে সাক্ষাতত গোৰ মাৰি দি ক'লে "তই দাসীহে।" ৰজাৰ ওপৰত প্ৰভাৱ দেখুৱাই সকলোকে নিজৰ বহতীয়া কৰি ৰখাত মহাপাপী কীচকে এনে নীচ কাম কৰিবলৈ সাহ পালে। এই কাৰ্য্য দেখি সকলোৱে ভয় খালে। কিন্তু কীচকৰ এনে অন্যায় ব্যৱহাৰত কোনেও বাধা দিবলৈ সাহ নকৰিলে।

সৈৰিন্ধ্ৰীয়ে নিজৰ অপমান আৰু অসহায় অৱস্থাৰ কথা ভাবি শোকত ব্যাকুল হৈ পৰিল। তেওঁ অজ্ঞাত বাসৰ কথা তল পেলাই ৰাতি ভীমসেনৰ শোৱা কোঠাত সোমাই তেওঁক টোপনিৰপৰা জগাই সকলো কথা প্ৰকাশ কৰিলেগৈ।

ঠোকাঠুকি মাতেৰে তেওঁ কলেগৈ "মই আৰু সহি থাকিব নোৱাৰোঁ। এই নীচ কীচকক এতিয়াই বধ কৰিব লাগিব। আপোনালোকৰ প্ৰতিজ্ঞা ৰক্ষাৰ কাৰণেই মই ইয়ালৈ আহি চন্দন ঘঁহা আদি কাম কৰি অযোগ্য মানুহবিলাকৰ আলপৈচান ধৰিছোঁহি। মাতৃ কুন্তীদেৱীক আৰু আপোনালোকক কোনো দিনে ভয় কৰা নাই। কিন্তু এতিয়া এই ৰাজ-অন্তেষপুৰত দিনে ৰাতিয়ে ভয়ে ভয়ে আল্ ধৰি ফুৰিব লগা হৈছে। চাওকচোন মোৰ হাত দুখনলৈ।" এইবুলি দ্ৰৌপদীয়ে তেওঁৰ হাত দুখন ভীমসেনৰ আগত মেলি দেখুৱালে। ভীমসেনে হাতদুখন দেখা পাই আথে-বেথে টানি নি নিজৰ কপালত স্পৰ্শ কৰালে।

সৈৰিন্ধ্ৰীৰ চকুপানী মুচি দি ভীমসেনে ক'লে "কল্যাণি, মই আৰু যুধিষ্ঠিৰৰ প্ৰতিজ্ঞা পালনত সহায় কৰিবলৈ অপাৰগ। ধনঞ্জয়ৰ মন্ত্ৰণাও শুনিবলৈ অসমৰ্থ। কীচক আৰু তাৰ সহকাৰীবিলাকক মই এই মুহূৰ্ত্তে গৈ বধ কৰিমগৈ।" এইবুলি তেওঁ চাৰিপাটী এৰি একেজাপেই থিয় দিলে।

তেতিয়া সৈৰিন্ধ্ৰীয়ে ভীমসেনক বুজনি দি ক'লে "হঠাতে কোনো এটা কাম কৰা উচিত নহয়।" এইবুলি দুয়ো অলপ আলোচনা কৰি সঙ্কল্প স্থিৰ কৰি ল'লে। 'কীচকক ছল কৰি ৰাতিৰ ভিতৰতে গোপনে নাটঘৰলৈ মাতি নি বধ কৰিব লাগিব' এইটোকে ঠিৰাং কৰি ল'লে।

পিছদিনা পুৱা কীচকে সৈৰিন্ধ্ৰীক দেখা পাই ক'লে "দেখিলা সৈৰিন্ধ্ৰী, ৰজাৰ চকুৰ আগতে তোমাক গোৰ মাৰি দিয়াতো দেখোন তোমাক ৰক্ষা কৰিবলৈ কোনো আগবাঢ়ি নাহিল? বিৰাট, এই মৎস্য দেশৰ নামতহে ৰজা। প্ৰধান সেনাপতি হলেও দৰাচলত ময়েইহে এই দেশৰ ৰজা। এই কথাটো আজি তোমাক জনাই থলোঁ। মোৰ কাষ চাপিলে তোমাৰ সকলোপ্ৰকাৰে সুখ হ'ব। পাটৰাণীৰ দ'ৰে তুমি সকলো সুখ ভোগ কৰিবলৈ পাবা। মই তোমাৰ দাস হৈ থাকিম।" কীচকে এইদৰে আকৌ নিজৰ পেটৰ কথা কৈ কাবৌ কৰিবলৈ ধৰিলে।

সৈৰিন্ধ্ৰীয়ে এইবাৰ কীচকৰ কথাত সন্মতি দি ক'লে "কীচক, মোৰ কথাত বিশ্বাস কৰক। আমাৰ মিলনৰ কথা যেন কোনেও গম নাপায়।

মই দুর্ণাম সহিবলৈ টান পাম। কথাটো যদি একান্ত গোপন কৰি ৰাখিম বুলি প্ৰতিশ্ৰুতি দিয়ে মই আপোনাৰ সঙ্গিনী হবলৈ স্বীকাৰ কৰিছোঁ।

এইকথা শুনা মাত্ৰে আনন্দত মতলীয়া হৈ কীচকে সৈৰিন্ধ্ৰী থকা ঘৰলৈ অকলৈ যাম বুলি কথা দিলে।

তাৰপিচত সৈৰিন্ধ্ৰীয়ে ক'লে "নাটঘৰত দিনৰ ভাগত তিৰুতা সকলে নাচগান শিকি থাকে আৰু ৰাতি হ'লে সকলো দিহাদিহি গুচি যায়গৈ। তাৰ পিচৰপৰা নাটঘৰ নিৰ্জ্জন হৈ থাকে। ৰাতিৰ ভাগত আমি এই নাট ঘৰতে লগালগি হ'ম। আজি ৰাতি আপুনি সেই নাটঘৰলৈ যাব। মই দুৱাৰ নজপোৱাকৈ তাৰ ভিতৰত শুই থাকিম।'

এইকথা শুনি কীচকৰ আনন্দৰ পাৰ নাইকিয়া হ'ল।

সেইদিনা কীচকে ভালকৈ গা-পা ধুই জক্‌মকীয়া সাজ-পাৰ পিন্ধি হাতত-সাৰে, ভৰিত-সাৰে ৰাতি মেলি থোৱা দুৱাৰ খনেদি লাহে লাহে নাট ঘৰলৈ সোমাই গ'ল।

নাটঘৰ সোমায়েই পালেঙত কোনোবা মানুহ শুই থকা যেন দেখা পাই তেৰেঁই সৈৰিন্ধ্ৰী বুলি কীচকে অনুমান কৰিলে। চক্‌মকীয়া বগা পাটৰ কাপোৰ পিন্ধি থকা ভীমসেনকে সৈৰিন্ধ্ৰী বুলি ভাবি কীচকে তেওঁৰ গাই পাই হাত বুলাবলৈ ধৰিলে। ভীমসেনে সিংহৰ দৰে গোজৰণি মাৰি চকুৰ পচাৰতে কীচকক থাপ্ মাৰি ধৰি মাটিত বগৰাই পেলালে।

এন্ধাৰে মুন্ধাৰে দুয়োৰে ভিতৰত মল্ল-যুদ্ধ আৰম্ভ হ'ল। "এইটো নিশ্চয় সৈৰিন্ধ্ৰীৰ গন্ধৰ্ব্ব স্বামীয়েই হ'ব—কীচকৰ এনে ধাৰণা হ'ল। কীচকো ভীমৰ দ'ৰেই বলী আছিল। সেই কালত ভীম, কীচক, আৰু বলৰাম এই তিনিও মালযুঁজত শ্ৰেষ্ঠ বীৰ বুলি গোটেই দেশত লেখত উঠিছিল। বালী অৰু সুগ্ৰীবৰ যুদ্ধৰ দৰেই ভীম আৰু কীচকৰ মাল-যুঁজ চলিবলৈ ধৰিলে।

অৱশেষত ভীমসেনে কীচকক বধকৰি তেওঁৰ শৰীৰটো পিহি এটা কোমোৰা যেন কৰি পেলাই দিলে। তাৰ পিচত দ্ৰৌপদীৰপৰা বিদায় লৈ খৰ্‌খেদাকৈ ৰান্ধনি ঘৰলৈ গৈ হাত-পাত, গা-পা ধুই গাত চন্দন ঘঁহি আনন্দ মনে শুই থাকিলগৈ।

দ্ৰৌপদীয়ে নাটঘৰৰ ৰখীয়াবিলাকক জগাই দি ক'লে "কীচকে মোৰ ওপৰত অত্যাচাৰ কৰিবলৈ খোজাত মোৰ স্বামী গন্ধৰ্ব্বই এওঁক বধ কৰিলে। তোমালোকৰ সেনাপতিৰ অধৰ্ম্ম আচৰণৰ পৰিণাম চোৱাগৈ

—সৌৱা মাটিত লুটিখাই পৰি আছে।" এইবুলি সৈৰিন্ধ্ৰীয়ে সেই কোমোৰা যেন হৈ পৰি থকা কীচকৰ মঙ্গহৰ টোপোলাটো আঙুলিয়াই দেখুৱালে।

## মৎস্য দেশ সংৰক্ষণ

কীচক বধৰ পিচৰপৰাই দ্ৰৌপদীক দেখা পালেই সকলোৱে কোচ্ মোচ্ খাই থকা হ'ল। সকলোৱে ভাবিলে—'এওঁ যেতিয়া ৰূপৱতী, এওঁৰ ৰূপত সকলো বলিয়া হৈছে। এওঁৰ ৰখীয়া হ'ল গন্ধৰ্ব্বসকল। তেওঁলৈ চালেই অপৰাধ লগা যেন হ'ল।' এইটো নগৰবাসী আৰু ৰাজ কাৰেঙত থকা সকলো মুনিহ তিৰুতাৰ পক্ষে বৰ বিপদৰ কথাহে পৰিল। 'সামান্যকৈ কিবা এটা জগৰ লগালেও গন্ধৰ্ব্বসকলে আমাক সুখেৰে নেৰে। আন কথা নাই, এনে অৱস্থাত সৈৰিন্ধ্ৰীক কিবা উপায়ে নগৰৰপৰা আঁতৰাই পঠোৱাহে আমাৰ পক্ষে মঙ্গল হ'ব।' এনেকৈ কথন মথন কৰি প্ৰজা সকলে সৈৰিন্ধ্ৰীক নগৰৰ বাজ কৰি দিবলৈ বুলি সুদেষ্ণাৰ ওচৰত গোহাৰি জনালেগৈ।

সুদেষ্ণাই সেইকথা শুনি সৈৰিন্ধ্ৰীক গৈ কলে "আই, তুমি পুণ্যৱতী তিৰুতা। দয়া কৰি আমাৰ সঙ্গ পৰিত্যাগ কৰি বিদায় লোৱাঁ। এতিয়ালৈকে তুমি আমাৰ যি আলপৈচান ধৰিলা সেয়ে বহুত।"

অজ্ঞাতবাসৰ কাল অন্ত পৰিবলৈ আৰু মাথোন এমাহ সময় বাকী। সুদেষ্ণাৰ কথা শুনি বিষন্নমনে সৈৰিন্ধ্ৰীয়ে ক'লে আই মোৰ ওপৰত খং নাখাব। মই দেখোন জনাত একো জগৰ লগোৱা নাই। মাত্ৰ একুৰি দহোটা দিন অপেক্ষা কৰক। এই দিন কেইটাৰ ওৰ পৰিলেই মোৰ স্বামী গন্ধৰ্ব্ব সকলৰ অভীষ্ট সিদ্ধ হ'ব। তেতিয়া মই তেওঁলোকৰ লগ লমগৈ। গন্ধৰ্ব্বসকল বিৰাটৰজা আৰু আপোনাৰ ওচৰত চিৰ কৃতজ্ঞ থাকিব। আই, মোক এতিয়াই বিদায় নিদিব।"

আৰু আহুকাল কৰিলে কেনেবাকৈ সৈৰিন্ধ্ৰীৰ খং উঠি অনৰ্থ ঘটাব বুলি ভাবি ভয়ে ভয়ে সুদেষ্ণা সৈৰিন্ধ্ৰীৰ কথাত মান্তি হ'ল।

বাৰ বছৰ কাল অন্ত পৰাৰ লগে লগে দুৰ্য্যোধনৰ আজ্ঞামতে তেওঁৰ

চোৰাং চোৰাবিলাকে পাণ্ডৱসকলৰ অজ্ঞাত বাসৰ কাল ছোৱা আৰম্ভ হোৱা মাত্ৰকতে ভালেমান দেশ, নগৰ, গাওঁ, নানা গোপন ঠাই সাধ্যমতে বিচাৰি চ'লাথ্ কৰি কোনো শুং-সূত্ৰকে উলিয়াব নোৱাৰিলে। এইদৰে কেবামাহো পাৰ হ'ল, তথাপি পাণ্ডৱসকলৰ কতো চিনচাব নাপালে। অৱশেষত চোৰাংচোৱাবিলাকে দুৰ্য্যোধনৰ ওচৰলৈ গৈ তেওঁলোকৰ নিষ্ফ-লতাৰ কথা জনালে।

তেওঁলোকে কলেগৈ "মহাৰাজ, মানুহৰ, সমাগম থকা কোনো ঠাই বাদ নিদিয়াকৈ পাণ্ডৱসকলক বিচাৰি চালোঁ। অটব্য অৰণ্য কতো বাদ পৰা নাই। বনত থকা আশ্ৰম, পৰ্ব্বতৰ টিং আৰু নানান দেশ বিদে-শলৈ গৈও কতৰকমে বিচাৰিলো। কিন্তু পাণ্ডৱসকলৰ কোনো চিন-চাবেই নাপালোঁ। জন-মানৱেৰে ভৰপূৰ নগৰবিলাকতো পাতি পাতি কৈ চালোঁ কিন্তু তেওঁলোকৰ কাৰো ছাঁটোও নেদেখিলোঁ। আমি ঠিৰাঙেই কৰিলো যে তেওঁলোক আৰু এই সংসাৰত নাই।"

অলপ দিনৰ পিচত মহা শক্তিশালী কীচকক কোনোবা গন্ধৰ্ব্বই তিৰুতাৰ ভেশচন ধৰি হত্যা কৰিলে এই সংবাদ হস্তিনাপুৰ পালেগৈ। 'কীচকক বধিবপৰা শক্তি এইজগতত মুঠেই তিনিজনৰ আছে। তেওঁ-লোকৰে এজন হ'ল ভীমসেন। কিজানিবা ভীমসেনেই কীচকক বধ কৰিলে। হত্যাৰ কাৰণো সম্ভৱ দ্ৰৌপদীয়েই হব'।—দুৰ্য্যোধনে এনে এটা ধাৰণা কৰিলে। আৰু সেই কথা ৰাজ সভাত ভাঙি-পাতি ক'লে "মোৰ অনুমান, পাণ্ডৱসকলে নিশ্চয় বিৰাট ৰজাৰ ঘৰত গোপনে বাস কৰি আছে। বিৰাট ৰজাই মোৰ লগত মিত্ৰতা কৰিবলৈ অমান্তি হৈছিল। সেই কাৰণে মোৰ মনেৰে বিৰাট ৰাজ্য আক্ৰমণ কৰি তেওঁক শাস্তি দিয়া উচিত। পোণতে তেওঁৰ গৰুগাইবিলাক হৰণ কৰি আনিম। পাণ্ডৱইঁত তাত থকাটো হলে আমাৰ লগত যুঁজ দিবলৈ নিশ্চয় আগ বাঢ়ি আহিব। অজ্ঞাত বাসৰ কালৰ ভিতৰত তেওঁলোকৰ সন্ধান উলিয়াব পাৰিলে তেওঁ-লোকক আকৌ ঘূৰি বাৰ বছৰ কাল বনবাসলৈ পঠাবপৰা যাব। পাণ্ডৱ-ইঁতক তাত নাপালেও আমাৰ একো ক্ষতি নহব।"

দুৰ্য্যোধনৰ সেই কথা শুনি ত্ৰিগৰ্ত্তৰাজ সুশৰ্ম্মাই তেওঁৰ মতপ্ৰকাশ কৰি ক'লে "মৎস্য দেশৰ ৰজা বিৰাট মোৰো শত্ৰু। কীচকে মোক কেবাবাৰো লাঞ্ছনা দিছিল। তেওঁৰ মৃত্যুত বিৰাটৰ শক্তি কমি গৈছে। এই সুযোগতে বিৰাটক সসৈন্যে আক্ৰমণ কৰিবলৈ মোক অনুমতি দিয়ক।"

কৰ্ণই সেই প্ৰস্তাৱ অনুমোদন কৰিলে। ইয়াৰ পিচত সকলোৰে

পৰামৰ্শমতে সুশৰ্ম্মাই সৈন্য সামন্ত লৈ বিৰাট নগৰৰ দক্ষিণ অংশ আক্ৰমণ কৰাটোকে স্থিৰ কৰিলে। তেতিয়া হ'লে বিৰাটে সকলো সৈন্য লৈ গৈ সেইফালেই বাধা দিবলৈ আগ বাঢ়ি যাব। আৰু সেই ছেগতে দুৰ্য্যোধনেও তেওঁৰ সৈন্যবাহিনী লৈ উত্তৰ ভাগত আক্ৰমণ চলাব।

এইমতে ৰজা সুশৰ্ম্মাই মৎস্য দেশৰ দক্ষিণ ভাগত আক্ৰমণ চলাই বিৰাট ৰজাৰ গৰু-গাইবিলাক হৰণ কৰি ভৰ খেতিৰ দিনৰ পথাৰবিলাকৰ শস্যবিলাক এফালৰপৰা নষ্ট কৰি উত্তৰমুৱাকৈ আগবাঢ়ি যাবলৈ ধৰিলে। গুৱালবিলাকে ততালিকে এই সংবাদ ৰজাৰ আগত দিলেগৈ। কীচকৰ অভাৱত বিৰাট ৰজাই প্ৰমাদ গণিবলৈ ধৰিলে। তেতিয়া ছদ্মবেশী কঙ্কই মাত লগালে মহাৰাজ! আপুনি কিয় চিন্তা কৰিছে? মই গেৰুৱাবসন পৰিধান কৰিলেও অস্ত্ৰ-শস্ত্ৰ বিদ্যাত পাৰ্গত। মই কবচ ধাৰণ কৰি ৰথত উঠি শত্ৰুক দমন কৰি খেদি পঠাম। তাৰ কাৰণে আপুনি লেশমাত্ৰও চিন্তা নকৰিব। ৰান্ধনি বল্লভ, আপোনাৰ অশ্বৰক্ষক ধৰ্ম্মগ্ৰন্থি আৰু গো-ৰক্ষক তন্ত্ৰীপালক ৰথ একোখন দি আমাক সহায় কৰিবলৈ আদেশ কৰক। তেওঁলোক কেইজনো বীৰ বুলি মোৰ জনা আছে। কেৱল মাত্ৰ ৰথ আৰু অস্ত্ৰ-শস্ত্ৰৰ যোগাৰ পালেই হয়।"

সেই কথা শুনি বিৰাট ৰজাই বৰ আনন্দ পালে আৰু তেতিয়াই সেই সকলো বস্তু যোগাৰ কৰি দিয়াৰ দিহা কৰিলে। ৰথবিলাক অনাই নানান অস্ত্ৰে-শস্ত্ৰে সুসজ্জিত কৰিলে। অৰ্জ্জুনৰ বাহিৰে চাৰিওজন পাণ্ডৱে সকলো ৰকমৰ অস্ত্ৰে-শস্ত্ৰে সাজি-কাচি সুশৰ্ম্মাক আগভেটা দিবলৈ যাত্ৰা কৰিলে।

দুয়োপক্ষৰ ভিতৰত এখন তয়া-ময়া ৰণ লাগি উঠিল। দুয়ো পক্ষৰে ভালেমান সেনা হতাহত হবলৈ ধৰিলে। সুশৰ্ম্মাই বিৰাট ৰজাৰ ৰথ আক্ৰমণ কৰি চূৰ্ণীকৃত কৰি পেলালে। বিৰাট ৰজাই মাটিত থিয় দি যুঁজ কৰিবলৈ ধৰিলে। সেই অৱস্থাত সুশৰ্ম্মাই বিৰাটক বন্দী কৰি ৰথত তুলি লৈ বিজয় গৰ্ব্বে আগবাঢ়িবলৈ ধৰিলে। বিৰাট ৰজা শত্ৰুৰ হাতত বন্দী হোৱাৰ বাত্‌ৰিটো প্ৰচাৰ হোৱা মাত্ৰে বিৰাট সৈন্যবিলাকে ছত্ৰভঙ্গ দিবলৈ ধৰিলে।

সেই অৱস্থা দেখি যুধিষ্ঠিৰে ভীমসেনক আদেশ কৰিলে—"ভীমসেন, হাত সাৱটি বহি থাকিবৰ সময় নহয়। বিৰাট ৰজাক মুক্ত কৰিবলৈ ছত্ৰভঙ্গ দিয়া সৈন্যবিলাকক গোটাই লৈ সুশৰ্ম্মাক আক্ৰমণ কৰা।"

যুধিষ্ঠিৰৰ আদেশ পোৱা মাত্ৰে ভীমসেনে মুখৰ আগতে থকা প্ৰকাণ্ড গছ এডাল উভালি লবলৈ চেষ্টা কৰা দেখি যুধিষ্ঠিৰে বাধা দি কলে, "নহয়, সেইটো নকৰিবা। তোমাৰ আগৰ অভ্যাস অনুযায়ী গছ উভালি সিংহনাদ

কৰিলেই তোমাৰ চিন ওলাই পৰিব। সাধাৰণ ৰীতি অনুসাৰে ৰথত উঠি ধনু-কাঁড় লৈ যুদ্ধ কৰা।"

ভীমে তাকে কৰিলে। শেষত তেওঁ বিৰাট ৰজাক মুক্ত কৰি সুশৰ্ম্মাক আক্ৰমণ কৰিলে। ছত্ৰভঙ্গ দিয়া মৎস্য সৈন্যবিলাকে ভীমসেনৰ পৰাক্ৰম দেখা পাই নতুন উদ্যমেৰে সকলো গোট খাই সুশৰ্ম্মাৰ সৈন্যক যুদ্ধত পৰাজিত কৰিলে।

সুশৰ্ম্মাক পৰাজিত কৰি বন্দী কৰা বাতৰিটো গৈ নগৰত প্ৰচাৰ হোৱাত বিৰাট ৰজাৰ প্ৰজাসকলে যুদ্ধ জয়ৰ আনন্দত ফুল, মালা, কলপুলি আদিৰে নগৰখন সজাই পৰাই তমস্কাৰ কৰি বিৰাট ৰজাক আদৰি আনিবলৈ আগ-বাঢ়ি গ'ল।

নগৰবাসী প্ৰজাসকলে এইদৰে আদৰি অনাৰ যো-জা কৰি থাকোতেই সিফালে নগৰৰ উত্তৰ ভাগেদি সোমাই দুৰ্য্যোধনৰ সৈন্যবিলাকে ৰজাৰ গৰু-গাইবিলাক চুৰ কৰি লৈ গ'ল। কৌৰৱৰ সৈন্যবিলাকে গৰুবোৰ বেৰি-কুৰি লৈ হাঁহিৰে কিৰীলি পাৰিবলৈ ধৰিলে। বিৰাটৰ গুৱালবিলাকে এই খবৰটো ৰাজকোঁৱৰ উত্তৰক জনালেগৈ।

সিহঁতে কলেগৈ "ৰাজকোঁৱৰ, শত্ৰুসৈন্যই আমাৰ গৰু-গাইবিলাক কাঢ়ি লৈ গ'ল। বিৰাট ৰজাই দক্ষিণ ভাগত সুশৰ্ম্মাক আগভেটা দিবলৈ গৈছে। আমি অৰক্ষিত হোৱাত বিপদত পৰিলো। আপুনি আগবাঢ়ি গৈ গৰুবিলাক ৰক্ষা কৰক। এই গৰু-গাইবিলাক বংশৰ এটা গৌৰৱৰ চিন স্বৰূপ যেতিয়া সিহঁতক ৰক্ষা কৰিবই লাগিব।"

গুৱালবিলাকে অন্তেষপুৰলৈ গৈ এইদৰে কন্দা-কটা কৰি সংবাদ দিয়াত ৰাজকোঁৱৰ উত্তৰে উত্তেজিত হৈ কলে "আজি মোৰ উপযুক্ত সাৰথি থকা হ'লে মই এই গৰু-গাইবিলাক উদ্ধাৰ কৰিব পাৰিলোঁহেতেন। মোৰ যুদ্ধৰ কৌশল দেখিলে শত্ৰুবিলাকে মোক সাক্ষাৎ অৰ্জ্জুন বুলি ভ্ৰমমান হৈ থাকিব।"

এই কথা গৈ সৈৰিন্ধ্ৰীৰ কাণত পৰিল। তেতিয়াই তেওঁ ৰাজকুঁৱৰী উত্তৰাৰ কাষলৈ গৈ কলে "ৰাজকুঁৱৰী, দেশত ঘোৰ বিপদ উপস্থিত। কৌৰৱ সেনা নগৰৰ উত্তৰ ভাগেদি সোমাই হেনো গৰু-গাইবিলাক হৰণ কৰি নিলেহি গুৱালবিলাকে উধাতু খাই আহি এই সংবাদ ৰাজকোঁৱৰক দিছেহি। ৰাজ-কোঁৱৰে এজন সাৰথি বিচাৰিছে বোলে। সাৰথিৰ অভাৱতে এতিয়া বিঘিনি ঘটিব। মই জনাত বৃহন্নলাই বোলে অৰ্জ্জুনৰ সাৰথিৰ কাম কৰিছিল। মই

পাণ্ডৱসকলৰ ঘৰত থকা অৱস্থাতে এই কথা জানিব পাৰিছিলোঁ। সম্ভৱতঃ বৃহন্নলাই অৰ্জ্জুনৰপৰা অস্ত্ৰ শিক্ষাও লৈছিল। গতিকে তুমি গৈ তেওঁক উত্তৰৰ সাৰথিৰ কাৰণে এবাৰ ধৰাগৈচোন।"

উত্তৰাই সেই কথাত লৰালৰিকৈ ভায়েকক কলেগৈ "উত্তৰ, মই গম পাইছোঁ, বৃহন্নলাই বোলে সাৰথিৰ কামত পাকৈত। তুমি এতিয়াই বৃহ-ন্নলাক সাৰথি ধৰি ৰাজ্য ৰক্ষাৰ ব্যৱস্থা কৰাগৈ। মোৰ সখী সৈৰিন্ধ্ৰীয়ে কৈছে বোলে এই বৃহন্নলাই পাণ্ডৱৰ সাৰথিৰ কাম কৰি কৰি বৰ নিপুণ হৈ পৰিছিল।"

"বৰ ভাল সংবাদ" বুলি উত্তৰ যাবলৈ সন্মত হ'ল। তেওঁলৈ বাট নাচাই উত্তৰাই খৰখেদাকৈ গৈ নাটঘৰ সোমালগৈ। তাতে বৃহন্নলাক লগ ধৰি সকলো কথা ভাঙি কলে, "বৃহন্নলা, আমাৰ পিতাৰ গো-ধনবিলাক কৌৰৱবিলাকে আহি হৰণ কৰি নিলে। ৰজাৰ অনুপস্থিতিত কৌৰৱহঁতে ছেগচাই নগৰ আক্ৰমণ কৰিছেহি। সখি সৈৰিন্ধ্ৰীয়ে কৈছে যে আপুনি হেনো অৰ্জ্জুনৰ সাৰথি হৈ অস্ত্ৰবিদ্যা লাভ কৰিছিল। দয়া কৰি ৰাজকোঁৱৰ উত্তৰৰ সাৰথি হওক।" এইদৰে কাওবাওকৈ কোৱাত পোনতে আচৰিত হোৱা যেন দেখুৱাই পিচত বৃহন্নলাই সন্মতি জনালে। কবচ হাতত লৈ লুটিয়াই পিন্ধাৰ ভাও দেখুৱালে। তেনে কৰা দেখি নাটঘৰত থকা সকলো তিৰুতাই খিল্‌খিল্ কৰে হাঁহিবলৈ ধৰিলে। এইদৰে অলপ বেলি ৰং ধেমালি কৰি বৃহন্নলা সাজি-কাচি উত্তৰৰ ওচৰলৈ গৈ সাৰথিৰ বাব লৈ ৰথত উঠি পাকৈত সাৰথিৰ দৰে ৰথ চলাই যুদ্ধ-যাত্ৰা কৰিলে। তেওঁৰ ৰথ পৰিচালনাত সকলো মোহ গ'ল। ৰথ ক্ষিপ্ৰ বেগে যুদ্ধ-স্থলীৰ ফালে যাবলৈ ধৰিলে।

যাত্ৰাৰ সময়ত তিৰুতাসকলৰ ফালে চাই বৃহন্নলাই কলে, "চাই থকা সকলোৰে, ৰাজকোঁৱৰ জয়ী হৈ আহিবই। শত্ৰুক পৰাজিত কৰি তেওঁ-লোকৰ বস্ত্ৰালঙ্কাৰবিলাক কাঢ়ি আনি তোমালোকক উপহাৰ দিমহি।" বৃহন্নলাৰ কথা শুনি ৰাজ-কাৰেঙৰ তিৰুতাসকলে উলাহেৰে উৰুলী দি জয়ধ্বনি কৰিবলৈ ধৰিলে।

# বিৰাটপুত্ৰ উত্তৰ

ৰাজকোঁৱৰ উত্তৰে বৃহন্নলাক সাৰথি কৰি লৈ বং মনেৰে যুদ্ধ যাত্ৰা কৰি ৰাজকাৰেঙৰপৰা ওলাই গ'ল। তেওঁ বৃহন্নলাক আদেশ কৰি কলে- "যি ফালে সোমাই কৌৰৱহঁতে আমাৰ গোধন হৰণ কৰি নিছে, সেই ফাল, লৈকে আমাৰ ৰথ কোবেৰে চলাই দিয়া।"

ঘোঁৰা বিজুলী-বেগেৰে চলিবলৈ ধৰিলে। খন্তেকৰ ভিতৰতে কুৰু সৈন্য চকুত পৰিল। ভৰিৰ ধূলিৰে আকাশ ধোঁৱা-কোঁৱা কৰি থকা অৱস্থাৰ মাজতো কুৰু সৈন্যবিলাকে গৰু-গাইবোৰ বেৰি ধৰি থকা দেখা পালে। উত্তৰে দেখা পালে, উত্তৰ ফালে ভীষ্ম, দ্ৰোণ, কৃপ, কৰ্ণ আৰু দুৰ্য্যোধনে বেহু সাজি লৈ থিয় দি আছে।

সেই দৃশ্য দেখি উত্তৰে অজানিতে ভয়ত কঁপিবলৈ ধৰিলে। ভয়তে হাতেৰে চকু জপাই ধৰিলে। সেইফালে চাবলৈ আৰু সাহ নহল।

তেওঁ সাৰথিক কলে, "এই অপূৰ্ব্ব বীৰ যোদ্ধা সকলৰ লগত মই কোন সাহে যুঁজ কৰোঁ? আজি মোৰ অকলে কৌৰৱৰ লগত যুদ্ধ কৰাৰ শক্তি নাই। পিতা বিৰাট ৰজাই সকলোবোৰ সৈন্য লৈ গৈ সুশৰ্ম্মাৰ লগত যুদ্ধ কৰিছেগৈ। গোটেই নগৰ আজি ৰক্ষকবিহীন হৈ আছে। মোৰ কাৰণে আৰু সৈন্য বা সেনাপতি কোনো নাই। মই নিতান্ত অসহায়। এই হেন প্ৰসিদ্ধ বীৰসকলৰ লগত কি মতে মই যুদ্ধ দিম। বৃহন্নলা, নোৱাৰিম যুদ্ধ কৰিব। ৰথ ফিৰাই লোৱা।"

এই কথা শুনি বৃহন্নলাই হাঁহি মাৰি কলে "ৰাজকোঁৱৰ, তিৰুতা সকলৰ আগত বৰ কথা মাতি মোক সাৰথি পাতি যুদ্ধলৈ আগবাঢ়ি আহিছে। প্ৰতিজ্ঞা কৰি ৰথত আৰোহণ কৰিছে। এতিয়া নগৰৰ প্ৰজাসকলে আপোনাৰ ওপৰতে তেওঁলোকৰ জীৱন ৰক্ষাৰ কথা নিৰ্ভৰ কৰি আছে। সৈৰিন্ধ্ৰীয়ে মোক প্ৰশংসা কৰাত আপোনাৰ সন্মতি লৈ মই আপোনাৰ লগত আহি এইখিনি পাইছোঁহি। কাঢ়ি নিয়া গোধন উদ্ধাৰ নকৰি উলটি গ'লে মানুহে আমাক ইতিকিং কৰিব। মই কিন্তু উলটি যাব নোৱাৰোঁ। আপুনি স্থিৰহৈ যুদ্ধ কৰক।" এইবুলি উত্তৰলৈ বাট নাচাই বৃহন্নলাই ৰথ চলাই আগুৱাই যাবলৈ ধৰিলে। শত্ৰুসেনাৰ কাষ চপাই ৰথ ৰাখি দিলে। চকুৰ আগতে কুৰু সৈন্যক দেখা পাই উত্তৰে ভয়ত কঁপিবলৈ ধৰিলে।

উত্তৰে কলে, "বৃহন্নলা, মই যুদ্ধ কৰিব নোৱাৰিম। কৌৰৱহঁতে সিহঁতৰ ইচ্ছামতে গৰু-গাই লৈ যাওক। তিৰুতাসকলে তিৰস্কাৰ কৰিলেও

কৰিব। যুদ্ধ কৰি কি হব? একো লাভ নেদেখোঁ। মই হ'লে যুদ্ধ নকৰাকৈয়ে উভতি যাওঁ। ব'লা, ব'লা, ৰথ ঘূৰাই লোৱা। তাকে যদি নকৰা, মই হলে এতিয়াই ৰথৰপৰা জাপ দি পলাই লৰ মাৰিম।" এইবুলি কৈয়েই বৃহন্নলালৈ অপেক্ষা নকৰি ৰথঁৰপৰা জাপ মাৰি উত্তৰে নগৰৰ ফালে ভিৰাই লৰ মাৰিলে।

(পাঠকসকলে নাভাবিব যে এনে কথা গল্প বা সাধুকথাতেহে সম্ভৱ। উত্তৰৰ নিচিনা ৰাজকোঁৱৰ মাত্ৰেই এনে কাম কৰে। আজি কালিৰ যুদ্ধ বিলাকতো বহুত বীৰে পোনে পোনে কথাৰে হ্‌্বাল-ফাল লগাই পিচত ভয়তে বলিয়াৰ নিচিনা কামবোৰ কৰি পেলায়। ভালেমান বীৰ পুৰুষৰ এনে ধৰণৰ ভালেমান কাহিনীৰ বৰ্ণনা পোৱা যায়। ভয় মনৰ এটা দুৰ্ব্বলতাৰ চিন মাথোন। তাৰ ফলত বহুতো শাৰীৰিক লক্ষণ প্ৰকাশ পাবলৈ ধৰে। বীৰসকলে প্ৰথমতে ভয়ৰূপী শত্ৰুৰ লগত যুদ্ধ কৰি ভয়শূন্য হৈ অন্তত আত্মশক্তিৰে বুকু বান্ধি নিজৰ দুৰ্ব্বলতা দূৰ কৰি জয়যুক্ত হয়।)

উত্তৰৰ এনে দুৰৱস্থা দেখি পিচে পিচে খেদি গৈ অৰ্জ্জুনে কলেগৈ, "ৰাজকোঁৱৰ ভয়ত পলাইছা কিয়? নৌ যুদ্ধ লাগোঁতেই পলাই লৰ মৰা ক'ত শুনিছা? ক্ষত্ৰিয়ৰ এনে নিয়ম ক'তো নাই। উভতি ব'লা।" উত্তৰে ভ্ৰূক্ষেপ নকৰি নগৰৰ ফালে লৰিবলৈ ধৰিলে। বৃহন্নলায়ো মূৰৰ চুলি আৰু গাৰ চাদৰ বতাহত উৰাই লৈ প্ৰাণটাকি উত্তৰৰ পিচে পিচে চাপলি মেলিলে। কেনেবাকৈ বৃহন্নলাই আগছি ধৰে বুলি উত্তৰে বগিয়া-বগিকৈ লৰিবলৈ ধৰিলে। কৌৰৱসকলে এই কাণ্ড দেখা পাই আচৰিত হৈ নিন্দা-বখনা কৰাত লাগিল।

দ্ৰোণই কলে, "এইটো কোন? দেখাত মতা মানুহ যেন লাগে, কিন্তু গাত দেখোন তিৰুতাৰ বেশ। অৰ্জ্জুন নেকি?"

কৰ্ণই কলে, "এইটো অৰ্জ্জুন নে? হলেইবা অৰ্জ্জুন, আনবিলাক পাণ্ডৱ নাই যেতিয়া অকলে তেওঁ আমাক কি কৰিব? বিৰাট ৰজাই উত্তৰৰ হাতত নগৰ ৰক্ষাৰ ভাৰ দি সুশৰ্ম্মাৰ লগত যুদ্ধত ব্যস্ত। এই দুৰ্ব্বলচিতীয়া ৰাজকোঁৱৰটোৱে এজনী দাসীক সাৰথি লৈ যুদ্ধ কৰিবলৈ আহিছে— ইমানেহে কথা?"

বৃহন্নলা গৈ উত্তৰৰ কাষ চপাত উত্তৰে কাওবাওকৈ কবলৈ ধৰিলে, "মোক নধৰিবা দেও! তোমাক ধন, সম্পদ, কানি-কাপোৰ যি লাগে তাকে দিম। মোক নধৰিবা। তুমি বৰ সাহিয়াল মানুহ। মোক এৰি দিয়া,

কাৰো কৈ কৈছোঁ। আইৰ মই একেটি ল'ৰা। তাতে মই নিচেই সৰু ল'ৰা, বয়সো কম। এতিয়াও আইৰ কোলা এৰা নাই। মোৰ বৰ ভয় লাগিছে বন্ধু!" এইবুলি চিঞঁৰি-বাখৰি সেহাই-ফোপাই হাঁ-হুমুনিয়াহ কাঢ়ি বৃহন্নলাৰপৰা সাৰি যাবলৈ আঁকাই পকাই চাপলি মেলিলে।

বৃহন্নলাও এৰা ভকত নহয়। যেনে তেনে ধৰি লৈ টানি বলদি আনি ৰথত তুলি ললে।

উত্তৰে উপায়ন্তৰ হৈ কান্দিবলৈ ধৰিলে—"মই এটা অজ্ঞান বালক। নিজকে বীৰ বুলি ভাবিছিলোঁ। হায়! হায়! মই এতিয়া কি কৰোঁ? কলৈ যাওঁ? মই বৰ হতভগীয়া।"

বৃহন্নলাই বুজনি দি কলে "ৰাজকোঁৱৰ, ভয় খাইছা কেলেই? কৌৰৱ-হঁতৰ লগত মই যুদ্ধ কৰিম। তুমি কেৱল ঘোঁৰাৰ লেগামডাল ধৰি থাকা। তুমি ৰথখন চলাব পাৰিলে বাকী সকলো কাম মই চলাই দিব পাৰিম। মই নিশ্চয়কৈ কলোঁ, আমি জয়ী হমেই। পলাই গলেই নিগমে মৰিবা। মোৰ অস্ত্ৰ চালনাত কৌৰৱসকলে ছত্ৰভঙ্গ দিয়েনে নিদিয়ে চাই থাকা। তোমাৰ গোধন উদ্ধাৰ কৰিমেই। যশ-মান সকলো তোমাৰেই হব।" এইদৰে বঢ়াই-বুজাই বৃহন্নলাই উত্তৰৰ হাতত ঘোঁৰাৰ লেগাম গতাই দি শ্মশানৰ ওচৰত থকা সমিধ গছ এজোপাৰ তলত ৰথখন ৰাখিবলৈ উত্তৰক ইঙ্গিত কৰিলে।

এই দৃশ্য দেখা পাই দ্ৰোণই তেওঁক অৰ্জ্জুন বুলি স্থিৰ কৰি ভীষ্মক ইঙ্গিতেৰে বুজাই দিলে। দ্ৰোণাচাৰ্য্যৰ সেই ইঙ্গিত বুজি পাই দুৰ্য্যোধনে কৰ্ণৰ ফালে চাই কলে "তেওঁ যেয়ে নহওক, আমাৰ চিন্তাৰ একো কাৰণ নাই। যদি অৰ্জ্জুনেই হয়, আমাৰ আৰু এটা কাৰ্য্য সিদ্ধি হব। পূৰ্ব্বৰ কথামতে যদি ধৰা পৰে তেন্তে পাণ্ডৱহঁতে আকৌ বাৰ বছৰ বনবাস খাটিব লাগিব।"

গছৰ গুৰি পাই বৃহন্নলাই ৰাজকোঁৱৰ উত্তৰক কলে "বিৰাট পুত্ৰ, তোমাৰ জয় হওক। এতিয়া ৰথৰপৰা ঘোঁৰা খুলি দি এই গছৰ ওপৰলৈ উঠি গৈ সৌ অস্ত্ৰ-শস্ত্ৰবিলাক লৈ আহাঁগৈ।"

ৰাজকোঁৱৰ হতবুদ্ধি হৈ থিয় দি ৰ'ল। ভয়ত কঁপিবলৈ ধৰিলে। বৃহন্নলাই আকৌ মাত লগালে "ৰথত থকা অস্ত্ৰ-শস্ত্ৰবিলাক মোৰ কামত নাহে। এই গছৰ ওপৰত পাণ্ডৱসকলৰ ভালেমান অস্ত্ৰ-শস্ত্ৰ টোপোলা বান্ধি লুকাই থোৱা আছে। সেই সকলোবোৰ তুমি তললৈ নমাই আনা।"

উত্তৰে ভয় খাই কলে "মানুহৰ মুখত শুনিছোঁ এই গছত হেনো এটা বুঢ়া ব্যাধৰ মৈণীয়েকৰ মৰা শ ওলোমাই থোৱা আছে। এতিয়া মই শটো চুম কেনেকৈ ? মোক তেনে কামলৈ কিয় আগবঢ়াই দিছা ?"

বৃহন্নলাই কলে "ৰাজকোঁৱৰ যিটো বস্তু ওলমি থকা দেখা পাইছা, সেইটো মৰা শ নহয়। সেইটো পাণ্ডৱসকলৰ অস্ত্ৰ-শস্ত্ৰৰ টোপোলাহে। মই এইটো ভালকৈ জানো। দ্বিধা বোধ নকৰি গছৰপৰা সেইটো নমাই আনা। পলম কৰিলে বিপদ ঘটিব, উঠা, খৰ কৰা।"

নিৰুপায় হৈ কোঁৱৰে ঈশ্বৰক ভাবি-চিন্তি গছত উঠি সেই বান্ধি থোৱা অস্ত্ৰ-শস্ত্ৰৰ টোপোলাটো নাকে-মুখে সোপা লৈ তললৈ নমাই আনিলে। টোপোলাটো বান্ধি থোৱা চাল-কাপোৰখন খুলি বৃহন্নলাই বেলিৰ পোহৰৰ দৰে জক্‌মকাই থকা অস্ত্ৰ-শস্ত্ৰবিলাক উলিয়াই ৰথত তুলি ললে।

ধনুশৰবিলাকৰ তিৰবিৰণি দেখি ৰাজকোঁৱৰ উত্তৰৰ চকু জাপ খাই গ'ল। তাৰ পিচত সেপ ঢুকি বুকু ডাঠ কৰি অস্ত্ৰ-শস্ত্ৰবিলাক এপাত এপাতকৈ লুটিয়াই বগৰাই চাবলৈ ধৰিলে। হাতেৰে চোৱা মাত্ৰকতে উত্তৰে নিজকে শক্তিমান বীৰ যেন অনুভৱ কৰিবলৈ ধৰিলে।

তেতিয়া উত্তৰে উৎসাহ মনেৰে কবলৈ ধৰিলে "সাৰথি, কি আচৰিত! এইবোৰ তুমি পাণ্ডৱসকলৰ বুলি কৈছা ? তেওঁলোক দেখোন ৰাজ্যৰপৰা খেদা খাই মানুহৰ চকুৰ আঁৰত ক'ৰবাত বাস কৰি আছেগৈ। তুমি পাণ্ডৱসকলক চিনি পোৱা নেকি ?"

তেতিয়া বৃহন্নলাই বিৰাট পুত্ৰ উত্তৰৰ আগত তেওঁৰ নিজৰ, আন ভাইসকলৰ আৰু দ্ৰৌপদীৰ চিনাকি দি কবলৈ ধৰিলে "ৰজাৰ সন্তোষৰ অৰ্থে যি কঙ্কই ৰজাৰ লগত পাশা খেলি থাকে তেৱেঁই যুধিষ্ঠিৰ। যিজনে তোমালোকক জিভাত সোৱাদ লগা তৃপ্তিকৰ বস্তুবিলাক ৰান্ধি দিয়ে তেৱেঁই হ'ল ভীমসেন। যি সৈৰিন্ধ্ৰীক তোমালোকৰ প্ৰধান সেনাপতি কীচকে হীন চকুৰে চাই মৰা পৰিল সেই সৈৰিন্ধ্ৰীয়ে পাঞ্চালী। ঘোঁৰাৰখীয়া ধৰ্ম্ম-গ্ৰন্থি আৰু গো-পালক তন্ত্ৰীপাল হ'ল নকুল আৰু সহদেৱ। ময়েই ধনঞ্জয়। এতিয়া তোমাৰ ভয়ৰ কোনো কাৰণ নাই। মোৰ বল-বীৰ্য্য এতিয়াই নিজ চকুৰে দেখা পাবা। ভীষ্ম, দ্ৰোণ আৰু অশ্বথামাৰ চকুৰ আগতে কৌৰৱক পৰাজিত কৰি গৰুগাইবিলাক উদ্ধাৰ কৰি আনিম। তোমাৰ যশস্যাও বৃদ্ধি হ'ব।"

সেই কথা শুনি উত্তৰে নম্ৰভাৱে হাতযোৰ কৰি ক'লে "হে পাৰ্থ বীৰ, মই আজি মহা ভাগ্যৱান। বিজয়ে নিজ মূৰ্ত্তি ধৰি আজি মোক বীৰ বেশে

সজাই দিলেহি। স্বচক্ষে ত্ৰিভুৱন বিখ্যাত ধনঞ্জয়ক দৰ্শন কৰি বহুপুণ্যৰ ভাগী হলোঁ। মোৰ অজ্ঞানকৃত সকলো অপৰাধ ক্ষমা কৰক।"

অৰ্জ্জুনে উত্তৰৰ মনত সাহ জন্মাবলৈ নিজৰ পৰাক্ৰমৰ কথাবোৰ বৰ্ণাবলৈ ধৰিলে। তাৰ পিচত কৌৰৱ সেনাৰ সমুখলৈ ৰথ চলাই যুদ্ধস্থলিত নামি পৰিল আৰু ক্ষন্তেক ভগৱানক স্তুতি কৰি ল'লে। হাতৰপৰা শাখা বলয় আদি অলঙ্কাৰ-পাতি খহাই থৈ তাৰ ঠাইত কবচ পিন্ধি ল'লে। তাৰ পিচত কাপোৰেৰে চুলিতাৰ বান্ধি লৈ পূবমুৱা হৈ থিয় দি সকলোবোৰ অস্ত্ৰ সেৱা কৰি ৰথত উঠিল। গাণ্ডীৱত বাণ জুৰি তিনিবাৰ শৰ নিক্ষেপ কৰিলে। চৌদিশৰপৰা প্ৰতিধ্বনি উঠিল। সেই শব্দ শুনি কৌৰৱ বীৰসকলে 'এইটো গাণ্ডীবৰ ধ্বনি' বুলি অনুমান কৰিলে। নিজৰ চিনাকি দিবলৈ ৰথত উঠি থিয় হৈ অৰ্জ্জুনে দেৱদত্ত শঙ্খত ফুঁ দিলে। এই শব্দ শুনি কৌৰৱ সেনা ভয়ত কঁপিবলৈ ধৰিলে। সকলোৱে "সেয়া পাণ্ডৱসকল ওলালহি!" বুলি ভয় খাই চিঞৰ-বাখৰ লগালে।

ঘৰত তিৰুতাসকলৰ আগত বৰ এজন বীৰৰ ভাও দেখুৱাই যুদ্ধক্ষেত্ৰৰ পৰা ভয়ত পৃষ্ঠভঙ্গ দিয়া কথাটো যে কেৱল হাঁহি ধেমালিৰ নিমিত্তেহে যে বৰ্ণনা কৰা হৈছে এনে নহয়। গুণী মানুহে সাধাৰণতে গুণহীনক ঘিণ কৰে, বলীয়ে দুৰ্ব্বলীক নিন্দা কৰে—ই এটা মানুহৰ স্বভাৱ। সেই বুলি ধনঞ্জয়ে কিন্তু তেনে কৰা নাই। তেওঁ প্ৰকৃত বীৰ আৰু মহাত্মা। উত্তৰৰ দুৰ্ব্বলতা লক্ষ্য কৰি তেওঁ হতাশ নহৈ উত্তৰৰ অন্তৰত বল সঞ্চয় কৰিবলৈ চেষ্টা কৰিলে আৰু সফলো হ'ল। ধৈৰ্য্য আৰু সাহ অৰ্জ্জুনৰ জন্মগত গুণ বুলিয়েই তেওঁ অহঙ্কাৰশূন্য হৈ উপযুক্ত শিক্ষা দি উত্তৰক প্ৰকৃত বীৰ আৰু কীৰ্ত্তিমান কৰি তুলিলে।

অৰ্জ্জুনে কদাপিও আত্মশক্তি লঙ্ঘন কৰি (অৰ্থাৎ শক্তিৰ অতিৰিক্ত) কোনো কামত হাত নিদিছিল। এইখিনিয়েই অৰ্জ্জুনৰ লগত অহা সংস্কাৰ। হঠাতে মুখৰ আগত আহি পৰা সুযোগৰ চেলু লৈ তেওঁ কদাচিতো কোনো ঘৃণনীয় কাম কৰা নাছিল। অৰ্জ্জুনৰ কেবাটাও নাম জনাজাত আছিল। তাৰ এটা হ'ল 'বীভৎসু' অৰ্থাৎ কুৎসিৎ কাম কৰিবলৈ তেওঁ বৰ লাজ কৰিছিল। সেই কাৰণে তেওঁ কোনো অন্যায় কাম নকৰিছিল।

শেষলৈ উত্তৰ অৰ্জ্জুনৰ দৰেই বীৰ হৈ উঠিছিল। পিচত গৈ কুৰু-ক্ষেত্ৰৰ যুদ্ধত তেওঁ হাতীৰ পিঠিত উঠি শল্যৰ মুখামুখি হৈ যুদ্ধ কৰি বীৰৰ দৰে স্বৰ্গলাভ কৰিছিল।

# প্ৰতিজ্ঞা পালন

অৰ্জ্জুনে ৰথ পৰিচালনা কৰি কৌৰৱ সেনাৰ সন্মুখ পালেগৈ। গাণ্ডীৱৰ টঙ্কাৰত কৌৰৱ সেনাৰ বুকু কঁপি উঠিল।

দ্ৰোণই ক'লে "আমাৰ সৈন্য সাৱধানে সমাৱেশ কৰি যুদ্ধ আৰম্ভ কৰিব লাগিব। অৰ্জ্জুন আহি উপস্থিত।"

দ্ৰোণৰ সতৰ্ক বাণী দুৰ্য্যোধনৰ মনঃপুত নহল। তেওঁ কৰ্ণৰ ফালে চাই ক'লে "পাশাখেলত হাৰি বাৰবছৰ বনবাস খটাৰ পিচত আৰু এবছৰ অজ্ঞাতবাস কৰিব লাগিব এয়ে আছিল পাণ্ডৱৰ প্ৰতিজ্ঞা। তেৰ বছৰ আজিও পূৰা হোৱা নাই। তাৰ পূৰ্ব্বেই অৰ্জ্জুনে আহি আমাক গা দেখা দিছেহি। গতিকে আমাৰ ভয়ৰ কোনো কাৰণ দেখা নাই। পাণ্ডৱসকলে পুনৰ বাৰবছৰ কাল বনবাস খাটিব লাগিব। দ্ৰোণই অনৰ্থক ভয় খাইছে। পণ্ডিতসকলৰ স্বভাৱেই এনে। পৰৰ দোষকেহে কেৱল খুচৰি ফুৰিব জানে। এওঁলোকক পিচ পেলাই আমি আগ বাঢ়োহঁক ব'লা।"

কৰ্ণই দুৰ্য্যোধনৰ কথাত হয় দি ক'লে "বীৰসকল, তোমালোকে যুদ্ধত নমাকৈয়ে অনাহকত ভয় খাইছাহঁক। সেই ৰথত উঠি ধেনু-কাঁড় ধাৰণ কৰা লোকজনক ইবিলাকে অৰ্জ্জুন বুলি শঙ্কা কৰিছে। তেওঁ যদি স্বয়ং পৰশুৰামো হয় আমাৰ ক্ষতি কি? মই অকলৈ তেওঁক ভেটা দিম। দুৰ্য্যোধনৰ আগত তেতিয়া যি প্ৰতিজ্ঞা কৰিছিলোঁ তাক এতিয়াই পালন কৰিম। গোটেই কুৰুসেনা ভয়ত কোচখাই জঠৰ হৈ পৰিলেও মই অকলৈ যুদ্ধ পৰিচালনা কৰিম। তেওঁলোকে মৎস্য ৰজাই গৰুগাইবিলাক এৰি দিলেও মই অকলৈ গৈ পাৰ্থৰ সন্মুখত থিয় দিমগৈ।" এই বুলি তেওঁ নিজৰ শৌৰ্য্য-বীৰ্য্য বল বিক্ৰমৰ কথাবোৰ বখানিবলৈ ধৰিলে।

কৰ্ণৰ কথাত কৃপাচাৰ্য্যই মাত লগালে "এইটো নিতান্ত মূৰ্খামি কৰা হ'ব। আমি সকলোবিলাকে গৈ অৰ্জ্জুনক ভেটা দিওঁহঁক। বেহ সাজি যুদ্ধ দিলেহে আমি ৰক্ষা পৰিমহঁক, নহলে মিছা হব। কৰ্ণ, তুমি এনে মৰসাহ নিদিবা।"

সেই কথাত কৰ্ণৰ খং উঠিল। ক'লে "অৰ্জ্জুনৰ প্ৰশংসা কৰি এই বিপ্ৰই বৰ আনন্দ লাভ কৰে। অৰ্জ্জুনৰ শক্তি অতিৰঞ্জিত কৰি ফুৰাই এওঁলোকৰ এটা অভ্যাস হৈ পৰিছে। এই কাম ভয়তে কৰেনে নাইবা ভালবি যোৱাবলৈকে কৰে মই বুজিব পৰা নাই। ভয়াতুৰ মানুহ যুদ্ধত

নমা অনুচিত। এনেবোৰ মানুহক যুদ্ধক্ষেত্ৰলৈ অনাটোৱেই ভুল। প্ৰভুৰ অন্ন ভোজন কৰি যিসকল মহাপুৰুষ ইয়ালৈ আহিছে সেইসকল উভতি যাওক। মই কিন্তু যুদ্ধ কৰিমেই বেদ মন্ত্ৰ মাতি থকা সকলে, শত্ৰুৰ যশ কৰা ব্ৰাহ্মণসকলে, এই ঠাই পৰিত্যাগ কৰাই উচিত।"

কৰ্ণই আচাৰ্য্যসকলৰ প্ৰতি এনে নিন্দাবাদ কৰা শুনি অশ্বত্থামাৰ অসহ্য হ'ল। তেওঁ আছিল কৃপাচাৰ্য্যৰ ভাগিনিয়েক। তেওঁ শুনাই দিলে "হেৰা কৰ্ণ, আমি গৰুগাইবিলাক এতিয়ালৈকে হস্তিনাপুৰলৈ নিব পৰা নাই এখোন। এটা কামো নিছিদ্ৰকৈ নকৰাকৈ অনৰ্থক আত্মপ্ৰশংসা কৰি মৰিছা কিয়? আমিতো ক্ষত্ৰিয় নহয়। আমি যথাৰীতি বেদ পঢ়ি শাস্ত্ৰজ্ঞান লাভ কৰিছোঁ। পাশাখেলত জয়লাভ কৰি কোনো ৰজাক ৰাজ্যৰপৰা বঞ্চিত কৰি পেলোৱা কোনো শাস্ত্ৰতে উল্লেখ পোৱা নাই। যুদ্ধ জয় কৰি যি শত্ৰুৰ ৰাজ্য লাভ কৰে তেনে লোকে কেতিয়াও আত্মপ্ৰশংসা কৰা শুনা নাই। তোমালোকে কি এনে ডাঙৰ কাম কৰিলা যে এনেকৈ নিজেই নিজৰ গুণ বৰ্ণনা কৰি অস্থিৰ হৈ উঠিছা? জুয়ে নীৰৱে ভুক্ত বস্তু হজম কৰি যায়। সূৰ্য্যয়ো নীৰৱে জগতত পোহৰ বিলাই থাকে। পৃথিৱীয়েও কোনো প্ৰশংসা লৈ অপেক্ষা নকৰি সদায় সকলোকে নীৰৱে বুকুত সাবটি ধৰি আছে। পাশাখেলত অন্যায়ভাৱে জয়লাভ কৰি ৰাজ্যলাভ কৰা কথাটোত নো প্ৰশংসাৰ থল ক'ত? ব্যাধে যেনেকৈ চৰাই চিৰিকতিক প্ৰলুব্ধ কৰি জালত আবদ্ধ কৰে সেইদৰে তোমালোকেও পাশাখেলত জয়লাভ কৰি পাণ্ডৱসকলক ৰাজ্যভ্ৰষ্ট কৰি প্ৰতিজ্ঞাত আবদ্ধ কৰি ৰাখিছা। ইয়াত নো আকৌ আত্মপ্ৰশংসাৰ থল ক'ত? কৰ্ণ, দুৰ্য্যোধন, কোৱাচোন বাৰু, তোমালোকেনো কোনখন যুদ্ধত পাণ্ডৱসকলৰ লগত জিকিব পাৰিছা? একবস্ত্ৰা দ্ৰৌপদীক প্ৰকাশ্য সভাৰ মাজত হীনভাৱে অপমান কৰিলা। তোমালোক মূৰ্খ, সুগন্ধি লাভৰ আশাত চন্দন গছ গুৰিতে কাটি পেলোৱাৰ দৰে সুখভোগৰ আশাত তোমালোকে কৌৰৱ বংশ উচ্ছেদ কৰিবলৈ ওলাইছা। পাশাখেলি যিমান সহজে ইন্দ্ৰপ্ৰস্থ জয় কৰিছা আজি পাৰ্থক জয় কৰা সিমান সহজ বুলি নাভাবিবা। গাণ্ডীৱৰ তীক্ষ্ণ শৰৰ আগত আজি জৰ্জ্জৰিত হবাইঁক। আজি গাণ্ডীৱৰপৰা জয়লাভৰ চিন থকা অঙ্ক নোলায় ওলাব একোকুৰা জলা জুই মাথোন। আৰু সেই জুইৰ তাপত তোমালোক ছেদেলি-ভেদেলি হৈ পৰিবাইঁক। অহঙ্কাৰী মূৰ্খহঁত, সাৱধান হৈ বৈ থাকা। আজি আৰু তোমালোকৰ নিস্তাৰ নাই। ৰাজসভাত মহাপাপী শকুনিৰ চক্ৰান্তত তোমালোক জয়ী হ'ব পাৰা কিন্তু ধৰ্ম্মক্ষেত্ৰ স্বৰূপ যুদ্ধক্ষেত্ৰত আজি জয়ৰ আশা নকৰিবা।"

কুৰুনায়কসকলক অধৈৰ্য্যভাৱে এনেকৈ কাজিয়া কৰি থকা দেখি ভীষ্মদেৱে লাহেকৈ মাত লগাই ক'লে "মোৰ কথা শুনাহঁক। জনাবুজা মানুহে নিজৰ আচাৰ্য্যক অপমান নকৰে। দেশকাল পাত্ৰ ভালকৈ জানি বুজি লৈহে যুদ্ধত নমা উচিত। পণ্ডিতসকলৰো নিজৰ বেলিকা কেতিয়াবা বুদ্ধিভ্ৰম ঘটা দেখা যায়। মহা বুদ্ধিমান দুৰ্য্যোধনেও ৰথত উঠি ৰহি থকা ধনঞ্জয়ক চিনিবকে নোৱাৰিলে। খণ্ডৰ কোবত তেওঁৰ বুদ্ধিভ্ৰম ঘটিছে। অশ্বত্থামা, কৰ্ণই যি কথা কৈছে সেইটো পূজনীয় কৃপাচাৰ্য্যক প্ৰকাৰান্তৰে উৎসাহ দিবৰ নিমিত্তেহে। গতিকে সেইটো ভাৱলৈ লক্ষ্য কৰি তেওঁৰ কথা সহিবলৈ চেষ্টা কৰা। নিজৰ ভিতৰত এখন কাজিয়াৰ সৃষ্টি কৰিবৰ সময় এইটো নহয়। দ্ৰোণাচাৰ্য্য, কৃপাচাৰ্য্য আৰু অশ্বত্থামা, আপোনালোকে ক্ষমা কৰিব। দ্ৰোণ আৰু অশ্বত্থামা এই দুগৰাকী ব্ৰাহ্মণৰ ভিতৰত ব্ৰাহ্মণত্ব আৰু ক্ষত্ৰিয় এই দুয়োটা গুণৰ সামঞ্জস্য থকা দেখা যায়। এনে দুজন পুৰুষৰ সহায় আজি কৌৰৱসকলে বহু ভাগ্যৰ ফলত লাভ কৰিছে। দ্ৰোণাচাৰ্য্যৰ পৰাক্ৰম ইমান বেছি যে পৰশুৰামৰ বাহিৰে এই জগতত তেওঁৰ সমকক্ষ কোনো নাই। আচাৰ্য্যপুত্ৰ ইমানতে ক্ষমা কৰিব। কাজিয়া পৰিহাৰ কৰক। আমি সকলোটি একেগোট হলেই পাৰ্থক জয় কৰিব পাৰিম। এতিয়া ভৱিষ্যত কৰ্ত্তব্য সম্পৰ্কেহে আলোচনা কৰি স্থিৰ কৰিব লাগে। আমাৰ ভিতৰত কাজিয়া হলে ধনঞ্জয়ক পৰাভূত কৰা আৰু সম্ভৱ নহব।"

এইদৰে কুলপতি ভীষ্মদেৱে নানান প্ৰকাৰে বুজাই বঢ়াই ভিতৰুৱা কাজিয়াখনৰ অন্ত পেলালে।

দুৰ্য্যোধনৰ ফালে চাই ভীষ্মদেৱে ক'লে "ৰজা, ধনঞ্জয় আহি যুদ্ধক্ষেত্ৰত উপস্থিত হৈছেহি। কালিয়েই তেৰ বছৰ অন্ত পৰিছে। তোমালোকৰ গণনা ভুল হৈছে। বছৰ, মাহ, পক্ষ আদি কৰি ভাগবিলাক আৰু কালৰ গতি সম্পৰ্কে জ্যোতিষীসকলে মোৰ মতকে সমৰ্থন কৰিব। অধিমাস ধৰি গণনা কৰাত তোমালোকৰ লেখটো ভুল হৈছে। অৰ্জ্জুনে গাণ্ডীৱত বাণ যোজনা কৰি টঙ্কাৰ দিছে শুনা। মই ভালকৈয়ে জানো অজ্ঞাতবাসৰ কালছোৱা কালিয়েই পূৰ্ণ হৈ গ'ল। যুদ্ধত নমাৰ আগতে বুদ্ধি স্থিৰ কৰি যুদ্ধ পৰিচালনা কৰিব লাগিব। দুৰ্য্যোধন, তুমি পাণ্ডৱসকলৰ লগত কিবা স্বৰূপে মিত্ৰতা কৰিব খোজা যদি এয়ে উপযুক্ত সময় বুলি জানিবা। যুদ্ধ বা সন্ধি কোনটো বিচৰা এতিয়াই তাক চিন্তা কৰি কোৱা।"

দুৰ্য্যোধনে টপৰাই ক'লে "মই সন্ধি আৰু শান্তি এটাৰো প্ৰয়াসী নহওঁ। এখন গাৱেঁা পাণ্ডৱহঁতক নিদিওঁ। যুদ্ধৰ সম্পূৰ্ণ আয়োজন কৰক।"

দ্ৰোণাচাৰ্য্যই আদেশ দিলে "চাৰিভাগৰ এভাগ সৈন্য লৈ দুৰ্য্যোধন হস্তিনাপুৰলৈ উলটি যাওক। চাৰিভাগৰ এভাগে কাঢ়ি অনা গৰুগাইবিলাক আগুৰি হস্তিনাপুৰলৈ খেদি লৈ যাওক। কাৰণ, গৰুবিলাক এৰি দিয়া কথাটো পৰাজয় স্বীকাৰ কৰাৰ নিচিনা হ'ব। বাকী যি আধা সৈন্য থাকিব তাৰে আমি পাঁচজনে অৰ্জ্জুনৰ সৈতে যুদ্ধ কৰিম। মোৰ এই দিহামতে কাম কৰিলেই দুৰ্য্যোধনৰ মঙ্গল হ'ব।"

কৌৰৱ বীৰসকলে দুৰ্য্যোধনক ৰক্ষা কৰিবলৈ এনে ব্যৱস্থা কৰিলে।

সিফালে অৰ্জ্জুনে উত্তৰক ক'লে "উত্তৰ। শত্ৰু সৈন্যৰ মাজত দেখোন দুৰ্য্যোধনৰ ৰথ দেখা নাপাওঁ? ভীষ্মদেৱে কৱচ ধাৰণ কৰি সোৱা দুৰৈত থিয় দি আছে। দুৰ্য্যোধনক কিন্তু দেখা নাযায়। এওঁলোকক এৰা দি দুৰ্যোধনক লক্ষ্য কৰি ৰথ চলাই ব'লা। মোৰ মনে ধৰিছে গৰুগাইবিলাক সামৰি লৈ দুৰ্যোধন পিছুৱাই গৈ আছে।" সেই কথা ভাবি অৰ্জ্জুনে আন কুৰুসৈন্যসকলক এৰি গৰুগাইবিলাক আৰু দুৰ্য্যোধনক লক্ষ্য কৰি খেদি গ'ল।

আগবঢ়াৰ পূৰ্ব্ব মুহূৰ্ত্তত অৰ্জ্জুনে গাণ্ডীবৰপৰা দুপাত শৰ দ্ৰোণাচাৰ্য্য আৰু ভীষ্মদেৱৰ ভৰিৰ ওচৰত পৰাকৈ নিক্ষেপ কৰি বীৰোচিত প্ৰণাম জনালে।

দুৰ্য্যোধনে গাৰ বলেৰে খেদি লৈ যোৱা গোধন উদ্ধাৰ কৰিবলৈ বুলি অৰ্জ্জুনে পোনে পোনে গৈ কুৰুসৈন্যবিলাকক শৰেৰে হানি ছেদেলি-ভেদেলি কৰি পেলালে। তাৰ পিচত গৰুগাইবিলাকক ঘূৰাই নিজ ঠাইলৈ আগুৰি লৈ যাবলৈ গুৱালবিলাকক আদেশ কৰিলে। গুৱালবিলাকেও সেই আদেশ পালন কৰি ৰংমনে সেইবিলাক আগুৰি লৈ ঘৰমুৱা হ'ল।

অৰ্জ্জুনে দুৰ্য্যোধনৰ ফালে কোবাকুবিকৈ খেদি যোৱা দেখা পাই ভীষ্মকে আদি কৰি কুৰুবীৰসকলে অৰ্জ্জুনৰ পিচ লৈ তেওঁৰ ওপৰত শৰ বৰষিবলৈ ধৰিলে। অৰ্জ্জুনেও কোনোফালে ভ্ৰূক্ষেপ নকৰি বিশেষ দক্ষতাৰে যুদ্ধ কৰিবলৈ ধৰিলে। প্ৰথমতে কৰ্ণক আক্ৰমণ কৰি তেওঁক যুদ্ধক্ষেত্ৰ পৰিত্যাগ কৰিবলৈ বাধ্য কৰিলে। তাৰ পিচত দ্ৰোণাচাৰ্য্যক আক্ৰমণ কৰিলে। দ্ৰোণাচাৰ্য্যয়ো পৰাজয় স্বীকাৰ কৰিলে। পিতাকক পৰাজিত হোৱা দেখি অশ্বত্থামাই আগবাঢ়ি আহি অৰ্জ্জুনৰ মুখামুখি হ'ল। কিন্তু অৰ্জ্জুনে সেই সময়ত দ্ৰোণাচাৰ্য্যক যুদ্ধক্ষেত্ৰ পৰিত্যাগ কৰি যাবলৈ অৱসৰ দিলে। সেই

অৱসৰতে দ্ৰোণই যুদ্ধ ক্ষেত্ৰ এৰি গুচি গ'ল। তেতিয়া অৰ্জ্জুন আৰু অশ্বত্থামাৰ ভিতৰত এখন তুমুল যুদ্ধ লাগি উঠিল। অশ্বত্থামা ক্লান্ত হৈ পৰাত কৃপাচাৰ্য্য আহি তেওঁৰ লগত যোগ দিলেহি। তেওঁলোক পৰাজিত হ'ল। এইদৰে সকলো বীৰ পৰাজিত হোৱাত কুৰুসৈন্য ছত্ৰভঙ্গ দি পলাই গ'ল।

এই অৱস্থা দেখি ভীষ্মদেৱে যত্ন কৰি কুৰুসৈন্যবিলাক গোটাই লৈ নিজে গৈ অৰ্জ্জুনক আক্ৰমণ কৰিলে। পৰ্ব্বত পাহাৰ যেনেকৈ ৰৰফে ঢাকি পেলায় সেইদৰে ভীষ্মৰ শৰে অৰ্জ্জুনক ঢাকি পেলালে। কিন্তু খন্তেকতে অৰ্জ্জুনে কুৰুবীৰসকলৰ আক্ৰমণ ব্যৰ্থ কৰি সকলোকে তীব্ৰভাৱে আক্ৰমণ কৰিলে। ভীষ্ম আৰু অৰ্জ্জুনৰ এই যুদ্ধখন চাবলৈ হেনো স্বৰগৰ দেৱতা-সকলো নামি আহিছিল।

কৌৰৱৰ প্ৰধান পাঁচজন বীৰে যেতিয়া দুৰ্য্যোধনৰ পিচ লোৱা অৰ্জ্জুনক ভেটা দিবলৈ অক্ষম হ'ল তেতিয়া অৰ্জ্জুনে দুৰ্য্যোধনক অকলশৰীয়াকৈ পাই নানান নগুৰ শাস্তিৰে লাঞ্ছিত অপমানিত কৰি এৰি দিলে। এইদৰে লঘু-লাঞ্ছনা পাই দুৰ্য্যোধনে যুদ্ধক্ষেত্ৰৰপৰা প্ৰাণ লৈ পলাই সাৰিবলৈ উপায় বিচাৰিবলৈ ধৰিলে।

তেতিয়া অৰ্জ্জুনে দুৰ্য্যোধনক ক'লে "তোমাৰ সদ্‌নাম আৰু সুখ্যাতিত কলঙ্ক সানি পলাই যাব খুজিছা কিয়?" সেই কথা শুনা মাত্ৰেই দুৰ্য্যো-ধনৰ খঙে মূৰ পালেকৈ আৰু ফেটীসাপৰ দৰে ফোচ্‌ফোচাই খেদি অৰ্জ্জুনৰ মুখৰ আগত জপিয়াই পৰিলহি। কিন্তু ভীষ্মকে আদি কৰি কুৰুবীৰসকলে সেই দৃশ্য দেখা পাই লৰি আহি দুৰ্য্যোধনক বেৰি ধৰি ৰক্ষা কৰিলেহি। অৰ্জ্জুনে তেতিয়া যুদ্ধ কৰি সকলোকে পৰাস্ত কৰি মোহিনী বাণ মাৰি আটাইকেজনকে টোপনিত লালকাল কৰি তেওঁলোকৰ পিন্ধা কাপোৰবিলাক কাঢ়ি ললে। যুদ্ধৰ কাপোৰ-কানি কাঢ়ি ধুঁহি লৈ যোৱাটো সেই কালত সৰ্ব্বশেষ জয়লাভৰ চিন বুলি প্ৰচলিত আছিল।

দুৰ্য্যোধনৰ চেতন অহাৰ পিচত ভীষ্মদেৱে তেওঁক হস্তিনালৈ উভতি যাবলৈ উপদেশ দিলে। সেইমতে সকলো কুৰুসৈন্য লৈ তেওঁ হস্তিনা-পুৰলৈ উলটি গ'ল।

তেতিয়া অৰ্জ্জুনে উত্তৰৰ ফালে চাই ক'লে "ব'লা এতিয়া, নগৰৰ ফাল ৰথ চলাই দিয়া। তোমাৰ গোধন উদ্ধাৰ হ'ল। পৰাজিত হৈ শত্ৰুবিলাক পলাই গুচি গ'ল। ৰাজকোঁৱৰ এতিয়া তুমি ফুল-চন্দন পিন্ধি নগৰ প্ৰৱেশ কৰা।"

উলটি যাওঁতে বাটত সমিধ গছৰ ওপৰত পাণ্ডৱসকলৰ অস্ত্ৰশস্ত্ৰ বিলাক আগৰ দৰে সামৰি থৈ অৰ্জ্জুনে পুনৰ বৃহন্নলাৰ ভেশচন ধৰি নিজে ৰথৰ সাৰথি হৈ ৰথ চলাই নগৰৰ ফালে যাবলৈ ধৰিলে। উত্তৰে জয়লাভ কৰি আহিছে'—এই সংবাদ নগৰত আগতীয়াকৈ প্ৰচাৰ কৰিবলৈ বৃহন্নলাই শীঘ্ৰে দূত পঠাই দিলে।

## বিৰাটৰ ভ্ৰান্তি

ত্ৰিগৰ্ত্তৰাজ্যৰ অধিপতি সুশৰ্ম্মাক জয় কৰি বিৰাট ৰজা নিজ ৰাজ্যলৈ উলটি আহিল। নগৰৰ প্ৰজাসকলে বিজয়লাভৰ চিন-স্বৰূপে আনন্দ কোলাহল কৰিবলৈ ধৰিলে। অন্তেষপুৰলৈ গৈ ৰজাই উত্তৰক দেখা নাপাই "উত্তৰ কলৈ গ'ল" বুলি বিচাৰ লগালে। অন্তেষপুৰত তিৰুতাসকলে উৎসাহেৰে কবলৈ ধৰিলে "তেওঁ কৌৰৱহঁতক জয় কৰিবলৈ বুলি নগৰৰ উত্তৰ ফাললৈ গৈছে।" তিৰুতাসকলে ধাৰণা কৰিছিল যে ৰূপবান বীৰ উত্তৰে সকলো যুদ্ধতে জয়লাভ কৰি উলটি আহিব আৰু সেই ভাবেই বিৰাটৰ আগত সেই বাৰ্ত্তা দিছিল।

ৰজা চিন্তিত হৈ উঠিল আৰু কথাটোৰ গুৰিগছ লবলৈ সকলোকে সুধি ফুৰিবলৈ ধৰিলে। পিচত গোটেই বৃত্তান্তটো গম পাই তেওঁ উদ্বিগ্ন হৈ মহা চিন্তাত পৰিল।

এটা নপুংসকক সাৰথি কৰি ৰাজকোঁৱৰ এনে এটা বিঘিনিপূৰ্ণ কামলৈ আগ বাঢ়ি গ'ল। মোৰ এটি মাত্ৰ প্ৰাণাধিক পুত্ৰ! নিশ্চয় সি আৰু পৃথিৱীত নাই। নিশ্চয় ইয়াত কোনো সন্দেহেই নাই!" এইদৰে চিন্তা কৰি ৰজা কাতৰ হৈ পৰিল।

তাৰ পিচত মন্ত্ৰীসকলক মতাই আনি তেওঁ আদেশ শুনালে বোলে "শীঘ্ৰে সৈন্যসামন্ত লৈ যুদ্ধক্ষেত্ৰলৈ যোৱাহঁক। উত্তৰক জীয়াই থকা যেন দেখা পালে বি কোনো প্ৰকাৰে তেওঁক ৰক্ষা কৰি লৈ আহিবলৈ নাপাহৰিবা।" যুদ্ধক্ষেত্ৰত উত্তৰ কেনি কি ভাৱে আছে তাক জানি আহিবলৈ দূতক আদেশ কৰিলে।

কঙ্কই ৰজাক সান্ত্বনা দিবলৈ চেষ্টা কৰিলে। কলে "আপুনি ৰাজ-

কৌঁৱৰৰ নিমিত্তে নিশ্চিন্ত থাকক। বৃহন্নলা তেওঁৰ সাৰথি হৈ গৈছে। তেওঁৰ কথা আপোনাৰ অবিদিত নহয়। মই তেওঁৰ শক্তিৰ কথা ভালকৈ জানো। তেওঁক সাৰথি পালে ৰথাৰোহী যিয়েই নহওক বিজয়লাভত তিলমাত্ৰও সন্দেহ নাথাকে। সুশৰ্ম্মাৰ পৰাজয়ৰ বাতৰি কুৰুসৈন্যৰ মাজত ইতিমধ্যে নিশ্চয় প্ৰচাৰ হৈ গৈছে। কৌৰৱ সৈন্য এতেপৰে যুদ্ধত পৰাজিত হৈ পলাই পত্ৰং দিছে। এই কথাত বিৰাট ৰজাই অলপ সান্ত্বনা পালে।

ইতিমধ্যে উত্তৰৰ দূতসকল আহি প্ৰচাৰ কৰি দিলেহি যে "উত্তৰৰ জয় হৈছে আৰু কুৰুসেনা ছত্ৰভঙ্গ দি পলাই গৈছে। কাঢ়ি নিয়া গোধন আমাৰ হস্তগত হৈছে।" দূতৰ মুখৰ এই কথাবিলাকত কিন্তু বিৰাট ৰজা প্ৰত্যয় মানিব নোৱাৰিলে।

কঙ্কই ৰজাক ক'লে "এই বিষয়ে সন্দেহৰ কোনো কাৰণ নাই। দূতহঁতৰ কথা মিছা নহয়। বৃহন্নলা সাৰথি হৈ গৈছে যেতিয়া জয়লাভ সুনিশ্চিত। আপোনাৰ কুমাৰৰ জয় হৈছে—এই কথাত সমূলি সন্দেহ নকৰিব। মই ধুৰুপকৈ জানো কৃষ্ণৰ সাৰথি বা দেৱৰাজ ইন্দ্ৰৰ সাৰথিয়েও বৃহন্নলাৰ লগত ফেৰ মাৰিব নোৱাৰে।" কঙ্কৰ কথাত ৰজা পতিয়ন গ'ল। আনন্দত অধীৰ হৈ দূতসকলক নানান ধন-বস্ত্ৰ উপহাৰ দিলে।

ইয়াৰ পিচত ৰজাই আদেশ জাৰি কৰিলে যে "নগৰ গোটেইখন জাক-জমককৈ সজাই ধুনীয়া কৰিব লাগে মই সুশৰ্ম্মাক পৰাস্ত কৰাটো এটা সামান্য কথা। ৰাজকোঁৱৰৰ জয়টোহে প্ৰকৃত জয়। প্ৰতি ঘৰে ঘৰে পূজা-পাঠ, নাম-কীৰ্ত্তন হব লাগে। গোটেই নগৰৰ বাই আলিবিলাকৰ ঠায়ে ঠায়ে বিজয় নিচান আঁৰি দিয়া হক। ডবা শঙ্খ আদি মাঙ্গলিক ধ্বনিৰে শোভাযাত্ৰা সহকাৰে মোৰ বীৰ পুত্ৰক আদৰি আনিবলৈ সকলো প্ৰকাৰৰ আয়োজন সম্পূৰ্ণ কৰা।"

বিজয়ী পুতেকক যথাযোগ্য অভিনন্দন জনাবলৈ বিৰাট ৰজাই মন্ত্ৰী-সকলক, সৈন্যসামন্তবিলাকক আৰু ৰাজকুঁৱৰীসকলক আদেশ শুনাই অন্তেষ-পুৰলৈ সোমাই গৈ সৈৰিন্ধ্ৰীক কলেগৈ "মই পুত্ৰৰ বিজয়ী লাভৰ আনন্দত মতলীয়া হৈছোঁ। তুমি এতিয়া আমাৰ খেলৰ সকলো সমল ততালিকে লৈ আহাগৈ যোৱা।" তাৰ লগে লগে তেওঁ কঙ্কৰ লগত বহি পাশাখেলত মগ্ন হৈ পৰিল।

খেলৰ লগে লগে কথা-বতৰাও চলিবলৈ ধৰিলে। স্বাভাৱিকতে ৰজাই পুত্ৰৰ মহত্ব আৰু শক্তিৰ কথা বৰাই কৰি কবই। মোৰ লৰাৰ যশস্যাৰ আৰু গৌৰৱৰ কথা জানিছা। তাৰ শক্তিৰে প্ৰসিদ্ধ কুৰুবীৰসকলৰ

যুদ্ধক্ষেত্ৰৰপৰা পলাবলৈ বাধ্য কৰালে। হাঁহি মাৰি কঙ্কই উত্তৰ দিলে "হয় আপোনাৰ পুত্ৰৰ সৌভাগ্যৰ কাৰণেই তেওঁ বৃহন্নলাক সাৰথি হিচাপে লাভ কৰিলে। ৰাজকোঁৱৰ সঁচাকৈয়ে বৰ সৌভাগ্যবান পুৰুষ—ইয়াত লেশমাত্ৰও সন্দেহ নাই।"

কঙ্কৰ মুখত বাৰে বাৰে বৃহন্নলাৰ প্ৰশংসা বাক্যবোৰ শুনি ৰজাই খঙত অসহনীয় হৈ কলে "আপুনি ঘনে ঘনে এটা নপুংসকৰ প্ৰশংসাহে কৰি আছে দেখোন? মোৰ লৰাৰ বিজয় বাৰ্ত্তা শুনি আপুনি অন্তেষপুৰত সোমাই থকা সেই নপুংসক সাৰথিৰ হে গুণ গাই আছে, মোৰ লৰাৰ জয়লাভ যেন একোৱেই নহয়?

কঙ্কই তেতিয়া অলপ টান স্বৰত প্ৰতিবাদ কৰি কলে "মই যি কৈছোঁ জানি-শুনিয়েই কৈছোঁ। বৃহন্নলা সাধাৰণ পুৰুষ নহয়। তেওঁ যাৰ সাৰথিৰ দায়িত্ব গ্ৰহণ কৰে তেওঁক কোনেও যুদ্ধত পৰাভূত কৰিব নোৱাৰে। তেওঁ চলোৱা ৰথত যি আৰোহণ কৰে তেওঁ জগতত আন কোনেও বলে নোৱাৰা কামো সমাধা কৰিব পাৰে।" কঙ্কৰ মুখত আকৌ বৃহন্নলাৰ যশস্যা বাক্য শুনি খঙে-বিষে ৰজা অধৈৰ্য্য হৈ পৰিল।

ৰজাই বিপৰীত ভাৱৰ গুণ বখনা অসহ্য হোৱাত খং চম্ভালিব নোৱাৰি কঙ্কৰ গালত এটা চৰ মাৰি দিলে আৰু পাশাৰ পাশাটি মুখলৈ দলি মাৰি পঠিয়ালে। গুটিৰ খুন্দা কঙ্কৰ কপালত লাগিল আৰু তাৰপৰা তেজ ওলাবলৈ ধৰিলে।

সৈৰিন্ধ্ৰী সেই সময়ত ওচৰতে আছিল। তেওঁ লৰ মাৰি আহি ৰিহাৰ আঁচলেৰে কঙ্কৰ তেজৰ ধাৰবিলাক মছি সেই তেজ লগা কাপোৰখন এটা সোণৰ পাত্ৰত পানী লৈ তাত জুবুৰিয়াই থলে।

সৈৰিন্ধ্ৰীৰ এই কাৰ্য্য দেখি বিৰাটৰ খং আৰু এখোপ চৰি উঠিল। কলে "সৈৰিন্ধ্ৰী, সেইবোৰ কি কৰিছা? সোণৰ পাত্ৰত কাপোৰখন জুবুৰি-য়াই থৈছা কিয়?" সৈৰিন্ধ্ৰীয়ে উত্তৰ দিলে "মহাৰাজ, সন্ন্যাসীৰ তেজৰ এটা টোপ যদি কেনেবাকৈ মাটিত পৰে আপোনাৰ অকল্যাণ হব। সন্ন্যাসীৰ তেজত যিমানবিলাক কণিকা আছে সেইবোৰ মাটিত পৰিবলৈ পালে সিমান বছৰ আপোনাৰ ৰাজ্যত অনাবৃষ্টি হৈ থাকিব। আপোনাৰ ৰাজ্যৰ মঙ্গলৰ কাৰণেই এই তেজ লগা কাপোৰখন সোণৰ পাত্ৰত জুবুৰিয়াই থৈছোঁ। মই জানো আপুনি কঙ্কৰ মহিমা এতিয়াও বুজা নাই।

ঠিক সেই সময়তে দুৱৰী আহি জনালেহি "উত্তৰ আৰু সাৰথি বৃহন্নলা দুয়ো উলটি আহিছে। ৰজাৰ দৰ্শন পাবলৈ কোঁৱৰ দুৱাৰত উপস্থিত।"

সেই কথা শুনা মাত্ৰকে ৰজাই আবেগত আসন এৰি জাপ মাৰি উঠি কলে "ৰাজকোঁৱৰক এই মুহূৰ্ত্তে মোৰ কাষলৈ লৈ আহাঁ যোৱা।" সেই সময়তে কঙ্কই দুৱৰীক মনে মনে কৈ পঠালে "কেৱল ৰাজকোঁৱৰকহে লৈ আহিবা, বৃহন্নলা যেন ইয়ালৈ নাহে।"

কঙ্কৰ কপালৰপৰা তেজ বৈ থকা দেখা পালে বৃহন্নলা অধীৰ হৈ পৰিব, এই কথা তেওঁ জানিছিল আৰু খং দমাব নোৱাৰিলে কেনে ঘটনা হব কোনে জানে। যুদ্ধক্ষেত্ৰৰ বাহিৰে আন কাৰোদ্বাৰা ধৰ্ম্মপুত্ৰৰ গাত আঘাত লগা অৰ্জ্জুনে সহিব নোৱাৰিব। সেই কাৰণে কঙ্কই দুৱৰীক বৃহন্নলাক লগত নানিবলৈ ইঙ্গিত কৰিছিল।

ৰাজকোঁৱৰ উত্তৰ অন্তেষপুৰলৈ সোমাই গৈ ভক্তিভাৱে পিতাকক সেৱা জনাই কঙ্কৰ ফালে ঘূৰি সন্মান জনাবলৈ ধৰি দেখা পালে তেওঁৰ কপালত তেজ বৈ আছে। দেখি তেওঁ চিঞৰ মাৰি উঠিল। কাৰণ, তেওঁ ইতিমধ্যে জানিছে এই কঙ্কই ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰ। তেওঁ বিৰক্ত ভাৱেৰে সুধিলে "ৰাজন, এই মহাজনজনৰ কপালত ঘা কেনেকৈ লাগিল আৰু তেজ বৈ আছে?"

বিৰাট ৰজাই উত্তৰলৈ চাই কলে "বাছা, এই কথাত নো ইমান ভাবিব লগা কি হৈছে। ময়ে তেওঁক মৰা সঁচা। মই যেতিয়া তোমাৰ বিজয় বাৰ্ত্তা শুনি আনন্দ সাগৰত মগ্ন সেই সময়ত তেওঁ তোমাৰ কথা উলাই কৰি বৰং তোমাৰ সাৰথি হৈ যোৱা সেই নপুংসকটোৰ যশস্যাহে কৰিবলৈ ধৰিলে। তোমাৰ বল বিক্ৰমৰ কথা কলে এই দুৰ্ভগীয়া ব্ৰাহ্মণে তোমাৰ সাৰথিজনৰহে প্ৰশংসা কৰে। এইটো নিশ্চয় উপলুঙা কৰা কথা অৱশ্যে মই দুঃখিত যে তেওঁক আঘাত কৰিলোঁ বাৰু এতিয়া সেই কথাৰ বখনা-বখনি নিষ্প্ৰয়োজন।

ৰাজকোঁৱৰে সেই কথা শুনা মাত্ৰে ভয়ত কঁপি কঁপি পিতাকক কলে পিতা, আপুনি সৰ্ব্বনাশ কৰিলে। বৰ ডাঙৰ জগৰ লগালে। পিতা, আপুনি এইটো বৰ ডাঙৰ অপৰাধ কৰিছে। এতিয়াই এই মহাপুৰুষক হাতে-ভৰিয়ে ধৰি ক্ষমা খোজক। নহলে আজি আমি সবংশে নিৰ্ম্মূল হ'ম।"

ৰাজকুমাৰৰ এই কথাৰ একো তাৎপৰ্য্য বুজিব নোৱাৰি ৰজা কিংকৰ্ত্তব্য বিমূঢ় হল কিন্তু উত্তৰ ইমান উদ্বিগ্ন আৰু ব্যাকুল হৈ উঠিছিল তেওঁ নিজেই যুধিষ্ঠিৰক প্ৰণাম কৰি ক্ষমা প্ৰাৰ্থনা কৰিলে।

ইয়াৰ পিচত ৰজাই কিন্তু পুতেকক সাৱটি ধৰি তেওঁক বহুৱাই লৈ ক'লে "বাছা, তুমি নিশ্চয় এজন মহাবীৰ, কেনেকৈ কৌৰৱসকলক পৰাস্ত

কৰিলা জানিবলৈ মই বৰ অধৈৰ্য্য হৈ আছোঁ। কেনেকৈ কৌৰৱক হেৰুৱাই গৰুগাইবিলাক উদ্ধাৰ কৰি আনিলা? শীঘ্ৰে সকলো কথা বিতংকৈ মোক বুজাই কোৱাঁ।

ৰাজকোঁৱৰে তলমূৰ হৈ উত্তৰ দিলে "পিতা, মই কোনো কুৰুসেনা জয় কৰা নাই। গৰুগাইবিলাকো মই উদ্ধাৰ কৰা নাই। সকলো কাম সমাধা কৰিলে এজন দেৱকুমাৰেহে। তেৱেঁই আমাৰ কাৰ্য্যভাৰ গ্ৰহণ কৰি মোক ৰক্ষা কৰিলে আৰু কৌৰৱসেনা ছত্ৰভঙ্গ কৰি আমাৰ গোধন উদ্ধাৰ কৰি আনিলে। মই সঁচাই একোকে কৰা নাই।"

বিৰাট ৰজাই এই কথা শুনি আচৰিত হৈ সুধিলে "ক'ত সেই দেৱ-কুমাৰজন? তেওঁক এই মুহূৰ্ত্তে ইয়ালৈ আদৰি আনা। মোৰ পুত্ৰক বিজন মহাবীৰ পুৰুষে শত্ৰুক পৰাস্ত কৰি ৰক্ষা কৰি আনিলে, সেই বীৰশ্ৰেষ্ঠৰ মুখদৰ্শন কৰি জীৱন ধন্য কৰোঁ। মই আজিয়েই মোৰ কন্যা উত্তৰাক তেওঁৰ হাতত অৰ্পন কৰিম। বিধিমতে তেওঁক আজি পূজা কৰিবৰ ইচ্ছা হৈছে। বাছা, যোৱা, মুহূৰ্ত্তে তেওঁক ইয়ালৈ লৈ আহাগৈ।"

ৰাজকোঁৱৰে ক'লে "সেই বীৰ দেৱতাজন যুদ্ধজয় কৰিয়েই নিৰুদ্দেশ হ'ল। কাইলৈ বা পৰহিলৈ সম্ভৱতঃ আমাক দেখা দিবহি। উত্তৰৰ এইদৰে কোৱাৰ অৰ্থ আছে। তেওঁ দেৱৰাজ ইন্দ্ৰৰ পুত্ৰ যেতিয়া দেৱ-কুমাৰেই। বিশেষ তেওঁ এতিয়া বৃহন্নলাৰ ভেশ ধৰি নিৰুদ্দেশ হোৱা কথাটোও সঁচা।

পিচত যেতিয়া বিৰাটৰ ৰাজসভা আৰম্ভ হ'ল তেতিয়া ৰজা আৰু ৰাজকোঁৱৰৰ বিজয় লাভত তেওঁলোকক সম্বৰ্দ্ধনা জনাবলৈ ৰাজ্যৰ লেখত লবলগীয়া গণ্যমান্য ভদ্ৰমণ্ডলী আহি নিজৰ নিজৰ আসন গ্ৰহণ কৰি বহিল। কঙ্ক, বল্লভ, বৃহন্নলা, তন্ত্ৰীপাল আৰু ধৰ্ম্মগ্ৰন্থী এই সকলো ৰজা আৰু ৰাজকোঁৱৰৰ বিজয় লাভত প্ৰকৃত সহায়কাৰী আছিল। তেওঁলোক ৰাজসভালৈ আহি, নিজৰ ইচ্ছাতে ৰাজকোঁৱৰসকলৰ আসন অধিকাৰ কৰি বহিল।

সকলোৱে ভাবিলে ৰজাৰ আদেশ পাইহে এই পাঁচগৰাকী ৰাজকৰ্ম্মচাৰী ৰাজকোঁৱৰসকলৰ আসনত বহিবলৈ সাহ কৰিছে। ইবিলাকে বিপদৰ সময়ত ৰজাক বহুতো উপকাৰ কৰাত আৰু যুদ্ধৰ সময়ত বৰ বীৰত্ব আৰু ক্ষমতা প্ৰকাশ কৰা দেখি এই পাঁচোজন বীৰক সন্মান প্ৰদৰ্শন কৰিবলৈ এনে এটা আয়োজন কৰা হৈছে। সঁচাকৈয়ে এই পাঁচগৰাকী বীৰে এনে সন্মান পোৱাৰ যোগ্য।'

বিৰাট ৰজাই সভামণ্ডপত প্ৰবেশ কৰিয়েই সন্ন্যাসী কঙ্ক, বান্ধনি বল্লভ, নটুৱা বৃহন্নলা, ঘোঁৰাৰখীয়া তন্ত্ৰীপাল আৰু গোৱাল ধৰ্ম্মগ্ৰন্থীক নিশ্চিন্তমনে সিংহাসনত বহি থকা দেখা পাই খণ্ডত ৰুদ্ৰমূৰ্ত্তি ধৰিলে। ৰজাই খণ্ডতে অলপ সময় কিবাকিবি কথা কোৱাত পঞ্চপাণ্ডৱে ভাবিলে ইমানেই বহুত হৈছে এতিয়া নিজৰ পৰিচয় দিয়া উচিত। এই ভাবি ছদ্মবেশী পাণ্ডৱসকলে নিজৰ নিজৰ পৰিচয় সভাত ঘোষণা কৰিবলৈ ধৰিলে। সেই ঘোষণা শুনা মাত্ৰে সভাস্থ সকলোবিলাক আনন্দত অভিভূত হ'ল আৰু বিস্ময় মানিলে।

এবছৰ কাল ধৰি পাঁচ পাণ্ডৱ আৰু দ্ৰৌপদীয়ে ৰাজ কাৰেঙত থাকি ৰাজ পৰিয়ালৰ সেৱা যত্ন আৰু যুদ্ধত ৰজা-ৰাজকোঁৱৰৰ প্ৰাণ ৰক্ষা কৰি বিৰাট ৰাজ্যৰ যে কি মহৎ উপকাৰ সাধিলে সেই কথা ভাবি আনন্দ আৰু কৃতজ্ঞতাত বিৰাট ৰজাৰ দুই গালে আনন্দাশ্ৰু বৰলৈ ধৰিলে। ৰজাই যুধিষ্ঠিৰক হাতযোৰ কৰি ক'লে "হে ধৰ্ম্মপুত্ৰ, এই ঋণ অভাজনে কেনেকৈ পৰিশোধ কৰিম? ইয়াৰ প্ৰতিদানৰ সমল মোৰ কি আছে?" এই বুলি ধৰ্ম্মপুত্ৰক সাবট মাৰি ধৰিলে।

ৰজাই সেই মুহূৰ্ত্তে তেওঁৰ গোটেই ৰাজ্য ধৰ্ম্মপুত্ৰক দান কৰিলে ধৰ্ম্মপুত্ৰই পুনৰ সেই ৰাজ্য ঘূৰাই দিলে। ৰজাই তেতিয়া নিজৰ জীয়েক উত্তৰাক অৰ্জ্জুনলৈ বিয়া দিয়াৰ প্ৰস্তাব দাঙি ধৰিলে।

সেই কথাত অৰ্জ্জুনে মাত লগালে "বিৰাটৰাজ, এইটো যুক্তিমূলক কথা নহব। কাৰণ মই গুৰু হিচাপে ইমান দিন উত্তৰাক নাচ গান শিক্ষা দি আহিছোঁ—মই তেওঁৰ পিতৃস্বৰূপ।" কিন্তু সকলোৱে আলোচনা কৰি অন্তত অৰ্জ্জুনৰ পুতেক অভিমন্যুৰ লগতে উত্তৰাৰ বিয়াৰ ব্যৱস্থা কৰিলে।

ইতিমধ্যে দুৰাত্মা আৰু প্ৰৱঞ্চক দুৰ্য্যোধনৰ ওচৰৰপৰা কেইজনমান দূত আহি উপস্থিত হ'লহি। দূতসকলে যুধিষ্ঠিৰক ক'লে "হে ধৰ্ম্মপুত্ৰ, ৰজা দুৰ্য্যোধনে আমাক আপোনাৰ কাষলৈ পঠাইছে। তেখেতে জনাইছে যে ধনঞ্জয়ৰ অসাৱধানতাৰ ফলত আপোনালোকৰ অজ্ঞাতবাসৰ কথা ধৰা পৰিছে। সেইকাৰণে আপোনালোকে আকৌ ঘূৰি বাৰ বছৰ বনবাস খাটিব লাগিব। তেৰ বছৰ নৌ পূৰ হওঁতেই তেওঁ গা দেখা দিছে। গতিকে পূৰ্ব্বৰ প্ৰতিজ্ঞা অনুযায়ী আপোনালোকে ঘূৰি বনবাস খাটিব লাগে।

ধৰ্ম্মপুত্ৰই হাঁহি মাৰি ক'লে "দূতসকল, এতিয়াই হস্তিনাপুৰলৈ উভতি যোৱাহঁক। প্ৰতিজ্ঞা অনুসৰি তেৰ বছৰ কাল পূৰ হলনে নাই সেই কথাৰ

বিচাৰ কৰিব পৰা পুৰুষ ভীষ্ম পিতামহ আৰু আচাৰ্য্য দ্ৰোণৰপৰা ভালকৈ বুজি লবলৈ দুৰ্য্যোধনক কোৱাগৈছিল। তেৰ বছৰ পৰ হোৱাৰ পিচতহে ধনঞ্জয়ৰ গাণ্ডীৱৰপৰা টঙ্কাৰ উঠি শত্ৰুসকলৰ বুকুত কঁপনি তুলিছিল আৰু পলাব লগাত পৰিছিল।"

## মন্ত্ৰণা

তেৰ বছৰ শেষ হলত পাণ্ডৱসকলে বিৰাট ৰজাৰ ৰাজধানী পৰিত্যাগ কৰি বিৰাট ৰাজ্যৰ ভিতৰতে থকা উপপ্লব্য নামে এখন নগৰত প্ৰকাশ্য ভাৱে বাস কৰি থাকিল। তাৰপৰা মিত্ৰ-কুটুম্বসকললৈ দূত পঠাই খবৰ বাতৰি দিলে।

দ্বাৰকাৰপৰা শ্ৰীকৃষ্ণ, বলৰাম, সুভদ্ৰা, অভিমন্যু আৰু যদুবংশৰ ভালেমান শ্ৰেষ্ঠ বীৰ আহি উপপ্লব্য নগৰ পালেহি। জনাৰ্দ্দনৰ আগমন বাতৰি পঞ্চপাণ্ডৱে দ্ৰৌপদী আৰু বিৰাট ৰজাক লগত লৈ নানা বাদ্য বজাই সন্মান পূৰ্ব্বক আদৰি নিলেহি। অজ্ঞাতবাসৰ প্ৰথমছোৱাত পঞ্চপাণ্ডৱক যিসকলে অনিচ্ছা সত্বেও এৰি যাবলৈ বাধ্য হৈছিল সেই ইন্দ্ৰসেনকে আদি কৰি সকলো আহি পাণ্ডৱসকলক দেখা কৰিলেহি। কাশীৰাজে লগত দুই অক্ষৌহিণী সেনা লৈ যুধিষ্ঠিৰক সাক্ষাৎ কৰিলেহি। পাঞ্চালৰাজ দ্ৰুপদেও তিনি অক্ষৌহিণী সেনা লৈ পঞ্চপাণ্ডৱৰ লগ ললেহি। দ্ৰৌপদীৰ ল'ৰাকেইটি, শিখণ্ডী, ধৃষ্টদ্যুম্ন আদিয়েও দ্ৰুপদ ৰজাৰ লগতে আহিল। ইয়াত বাজেও ভালেমান ৰজাই সৈন্য সামন্ত লৈ পাণ্ডৱসকলৰ সাহাৰ্য্যাৰ্থে গোট খালেহি। পোনপ্ৰথমতে শাস্ত্ৰমতে অভিমন্যু আৰু উত্তৰাৰ বিয়াখন হৈ গ'ল। তাৰ পিচত ৰজা আৰু বীৰসকল সকলো গোটখাই বিৰাটৰ ৰাজসভাত মন্ত্ৰণা আৰম্ভ কৰিলে। সেই সভাত বিৰাট ৰজাৰ কাষত ভগৱান শ্ৰীকৃষ্ণ আৰু ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰে আসন গ্ৰহণ কৰি বহিল আৰু দ্ৰুপদ ৰজাৰ কাষত বলৰাম আৰু সাত্যকীয়ে আসন গ্ৰহণ কৰিলে। ভালেমান বীৰপুৰুষ আৰু মহাপুৰুষ আহি পয়োভৰ কৰি সভাস্থল ভৰি পৰিল। সভাগৃহৰ হাই উৰুমি শান্ত পৰিলত সকলোৱে নিস্তব্ধ হৈ শ্ৰীকৃষ্ণৰ ফালে চাই ৰ'ল। তেতিয়া শ্ৰীকৃষ্ণই পোনতে আসনৰপৰা উঠি কথা আৰম্ভ কৰিলে।

যুধিষ্ঠিৰ কপট পাশাখেলত হাৰি তাৰ ফলতে তেওঁ ৰাজ্যৰপৰা খেদা খাই বাৰ বছৰ কাল বনবাস আৰু অন্তত এবছৰ অজ্ঞাত বাসত থাকি কটালে। পাণ্ডৱসকলৰ প্ৰতিজ্ঞা অনুযায়ী এই তেৰ বছৰ ধৰি যি দুখ দুৰ্গতিৰ মাজেৰে তেওঁলোকে দিন কটালে সেই কথা আপোনালোকৰ প্ৰায় সকলোৱেই জানিছে। কত কষ্ট কত দুখ কত যে লঘু-লাঞ্ছনা সহ্য কৰি থাকিব লগা হৈছিল তাৰ ওৰ পাৰ নাই। সেইবোৰ যি হবলগা হৈ গ'ল। এতিয়া যাতে দুৰ্য্যোধন আৰু ধৰ্ম্মপুত্ৰ দুয়োৰে কল্যাণ হয়। ন্যায় আৰু ধৰ্ম্ম যাতে থাকে তাৰ উপায় আলোচনা কৰি আজিৰ সভাত স্থিৰ কৰিব লাগে। অধৰ্ম্মযুক্ত কোনো কথাকে ধৰ্ম্মপুত্ৰই আশা নকৰে। ধৃতৰাষ্ট্ৰৰ যি পুতেক-সকলে তেওঁক ছলনা কৰি পাৰেমানে দুখ কষ্ট লঘু-লাঞ্ছনা ভোগালে সেই কৌৰৱসকলৰ মঙ্গল আৰু খ্যাতিকেহে ধৰ্ম্মপুত্ৰই বাঞ্ছা কৰে। কৌৰৱ-সকলৰ লোভ আৰু ধৰ্ম্মপুত্ৰৰ ধৰ্ম্মবুদ্ধি এই দুইটা কথা ভালকৈ আলোচনা কৰি আপোনালোকে মন্ত্ৰণা স্থিৰ কৰক। দুৰ্য্যোধনৰ পেটত কি আছে আমি নাজানো। চোকা বুদ্ধি আৰু সজগুণ সম্পন্ন এজন দূতক দুৰ্য্যোধনৰ ওচৰলৈ পঠাই দি আমাৰ সভাৰ অভিমত জনাই দিব লাগিব আৰু পঞ্চ-পাণ্ডৱক অৰ্দ্ধ ৰাজ্য দান দিয়াৰ প্ৰস্তাৱ কৰি দুৰ্য্যোধনৰ ওচৰলৈ সন্ধিৰ কথাৰে পঠাই দিয়ক।" এইদৰে সভাৰ আগত নিজৰ মন্তব্য প্ৰকাশ কৰি শ্ৰীকৃষ্ণই ককায়েক বলৰামৰ ফালে চালে।

বলৰামে ক'লে "কৃষ্ণই ঠিক ধৰ্ম্ম আৰু ৰাজনীতিসঙ্গত মন্ত্ৰণাকে দিছে। আপোনালোক সকলোৱে শুনিছেই। দুৰ্য্যোধন আৰু ধৰ্ম্মপুত্ৰ দুয়োৰে ভালৰ কাৰণেই কৃষ্ণই তেনে পৰামৰ্শ দিছে। মই তেওঁৰ প্ৰস্তাৱ সাদৰেৰে সমৰ্থন কৰিছোঁ। কুন্তীৰ পুত্ৰসকলে তেওঁলোকৰ আধাৰাজ্য শুভোতাই পাবলৈ বাঞ্ছা কৰিছে। তাকে যদি সন্ধিৰে লাভ কৰিব পাৰে তেন্তে দুই পক্ষৰে আৰু প্ৰজাসকলৰো মঙ্গল হব তাত অলপো সন্দেহ নাই। সেই কাৰণেই দুৰ্য্যোধনৰ কাষলৈ এজন বিশ্বাসী দূত পঠোৱা যুগুত হব। কৌৰৱ আৰু পাণ্ডৱসকলৰ মাজত সন্ধি স্থাপন কৰিব পাৰে এনে এজন উপযুক্ত লোক বাচি দিয়ক। ভীষ্মদেৱ, ধৃতৰাষ্ট্ৰ, দ্ৰোণাচাৰ্য্য, বিদুৰ, কৃপ, অশ্বত্থামা, কৰ্ণ আৰু শকুনিৰ লগত আলোচনা কৰি সেই দূতজনে কুন্তিপুত্ৰসকলৰ নিমিত্তে নম্ৰভাৱে আধাৰাজ্যৰ কথাটো জনাব। তেওঁ নিজে যেন সেই আলোচনাত কোনো খং উঠা কথাৰ পাতনি নেমেলে। ধৰ্ম্মপুত্ৰই জানি শুনি পাশাখেলত যোগদান কৰি ৰাজ্য হেৰুৱাইছে। মিত্ৰ সুহৃদসকলৰ বাধা নামানি তেওঁ নিজৰ দুৰ্ব্বুদ্ধিতাৰ দোষত পাশা খেল সৰ্ব্বস্ব

কৰিছিল। শকুনি হ'ল পাশাখেলত অজেয়। এই কথা জানিও যুধিষ্ঠিৰে জুইত জাঁপ দিলে। সেই গতিকে মহাৰাজৰ ওচৰত পাঁচ পাণ্ডৱৰ আধা-ৰাজ্যৰ নিমিত্তে কাতুৰ্ব্বাদ কৰি অনুৰোধ জনাব লাগিব। যি জনেই দূত হৈ যাব তেওঁ যেন যুদ্ধপ্ৰিয় লোক নহয়। যি কোনো প্ৰকাৰে সন্ধি স্থাপন কৰাত পাকৈত যেন অনুমান হয় সকলোৰে একমত হৈ তেনে এজন লোকক পঠোৱা যুগুত। দুৰ্য্যোধনৰ ওচৰত সৰুটো হৈ কথাৰে ভোল নিয়াব লাগিব। হে ৰাজেন্দ্ৰসকল, আপোনালোকে যুদ্ধৰ কথা মনলৈ নানিবই। সন্ধিৰে হাত কৰিবপৰা ধন সম্পত্তিৰ সাৰ্থকতা বেছি। যুদ্ধ ঘটিলেই নানা প্ৰকাৰ দুৰ্নীতিৰ আশ্ৰয় লব লগা হৈ উঠিব পাৰে আৰু তাৰ লগে লগে নানান লাটিঘাটিও হব লাগিব।"

বলৰামৰ অভিমত এইটোৰেই আছিল যে জানি শুনি যুধিষ্ঠিৰে পাশাখেলিবলৈ গৈছিল। প্ৰতিজ্ঞা অনুযায়ী তেওঁলোকে বনবাসত কাল কটালে। আকৌ ঘূৰি বনবাস খটাৰ কোনো প্ৰয়োজন নাই। বৰ্ত্তমানে স্বাধীনভাৱে থকাৰ অধিকাৰ তেওঁলোকৰ বৰ্ত্তিছে। কিন্তু হেৰোৱা ৰাজ্য ওভোতাই পাবলৈ দুৰ্য্যোধনৰ ওচৰত পাণ্ডৱসকলৰ দাবী নৰজে। পাশা খেলৰ সময়ত পণ ৰখা ৰাজ্য ওভোতাই দিয়াৰ প্ৰশ্ন উঠা নাছিল। এৰি দিয়া ৰাজ্য এৰা পৰিয়েই থাকিব। গতিকে ভাল ভাৱে খুজিলে পাণ্ডৱ-সকলে যি হয় এটা অংশ পাব পাৰে। কিন্তু অধিকাৰ সূত্ৰে হেৰোৱা ধনৰ ওপৰত দাবী নৰজে। পাশাখেলত ধন সম্পত্তি পণ ৰখা কথাটো মূৰ্খামিৰ বাহিৰে আন একো নহয়। সজ্ঞানে পাশাখেলত ধনবস্তু হেৰুৱালে সেইবোৰ হেৰোৱাতে থাকি যায়। হেৰোৱা ধন ওভোতাই লোৱা কথাটো একোপধ্যে সমৰ্থন কৰিব নোৱাৰি। একেটা বংশতে জন্ম লৈ ইটোৱে সিটোৱে যুঁজ বাগৰ কৰি থকা কথাটো বলৰামে সমৰ্থন নকৰিলে। তেনে যুদ্ধৰপৰা নানান অনৰ্থৰ সূত্ৰপাত হব পাৰে—এয়ে আছিল বলৰামৰ শঙ্কা।

(ব্যাসদেৱে বলৰামৰ এই ভাৱৰ যোগেদি জগৎবাসীক সদায় এই উপদেশ মানি চলিবলৈ ইঙ্গিত কৰিছে।)

বলৰামৰ মুখত এনে বাক্য শুনি সাত্যকিয়ে সহি থাকিব নোৱাৰিলে। তেওঁ খং মুৱাকৈ ক'লে "বলৰামৰ কথাখিনি মই হলে কোনো পধ্যেই ন্যায়সঙ্গত বুলি সমৰ্থন কৰিব নোখোজোঁ। প্ৰত্যেকেই নিজৰ নিজৰ স্বাৰ্থ ৰাখিবলৈ নিজৰ কথাবিলাকৰ যুক্তি দেখুৱায়। প্ৰত্যেকে নিজৰ নিজৰ কথাবোৰ ৰখানি তাৰ সমৰ্থন জনায়। অধৰ্ম্ম কেতিয়াও

ধৰ্ম্ম হব নোৱাৰে। যিবিলাক কথা অনীতি সি কেতিয়াও নীতি হব নোৱাৰে। বলদেৱৰ কথা মই যুক্তিৰে খণ্ডন কৰিম। সেইবোৰ কথা মই সমূলি সমৰ্থন কৰিব নোৱাৰোঁ। একেজনী মাকৰ গৰ্ভত ওপজা দুটা সন্তানৰ এটা বীৰ আৰু আনটো ভীৰু হোৱা দেখা যায়। একেজোপা গছতে এটা গুটি ধৰা কলি আৰু এটা গুটি নোহোৱা কলি হোৱাও দেখা যায়। কৃষ্ণৰ উক্তি ধৰ্ম্মসঙ্গত আৰু বলৰামৰ উক্তি তেনে নহয়। ধৰ্ম্ম-পুত্ৰৰ বঢ়াটুটা কথাবিলাক যিজনে সভাত প্ৰকাশ কৰিছে তেওঁৰ উক্তিৰ পৰা বুজা যায় তেওঁ দুৰ্য্যোধনৰ ভয়ত ভীত হৈছে। কঠুৱা কথা কোৱাৰ নিমিত্তে মোক সভাসদসকলে ক্ষমা কৰে যেন। যুধিষ্ঠিৰ পাশাখেলত নিপুণ নহয় আৰু সেই সময়ত খেলিবলৈ অনিচ্ছুক আছিল। তথাপি তেওঁক নানান চক্ৰান্ত কৰি মাতি নি কপট পাশাৰে পৰাজিত কৰিলে। তেওঁ তেওঁৰ প্ৰতিজ্ঞা আখৰে আখৰে পালন কৰিলে। তেওঁ এতিয়া কি বিশেষ কাৰণত দুৰ্য্যোধনৰ মুখলৈ চাই তেওঁৰ ওচৰত ৰাজ্য ভিক্ষা কৰিবগৈ? যুধিষ্ঠিৰতো ভিক্ষাৰী নহয়? মূৰ দোঁৱাই ৰাজ্য ভিক্ষা কৰিবৰ কোনো কাৰণ ঘটা নাই। পাণ্ডৱসকলে যথাবিধি বাৰ বছৰ কাল বনবাস খাটি শেষ কৰিলে। তাৰ উপৰিও এবছৰ কাল অজ্ঞাতবাস খাটি অন্ত কৰিলে। এনে স্থলতো দুৰ্য্যোধনে দূত পঠাই এই বাতৰি দিছে যে পাণ্ডৱসকলে অজ্ঞাতবাসৰ বছৰটো পূৰা নৌ হওঁতেই গা দেখা দিলে। এনে অধৰ্মী দুৰ্য্যোধনকে আদি কৰি কৌৰৱহঁতক যুদ্ধত পৰাস্ত কৰি ধৰ্ম্মপুত্ৰৰ ভৰি ছুই ক্ষমা প্ৰাৰ্থনা খোজাইহে এৰিম। সিহঁতে তাকে নকৰে যদি সিহঁতৰ সকলোকে যমপুৰীলৈ পঠাম। ধৰ্ম্মযুদ্ধৰপৰা দুৰ্নীতি ঘটিব নোৱাৰে। অস্ত্ৰশস্ত্ৰৰ যুদ্ধত শত্ৰু হানি হলে অধৰ্ম্ম হব নোৱাৰে। শত্ৰুৰ ওচৰত হেয় হৈ থকা বৰ নীচ কথা। দুৰ্য্যোধনে যুদ্ধ বাঞ্ছা কৰিলে আমি যুদ্ধ দিবলৈ সাজু হ'ম। এধন্তকো পলম নকৰি আমি কৰ্ত্তব্য স্থিৰ কৰি পেলাম। বিনা যুদ্ধই দুৰ্য্যোধনে ৰাজ্য ওভোতাই নিদিয়ে। শুভকাৰ্য্য পলমকৈ কৰা মূৰ্খামিৰ কথা।

সত্যকিৰ এনে ডাঠি কোৱা কথাখিনি শুনি দ্ৰুপদ ৰজাই বৰ বং পালে আৰু ক'লে—"ঠিক কথা, সাত্যকিৰ কথা সম্পূৰ্ণ সঁচা। সেইটো মই সমৰ্থন কৰিছোঁ। সজ উপদেশ শুনি দুৰ্য্যোধন সজ পথত যোৱা লোক নহয়। যুদ্ধৰ নিমিত্তে আমি অবিৰাম চেষ্টা কৰি থাকিব লাগিব। বন্ধু-বান্ধৱসকলৰ ওচৰলৈ দূত পঠাই আমি সৈন্য-সামন্ত আৰু যুদ্ধৰ আহিলাপাতি সংগ্ৰহ কৰিব লাগিব। শল্য, ধৃষ্টকেতু, জয়ন্তসেন, কেকয় আদি কৰি

ৰজাসকলৰ ওচৰলৈ লৰালৰিকৈ দূত পঠোৱা উচিত। ধৃতৰাষ্ট্ৰৰ ওচৰলৈকো এজন যোগ্য দূত পঠাব লাগে। মোৰ সভাপণ্ডিত আৰু পুৰোহিতক ধৃতৰাষ্ট্ৰৰ ৰাজসভালৈ পঠাই দিম। দূতৰ মুখেদিয়েই আমি আমাৰ বক্তব্য ধৃতৰাষ্ট্ৰক জনাম। ভীষ্মদেৱ, ধৃতৰাষ্ট্ৰ, দ্ৰোণাচাৰ্য্য আৰু দুৰ্য্যোধন এই কেইজনৰ প্ৰত্যেককে আমাৰ বক্তব্য কবলৈ দূতক যথাযথ উপদেশ দি পঠাই দিম।"

দ্ৰুপদৰাজৰ এনে পৰামৰ্শ শুনি বাসুদেৱ থিয় হল। দ্ৰুপদৰ ফালে চাই তেওঁ কবলৈ ধৰিলে—"আপোনাৰ পৰামৰ্শ অতি যুক্তিপূৰ্ণ। তাকে কৰা উচিত। এয়ে ৰাজনীতি। বলৰাম আৰু মোৰ লগত কৌৰৱ আৰু পাণ্ডৱসকলৰ ঘনিষ্ঠতা একে ধৰণৰ। উত্তৰাৰ বিয়ালৈ বুলিহে আমি আহিছিলো। এতিয়া আমি দ্বাৰকালৈ উভতি যাম। জ্ঞান আৰু বয়স এই দুয়োটাতে আপুনি শ্ৰেষ্ঠ পুৰুষ। আপুনি আমাৰ গুৰুতুল্য। ধৃতৰাষ্ট্ৰয়ো আপোনাক সন্মানৰ চকুৰে চায়। দ্ৰোণ আৰু কৃপ আপোনাৰ বাল্যবন্ধু। ধৃতৰাষ্ট্ৰৰ ওচৰলৈ গৈ কি কৰগৈ লাগে সেইমতেই দূতক উপদেশ দি পঠাই দিয়ক। সকলো প্ৰকাৰে চেষ্টা কৰি দুৰ্য্যোধনক সজ বাটলৈ আনিব নোৱাৰিলে আমালৈ সংবাদ পঠাব।"

মন্ত্ৰণা আৰু আলোচনা এইদৰে শেষ কৰি শ্ৰীকৃষ্ণ সদলবলে দ্বাৰকালৈ উভতি গল। বিৰাটৰাজ, দ্ৰুপদৰাজ আৰু যুধিষ্ঠিৰে যুদ্ধৰ সকলো আয়োজন কৰিবলৈ ধৰিলে। ৰজাসকললৈ দূত পঠাই বাতৰি দিলে। পাণ্ডৱৰ মিত্ৰৰজা সকলোৱে সৈন্যসামন্ত সংগ্ৰহত ব্যস্ত হ'ল।

সিফালে দুৰ্য্যোধন আদি কৌৰৱ বীৰসকলেও হাত সাবটি বহি থকা নাছিল। তেওঁলোকেও যুদ্ধৰ যাৱতীয় আয়োজন কৰিবলৈ যথাযোগ্য ব্যৱস্থা লগালে। সৈন্য সামন্ত সংগ্ৰহৰ কাৰণে তেওঁলোকৰো ইষ্ট-মিত্ৰ ৰাজন্যবৰ্গক অনুৰোধ জনালে। এইদৰে ভাৰত জুৰি যুদ্ধৰ সকলো আয়োজন আৰম্ভ হবলৈ ধৰিলে।

পুৰাণ লেখকে বৰ্ণনা কৰিছে সেই সময়ত চাৰিওফালে ৰজাসকলৰ ভিতৰত উখল-মাখল লাগি উঠিছিল। ভাৰতৰ সকলো ঠাইতে সৈন্য সামন্তৰ অহা-যোৱা কৰাত গোটেই দেশখন মানুহৰ সমাগমত তল বলাই উঠিছিল বুলি পুৰাণ লেখকে বৰ্ণনা কৰা আছে। (আজিকালিৰ নিচিনাকৈয়ে তাহানিখনো যুদ্ধৰ আগতীয়া আয়োজন ধুমধামেৰে চলিছিল)

দ্ৰুপদৰাজে তেওঁৰ পুৰোহিতক মতাই আনি কলে—"পণ্ডিতপ্ৰৱৰ, আপুনি পাণ্ডৱসকলৰ ফলীয়া হৈ ধৃতৰাষ্ট্ৰৰ ৰাজসভালৈ যাব লাগে। কৌৰৱ

আৰু পাণ্ডৱ এই দুয়োপক্ষৰে প্ৰকৃতি আপোনাৰ ভালকৈয়ে বিদিত আছে। ধৃতৰাষ্ট্ৰৰ জ্ঞাতসাৰে পাণ্ডৱসকল এনেভাৱে বঞ্চিত হৈছে। বিদুৰে ধৰ্ম্ম আৰু ন্যায়সঙ্গত কথা কোৱাতো ধৃতৰাষ্ট্ৰই তালৈ ভ্ৰূক্ষেপ নকৰিলে। সেইজন বৃদ্ধ ৰজাই পুত্ৰস্নেহত অন্ধভাৱেই পুতেকৰ অন্যায় অনুৰোধ ৰক্ষা কৰি চলিছে। আপুনি এতিয়া তালৈ গৈ ধৃতৰাষ্ট্ৰৰ আগত ধৰ্ম্ম আৰু নীতিসঙ্গত-ভাৱে আলোচনা কৰকগৈ। বিদুৰে আমাৰ মঙ্গল বাঞ্ছা কৰিয়েই পৰামৰ্শ দিব। কিন্তু ভীষ্ম, দ্ৰোণ, কৃপ আদি মন্ত্ৰী আৰু বীৰসকলৰ মাজত মতান্তৰ হব পাৰে। মন্ত্ৰীসকল আৰু যোদ্ধা বীৰসকলৰ ভিতৰত মতৰ অমিল যেন পালে ন্যায় সঙ্গতভাৱে আলোচনা কৰি একমতলৈ আনিবৰ হʼলে বিশেষ-ৰকমে যত্ন কৰিব লাগিব আৰু তাৰ বাবে সময়ো লাগিব পাৰে। সেই ছেগতে পাণ্ডৱসকলে যুদ্ধৰ আয়োজন চমু চপাব পাৰিব। আপুনি হস্তিনা-পুৰত স্থায়ীভাৱে থাকি সন্ধিৰ আলোচনা চলাই থাকিলে তেওঁলোকৰ যুদ্ধৰ আয়োজন ঢিলা ভাবে চলিব পাৰে। যদি কেনেবাকৈ সন্ধি স্থাপিত হয় ভালৰেই কথা। কিন্তু দুৰ্য্যোধনে যে সন্ধিত মত দিব সেই কথা মোৰ মনে নধৰে। সন্ধিৰ প্ৰস্তাব লৈ দূত ধৃতৰাষ্ট্ৰৰ ৰাজসভালৈ গলেই আমাৰ পক্ষে ভালেমান সুযোগ ওলাই পৰিব।"

(পুৰণি কালত শত্ৰুৰ লগত সন্ধি স্থাপনৰ ছল কৰি দূত পঠাই নানাভাৱে মত ভেদৰ সৃষ্টি কৰি ঘূৰাই পকাই মীমাংসা কৰিবলৈ যত্ন কৰোঁতে বহুতো সময় লাগিছিল। আনফালে সেই সুযোগৰ ছলতে তলে তলে যুদ্ধৰ আয়োজন সম্পূৰ্ণ কৰি লোৱাৰ নিয়ম আজিকালিৰ দৰেই সেই কালতো চলন্তি আছিল। আমেৰিকা আৰু জাপানৰ ভিতৰত লগা যোৱা যুদ্ধতো দুয়োপক্ষৰ দূতসকলে কৰা সন্ধি স্থাপনৰ চেষ্টা নিষ্ফল হোৱাত পিচমুহূৰ্ত্ততে জাপানীইঁতে ১৯৪১ চনৰ ডিচেম্বৰ মাহত আমেৰিকাৰ নৌ-শক্তি চূৰ্ণীকৃত কৰি আমেৰিকাৰ অধিকাৰত থকা পাৰ্ল হাৰ্বাৰ হস্তগত কৰে। এইটো আগৰ ক্ষত্ৰিয় ৰজাসকলৰ ৰীতিৰ লগত মিল থকা যেন লাগে। পৃথিৱীত (সূৰ্য্যৰ তলত) একোৱেই নতুন নহয়।)

# পাৰ্থ-সাৰথি

পাণ্ডৱসকলে সন্ধি স্থাপনৰ প্ৰস্তাৱ দি হস্তিনাপুৰলৈ দূত পঠালে। লগে লগে তেওঁলোকৰ পক্ষৰ ৰজা সকলকো সৈন্য আৰু যুদ্ধৰ সমলপাতি গোটাবলৈ অনুৰোধ জনালে। অৰ্জ্জুনে নিজে দ্বাৰকালৈ যাত্ৰা কৰিলে।

চোৰাংচোৱা পঠাই দুৰ্য্যোধনে পাণ্ডৱসকলৰ সকলো সংবাদ সংগ্ৰহ কৰিলে। হাত সাবটি বহি নাথাকি তেৱোঁ যুদ্ধৰ যাৱতীয় আয়োজন কৰিবলৈ দিহা কৰাত লাগিল। অৰ্জ্জুন দ্বাৰকালৈ যোৱা সংবাদটো পাই তেওঁ নিজেও এখন বেগী ৰথ লৈ দ্বাৰকা পালেগৈ। দুয়ো একেদিনাই দ্বাৰকাত উপস্থিত হল।

শ্ৰীকৃষ্ণ তেতিয়া শয়নত আছিল। দুয়ো শ্ৰীকৃষ্ণৰ ওচৰ সম্বন্ধীয়া আৰু বন্ধু আছিল বুলি নিঃসঙ্কোচে শোৱনী কোঠালৈ সোমাই তাত অপেক্ষা কৰি থাকিলগৈ। আগতে দুৰ্য্যোধনে শ্ৰীকৃষ্ণৰ শোৱনী কোঠাত সোমাই তেওঁৰ মূৰ শিতানৰ ফালে থকা এখন ওখ আসনত বহি ললে। পিচত অৰ্জ্জুন সোমাই গৈ ভৰিৰ ফালে হাত যোৰকৈ থিয় দি ৰ'ল।

শ্ৰীকৃষ্ণৰ টোপনি ভগাত চকুমেলি ভৰিৰ ফালে থকা অৰ্জ্জুনক দেখা পাই সাদৰ সম্ভাষণ জনালে। তাৰ পিচত মুখ ঘূৰাই দুৰ্য্যোধনক দেখা পালে। তেওঁকো সাদৰ সম্ভাষণ জনাই হাঁহি হাঁহি সুধিলে—"অ' আপোনা-লোক দুয়ো দেখোন? কথাটো বা কি?" দুৰ্য্যোধনে মাত দিলে "এৰা, এতিয়া আমাৰ ভিতৰত যুদ্ধ এখন হোৱাৰ সম্ভাৱনা হৈছে। যুদ্ধ লাগিলেই আপুনি আমাক সহায় কৰিব লাগিব। অৰ্জ্জুন আৰু মই দুয়োজনেই আপোনাৰ মৰম চেনেহ সমানে পাই আহিছো। আত্মীয়তা ভাৱৰ ফালৰপৰা আমি দুয়ো সমান। এজনৰ বেছি আনজনৰ কম এনেও নহয়। জয় জয়তে ময়েই আপোনাৰ কাষ চাপিছোহি। মহাপুৰুষসকলৰ ৰীতি যে পোনতে অহা অভ্যাগতক বিমুখ কৰা উচিত নহয়। মহাত্মা-সকলৰ ভিতৰত আপোনাৰ স্থান সকলোৰে ওপৰত। হে জনাৰ্দ্দন, আপুনি সকলোৰে পথপ্ৰদৰ্শক। মহাপুৰুষসকলৰ ৰীতি-নীতিবিলাক আপুনি আৰু কটকটীয়া কৰিব লাগিব। মই হলে আগতে পাইছোহি এই কথা আপুনি লক্ষ্য কৰিব।"

দুৰ্য্যোধনৰ কথা শুনি পুৰুষোত্তমে কলে—"আপুনি অহাটো অৱশ্যে আগ হব পাৰে, কিন্তু হে ৰাজন, সাৰ পাই চকু মেলিয়েই মই পোনে পোনে কুন্তীপুত্ৰকহে দেখা পালোঁ। আপুনি আহিছে আগতে সঁচা কিন্তু মই হলে

আগতে অৰ্জ্জুনকহে দেখা পালোঁ। সেই কাৰণে এই বিষয়ত দুয়ো সমান সমান হ'ল। গতিকে মই দুয়োকে সমানে সহায় কৰিবলৈ বাধ্য। যি কোনো বস্তু উপহাৰ দিবলৈ হলে পৌৰাণিক নিয়মমতে পোনে পোনে সৰুৰ হাততে উপহাৰ দিব লাগে। সেই গতিকে মই পাৰ্থকে প্ৰথম ৰবটো দিম। যুদ্ধৰ বেলিকা মোৰ নাৰায়ণী সেনাৰ প্ৰত্যেকজনেই মোৰেই নিচিনা বীৰ যোদ্ধা। তেওঁলোক আটাইখন গোট খালে এটা বিৰাট সেনাদল গঠিত হৈ পৰে। যুদ্ধত কোনো পক্ষই তেওঁলোকৰ সন্মুখীন হৈ যুদ্ধ দিয়া অসম্ভৱ। তেওঁলোকৰ গোটেই সৈন্য বাহিনীয়ে এফলীয়া হৈ যুদ্ধ কৰিব। বিপক্ষত মই অস্ত্ৰ-শস্ত্ৰহীন হৈ যোগ দিম। পাৰ্থ, তুমি স্থিৰভাৱে চিন্তা কৰি চোৱা। তোমাক কোন পক্ষৰ সাহায্য লাগে কোৱা। অস্ত্ৰ-শস্ত্ৰহীন মোক লাগেনে নতুবা বীৰ নাৰায়ণী সৈন্যৰ সাহায্য লাগে? বয়সত তুমি সৰু কাৰণেই তোমাৰ উত্তৰটো আগেয়ে শুনিব খোজো।

শ্ৰীকৃষ্ণৰ কথা শুনি তন্মুহূৰ্ত্ততে ধনঞ্জয়ে আনন্দমনেৰে ভক্তিভাৱে কৈ উঠিল—"সুদাহাতে আপুনিয়েই মোৰ যথেষ্ট সহায় হব।"

অৰ্জ্জুন প্ৰতাৰিত হ'ল বুলি ভাবি দুৰ্য্যোধনে পেটে পেটে বৰ ভাল পালে। বাসুদেৱৰ সৈন্যসকলে তেওঁৰ ফলীয়া হৈ থাকিব বুলি দুৰ্য্যোধনে সন্মতি জনালে। এটা বিৰাট সৈন্য বাহিনী তেওঁ লাভ কৰিলে বুলি ভাবি দুৰ্য্যোধনে অপাৰ আনন্দ পালে। তাৰ পিচত তেওঁ বলৰামৰ কাষ চাপি সকলো কথা তেওঁৰ আগত ভাঙ্গিপাতি কলেগৈ। ভীম সম শক্তিশালী বলৰামে দুৰ্য্যোধনৰ কথা শুনি কলে—"হে দুৰ্য্যোধন বিৰাটৰ ৰাজকুঁৱৰীৰ বিয়াৰ সময়ত মই যি কথা কৈছিলোঁ বোধকৰোঁ তুমি শুনিছিলা। মই তোমাৰ ফলীয়া হৈয়েই সভাৰ মাজত কথা কৈছিলো। কৌৰৱ আৰু পাণ্ডৱ আমাৰ মানত দুয়ো সমান। এই কথা মই কৃষ্ণক বাৰে বাৰে কৈ আহিছোঁ। কিন্তু কৃষ্ণই মোৰ কথালৈ কাণ দিয়া নাই। মইনো কি কৰিব পাৰোঁ? য'ত কৃষ্ণ নাই মই তাত থকা অসম্ভৱ। মই পাৰ্থৰ পক্ষও নলওঁ। তোমাৰ পক্ষও লব নোৱাৰোঁ। কৃষ্ণলৈ চাই মই ইয়াকে ঠিৰাং কৰিছোঁ। দুৰ্য্যোধন, তুমি সম্ভ্ৰান্ত বংশৰ পুৰুষ। সকলো ৰজাই তোমাক সন্মানৰ চকুৰে চায়। ক্ষত্ৰিয় ধৰ্ম্ম অনুসৰণ কৰি যুদ্ধ কৰিবা।"

দুৰ্য্যোধনে পেটে পেটে ভাবিবলৈ ধৰিলে—"অৰ্জ্জুন ভালকৈয়ে প্ৰতাৰিত হ'ল। দ্বাৰকাৰ বিশাল সৈন্য বাহিনীটো মোৰ হাতলৈ আহিল। বলৰাম মোৰ হিতাকাংক্ষী হৈয়ে ৰ'ল। বাসুদেৱ সৈন্যহীন আৰু অস্ত্ৰহীন। মোক

আৰু কোনে পায় ?" এইদৰে যুদ্ধৰ জয়লাভ সুনিশ্চিত বুলি সিদ্ধান্ত কৰি আনন্দমনে দুৰ্য্যোধন হস্তিনাপুৰলৈ উভতি গ'ল।

"সখি ধনঞ্জয়, নাৰায়ণী সৈন্য বাহিনী এৰি দি তুমি এইটো কি কাম কৰিলা ?" এই বুলি শ্ৰীকৃষ্ণই পিচত অৰ্জ্জুনক শোধাত অৰ্জ্জুনে কলে—"আপুনি যি কীৰ্ত্তি অৰ্জ্জন কৰিছে ময়ো তাকে কৰিবলৈ বাঞ্ছা কৰিছোঁ হৃষীকেশ। আপুনি অকলে সকলোবিলাক ৰজাৰ শক্তি নষ্ট কৰিব পাৰে। ময়ো অকলে সকলোকে যুদ্ধত পৰাস্ত কৰিব পৰা শক্তি হাতত ৰাখিছো। আপুনি অস্ত্ৰ ধৰিব নালাগে কেৱল মোৰ ৰথত বহি সাৰথি হৈ থাকিব। সেয়ে হলেই মই জয়লাভ কৰিম। চিৰকাল মই এই আশাকে অন্তৰত পুহি আছোঁ। আজি আপুনি মোৰ সেই আশা পূৰ্ণ কৰিলে প্ৰভু।"

পাৰ্থৰ কথাত শ্ৰীকৃষ্ণই হাঁহি মাৰি কলে—"পাৰ্থ, তুমি মোৰ লগত ধেমালি কৰিছা। অৱশ্যে এই কথা তোমাৰ মুখতহে শোভা পায়।" এই বুলি বাসুদেৱে অৰ্জ্জুনক আশীৰ্ব্বাদ কৰিলে আৰু অৰ্জ্জুনে প্ৰকৃত পথ নিৰ্ণয় কৰিবলৈ সক্ষম হৈছে বুলি ভাবি তেওঁক প্ৰশংসা কৰিলে।

শ্ৰীকৃষ্ণ পাৰ্থৰ সাৰথি হ'ল। এয়ে সেই পুণ্য কথা।

## শল্যৰ শত্ৰুপক্ষত যোগদান

মদ্ৰৰাজ শল্য নকুল আৰু সহদেৱৰ মোমায়েক আছিল। উপপ্লব্যত পাণ্ডৱসকলৰ যুদ্ধৰ আয়োজন চলি থকা গম পাই মদ্ৰৰাজ শল্যয়ো পাণ্ডৱসকলৰ ফলীয়া হৈ যুদ্ধত যোগদান কৰিবলৈ মনস্থ কৰিলে।

সেইমতে মদ্ৰৰাজ সসৈন্যে উপপ্লব্যলৈ যাত্ৰা কৰিলে। তেওঁৰ বিৰাট সৈন্যৰ দলটো তিনি মাইল বাট জুৰি আগুৱাবলৈ ধৰিলে। তেওঁ বাওঁতে বাটত ঠায়ে ঠায়ে বিশ্ৰাম কৰি গৈছিল। মদ্ৰৰাজে এই বিৰাট সৈন্যবাহিনী লৈ পাণ্ডৱসকলৰ লগত যোগ দিবলৈ যোৱা বাতৰিটো দুৰ্য্যোধনৰ কাণত পৰিলগৈ। বাতৰিটো পোৱা মাত্ৰে তেওঁ ভাবি ললে যে পাণ্ডৱহঁতৰ লগ লোৱা লওঁতেই কিবা উপায়ে মদ্ৰৰাজক বাটতে ধৰি মেলি তেওঁৰ ফলীয়া কৰিবলৈ যত্ন কৰা উচিত হব। ইয়াকে ভাবি তেওঁ তেওঁৰ অনুচৰবিলাকক

আদেশ দি ক'লে "মদ্ৰৰাজ শল্যই পাণ্ডৱপক্ষত যোগদান কৰিবলৈ আগবাঢ়ি গৈছে। তোমালোকে কিছুমান উৎকৃষ্ট উপঢৌকণ দি নানান সা-সুবিধা দৰ্শাই তেওঁক আমাৰ ফলীয়া কৰিবলৈ চেষ্টা কৰাগৈহঁক।" দুৰ্য্যোধনৰ এনে আদেশ পাই অনুচৰবিলাকে ভালভাৱে ঠায়ে ঠায়ে সুন্দৰ সুন্দৰ বিশ্ৰাম-ঘৰ নিৰ্ম্মাণ কৰি মদ্ৰৰাজ আৰু তেওঁৰ গোটেই সৈন্যবাহিনীলৈ নানান তৰহৰ উপহাৰ পঠাই দিলে। ৰেহা লগাই হৰেক ৰকমৰ খোৱা বস্তু আৰু পিয়াহ গুচাবলৈ নানান তৰহৰ সৰবৎ, মদ আদি যতনাই থলে। ওৰে ৰাটে ভালেমান খাদ্যবস্তু আৰু হেপাহ পলাই আৰাম কৰিব পৰাকৈ বিশ্ৰামা-গাৰ পাই মদ্ৰৰাজ আৰু তেওঁৰ সৈন্যসামন্তবিলাকে বৰ ৰং পালে।

মদ্ৰৰাজ শল্যই ভাগিন যুধিষ্ঠিৰেই এনেবোৰ সুব্যৱস্থা কৰিছে বুলি অনুমান কৰি সসৈন্যে আগুৱাই যাবলৈ ধৰিলে আৰু লগে লগে ই এটা বৰ ডাঙৰ সন্মান দিয়া হৈছে বুলি ভাবি বৰ আনন্দ অনুভৱ কৰিলে। তেওঁ তেতিয়া উপহাৰাদি লৈ অহা অনুচৰবিলাকক মতাই আনি ক'লে "আপোনা-লোকে মোক আৰু মোৰ সৈন্যবিলাকক যি সন্মান প্ৰদৰ্শন কৰিছে আৰু লগে লগে আমাৰ সা-সুবিধাৰ কাৰণে যিমানবিলাক সমল পাতিৰ যতন কৰিছে তাৰ নিমিত্তে আমি বৰ ৰং পাইছোঁ। সেই গতিকে মই আপোনা-লোকক কিবা পুৰস্কাৰ দিবলৈ ইচ্ছা কৰিছোঁ। তাৰ পূৰ্ব্বে অৱশ্যে মই কুন্তিপুত্ৰ যুধিষ্ঠিৰৰ অনুমতি লোৱাটো উচিত হ'ব। সেই কাৰণে মই তুৰন্তে যুধিষ্ঠিৰৰ কাষলৈ গৈ মোৰ অহা বাতৰিটো জনাই তেওঁৰ অনুমতি লৈ আহোঁগৈ।" সেই কথা শুনি অনুচৰবিলাকে সেই খবৰটো ততালিকে গৈ দুৰ্য্যোধনক দিলেগৈ। অনুচৰবিলাকৰ লগতে দুৰ্য্যোধনো আঁৰে আঁৰে গৈ আছিল। এই কথা কাণতপৰা মাত্ৰে দুৰ্য্যোধন নিজে আগবাঢ়ি গৈ শল্যক গা দেখা দিলেগৈ।

শল্যই বিচুত্তি হৈ সুধিলে "দুৰ্য্যোধন, আপুনিহে এইবিলাক উপহাৰ দি মোক সন্মান জনাইছিল? বাৰু তেন্তে, মইনো আপোনাৰ এতিয়া কি প্ৰত্যুৎপকাৰ কৰিব পাৰোঁ কওঁকচোন।" শল্যই ভাবিছিল মই পাণ্ডৱ-সকলক সহায় কৰিবলৈ অহা বুলি জানিও দুৰ্য্যোধনে আজি নিজৰ উদাৰতাৰ গুণত ক্ষত্ৰিয়ৰ নীতি অনুসৰণ কৰি মোক এনেদৰে সন্মান দেখুৱাইছে।

দুৰ্য্যোধনে উত্তৰ দিলে "মদ্ৰৰাজ, একান্তই যদি আপুনি প্ৰত্যুপকাৰ কৰিবলৈ বিচাৰিছে তেন্তে মোৰ গোহাৰি এয়ে যে আপুনি যুদ্ধত মোৰ ফলীয়া হব লাগে। আপোনাৰপৰা এইকেখা উপকাৰকে বাঞ্ছা কৰিছোঁ।"

সেই কথাত শল্য স্তম্ভিত হৈ পৰিল।

পুৰাণত ধৰ্ম্মোপদেশ আৰু দেশাচাৰ এই দুয়োটা কথাৰে বৰ্ণনা পোৱা যায়। এনে কথাত কোনো কোনোৱে বিস্ময় মানিছিল আৰু আজিও মানি থাকে। তেওঁলোকে কয় ই আকৌ কি ধৰণৰ শাস্ত্ৰ ? ইয়াত দেখোন অধৰ্ম্মৰ উপদেশাদিও বৰ্ণোৱা আছে। এনেবিলাক অন্যায় কথাৰ উল্লেখ কৰা উচিত হোৱা নাই।

কেৱল ধৰ্ম্মোপদেশ দিয়া কথাবোৰ পুৰাণৰ লক্ষ্য বস্তু হলেও সাংসাৰিক আচাৰ নীতিবিলাকত মানুহৰ কোন কোন থলত ভ্ৰম আৰু কোন কোন থলত ত্ৰুটী প্ৰমাদ আদি ঘটে সেই কথাও দেখুৱা আছে। মানুহে মনুষ্যত্ব অৰ্জ্জন কৰাৰ বাটত কি কি ধৰণৰ বাধা-বিঘিনিবিলাক আহি মানুহবিলাকক আওবাটে পৰিচালিত কৰে আৰু কেনে ধৰণৰ বাধা-বিঘিনি উপস্থিত হৈ বিপথগামী কৰে সেইবিলাকৰপৰা উদ্ধাৰ পাবৰ কাৰণে ইয়াত সজ্জন, পণ্ডিত আৰু মহাপুৰুষসকলৰ পতনৰ কথা মাজে মাজে উল্লেখ থকা পোৱা যায়। এইবিলাকলৈকে চাই সজ বাট ধৰি চলিবলৈ মানুহে শক্তি উপাৰ্জ্জন কৰি লব লাগে। এইবোৰৰ কাৰণেই পুৰাণত ঠায়ে ঠায়ে এনেবোৰ ঘটনাৰ উল্লেখ আছে। মহাত্মা, মহাপুৰুষ এনেকি অৱতাৰ সকলবো মাজে মাজে পতন হোৱা কথা পুৰাণত উল্লেখ কৰা আছে। তাৰ কাৰণ এয়ে যে মানুহে যিমানেই শিক্ষা লাভ নকৰক, পতন আৰু অন্যায় বাটৰপৰা নিজক ৰক্ষা কৰিবৰ কাৰণে বহু পৰিমাণে তেওঁৰ আত্মসংযম থাকিব লাগিব ; অন্যায় কথা বা কামৰ বিৰুদ্ধে সজাগ ভাৱটো আৰু বেছিকৈ দৃঢ় কৰি লবলৈকে এনেকৈ ঘটনাবোৰৰ বৰ্ণনা কৰা হৈছে। শুদ্ধা ভক্তি আৰু অসীম কবিত্ব শক্তি এই দুয়োটা মিলাই লৈ পুৰাণ আদি শাস্ত্ৰবিলাক লিখা হৈছে। সেইবিলাক পাঠ কৰিলে শ্ৰদ্ধা আৰু বিস্ময়ত মূৰ দোঁ খাই যায়।

শ্ৰীৰামচন্দ্ৰ আৰু ধৰ্ম্মপুত্ৰই মাজে সময়ে অধৰ্ম্মৰ কামো কৰিছিল—এই কথা পুৰাণ ৰচোঁতাই এইদৰে বৰ্ণনা কৰাৰ কি উদ্দেশ্য আছিল ? কাৰো অনুৰোধত তেওঁলোকে এনে বৰ্ণনা কৰা নাছিল। এইদৰে বৰ্ণনা কৰি মানুহৰ মনত সন্দেহ লগোৱা উদ্দেশ্য সিবিলাকৰ নাছিল। বাল্মীকি আৰু ব্যাসদেৱে নিজে চিন্তা কৰি নিজৰ মনত উদয় হোৱা ভাৱেৰে ৰামায়ণ আৰু মহাভাৰত ৰচনা কৰিছিল। বাল্মীকি আৰু ব্যাসদেৱ দুয়োজনে তেওঁলোকৰ কাব্যত বৰ্ণনা কৰা পুৰুষসকলক ধৰ্ম্মসঙ্কটত পেলাই দি বহুত ঠাইত তেওঁলোকক আকৌ অধৰ্ম্মৰ কামত লগাই দেখুৱাই তেওঁলোকৰ চৰিত্ৰ ৰচনা কৰিছিল। এনেবিলাক বৰ্ণনাৰ নিয়ম অনুযায়ী পাঠকসকলৰ মনত কেৱল ধৰ্ম্মভাৱৰেই উদয় হৈ অন্তৰতো বদ্ধমূল হোৱা সম্ভৱ। অন্যায়,

অধৰ্ম্ম আৰু অসত্য ঘটনাৰ কথাবোৰ পঢ়িলেই পাঠকসকলৰ মনত কেতিয়াও অন্যায়, অধৰ্ম্ম আৰু অসত্যৰ ভাবে থিত নলয়। তেওঁলোকৰ ৰচনা প্ৰণালীৰ এয়ে অদ্ভুত কৌশল। তেওঁলোকৰ কাব্য পাঠ কৰিলে আমাৰ মনত সদায় জাগি থকা ভাব, পাপ কামলৈ ভয়, আত্মসংযম আৰু ধৰ্ম্মচিন্তা দৃঢ়ভাৱে বদ্ধমূল হ'ব।

আজিকালিৰ বোলছবিবিলাকত হৰেকৰকমৰ কুৎচিৎ দৃশ্যবিলাক দেখুৱা হয়। বোলছবিৰ পৰিচালকসকলে নিজৰ স্বাৰ্থলৈ লক্ষ্য ৰাখি এনেবোৰ কুৎসিৎ দৃশ দেখুৱাবলৈ অলপো দ্বিধা বোধ নকৰে। ফলত দৰ্শকসকলে এনেবিলাক দৃশ্যত মোহ গৈ নিজৰ নিজৰ মন কলুষিত কৰি তোলে। পুৰাণ আদি শাস্ত্ৰবিলাকত এনে নীতি অবলম্বন কৰা হোৱা হোৱা নাই। পুৰাণৰ কাহিনী আৰু বোলছবিৰ কাহিনীৰ মাজত এয়ে পাৰ্থক্য। পুৰাণবক্তা আৰু বোলছবি উদ্যোক্তাসকলৰ ভিতৰত নীতিৰ পাৰ্থক্য থকাত প্ৰত্যেক কাৰ্য্যক্ষেত্ৰতে তেনে পাৰ্থক্য দেখা যায়।

দুৰ্য্যোধনে ক'লে "আপোনাৰ ওচৰত পাণ্ডৱসকল যেনে চেনেহৰ পাত্ৰ ময়ো ঠিক তেনেই। আপুনি দয়া কৰি মোক সহায় কৰিম বুলি কথা দিয়ক।"

নিৰুপায় হৈ মদ্ৰৰাজ শল্যই "তথাস্তু" বুলি কৌৰৱৰ ফলীয়া হবলৈ সন্মতি দিলে।

দুৰ্য্যোধনৰপৰা শ্ৰেষ্ঠ উপহাৰ পাই মদ্ৰৰাজ শল্য ভ্ৰমত পৰি ওচৰ সম্বন্ধীয়া আৰু চেনেহৰ পাত্ৰ পাণ্ডৱপক্ষ পৰিত্যাগ কৰি কৌৰৱপক্ষ অৱলম্বন কৰিবলৈ স্বীকৃত হ'ল।

আন ৰজাসকলৰ ওচৰলৈকো নানা প্ৰকাৰৰ উপহাৰ পঠাব পাৰিলে তেওঁলোকৰো শল্যৰ দৰেই এনে অনৰ্থ ঘটিবৰ সম্ভাৱনা আছে।

ইয়াৰ পিচত যুধিষ্ঠিৰক দেখা নকৰাকৈ উলটি যোৱা অনুচিত হব বুলি ভাবি শল্যই দুৰ্য্যোধনক ক'লে "বাৰু দুৰ্য্যোধন, আপুনি মোক বিশ্বাস কৰক—মই আপোনাৰ ওচৰত প্ৰতিজ্ঞাবদ্ধ হৈ ৰ'লোঁ। কিন্তু সেই বুলি মই যুধিষ্ঠিৰক এবাৰ দেখা কৰি নোযোৱাটো অযুগুত হব বুলি ভাবোঁ। সকলোবোৰ কথা তেওঁক ভাঙিপাতি কৈ অহাটো মোৰ কৰ্ত্তব্য বুলি ভাবোঁ।"

দুৰ্য্যোধনে ক'লে "ভাল কথা, আপুনি ততালিকে গৈ যুধিষ্ঠিৰক দেখা কৰি আহকগৈ। কেৱল মোক দি যোৱা কথালৈ নাপাহৰিব।"

শল্যই ক'লে "দুৰ্য্যোধন, আপোনাৰ মঙ্গল হওক। আপুনি নিশ্চিন্ত হৈ হস্তিনাপুৰলৈ উলটি যাওক। মই প্ৰতিজ্ঞা কেতিয়াও লংঘন নকৰোঁ।

এই বুলি মদ্ৰৰাজ শল্যই যুধিষ্ঠিৰৰ উদ্দেশ্যে উপপ্লব্য নগৰলৈ যাত্ৰা কৰিলে।

পঞ্চ পাণ্ডৱে মদ্ৰৰাজক দেখা পাই সাদৰ সম্ভাষণ জনালে। নকুল আৰু সহদেৱে মোমায়েকক অহা দেখি বৰ আনন্দ পালে। পঞ্চপাণ্ডৱে তেওঁলোকৰ দুখৰ কাহিনীবিলাক ভাঙি-পাতি কৈ কৌৰৱৰ লগত আগন্তুক যুদ্ধত তেওঁৰ সাহায্য আশা কৰিলে। তেতিয়া শল্যয়ো তেওঁৰ ইতিমধ্যে হৈ যোৱা ঘটনাটোৰ বিৱৰণ দি দুৰ্য্যোধনৰ ওচৰত কৰি অহা প্ৰতিজ্ঞাৰ কথাটো কলে।

পাণ্ডৱসকলে কিন্তু ধাৰণা কৰিছিল যে মোমায়েক মদ্ৰৰাজে তেওঁলোকৰ পক্ষকে অৱলম্বন কৰিব। সেই কাৰণে তেওঁলোকে শল্যৰাজৰ সাহায্যৰ কথাটো লৈ কোনো যত্নকে কৰা নাছিল। এই কথাটো সেইফেৰা অসাৱধানতাৰ ফলতে ঘটিবলৈ পালে। যুধিষ্ঠিৰে মনৰ. বেজাৰ মনতে ৰাখি মোমায়েকক কলে "বীৰ মামা, আপুনি দুৰ্য্যোধনৰপৰা উৎকৃষ্ট উপহাৰ পাই যি কথা দি আহিল তাক অৱশ্যে ৰক্ষা কৰাটো বাঞ্ছনীয়। আপুনি যুদ্ধ বিদ্যাত বাসুদেৱৰ সদৃশ। যুদ্ধস্থলীত কৰ্ণই অৰ্জ্জুনক বধ কৰিবলৈ আপোনাক সাৰথি পাতি লব। তেতিয়া আপুনি জানো অৰ্জ্জুন বধৰ কাৰণ হব পাৰিব? বৰং অৰ্জ্জুনক ৰক্ষা কৰিবলৈ হে চাব? যদিও এই প্ৰশ্নটো মোৰ পক্ষে অসঙ্গত হৈছে তথাপিও আজি মই সেই কথাটোকে সুধিছোঁ।"

শল্যই কলে "বাছা, মই বঞ্চিত হৈ দুৰ্য্যোধনক কথা দি পেলালোঁ। তেওঁৰ পক্ষত থাকিয়েই তোমালোকৰ বিৰুদ্ধে অস্ত্ৰ ধৰিব লাগিব। কিন্তু অৰ্জ্জুনৰ লগত যুদ্ধ দিবলৈ মোক সাৰথি ললে মই কটূক্তি কৰি কৰ্ণৰ তেজ কমাই দি অৰ্জ্জুনক ৰক্ষা কৰিম। সেইবাবে চিন্তা নকৰিবা। পাশা-খেলত ছলনা কৰি দ্ৰৌপদী আৰু পঞ্চপাণ্ডৱক যি দুখ-কষ্ট ভোগালে সোনকালে তাৰ কাল চাপি আহিছে। তোমালোকৰ ভালৰ দিন আহি আছে। বিধতাৰ লিখন কোনেও খণ্ডাব নোৱাৰে। বাছা, মোৰ দোষ ক্ষমা কৰিবা।"

## বৃত্ৰাসুৰ

এসময়ত ত্ৰিলোকৰ অধিপতি দেৱৰাজ ইন্দ্ৰই দেৱতাসকলৰ যোগ্য মৰ্য্যাদা পাহৰি অহঙ্কাৰত ওফন্দি উঠিল। শাস্ত্ৰত লিখা আছে যে সম্মান

দেখুৱাবলৈ হলেও সিংহাসনত বহি থকা ৰজাসকলে আসন এৰি উঠি যোৱাটো যুগুত নহয়। দেৱৰাজৰ এই কথা বিদিত আছিল যদিও গুৰুজন আহিলে তেওঁ কোনো সময়তে আসনত বহি থাকিব নোৱাৰিছিল। কিন্তু যেতিয়া অহঙ্কাৰত বুদ্ধি লোপ পালে তেতিয়া এদিন দেৱগুৰু বৃহস্পতিৰ আগমনত তেওঁ আসন এৰি উঠিও নাহিল আৰু অভ্যৰ্থনাৰ কাৰণে কোনো উপচাৰো আগ নবঢ়ালে। অহঙ্কাৰত মত্ত হৈ গহীনভাৱে সিংহাসনত বহি থাকিল। বিদ্যা বিশাৰদ বুলি যি সকলোৰে ভিতৰত শ্ৰেষ্ঠ, মহান আৰু দেৱাসুৰৰ পূজনীয় সেই দেৱগুৰু বৃহস্পতিয়ে ইন্দ্ৰৰ এই অহঙ্কাৰ লক্ষ্য কৰি বৰ বেজাৰ পালে। দেৱৰাজৰ এই অহঙ্কাৰৰ উৎপত্তি কেৱল ঐশ্বৰ্য্যৰ কাৰণেই হোৱা বুলি ভাবি তেওঁ ততালিকে সভাগৃহ পৰিত্যাগ কৰি মৰমুৱা হৈ উলটি গুচি গ'ল। দেৱগুৰুৰ অনুপস্থিতিত সভাস্থলীৰ সৌন্দৰ্য্যত মোলান পৰিল।

দেৱৰাজ ইন্দ্ৰই এই কথাটো টং কৰি নিজৰ অহঙ্কাৰৰ দোষত এনে হবলৈ পালে বুলি ভাবি আৰু তাৰ ফলত ভবিষ্যতত কিবা অশান্তি সৃষ্টিৰ আশঙ্কা কৰি বৰ ভয় খালে। পিচত তেওঁ উঠি গৈ গুৰুদেৱৰ চৰণত পৰি ক্ষমা প্ৰাৰ্থনা খুজিবলৈ স্থিৰ কৰিলে।

কিন্তু দেৱগুৰু যোগবলত দেৱৰাজৰ মুখৰ আগতে অন্তৰ্হিত হ'ল। ইন্দ্ৰই নানান চেষ্টা কৰিও গুৰুদেৱক দেখা নাপাই ঘোৰ চিন্তাত পৰিল।

আচাৰ্য্যৰ অভাৱত দেৱৰাজ ইন্দ্ৰ শোকত বিহ্বল হৈ পৰিল। চিন্তা সাগৰত পৰি দিনে দিনে ক্ষীণাই শুকাই যাবলৈ ধৰিলে। আনফালে অসুৰবিলাকৰ বল-বীৰ্য্য দিনে দিনে বাঢ়ি যাবলৈ ধৰিলে। মাজে সময়ে সিহঁত আহি দেৱতাসকলক লঘু-লাঞ্ছনা কৰিবলৈ আৰম্ভ কৰিলে। দেৱতাসকলৰ এনে দুৰৱস্থা লক্ষ্য কৰি ব্ৰহ্মাৰ বৰ বেথা জন্মিল। তেওঁ কলে—"দেৱতাসকল, গুৰুদেৱৰ অভাৱত আপোনালোকৰ বল শক্তি দিনে দিনে হ্ৰাস হৈ আহিছে। এইটো কেৱল ইন্দ্ৰৰ দুৰ্ব্বুদ্ধিৰ কাৰণতে হবলৈ পাইছে। ত্বষ্টাৰ পুত্ৰ তপস্বী বিশ্বৰূপক ভক্তি জনাই তুষ্ট কৰি সোনকালে তেওঁক আচাৰ্য্য বৰণ কৰি আনক। তাকে কৰিলেই আপোনালোকৰ কাৰ্য্য সিদ্ধি হ'ব।"

ব্ৰহ্মাৰ এই উপদেশ দেৱতাসকলে বংমনে পালন কৰিলে। ত্বষ্টাৰ লৰাটি নিচেই কমবয়সীয়া হলেও মহাতপস্বী আছিল। সকলো দেৱতা গৈ বিশ্বৰূপৰ কাষচাপি কলেগৈ—"তাপসকুমাৰ, আপুনি বয়সত সৰু, হলেও সকলো শাস্ত্ৰতে পাকৈত। কৃপা কৰি আপুনি আমাৰ আচাৰ্য্য পদটি গ্ৰহণ কৰিব লাগে।"

বিশ্বৰূপ সেই কথাত মান্তি হ'ল।

শুদ্ধ আৰু তপস্বী বিশ্বৰূপে নিয়মিত শিক্ষা দান কৰাত দেৱৰাজ ইন্দ্ৰ আৰু দেৱতাসকলে অসুৰবিলাকৰপৰা নিষ্কৃতি লাভ কৰিবলৈ সমৰ্থ হ'ল।

বিশ্বৰূপ ত্বষ্টাৰ পুত্ৰ হলেও তেওঁৰ মাতৃ অসুৰ বংশৰ তিৰুতা আছিল। সেই কাৰণে ইন্দ্ৰই পেটে পেটে বিশ্বৰূপৰ ওপৰত সন্দেহ পোষণ কৰিছিল। তেওঁ মনতে ভাবিছিল "এওঁৰ মাক আমাৰ শত্ৰুকুলৰ তিৰুতা। গতিকে বিশ্বৰূপে ভিতৰে ভিতৰে অসুৰহঁতৰ পক্ষ লব পাৰে।" এই সন্দেহ ইন্দ্ৰৰ মনত দিনে দিনে বাঢ়িবলৈ ধৰিলে।

বিশ্বৰূপ আচাৰ্য্য হৈ থাকিবলৈ হলে কেতিয়াবা বিপদ ঘটিব বুলি শঙ্কা কৰি ইন্দ্ৰই বিশ্বৰূপৰ তপস্যা ভঙ্গ কৰিবলৈ মনে মনে কেইগৰাকীমান অপেস্বৰী পঠাই দিলে। তেওঁলোক গৈ নানান ৰকম ভাৱ-ভঙ্গীৰে নাচ-গান কৰি বিশ্বৰূপৰ ওচৰত থাকিবলৈ ধৰিলে। কিন্তু বিশ্বৰূপ অচল-অটল হৈ ৰ'ল। ইন্দ্ৰই এই উপায়েৰে বলে নোৱাৰা যেন দেখি এটা নীচ উপায়েৰে বিশ্বৰূপৰ অকল্যাণ চিন্তা কৰিলে। অৱশেষত তেওঁ বজ্ৰ হানি বিশ্বৰূপক হত্যা কৰিলে।

এই বিষয় পুৰাণত বৰ্ণিত আছে যে ইন্দ্ৰৰ এই পাপত পৃথিৱীত আন পক্ষে ঘোৰতৰভাৱে প্ৰায়শ্চিত্ত আৰম্ভ হল। ইন্দ্ৰৰ পাপৰ ফলত জগতত মৰুভূমি, সৃষ্টি হ'ল তিৰুতাসকলৰ স্বভাৱতে হোৱা শাৰীৰিক কষ্ট বাঢ়িল আৰু পানীত বুৰবুৰনিৰ সৃষ্টি হ'ল। নিজৰ সন্তান এনে অন্যায়কৈ হত হোৱা জানি ইন্দ্ৰৰ ওপৰত ত্বষ্টাৰ অতিপাত খং উঠিল। ফলত তেওঁ এক মহাযজ্ঞৰ আয়োজন কৰিলে। সেই যজ্ঞৰ ফলত ইন্দ্ৰৰ প্ৰধান শত্ৰু বৃত্ৰাসুৰৰ জন্ম হ'ল। সাক্ষাৎ অগ্নিৰপৰা উদ্ভৱ হোৱা অসুৰক দেখা পাই ত্বষ্টাই কলে—"হে ইন্দ্ৰৰ শত্ৰু, তোমাৰ উন্নতি হওক। তুমি ইন্দ্ৰক বধ কৰিব লাগিব।" এই বুলি ইন্দ্ৰক আক্ৰমণ কৰিবলৈ ত্বষ্টাই বৃত্ৰাসুৰক পঠাই দিলে।

বৃত্ৰাসুৰ আৰু ইন্দ্ৰৰ ভিতৰত এখন ঘোৰ যুদ্ধ লাগি উঠিল। বৃত্ৰাসুৰৰ বল শক্তি ইন্দ্ৰতকৈ বেছি আছিল। ইন্দ্ৰৰ পৰাজয় অৱশ্যম্ভাবী বুলি আশঙ্কা কৰি দেৱৰ্ষি আৰু দেৱতাসকল গৈ বিষ্ণুৰ শৰণ ললেগৈ। তেতিয়া মহা বিষ্ণুৱে কলে—"বাৰু তোমালোকে ভয় নকৰিবা। মই সময় বুজি গৈ ইন্দ্ৰৰ বজ্ৰৰ মাজত লুকাই থাকিমগৈ। শেষত দেৱৰাজৰেই জয় হ'ব।"

দেৱতাসকলে সেই কথাত আশ্বাস পাই উলটি আহিল। তাৰ পিচত ঋষিসকলে বৃত্ৰাসুৰৰ কাষ চাপি কলেগৈ—""তুমি ইন্দ্ৰৰ লগত মিত্ৰতা স্থাপন কৰা। তোমালোক দুয়ো সমান বীৰ। এই যুদ্ধৰ ফলত পৃথিৱীৰ

মানুহবিলাকে বৰ কষ্ট পাইছে।" এই কথাত বৃত্ৰাসুৰে ঋষিসকলৰ ফালে হাতযোৰ কৰি ক'লে—"হে ধাৰ্ম্মিক ঋষিসকল, আপোনালোকে মোক ক্ষমা কৰিব। ইন্দ্ৰ আৰু মোৰ ভিতৰত পৰস্পৰ বন্ধু হোৱা অসম্ভৱ। দুজন এক সমান শত্ৰু পুৰুষৰ ভিতৰত কেনেকৈ মিল হব পাৰে ?"

ঋষিসকলে ক'লে—"এনে সন্দেহৰ কোনো কাৰণ নাই। সৎলোকৰ একতা কেতিয়াও নষ্ট নহয়।"

বৃত্ৰাসুৰে শেষত সৈমান হৈ ক'লে—"বাৰু মই যুদ্ধৰপৰা নিবৃত্ত হৈছো। কিন্তু মই ইন্দ্ৰৰ ওপৰত বিশ্বাস স্থাপন কৰিবলৈ অক্ষম। যি হওক বাৰু আপোনালোকে মোক এই বুলি এটা বৰ দিয়ক যে শিল, লোহা, শুকান বা পানী লগা কোনো অস্ত্ৰ-শস্ত্ৰৰ দ্বাৰা ইন্দ্ৰই মোক বধ কৰিব নোৱাৰে। দিন বা ৰাতি মোৰ যেন মৰণ নঘটে। এই বৰেৰে মোক আশীৰ্ব্বাদ কৰক।"

দেৱতা আৰু ঋষিসকলে সেই প্ৰাৰ্থনা শুনি "তথাস্তু" বুলি কলে।

বৃত্ৰাসুৰৰ সন্দেহৰ থল যথেষ্ট আছিল। বৃত্ৰাসুৰে যুদ্ধ স্থগিত কৰা সত্বেও ইন্দ্ৰই তেওঁৰ প্ৰতি সদ্ভাৱ স্থাপন কৰিব নোৱাৰিলে। বৃত্ৰাসুৰক বধ কৰিবলৈ তেওঁ ছেগ চাই ফুৰিলে। এদিন কাল সন্ধিয়া বৃত্ৰাসুৰক বঞ্চনা কৰি বধ কৰিবলৈ এয়ে উত্তম সুযোগ বুলি ভাবি ইন্দ্ৰই তেওঁক হঠাতে আক্ৰমণ কৰিলে। ভালেমান বেলি দুয়োৰে ভিতৰত যুদ্ধ চলিবলৈ ধৰিলে। বহুসময় যুদ্ধৰ পিচত বৃত্ৰই ক'লে—"হেৰ অধম, কিয় পলম কৰিছ ? বজ্ৰায়ুধ হানি মোক বধ নকৰ কিয় ? বিষ্ণুৰ তেজ তোৰ বজ্ৰৰ ভিতৰত লুকাই আছে। সেই অস্ত্ৰকে মোৰ গাত নিক্ষেপ কৰ, সেয়ে মোৰ কাম্য আৰু মই হৰিৰ কৃপাত স্বৰ্গলাভ কৰিম।"

সেই কথালৈ আওকাণ কৰি ইন্দ্ৰই বৃত্ৰৰ সোঁহাতখন কাটি পেলালে। বৃত্ৰ তাত লেশমাত্ৰও বিচলিত নহল। তেওঁ বাওঁহাতেৰে লোহাৰ গদাৰে গাত কোব মাৰি দিলে। তেতিয়া বাওঁহাতখনো ইন্দ্ৰই কাটি পেলালে। দুইখন হাত হেৰুৱাই বৃত্ৰই ইন্দ্ৰক মুখ মেলি গিলি পোলালে। তেতিয়া দেৱতাসকলে বিলাপ কৰিবলৈ ধৰিলে।

কিন্তু ইন্দ্ৰৰ প্ৰাণ যোৱা নাছিল। খন্তেকতে তেওঁ বৃত্ৰাসুৰৰ পেটফালি ওলাই আহিল আৰু সাগৰৰ কাষ চাপিল। তাত ইন্দ্ৰই পানীৰ বুৰবুৰনিৰ মাজত বজ্ৰপাত সুমুৱাই সেই বুৰবুৰনি উঠা পানীৰ মাজেদি বৃত্ৰাসুৰলৈ মহাবিষ্ণুৰ তেজ সোমাই থকা বজ্ৰায়ুধ মাৰি পঠালে। সেই অস্ত্ৰৰ আঘাতত বৃত্ৰাসুৰৰ প্ৰাণ বাহিৰ হৈ মাটিত বাগৰি পৰিল।

ভালেমান দিন যুদ্ধৰ দুঃখ কষ্টত লট-ঘট হৈ থকা জগতখনত শান্তি

প্ৰতিষ্ঠা হ'ল। কিন্তু ইন্দ্ৰই ব্ৰহ্মহত্যা পাপ আৰু সত্যৰ অপলাপ কৰাৰ ফলত নিজৰ মতে অপমান পালে। তেওঁৰ দেৱশক্তি ক্ৰমে হৰি আহিল। লাজ পাই তেওঁ সকলোৰেপৰা আঁতৰি বনত লুকাই থাকিল।

ৰাজশক্তিৰ অভাৱত প্ৰজাসকলৰ দুখ-কষ্টৰ সীমা নাথাকে। ৰাজশক্তিটো এজন মানুহত, এটা বংশত নাইবা এখন সভাৰ মাজতহে নিহিত হৈ থাকিব পাৰে। সেই গতিকে ইন্দ্ৰৰ অবিহনে দেৱতা আৰু ঋষিসকলে অশেষ দুখ-কষ্ট ভোগ কৰি থাকিব লগা হ'ল।

ৰজা নহুষ পৰাক্ৰমী, কীৰ্ত্তিমন্ত আৰু সজ গুণী পুৰুষ আছিল। দেৱতা আৰু ঋষিসকলে তেওঁৰ ওচৰলৈ গৈ ক'লে—"দেৱতাসকলৰ সিংহাসন গ্ৰহণ কৰি আমাৰ দেৱেন্দ্ৰৰ পদটো পূৰণ কৰক।" দেৱতা আৰু ঋষিসকলৰ এনে প্ৰাৰ্থনা শুনি নহুষে নম্ৰভাৱে ক'লে—"দেৱেন্দ্ৰৰ পদ পূৰণ কৰিবলৈ মই অপাৰগ। আপোনালোকক ৰক্ষা কৰা শক্তি মোৰ নাই। ক'ত ইন্দ্ৰ আৰু ক'ত মই।"

দেৱতাসকলে নেৰানেপেৰাকৈ আকৌ অনুৰোধ জনাই ক'লে—"আমাৰ সকলোটিৰে তপস্যাৰ ফল আপুনি লাভ কৰক। বিনা সঙ্কোচে আপুনি দেৱৰাজৰ পদটি গ্ৰহণ কৰক। যাৰে ওপৰত আপুনি দৃষ্টি পেলাব তেওঁৰে সকলো শক্তি আপুনি হৰণ কৰিব পাৰিব। সেই কাৰণতে আপুনি মহাশক্তি-শালী হবলৈ সক্ষম হব আৰু লগে লগে আপুনি স্বৰ্গৰ দেৱৰাজৰ পদৰ যোগ্যতা অৰ্জ্জন কৰিব।" এই কথা শুনি নহুষ মান্তি হ'ল। এজনৰ অভাৱত আন এজন ৰজা বা নেতা বাছি লোৱা নিয়মটো নতুন নহয়। ইন্দ্ৰৰ অভাৱত দেৱতাসকলে নহুষক দেৱৰাজ পদৰ কাৰণে বাচি ললে। তাৰ পিচত নহুষৰ কেনেকৈ পতন হলগৈ সেইটো ঘটনাত শিকিবলগীয়া বহুত কথা আছে।

## নহুষ

ব্ৰহ্মহত্যা পাপত লিপ্ত হৈ ইন্দ্ৰই লাজত ৰাজপদ পৰিত্যাগ কৰি কোনোবা বনত লুকাই থাকিলগৈ। নহুষ দেৱৰাজৰ পদত অভিষিক্ত হ'ল।

প্ৰথম ছোৱাত নহুষে যথেষ্ট আদৰ সন্মান পালে। পৃথিৱীত ৰজা হৈ

থকা কালছোৱাত তেওঁ যি কীৰ্ত্তি আৰু পুণ্য অৰ্জ্জন কৰিছিল দেৱৰাজৰ পদ লাভ কৰাৰ পিছত সেইখিনি পুণ্যৰ বলত কিছু দিনলৈ ৰক্ষা পৰি থাকিল। পিছত সেই পুণ্যৰ প্ৰভাৱ কমি অহাৰ লগে লগে তেওঁৰ দুৰ্দ্দিন আৰম্ভ হ'ল। দেৱৰাজৰ পদ লাভ কৰি তেওঁৰ মনত অহঙ্কাৰ উপজিল। ক্ৰমে তেওঁৰ কীৰ্ত্তি পুণ্য, সংযম, সত্বগুণ সকলোবোৰ লোপ পাবলৈ ধৰিলে।

স্বৰ্গলোক এখন সুখ ভোগৰ ঠাই। সেই গতিকে নহুষেও ভোগ-বিলাসত গা ঢালি দিলে। তেওঁ ৰিপুৰ দাস হৈ পৰিল। এদিন তেওঁ ইন্দ্ৰপত্নী শচীদেবীক দেখা পাই মোহ গ'ল। দুৰ্ব্বুদ্ধিয়ে লগ লোৱাত তেওঁ সভাসদ-সকলক সুধিলে—"দেৱৰাজ ইন্দ্ৰৰ মহিষী মোৰ কাষলৈ নাহে কিয়? এতিয়া আচলতে ময়েই দেৱৰাজ। এই মুহূৰ্ত্তে শচীদেবীক মোৰ কাষলৈ আনিব লাগে।" এই বুলি তেওঁ অনুচৰবিলাকক শচীদেবীক লৈ আহিবলৈ আদেশ কৰিলে।

এই সংবাদত শচীদেবী আতঙ্কিত আৰু খঙত অস্থিৰ হৈ পৰিল। নিৰুপায় হৈ তেওঁ দেৱগুৰু বৃহস্পতিৰ শৰণাপন্ন হৈ তেওঁৰ আগন্তুক বিপদৰ কথা ভাঙি ক'লে—"গুৰুদেৱ, মোক এই পাষণ্ডৰ হাতৰপৰা ৰক্ষা কৰক।"

বৃহস্পতিয়ে তেতিয়া শচীদেবীক আশ্বাস দি ক'লে—"ইন্দ্ৰাণী ভয় নাখাবা। সোনকালেই ইন্দ্ৰ ঘূৰি আহিব। সম্প্ৰতি বাৰু তুমি মোৰ ঘৰতে বাস কৰি থাকাঁ। তুমি তোমাৰ স্বামীক আকৌ ঘূৰাই পাবা।"

শচীদেবীয়ে নহুষৰ আদেশ অমান্য কৰি দেৱগুৰু বৃহস্পতিৰ আশ্ৰয়ত আছে বুলি গম পাই দেৱৰাজ নহুষৰ খঙে মূৰ পালেগৈ।

নহুষৰ এনে হীন মতি গতি দেখি দেৱতাসকল বিচুত্তি হ'ল। তেওঁ-লোকে নহুষক কলে—"দেৱৰাজ, আপুনি খং কৰিছে কিয়? আপোনাৰ খং উঠিলে গোটেই জগদ্বাসীৰ দুখ-কষ্টৰ সীমা নাইকিয়া হ'ব। শচীদেবী সাক্ষাৎ ইন্দ্ৰৰ ধৰ্ম্মপত্নী। তেওঁক লাভ কৰিবলৈ বাঞ্ছা কৰাটো আপোনাৰ পক্ষে ন্যায়সঙ্গত হোৱা নাই। আপুনি ধৰ্ম্মৰ বাটেদিহে চলিবলৈ চেষ্টা কৰিব লাগে।" কামাতুৰ নহুষে দেৱতাসকলৰ কথালৈ কাণকে নকৰিলে। বৰং প্ৰতিবাদ কৰি ক'লে—"তাহানিখন যেতিয়া এই ইন্দ্ৰই অহল্যাৰ কাষলৈ গৈছিল তেতিয়া তোমালোকৰ ধৰ্ম্ম কত আছিল? তেতিয়া দেখোন তোমা-লোকে হকা-বধা কৰা নাছিলাইঁক? মোক এতিয়া বাধা দিয়াৰ কাৰণটো কি? তপস্বী বিশ্বৰূপক ইন্দ্ৰই হত্যা কৰিলে তাৰেইবা প্ৰতিবিধান তোমা-লোকে কি কৰিলা? শচীদেবীয়ে মোৰ কামনা পূৰণ কৰিলে তেওঁৰ মঙ্গলে-হে হ'ব। তেওঁক কোনোমতে সন্মত কৰাই মোৰ ওচৰলৈ লৈ আহাইঁক,

নহলে তোমালোকৰো মঙ্গল নহব।” এই বুলি নহুষে দেৱতা সকলকো আদেশ কৰিলে।

দেৱতাসকলে নহুষৰ খং দেখি ভয়খাই দেৱগুৰুৰ কাষচাপি শচীদেৱীক মান্তি কৰাই নহুষৰ কাষলৈ পঠাই দিয়াটোকে স্থিৰ কৰিলে। সেইমতে সকলো দেৱতা বৃহস্পতিৰ ওচৰলৈ গ'ল। তেওঁলোকে দেৱগুৰুক নহুষৰ প্ৰতাপৰ কথা ভাঙ্গিপাতি কৈ শচীদেৱীক নহুষৰ কাষলৈ পঠাই দিবলৈ গোহাৰি জনালে। এই কথা শুনামাত্ৰে শচীদেৱী ভয়ত কম্পমান হ'ল।

তেতিয়া শচীদেৱীয়ে বিলাপ কৰি দেৱগুৰু বৃহস্পতিক ক'লে—“হায়! হায়! গুৰুদেৱ মোৰ এতিয়া কি গতি হব? মই মৰি গলেও এনে পাপ কামত লিপ্ত হব নোৱাৰোঁ। মই আপোনাৰ শৰণ পশিলোঁ। মোক ৰক্ষা কৰক দেৱৰ্ষি।”

বৃহস্পতিয়ে তেওঁক সান্ত্বনা দি ক'লে—যি পুৰুষে শৰণাগতক শত্ৰুৰ হাতত সপি দিয়ে তেওঁৰ বিনাশ অৱশ্যম্ভাবী। তেওঁৰপৰা হোৱা বীজ-বিলাক নৌ মাটি ফুটি ওলাওঁতেই নষ্ট হৈ যাব। তোমাক মই পৰিত্যাগ নকৰোঁ। নহুষৰ মৃত্যু ওচৰ চাপিছে। তুমি নিৰ্ভয়ে থাকা। কালক্ৰমত সঙ্কট আহি পৰিছে। পুনৰ যথা সময়ত ইয়াৰ অন্ত পৰিব।” এইবুলি যুক্তিৰে বুজনি দি দেৱগুৰুৱে শচীদেৱীক এই সঙ্কটৰপৰা পৰিত্ৰাণ পোৱা সঙ্কেত কৈ দিলে। বুদ্ধিমতী শচীদেৱীয়ে সেই কথা বুজি পাই বুকুত সাহ বান্ধি নহুষৰ ওচৰলৈ যাত্ৰা কৰিলে।

শচীদেৱীক দেখা পোৱা মাত্ৰে কাম ভাৱত বলিয়া হৈ নহুষৰ বুদ্ধি লোপ পালে। আনন্দত উত্ৰাৱল হৈ তেওঁ ক'লে—“সুন্দৰী, মই এতিয়া ত্ৰিলোকৰ অধীশ্বৰ, তুমি পাপলৈ ভয় খাব নেলাগে। মোক মাথোন পতিৰূপে বৰণ কৰা।”

পাপমতি নহুষৰ কথা শুনি পতিব্ৰতা শচীদেৱী থৰ লাগি ৰল। অলপ পিচত ধৈৰ্য্য ধৰি কলে—“হে দেৱৰাজ, আপোনাৰ কাষত থকা মোৰ পক্ষে উচিত হব, কিন্তু মোৰ এটা গোহাৰি আছে। ইন্দ্ৰ এতিয়াও জীৱিত আছে নে নাই সেই কথা মোৰ জানিবলৈ ইচ্ছা হৈছে। তেওঁ যদি সঁচাই জীৱিত আছে তেন্তে তেওঁ এতিয়া ক'ত আছে এই কথাৰ ভুলৈ বিচাৰি উলিয়াব নোৱাৰিলে মই তেতিয়াই আহি আপোনাৰ লগ লমহি। তেতিয়া হলে ভৱিষ্যতে মোৰ গাত আৰু কোনো চেকা নাথাকিব।”

এই কথাত নহুষে ৰং পাই কলে—“এৰা, তোমাৰ কথাটো যুক্তিপূৰ্ণ আৰু ন্যায়সঙ্গত। ভালকথা, তুমি তেন্তে বিচাৰি আহাঁগৈ। মোৰ কথা

আৰু তোমাৰ প্ৰতিজ্ঞা নাপাহৰিবা কিন্তু।” সেই কথাত মান্তি হৈ শচীদেৱী বৃহস্পতিৰ ঘৰলৈ উলটি আহিল।

দেৱতাসকল মহাবিষ্ণুৰ ওচৰলৈ গৈ নহুষৰ সকলো কথা বিবৰি কৈ তেওঁৰ ওচৰত প্ৰাৰ্থনা জনাই কলে—“হে নাথ, বৃত্ৰক যি শক্তিয়ে নিহত কৰিলে সেইটো আপোনাৰেই শক্তি। কিন্তু ইন্দ্ৰ ব্ৰহ্মহত্যা পাপত লিপ্ত হ’ল। তেওঁলোক অপবাদৰ ভয়ত কোনোবা অজান ঠাইত লুকাই আছেগৈ। তেওঁৰ এই পাপৰপৰা মুক্ত হব পৰা উপায়টো আপুনিয়েই দয়া কৰি স্থিৰ কৰক প্ৰভু।”

ভগবান নাৰায়ণে তেতিয়া কলে—“ইন্দ্ৰই মোক আৰাধনা কৰিলেই মুক্ত হব। লগে লগে দুষ্টবুদ্ধি নহুষৰো বিনাশ হ’ব।”

শচীদেৱীয়ে ভগবানৰ কৃপা ভিক্ষা কৰি দেৱতাসকলৰ অনুগ্ৰহত ইন্দ্ৰৰ সঙ্গলাভ কৰিলেগৈ। মানস সৰোবৰত পদ্মফুলৰ ঠাৰিৰ ভিতৰত আঁহৰ লগত তেওঁৰ দেহাটো সূতা যেন কৰি মিলাই তাতে লুকাই আছিল। কেতিয়ানো পাপৰপৰা মুক্তি লাভ কৰি সুদিন দেখা পাব তালৈকে বাট চাই তপস্যা কৰি আছিল। শচীদেৱীয়ে স্বামীক এই অৱস্থাত দেখা পাই শোকাতুৰ হৈ বিলাপ কৰিবলৈ ধৰিলে। তাৰ পিচত শচীদেৱীয়ে নিজৰ কথা আদ্যোপান্ত ইন্দ্ৰৰ আগত বৰ্ণনা কৰি ক’লে।

সেইবোৰ শুনি ইন্দ্ৰই তেওঁক সান্ত্বনা দি কলে—“পাপাত্মা নহুষৰ কাল ওচৰ চাপিছে। তুমি এতিয়া গোপনে নহুষৰ ওচৰলৈ গৈ তেওঁৰ ইচ্ছামতে কাম কৰাৰ ভাও জুৰিবা আৰু কবা “সপ্তৰ্ষিয়ে বই নিয়া পাল্কিত উঠি আপুনি মোৰ কাষলৈ আহিব লাগিব।” এইটো কাম কৰিলেই নহুষৰ বিনাশ ঘটিব।

ইন্দ্ৰদেৱৰ পৰামৰ্শ অনুযায়ী শচীদেৱী নহুষৰ ওচৰলৈ গ’ল। দিযোৱা কথামতেই শচীদেৱী উলটি অহা দেখি মূৰ্খ নহুষে আনন্দত উত্ৰাৱল হৈ ক’লে—“কল্যাণী মই এতিয়া তোমাৰ কথামতে কাম কৰিবলৈ সাজু আছোঁ। তোমাৰ প্ৰতিজ্ঞা তুমি ঠিকমতেই পালন কৰিলা।”

শচীদেৱীয়ে কলে—“দেৱৰাজ, মই আহিলোঁ। আপুনিয়েই মোৰ পতি হব পাৰিব। আপুনি ত্ৰিলোকৰ অধিপতি। বাৰু এতিয়া আপুনি মোৰ মনেখোৱা কাম এটা সমাধা কৰিবনে? ভগবান বিষ্ণু, মহাদেৱ, দেৱতাসকল আৰু অসুৰবিলাকে যি বাহনত কেতিয়াও উঠা নাই তেনে এখন বাহনত উঠি আপুনি মোৰ ওচৰলৈ আহিব লাগিব। প্ৰভু ! সপ্তৰ্ষিয়ে বৈ নিয়া

এখন পাল্কীত উঠি আপুনি মোৰ কাষলৈ আহক, তেতিয়া মই আপোনাক আদৰি আনিম।"

নহুষে উত্তৰ দিলে—"হে কল্পানাৰ শক্তিময়ী ৰূপহী, তোমাৰ এই সঙ্কল্পটো মোৰ বৰ মনে খাইছে। তোমাৰ অভিলাষিত বাহনখনো বৰ অপৰূপ হ'ব। ময়ো তাকে বৰ কামনা কৰি আছো। 'চকু ফুৰাই যাৰে ওপৰত দৃষ্টি পেলাম তেতিয়াই তেওঁৰ সকলো শক্তি হৰি আনিম' এনে এটা বৰ মই আগতে লাভ কৰিছোঁ। মহৰ্ষিসকলে মোক বহন কৰি নিব এইটো অৰশ্যে মোতেইহে শোভা পায়। ভাল কথা, মই তেন্তে তোমাৰ এই অভিলাষ পূৰণ কৰিম।" এইবুলি কৈ নহুষে শচীদেৱীক বিদায় দিলে। তাৰ পিচত মদোন্মত্ত নহুষে মহৰ্ষিসকলক আহ্বান কৰি তেওঁৰ পাল্কীখন বৈ নিবলৈ আদেশ কৰিলে। নহুষৰ এই অন্যায় আৰু পাপ সঙ্কল্পৰ কথা শুনি জগতবাসীৰ বিস্ময়ৰ সীমা নাইকিয়া হ'ল।

মহৰ্ষিসকলে বহন কৰি নিয়া পাল্কীত উঠি আগবাঢ়ি গৈ থকা অৱস্থাত প্ৰতি খোজতে নহুষৰ পাপো বাঢ়ি গৈ থাকিল। শচীদেৱীৰ ৰূপৰ প্ৰতি মোহ ভাৱত বিভোল হৈ নহুষৰ আৰু বেছি খৰকৈ যাবলৈ তত হেৰাই গ'ল। বাহক মহৰ্ষিসকলক আৰু খৰকৈ যাবলৈ আদেশ কৰিলে। বাহক-সকলৰ ভিতৰত অগস্ত্য ঋষিও আছিল। নহুষে তেওঁক গোৰমাৰি দি 'সৰ্প' 'সৰ্প' বুলি চিঞৰি কবলৈ ধৰিলে।

'সৰ্প' শব্দৰ অৰ্থ হ'ল বেগাই যোৱা। এইটো এটা আদেশ সূচক বচন। অগস্ত্যক গোৰ মৰা মাত্ৰে নহুষৰ পাপৰ মাত্ৰা পূৰ্ণ হ'ল।

অগস্ত্যই তেতিয়াই অভিশাপ দি কলে—"হেৰ অধম তই স্বৰ্গচ্যুত হৈ পৰিবি। 'সৰ্প' 'সৰ্প' কৰি মুনিসকলক আদেশ কৰাৰ ফলত তই পৃথিৱীত গৈ সৰ্প জন্ম লৈ থাকিবি।"

সেই মুহূৰ্ত্তেই নহুষ পাল্কীৰপৰা ওপৰলৈ ভৰি কৰি মাটিত বাগৰি পৰিল আৰু সাপ ৰূপ ধৰি সেই পাপ মোচনৰ কাৰণে বহুকাল অপেক্ষা কৰি থাকিব লগা হ'ল।

ইন্দ্ৰই আকৌ দেৱৰাজ পদ পাই স্বৰ্গৰাজ্যত বাস কৰিলে। শচীদেৱী নিশ্চিন্ত হ'ল।

এইদৰে উপপ্লব্যত যুধিষ্ঠিৰ আৰু দ্ৰৌপদীৰ আগত মোমায়েক শল্যই, ইন্দ্ৰ আৰু ইন্দ্ৰাণীৰ দুখৰ বৃত্তান্ত বৰ্ণনা কৰি তেওঁলোকক সান্ত্বনা দিবলৈ চেষ্টা কৰিলে।

শল্যই পিচত ইয়াকো ক'লে—"ক্ষমাশীল আৰু সহনশীল মানুহৰ বিজয় লাভ অৱশ্যম্ভাৱী। ধন-ঐশ্বৰ্য্যত মতলীয়া হৈ থকা মানুহৰ নাশ হবই হব। ইন্দ্ৰ আৰু শচীদেবীৰ নিচিনাকৈ তোমালোকে আৰু দ্ৰৌপদীয়ে অশেষ যন্ত্ৰণা ভুগি আছাহঁক। সেই সকলোবোৰ দুখৰ সোনকালেই ওৰ পৰিব। তোমালোকে পুনৰ ৰাজ্যলাভ কৰি সুখে-সন্তোষে কাল কটাব পাৰিবা। নহুষৰ দৰে দুষ্ট বুদ্ধি দুৰ্য্যোধন আৰু কৰ্ণৰ বিনাশ ঘটিবই।

## সঞ্জয়ৰ দৌত্য

বিৰাট ৰাজ্যৰ উপপ্লব্য নগৰতে পাণ্ডৱসকলে বাসকৰা সময়ত মিত্ৰ ৰজাসকলৰ ওচৰলৈ দূত পঠাই সৈন্য সামন্ত আৰু যুদ্ধৰ আহিলা পাতি যোগাৰ কৰিবলৈ ধৰিলে। এইদৰে সংগ্ৰহ কৰোতে পাণ্ডৱসকলে সাত অক্ষৌহিণী সৈন্য গোটালে। আনফালে কৌৰৱ পক্ষয়ো এনেদৰে সৈন্য সংগ্ৰহ কৰাত লাগি গ'ল। তেওঁলোকৰ এঘাৰ অক্ষৌহিণী সৈন্য গোট খালে।

এক অক্ষৌহিণী আজিকালিৰ হলে এটা বিভাগীয় সৈন্যদলৰ সমান। প্ৰতিটো বিভাগতে সকলো ধৰণৰ সৈন্য থাকে। বিভাগবিলাক আকৌ কিছুমান সৰু সৰু দলত ভাগ কৰি লোৱা হয়। এনেধৰণৰ প্ৰতিটো সৰু দলতে একোখন ৰথ, এটাকৈ হাতী, তিনিটা ঘোঁৰা আৰু পাঁচজনকৈ পদাতিক সৈন্য থাকে। প্ৰতি অক্ষৌহিণীত একৈশ হাজাৰ আঠশ সত্তৰখন ৰথ, সেই অনুপাতে হাতী, তাৰ তিনিগুণ ঘোঁৰা আৰু পাঁচগুণ পদাতিক সৈন্য থাকে। সেই অক্ষৌহিণীৰ লগত উপযুক্ত পৰিমাণে যুদ্ধৰ যাবতীয় সৰঞ্জাম থাকে। আজি কালিৰ লোহাৰে আবৃত যান-বাহনবিলাকে যিবিলাক কাম কৰে আগৰ দিনত সেইবোৰ কামত ৰথ ব্যৱহাৰ কৰা হৈছিল। আজিকালিৰ 'টেঙ্কবিলাকৰ কাম আগৰ কালত হাতীৰে কৰোৱা হৈছিল।

দ্ৰুপদ ৰজাৰ পুৰোহিতে ভীষ্মদেৱৰ ওচৰলৈ গৈ যথা নিয়মে কুশলাদি প্ৰশ্ন কৰাৰ পিচত ৰাজসভাত পাণ্ডৱসকলৰ হৈ সকলো কথা বিস্তৃতভাৱে আলোচনা কৰি কলে—"ধৰ্ম্মৰ যে আদি অন্ত নাই এই কথা সকলোৰে বিদিত। ধৃতৰাষ্ট্ৰ আৰু পাণ্ডু এই দুয়ো ৰজা বিচিত্ৰ বীৰ্য্যৰ পুত্ৰ। পিতৃ

সম্পত্তিত দুয়োৰে সমান অধিকাৰ। এতিয়া ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলে গোটেই ৰাজ্য ভোগ কৰি আছে আৰু পাণ্ডু পুত্ৰসকলে ৰাজ্যভ্ৰষ্ট হৈ কাল কটাইছে। এইটো কেনেকৈ ন্যায় সঙ্গত কথা হব পাৰে? কুৰু বংশৰ পাণ্ডৱসকলে তেওঁলোকৰ সকলোবোৰ দুখ-কষ্ট পাহৰি এতিয়া সন্ধি কৰিবলৈ প্ৰস্তুত। যুদ্ধৰপৰা নানান অনৰ্থৰ সৃষ্টি হয়; এই কথা ভাবিয়েই পাণ্ডৱসকলে যুদ্ধ কৰিবলৈ হাবিয়াস কৰা নাই। ধৰ্ম্ম, ন্যায় আৰু প্ৰতিজ্ঞা অনুযায়ী তেওঁলোকৰ যি প্ৰাপ্য তাকে দি শান্তি স্থাপনৰ চেষ্টা কৰক অনৰ্থক পলম নকৰিব।"

জ্ঞান বৃদ্ধ আৰু বীৰ শ্ৰেষ্ঠ ভীষ্মদেৱে কলে—"ভগবানৰ অনুগ্ৰহত পাণ্ডৱসকলে সুখেৰেই কাল কটাই আছে। ভালেমান ৰজাৰ সহায় পোৱা সত্ত্বেও তেওঁলোক যুদ্ধ কৰি অনৰ্থ সৃষ্টি কৰাৰ পক্ষপাতী নহয়। তেওঁলোক সন্ধি স্থাপনৰহে পক্ষপাতী। তেওঁলোকে পাবলগীয়া ৰাজ্যখণ্ড তেওঁলোকক ঘুৰাই দিয়া উচিত আৰু এয়ে ধৰ্ম্ম।"

ভীষ্মদেৱৰ কথা নৌ শেষ হবলৈ পাওঁতেই কৰ্ণই খঙেৰে দূতক সভাৰ মাজতে কৈ দিলে—"দূত তোমাৰ আন কিবা নতুন কথা কব লগা আছে যদি কৈ দিয়া। পুৰণা কথাবিলাক পাগুলি নাথাকিবা—লাভ নাই। পাশা খেলত যুধিষ্ঠিৰে দেখদেখকৈ গোটেই ৰাজ্য আৰু ধন সম্পদ সকলো হেৰুৱালে। হেৰোৱা সম্পদৰ ওপৰত আকৌ দাবী চলে কেনেকৈ? যুধিষ্ঠিৰে তেওঁৰ প্ৰতিজ্ঞা যথাৰ্থমতে পালন কৰি কুৰুসভালৈ আহি কিবা অলপ পাবৰ কাৰণে ভিক্ষা কৰি চাব পাৰে। বিৰাট আৰু দ্ৰুপদ ৰজাৰ সৈন্য বলৰ ওপৰত ভৰসা কৰিয়েই হবলা তেওঁ হেৰোৱা ৰাজ্য উদ্ধাৰ কৰিবলৈ চেষ্টা কৰিছে? ভয় দেখুৱাই দুৰ্য্যোধনৰ হাতৰপৰা যৎকিঞ্চিৎ কিবা অলপ লাভ কৰাটোও অসম্ভৱ বুলি জানিবা। তেৰটা বছৰ নৌ পূৰ হওঁতেই আত্মপ্ৰকাশ কৰি তেওঁলোকে তেওঁলোকৰ প্ৰতিজ্ঞা ভঙ্গ কৰিছে। সেই কাৰণতে আকৌ বাৰ বছৰ কাল তেওঁলোকে বনবাস খাটিবগৈ লাগিব।"

ভীষ্মদেৱে তেতিয়া কলে—"হেৰা সাৰথি পুত্ৰ, কিয় মিছা কথাবোৰ কৈছা? এই দূতৰ পৰামৰ্শমতে কাম নকৰিলে যুদ্ধত আমাৰ পৰাজয় অনিবাৰ্য্য আৰু কৌৰৱৰ সকলো বীৰৰ পতন অনিবাৰ্য্য।"

এই কথা শুনা মাত্ৰকে সভাৰ মাজত কোঢ়াল লাগি উঠিল। তেতিয়া ধৃতৰাষ্ট্ৰই মাত লগালে—"পৃথিৱীৰ কল্যানৰ অৰ্থে আৰু পাণ্ডৱসকলৰ মঙ্গল কামনা কৰি মই সঞ্জয়ক পাণ্ডৱসকলৰ ওচৰলৈ পঠাবলৈ মনতে পাঙি আছোঁ। দূত, আপুনি যুধিষ্ঠিৰৰ ওচৰলৈ ঘূৰি গৈ এই সম্বাদটো দিয়কগৈ।"

তাৰ পিচত সঞ্জয়ক মাতি আনি ধৃতৰাষ্ট্ৰই কলে—"সঞ্জয় তুমি পাণ্ডুপুত্ৰ-সকলৰ ওচৰলৈ গৈ কৃষ্ণ সাত্যকি আৰু বিৰাট আদি সকলোটিকে মোৰ স্নেহ সম্ভাষণ জনাই তেওঁলোকৰ কুশল বাতৰি লবা। তাত গোটখোৱা ৰজাসকলকো মোৰ সাদৰ সম্ভষণ জনাবা। খং উঠা কোনো কথাৰ অৱ-তাৰণা নকৰি যাতে ভালে ভালে যুদ্ধ নঘটে তেনে এটা সুমীমাংসাৰ ব্যৱস্থা কৰি আহাগৈ।"

সেইমতে সঞ্জয়ে যুধিষ্ঠিৰৰ ওচৰলৈ যাত্ৰা কৰিলে। উপপ্লব্য নগৰত গোটখাই থকা সকলোটি ৰজাকে সাদৰ সম্ভাষণ জনাই সভাৰ মাজত থিয় দি হাতযোৰকৈ সঞ্জয়ে কলে—"হে ধৰ্ম্মপুত্ৰ, আপোনাৰ আকৌ দৰ্শন পাই মোৰ নয়ন সাৰ্থক কৰিলো। চৌপাশে বেৰি থকা ৰজাসকলৰ মাজত আপোনাক দৰ্শন কৰি ইন্দ্ৰৰ নিচিনা লাগিছে। এই দৃশ্য দেখি আজি মোৰ মন-প্ৰাণ আনন্দ-সাগৰত ডুবখাই গৈছে। মহাৰাজ ধৃতৰাষ্ট্ৰই আপোনালোক সকলোটিৰে কুশল বাতৰি সুধি পঠাইছে। তেওঁ যুদ্ধক বৰ ঘিণ কৰে। তেওঁ শান্তি কামনা কৰি পঠাইছে।"

এই কথা শুনি ধৰ্ম্মপুত্ৰই বৰ আনন্দমনেৰে কলে—"এইদৰে মীমাংসা হলে কৌৰৱসকল মৰণৰ হাতৰপৰা ৰক্ষা পৰিব। আমিও যুদ্ধ-বিগ্ৰহৰ নানান লটি ঘটিৰপৰা সকলোটি ৰক্ষা পৰিম।ময়ো শান্তিকে কামনা কৰি আছোঁ। যুদ্ধৰ সঙ্কল্পত মোৰ অন্তৰখন বিয়াকুল হৈ পৰে। আমাৰ ৰাজ্য ওভোতাই পালেই আমি পূৰ্ব্বৰ সকলো দুখ কষ্ট পাহৰি যাম।"

সঞ্জয়ে উত্তৰ দিলে—"ধৃতৰাষ্ট্ৰৰ পুত্ৰসকল নিতান্ত মূৰ্খ। পিতামহৰ উপদেশলৈ আওকাণ কৰি নিজৰ নিজৰ মতে চলি আছে। সি যি কি নহওক বাৰু আপুনি ক্ষান্ত হৈ থাকক। ধৰ্ম্মপুত্ৰ, আপুনি সদায় ধৰ্ম্ম বাটে-দিয়েই চলি আহিছে। যুদ্ধৰ নিমিত্তে একো আয়োজন নকৰিব। যুদ্ধ কৰি ঐশ্বৰ্য্য লাভ কৰা একো সুখৰ কথা নহয়। আত্মীয় স্বজনক বধ কৰি ৰাজ্যলাভ কৰাত সুখ ক'ত? হে ধৰ্ম্মপুত্ৰ, যুদ্ধৰ কথা মনলৈ নানিব। আসমুদ্ৰ ৰাজ্যলাভ কৰিলেও বাৰ্দ্ধক্য আৰু মৃত্যু এই দুটা অৱস্থাৰ হাত সাৰিবৰ উপায় নাই। দুৰ্য্যোধনহঁত সঁচাকৈয়ে অতি মূৰ্খ। আপুনি আপো-নাৰ ধৰ্ম্ম আৰু ধৈৰ্য্য নষ্ট নকৰিব তেওঁলোকে ৰাজ্য ওলটাই নিদিয়েও যদি আপুনি ক্ষিন্তু ধৰ্ম্ম পৰিত্যাগ নকৰিব।"

যুধিষ্ঠিৰে কলে—"সঞ্জয়, আপোনাৰ কথা সঁচা হব পাৰে। ধৰ্ম্ম সবা-টোকৈ ডাঙৰ বস্তু। কিন্তু আমিতো এতিয়া অধৰ্ম্ম কৰিবলৈ আগবঢ়া নাই। ধৰ্ম্মৰ প্ৰকৃত ৰহস্যটো শ্ৰীকৃষ্ণই জানে। তেওঁ দুয়োপক্ষৰ হিত চিন্তা কৰে।

সেই বাসুদেৱে যি পৰামৰ্শ দিয়ে সেই অনুযায়ী আমি সেইমতে কাম কৰাই উচিত হব এই কথা ধ্ৰুৱপ জানিব।"

তেতিয়া শ্ৰীকৃষ্ণই প্ৰকাশ কৰি কলে—"মই পঞ্চপাণ্ডৱৰ সদায় মঙ্গলকে কামনা কৰি আহিছোঁ। ধৃতৰাষ্ট্ৰ আৰু তেওঁৰ পুতেকসকলেও সুখেৰে দিন কটাওক সেইটোও মোৰ কাম্য। বৰ্ত্তমানে এইটো এটা জটিল সমস্যা আহি পৰিছে। মই নিজে হস্তিনাপুৰলৈ গৈ ইয়াৰ এটা সুমীমাংসা কৰিবলৈ ইচ্ছা কৰিছোঁ। পাণ্ডৱসকলৰ মঙ্গলত যাতে কোনো বিঘিনি নঘটে সেই ভাবে কৌৰৱসকলৰ লগত সন্ধি স্থাপন কৰাটোৱেই মোৰ কাম্য। তাকে কৰিব পাৰিলে কৌৰৱসকলে মৃত্যুৰ হাত সাৰি থাকিব পাৰিব। মোয়ো এটা মহৎ পুণ্যৰ কাম সাধি আনন্দ লভিম। সন্ধি অনুযায়ী পাণ্ডৱসকলে হেৰোৱা ৰাজ্য পালেও তেওঁলোকে ধৃতৰাষ্ট্ৰৰ ওচৰত বাধ্য থাকি তেওঁৰ সেৱা-শুশ্ৰূষাত ব্ৰতী থাকিব। সেই বুলি তেওঁলোক যুদ্ধৰ কাৰণেও প্ৰস্তুত হৈ আছে। মীমাংসাৰ কাৰণে এতিয়া আমাৰ সমুখত দুটা পথ আছে। ধৃতৰাষ্ট্ৰই যিটোকে লবলৈ ইচ্ছা কৰে সেই পথেই তেওঁৰ কাৰণে মুকলি হৈ থাকিব।"

যুধিষ্ঠিৰে সঞ্জয়ক কলে—"সঞ্জয়, কৌৰৱ সভালৈ উলটি গৈ তুমি অম্বিকা পুত্ৰ ধৃতৰাষ্ট্ৰক আমাৰ হৈ কোৱাগৈ যে আপোনাৰ মহত্বৰ গুণত আমি লৰা কালতে ৰাজ্যলাভ কৰিছোঁ। এসময়ত আপুনিয়েই আমাক ৰাজকোঁৱৰ খিতাপ দান কৰি ৰাজপাটত বহুৱাইছিল। আজি আমাক ৰাজ্যৰপৰা বঞ্চিত কৰি পৰমুখাপেক্ষী হৈ জীৱন-যাপন কৰিবলৈ দিয়া আপোনাৰ উচিত হৈছে জানো? আপুনি আমাৰ ভক্তি ভাজন পিতৃসদৃশ। দুয়ো পক্ষৰে জীৱিকা নিৰ্ব্বাহৰ সম্ভৱ অনুপাতে ভালেমান মাটি-বৃত্তি আছে। আমাক সেইবিলাকৰপৰা বঞ্চিত কৰি আপোনাৰ পুত্ৰসকলক আমাৰ প্ৰতি শত্ৰুভাব লৈ থাকিবলৈ নিদিব। মোৰ এই বিনীত কথা কেইফাকি মহাৰাজ ধৃতৰাষ্ট্ৰক জনাওকগৈ। পিতামহ ভীষ্মদেৱক মোৰ সেৱা জনাই মোৰ হৈ কবগৈ যে তেওঁৰ নাতিসকলে মিত্ৰভাৱে থাকি যাতে জীৱন যাপন কৰিব পাৰে তাৰ কাৰণে তেখেতে যেন এটা পথ উলিয়াই দিয়ে। বিদুৰৰ আগতো এনে কথাকে কবগৈ। তেওঁ আমাৰ বংশৰ হিতৰ কথাকে কব। দুৰ্য্যোধনক শান্ত কৰি মোৰ হৈ কব যে চেনেহৰ ভাই, তোমালোকে ৰাজকোঁৱৰসকলক পহুৰছাল পিন্ধাই বনলৈ খেদি পঠালা, দ্ৰৌপদীক সভাৰ মাজত অপমান কৰিবলৈ আগবাঢ়িলা, সেই সকলোবোৰ আমি সহি থাকিলোঁ। এতিয়া আমাক আমাৰ প্ৰাপ্য ৰাজ্যখণ্ড এৰি দিয়া। আনৰ বস্তু আমি বিচৰা নাই। আমাৰ পাঁচ ভাইক পাঁচখনি মাত্ৰ গাওঁ এৰি দি শান্তি স্থাপন কৰা। হে

কুল তিলক আমি সকলোটিকে সুখে সন্তোষে জীৱন যাপন কৰোঁহঁক। সঞ্জয়, মই এতিয়া যুদ্ধ আৰু শান্তি এই দুয়োটাৰ নিমিত্তে সাজু হৈ আছো।"

যুধিষ্ঠিৰৰ এই কথা শুনি শ্ৰীকৃষ্ণ, উপস্থিত ৰজাসকলক আৰু পঞ্চপাণ্ডৱৰ ওচৰত বিদায় লৈ সঞ্জয় হস্তিনাপুৰলৈ উলটি গল।

## বিনাযুদ্ধে নেৰোঁ মই সূচ্যগ্ৰ মেদিনী

সঞ্জয়ক পাণ্ডৱৰ ওচৰলৈ পঠাই দি মহা চিন্তাত পৰি ধৃতৰাষ্ট্ৰৰ ওৰে ৰাতি টোপনি নাহিলেই। বিদুৰ আহি পালত ওচৰলৈ মতাই নি আলোচনা কৰি ৰাতিটো কটাই দিলে।

বিদুৰে ধৃতৰাষ্ট্ৰক ডাঠি কলে—"বৰ্ত্তমান পাণ্ডৱসকলক ৰাজ্য ঘূৰাই দিয়াই একমাত্ৰ উপায়। তাকে কৰিলে দুয়ো পক্ষৰে মঙ্গল হব। আপুনি পাণ্ডৱ-সকলক নিজৰ সন্তানৰ দৰে চাওক। স্নেহেই একমাত্ৰ উপায় আৰু সেয়ে ধৰ্ম্ম।"

পিচদিনা নিচেই পুৱাতে সঞ্জয় হস্তিনালৈ উলটি আহিল। যুধিষ্ঠিৰৰ সভাত যিবিলাক কথা আলোচনা হৈছিল সেই সকলোবোৰ ভাঙিপাতি কলে। তেওঁ কলে—"ঘাইকৈ অৰ্জ্জুনে কোৱা কথাবিলাক দুৰ্য্যোধনে শুনা উচিত। অৰ্জ্জুনে বিৰাট ৰজাৰ ৰাজসভাত কৈছিল যে—মই শ্ৰীকৃষ্ণৰ সৈতে লগ হৈ দুৰ্য্যোধন আৰু তেওঁৰ পক্ষৰ সকলোকে নিৰ্ম্মূল কৰিম—এই কথাত তিলমানো সন্দেহ নাই। যুদ্ধৰ কাৰণে গাণ্ডীৱ নাচি আছে। তাত শৰ নুজুৰিলেও নিজেই উৰি যাবলৈ প্ৰস্তুত হৈ আছে। কাপোৰৰ মাজত চাক খাই থকা অস্ত্ৰ-শস্ত্ৰবিলাকে মূৰ উলিয়াই সুধিব লাগিছে—কাহানি যুদ্ধ লাগিব বুলি। আমি দেৱৰাজ ইন্দ্ৰকে আদি কৰি দেৱতা সকলকো পৰাজিত কৰিবলৈ সমৰ্থ। কিন্তু মূৰ্খ দুৰ্য্যোধনে নিজেই নিজৰ মৰণ চপাই লবলৈ আমাক যুদ্ধলৈ আহ্বান কৰিছে।"

সঞ্জয়ৰ মুখত অৰ্জ্জুনৰ কথাবিলাক শুনি ভীষ্মদেৱে দুৰ্য্যোধনক বহুতো বুজাই-বঢ়াই ক'লে—"অৰ্জ্জুন আৰু শ্ৰীকৃষ্ণক নৰ আৰু নাৰায়ণ বুলি জানিবা তোমালোকে তেওঁলোকৰ বিৰুদ্ধে যুদ্ধত থিয় দিলেই এই কথাৰ সঁচা মিছা গম পাবা।" ইয়াৰ পিচত ভীষ্মদেৱে ধৃতৰাষ্ট্ৰৰ কালে চাই কলে—"পাণ্ডৱ-

সকলক বধ কৰিবলৈ যে কৰ্ণই ডাঙ্কোপ মাৰি আছে সেই কৰ্ণ পাণ্ডৱসকলৰ ষোল্ল ভাগৰ এভাগো নহয়। তেওঁৰ কথামতে চলি তোমাৰ পুত্ৰসকলে নিজে নিজৰ বিনাশৰ বাট মুকলি কৰিছে মাথোন। বিৰাট নগৰ আক্ৰমণ কৰিব্লৈ গৈ অৰ্জ্জুনৰ হাতত আমাৰ গৰ্ব্ব খৰ্ব্ব হৈ আছে। সেই যুদ্ধত কৰ্ণও আছিল। গন্ধৰ্ব্বসকলে তোমাৰ পুত্ৰক বন্দী কৰাত ইয়াত তৰ্জ্জন-গৰ্জ্জন কৰি থকা কৰ্ণই তেতিয়া কি কৰিছিল ? তেওঁ সেই সময়ত কোন ফালে পলাই পত্ৰং মাৰিছিল ? কেৱল অৰ্জ্জুনেই দেখোন গন্ধৰ্ব্বসকলক পৰাস্ত কৰি তোমাৰ পুত্ৰৰ প্ৰাণ ৰক্ষা কৰিছিল।"

তেতিয়া ধৃতৰাষ্ট্ৰই কলে—"এই বংশৰ গুৰিয়াল ভীষ্মদেৱে যি কৈছে সেইমতেই কাম কৰা আমাৰ পক্ষে যুগুত কথা। যুদ্ধ কৰা অনুচিত, শান্তি আৰু সন্ধি স্থাপনেই উত্তম কাৰ্য্য। কিন্তু মোৰ যে ক্ষমতা কমি গৈছে। এই উদ্ধণ্ড পুত্ৰবিলাকে মোৰ কথা নামানি নিজৰ মতেহে চলিবলৈ বিচাৰে। প্ৰত্যেকজন জ্ঞানীলোকে কৈ আছে সন্ধি আৰু শান্তি স্থাপন কৰাটোৱেই শ্ৰেয়ঃ। মোৰো সেয়ে মত।" এইবিলাক আলো-চনামূলক কথা শুনি থাকি দুৰ্য্যোধনে মাত লগালে "মহাৰাজ, আমাৰ নিমিত্তে আপুনি শঙ্কা কৰি থাকিব নালাগে। আমি আমাৰ সকলো শক্তি সংগ্ৰহ কৰি লৈছোঁ। যুদ্ধত আমাৰ জয়লাভ সুনিশ্চিত; ইয়াত তিলমাত্ৰও সন্দেহ নাই। যুধিষ্ঠিৰে পাৰোঁতে জানো এতিয়া গোটেই ইন্দ্ৰপ্ৰস্থৰ আশা পৰিহাৰ কৰি কেৱল পাঁচখন গাৱঁৰ প্ৰস্তাৱ কৰিছে ইয়াৰ-পৰাই আপুনি বুজিব লাগিছিল যে যুধিষ্ঠিৰে আমাৰ এঘাৰ অক্ষৌহিণী সেনাৰ নাম শুনি ভয়ত এনে কৰিছে। ইমান এটা বিৰাট সৈন্য বাহিনীৰ সন্মুখীন হোৱা পঞ্চপাণ্ডৱৰ পক্ষে এটা অসম্ভৱ কথা। গতিকে আমাৰ বিজয় সম্বন্ধে শঙ্কা কৰাৰ কোনো প্ৰশ্নই নুঠে।" এইদৰে দুৰ্য্যোধনে পিতাকক সাহ দিবলৈ ধৰিলে।

ধৃতৰাষ্ট্ৰই কলে—"বাছা, যুদ্ধ কৰা কথাটো এটা অতি বেয়া কথা। অৰ্দ্ধৰাজ্য ভোগ কৰিয়েই তৃপ্ত থকা উচিত হব। আমাৰ পক্ষে সেয়ে বহুত।"

পিতাকৰ কথা দুৰ্য্যোধনৰ অসহনীয় হৈ উঠিল; তেওঁ কলে—"নহয় পিতা, বিনাযুদ্ধে বেজীৰ আগ এটামানো ভূমি এৰি নিদিওঁ।" এই কথা কৈয়েই দুৰ্য্যোধনে উচাট মাৰি সভাস্থল পৰিত্যাগ কৰিলে। লগে লগে সভা ঘৰত ভয়ানক কোঢ়াল লাগি উঠিল।

সিফালে সঞ্জয় হস্তিনাপুৰলৈ ঘূৰি যোৱাৰ লগে লগে পাণ্ডৱসকলৰ মাজত আলোচনা আৰম্ভ হ'ল। যুধিষ্ঠিৰে শ্ৰীকৃষ্ণক কলে—"বাসুদেৱ, সঞ্জয় ধৃতৰাষ্ট্ৰৰ দ্বিতীয় প্ৰাণ স্বৰূপ। তেওঁৰ কথাৰপৰা ধৃতৰাষ্ট্ৰৰ পেটৰ কথাটো মই উপলব্ধি কৰিছোঁ। আমাক একেবাৰে বঞ্চিত কৰি সন্ধিৰে শান্তি স্থাপন কৰাটোৱেই ধৃতৰাষ্ট্ৰৰ গোপন উদ্দেশ্য। পোনে পোনে সঞ্জয়ে বৰ কৌশলেৰে কথাবোৰ আলোচনা কৰিছিল। মোৰো শুনি প্ৰথমতে মনত বৰ আনন্দ লাগিছিল। কিন্তু পিচৰ কথাবোৰ শুনি সেই আনন্দৰ ভাৱ জাহ গৈ সন্দেহ উপজিবলৈ ধৰিলে। মাজতে তেওঁ সন্ধিৰে শান্তি স্থাপনৰ কথাও উলিয়াইছিল কিন্তু অন্তত যিখিনি কথা কলেগৈ তাৰপৰা সেইবোৰ অন্যায় যুক্তি বুলি অনুমান কৰিবলৈ বাধ্য হলোঁ। ধৃতৰাষ্ট্ৰই দৰাচলতে সৰল মনেৰে আলোচনা কৰাৰ ভাৱ কৰা নাই। এতিয়া দেখিছোঁ আমাৰ পৰীক্ষাৰ সময় উপস্থিত। বৰ্ত্তমান এই সঙ্কট কালত আপোনাত বাজে আমাৰ ত্ৰাণকৰ্ত্তা আৰু কোনো নাই। পাঁচখনি মাথোঁ গাওঁ ভিক্ষা কৰি মই গোহাৰি জনাইছিলোঁ। দুষ্ট কৌৰৱহঁতে তাকো অস্বীকাৰ কৰিলে। এই অন্যায় আমি কোন সতে সহি থাকোঁ? এনে এটা মুহূৰ্ত্তত আমাক উপায় বুদ্ধি দিয়াৰ গৰাকী আপোনাৰ বাজে আন কাকো দেখা নাই। আপোনাত বাহিৰে ধাৰ্ম্মিক, নৈতিক আৰু সদুপায় দিব পৰা আন কোন হব?

যুধিষ্ঠিৰৰ কথা শুনি শ্ৰীকৃষ্ণই গহীনাই কলে—"দুয়োপক্ষৰ হিতৰ কাৰণে মই নিজে হস্তিনাপুৰলৈ যোৱাটোকে স্থিৰ কৰিছোঁ। ধৃতৰাষ্ট্ৰৰ ৰাজসভাত উপস্থিত হৈ বিনাযুদ্ধে আপোনালোকৰ প্ৰাপ্য ৰাজ্য উদ্ধাৰ কৰিবলৈ যত্ন কৰিমগৈ। মোৰ এই চেষ্টা ফলৱতী হলে জগতৰ কল্যাণ সাধন কৰা হব।"

যুধিষ্ঠিৰে কলে—"নহয়, আপুনি কৌৰৱৰ ৰাজসভালৈ কেতিয়াও নাযাব। শত্ৰুৰ মাজলৈ গলে একো ফল নহব। মূৰ্খ দুৰ্য্যোধনে তাৰ কথা নেৰে। সিহঁতৰ মাজলৈ গৈ আলোচনা চলোৱা কথাটো মই মুঠেই সমৰ্থন কৰিব নোৱাৰোঁ। আমাৰ কল্যাণ সাধন কৰিবলৈ গৈ আপুনি বিপদত পৰিবগৈ এইটো মই হবলৈ দিব নোৱাৰোঁ। সিহঁত অধৰ্ম্মী কোনো এটা অন্যায় কামলৈ সিহঁতে পিছু নোহোহঁকে।"

শ্ৰীকৃষ্ণই কলে—"ধৰ্ম্মপুত্ৰ, দুৰ্য্যোধনৰ প্ৰকৃতিটো মোৰ ভালকৈ জনা আছে। ভৱিষ্যতে লোকে যাতে মোক আৰু আপোনালোকক দুষিব নোৱাৰে তাৰ কাৰণেই মোৰ তালৈ যোৱাটো উচিত হব। মই যে শান্তিৰ নিমিত্তে একো যত্ন নকৰিলোঁ লোকে এই অপবাদটো মোৰ ওপৰত জাপিবলৈ চাব।

এনে দোষাৰোপ কৰা সুবিধাটো দিয়া মই উচিত বুলি নাভাবোঁ। শান্তি স্থাপনৰ উদ্দেশ্য কৰিয়েই মই কুৰু-সভালৈ দূত হৈ যাব খুজিছোঁ। সভাত মোক কেনেবাকৈ অসৎ ব্যৱহাৰ কৰিলে ততালিকে মোৰ হাতত সিহঁতৰ জীৱ নাথাকিব। তালৈ গৈ শান্তি স্থাপন কৰিব নোৱাৰিলেও আমি লোক অপবাদৰ হাত সাৰি থাকিম। গতিকে মই যোৱাটোৱেই শ্ৰেয়ঃ। আপুনি আৰু আপত্তি নকৰে যেন।"

তেতিয়া যুধিষ্ঠিৰে কলে—"হে কৃষ্ণ, আপুনি সৰ্ব্বজ্ঞ। দুয়োপক্ষকে আপুনি ভালকৈ জানে। আলোচনাৰ কথাবিলাক পৰিপাটিকৈ জুকিয়াই প্ৰকাশ কৰাত আপোনাত বাজে আৰু এই জগতত দ্বিতীয় এজনৰ ক্ষমতাও নাই।"

শ্ৰীকৃষ্ণই কলে—"হে অজাত শত্ৰু ধৰ্ম্মপুত্ৰ, আপোনাৰ পেটৰ কথা মই বেচকৈ জানো। আপোনাৰ অন্তৰখন সততে ধৰ্ম্মযুক্ত। সিপক্ষৰ অন্তৰবিলাক সদায় কলুষিত। আমাৰ বক্তব্যখিনি মাত্ৰ মই কমগৈ। বিনা যুদ্ধে সন্ধিৰে যি লাভ কৰিব পাৰি তাতে আপুনি সন্তুষ্ট হৈ থাকিব। নাম মাত্ৰ হলেও তাকে যথেষ্ট জ্ঞান কৰিব। এই কথা মনত লৈ মই তেওঁলোকৰ লগত আলোচনা কৰিম। কিন্তু অশুভ লক্ষণবিলাকলৈ চাই যুদ্ধৰ আশঙ্কাহে মনে ধৰিছে। তথাপিও শান্তিৰ কাৰণে চেষ্টা কৰা কৰ্ত্তব্য।"

এই বুলি যুধিষ্ঠিৰৰ ওচৰত বিদায় লৈ শ্ৰীকৃষ্ণই হস্তিনাপুৰলৈ যাবলৈ বুলি ৰথত উঠিল।

## শ্ৰীকৃষ্ণৰ দৌত্য

শান্তি স্থাপনৰ উদ্দেশ্যে শ্ৰীকৃষ্ণই সাত্যকিক লগত লৈ ৰথত উঠি হস্তিনাপুৰলৈ যাত্ৰা কৰিলে।

যাত্ৰা কৰাৰ আগতে তেওঁ পাণ্ডৱসকলৰ লগত আকৌ এবাৰ বাহুল্য-ভাৱে কথাবোৰ আলোচনা কৰি ললে। বীৰ শ্ৰেষ্ঠ ভীমসেনে কলে—যুদ্ধত বংশ নাশ অনিবাৰ্য্য, গতিকে আমি সেইটো কামনা কৰা নাই। শান্তি স্থাপন কৰি সুখেৰে কাল কটোৱাকে কামনা কৰিছোঁ।"

ডাঙৰ ডাঙৰ ক্ষমাশীল বীৰসকলে জগতত শান্তি কামনাকে কৰে।

শান্তি কামনা কৰা ভীৰুতা নহয় এই সত্যটো জগতত প্ৰচাৰ কৰিবলৈ ব্যাসদেৱে ভীমসেনৰ হতুৱাই প্ৰকাশ কৰি গৈছে।

কিন্তু দ্ৰৌপদীয়ে কৌৰৱইঁতৰ হাতত পোৱা অপমান আৰু লাঞ্ছনাৰ কথা পাহৰিব পৰা নাই। মুক্ত চুলিটাৰ হাতেৰে খামুচি ধৰি তেওঁ শ্ৰীকৃষ্ণৰ সমুখলৈ আহি কলে—মধুসূদন মোৰ এই মুক্ত কেশলৈ চাই যি ভাল দেখা তাকে কৰিব। অৰ্জ্জুনে আৰু ভীমে যুদ্ধৰ কথা পাহৰি গল। কিন্তু মোৰ বৃদ্ধ পিতা আৰু মোৰ পাঁচোটা পুত্ৰসন্তান যুদ্ধক্ষেত্ৰলৈ যাবই যাব। পিতাই যুদ্ধ কৰিব নোৱাৰা যেন দেখিলে সুভদ্ৰা পুত্ৰ অভিমন্যুক সেনাপতি বৰি মোৰ পুত্ৰইঁত কৌৰৱৰ সন্মুখীন হবগৈ। একমাত্ৰ ধৰ্ম্মপুত্ৰৰ কাৰণেই মই এই তেৰটা বছৰ মোৰ পেটৰ খং পেটতে সামৰি সহ্য কৰি আছোঁ। এতিয়া আৰু সেই খং সামৰি ৰখা অসম্ভৱ হৈ পৰিছে।"

চকুলোৰে গাল ভাহি থকা দ্ৰৌপদীৰ মুখত এনেবিলাক কথা শুনি শ্ৰীকৃষ্ণই কলে—"দ্ৰৌপদী, নাকান্দিবা। ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলে মোৰ এই শান্তিৰ প্ৰস্তাৱ অগ্ৰাহ্য কৰিবই। শিয়াল কুকুৰৰ খাদ্য হৈ সিহঁত অচিৰে মাটিত বাগৰি পৰিব। ধৰ্ম্মৰ জয় তুমি অচিৰে নিজ চকুৰে দেখিবলৈ পাবা আৰু সেয়ে আসন্ন হৈ আহিছে।"

এই কথা শুনি দ্ৰৌপদীৰ অন্তৰৰ দাহ অলপ পাতলিল।

কুশস্থল নামে এখন গাৱঁত শ্ৰীকৃষ্ণই এৰাতিৰ কাৰণে জিৰণি ললে। শ্ৰীকৃষ্ণ অহা বাতৰি পাই হস্তিনাপুৰ নগৰ গোটেইখন আড়ম্বৰেৰে সজাই পৰাই দিয়াত জকমকাই উঠিল। ধৃতৰাষ্ট্ৰৰ আদেশত নগৰৰ চুক কোণ কেউফালে নিখুঁটভাৱে চাফ্‌চিকণ কৰি পৰিষ্কাৰকৈ সজোৱা হল। জনাৰ্দ্দনক যথা সম্ভৱ আড়ম্বৰেৰে আদৰি আনিবলৈ হস্তিনাপুৰৰ প্ৰজাসকলে উলহ মালহকৈ আয়োজন কৰিলে।

দুঃশাসনৰ অট্টালিকাটো দুৰ্য্যোধনৰটোতকৈ বেছি চকুত লগা আছিল। সেই কাৰণে ধৃতৰাষ্ট্ৰই শ্ৰীকৃষ্ণৰ বাসস্থানৰ কাৰণে দুঃশাসনৰ অট্টালিকাটোকে সজাই পৰাই ঠিক কৰি থলে। কৃষ্ণক আদৰি আনিবৰ নিমিত্তে ৰাজপথৰ মূৰে মূৰে বিতোপনকৈ তোৰণ তৈয়াৰ কৰা হৈছিল।

ধৃতৰাষ্ট্ৰই বিদুৰৰ লগত মন্ত্ৰণা কৰি কলে—"গোবিন্দক সম্বৰ্দ্ধনা জনাবৰ কাৰণে হাতী, ঘোঁৰা, ৰথ আদি নানা তৰহৰ উপহাৰৰ ব্যৱস্থা কৰিব লাগিব।"

বিদুৰে কলে—"এইবোৰ উপহাৰ দি গোবিন্দক তুষ্ট কৰিব নোৱাৰিব। যি উদ্দেশ্য লৈ তেওঁ কুৰুসভালৈ আহিছে সেই ব্যৱস্থাটো কৰি দিব পাৰিলেই

তেওঁ আচলতে সুখী হব। তেওঁ একমাত্ৰ শান্তি স্থাপনৰ কথালৈহে আহিছে এতিয়া কেৱল তাৰ ব্যৱস্থা কৰি থওক। আন হাজাৰ বস্তুৰেও তেওঁৰ তৃপ্তি সাধন অসম্ভৱ।"

গোবিন্দ যথাসময়ত আহি হস্তিনাত উপস্থিত হল। সুসজ্জিত ৰাজ-আলিত প্ৰজাসকলৰ প্ৰতাপত বিৰ দি বাট পাবলৈ টান হোৱাত মাধৱৰ ৰথ মন্থৰ গতিৰে আগ বাঢ়িবলৈ ধৰিলে। শ্ৰীকৃষ্ণ পোনে পোনে ধৃতৰাষ্ট্ৰৰ কাৰেঙৰ ফালে গল। তাত আদৰ সমাদৰ পাই তাৰপৰা বিদুৰৰ ঘৰমুৱা হৈ গল। কুন্তীদেৱীয়ে শ্ৰীকৃষ্ণৰ দৰ্শন পায়েই পুত্ৰসকলৰ দুখ দুৰ্দ্দশাৰ কথালৈ মনত পৰি উচুপি উচুপি কান্দিবলৈ ধৰিলে।

শ্ৰীকৃষ্ণই তেওঁক বঢ়াই-বুজাই দুৰ্যোধনৰ ঘৰৰ ফালে গ'ল। দুৰ্যো-ধনেও শ্ৰীকৃষ্ণক সাদৰ অভ্যৰ্থনা জনাই তেওঁৰ ঘৰতে আহাৰ কৰিবলৈ অনুৰোধ কৰিলে। শ্ৰীকৃষ্ণই হাঁহি মাৰি কলে—"দূতৰ কাম শেষ কৰিলৈহে আহাৰ কৰা নিয়ম। মোৰ দৌত্য-কাৰ্য্য শেষ হলেই মোক আহাৰৰ কাৰণে নিমন্ত্ৰণ কৰিব।" এই বুলি কৈ তেওঁ বিদুৰৰ ঘৰলৈ গৈ খোৱা-বোৱা শেষ কৰি তাতে অলপ বিশ্ৰাম ললে।

তাৰ পিচত বিদুৰ আৰু শ্ৰীকৃষ্ণ বিশদভাৱে আলোচনাত বহিল। অন্তত বিদুৰে শ্ৰীকৃষ্ণক কলে "হে কৃষ্ণ, ভীষ্ম দ্ৰোণ আদি বীৰসকলে দুৰ্যোধনৰ ফলীয়া হৈ যুদ্ধ কৰিবই আৰু সেই যুদ্ধত জয়ী হোৱা সুনিশ্চিত বুলি ধৰি লৈ দুৰ্যোধন গপত ওফন্দি আছে। এই কাৰণতে তেওঁৰ আগত সন্ধিৰ প্ৰস্তাৱ দাঙি ধৰাৰ লাভ দেখা নাই। সেই দুবৃত্তহঁতৰ ৰাজসভালৈ আপুনি যোৱাটো উচিত বুলি মোৰ মনে নকয়।" যিসকলে দুৰ্যোধন আদিৰ প্ৰকৃতি আৰু চৰিত্ৰৰ বিষয়ে জানে তেওঁলোকৰ সকলোটিয়েই পেটে পেটে সন্দেহ কৰে যে এই দুবৃত্তহঁতৰ সভালৈ গলে শ্ৰীকৃষ্ণৰ প্ৰাণ হানিৰ আশঙ্কা আছে।

উত্তৰত শ্ৰীকৃষ্ণই কলে "বিদুৰ, আপোনাৰ কথা অৱশ্যে সঁচা। শান্তি স্থাপন কৰিব পাৰিম বুলি আশা ৰাখি মই ইয়ালৈ অহা নাই। অপবাদৰ হাত সাৰি থাকিব পাৰিম বুলি ভাবিয়েই মই কুৰুসভাত যোগ দিবলৈ আহিছোঁ। মোৰ নিজৰ জীৱনৰ কাৰণে তিলমানো চিন্তাৰ কাৰণ নাই।"

পিচদিনা পুৱাতে দুৰ্যোধন আৰু শকুনি শ্ৰীকৃষ্ণৰ ওচৰলৈ আহি কলে "মহাৰাজে আপোনাৰ কাৰণে অপেক্ষা কৰি আছে।" এইদৰে নিমন্ত্ৰণ পাই বিদুৰক লগত লৈ শ্ৰীকৃষ্ণ ৰাজসভালৈ গ'ল।

বাসুদেৱ গৈ সভাঘৰত উপস্থিত হোৱা মাত্ৰে সভাস্থ সকলোৱে থিয় হৈ তেওঁক সন্মান প্ৰদৰ্শন কৰিলে। শ্ৰীকৃষ্ণয়ো বয়োবৃদ্ধসকলক প্ৰণাম জনাই আসন গ্ৰহণ কৰিলে। শিষ্টাচাৰ আদি দেখুৱাৰ পিচত গোবিন্দই ধৃতৰাষ্ট্ৰক লক্ষ্য কৰি তেওঁৰ অহাৰ কাৰণটো প্ৰকাশ কৰিলে। পাণ্ডৱসকলৰ গোহাৰি জনাই কলে "মহাৰাজ, অনাহকত প্ৰজা নাশ নকৰিব। ইমানদিনে ভালটোকে বেয়া আৰু বেয়াটোকে ভাল বুলি আপুনি কাম কৰি আহিছে। পুত্ৰসকলক অধীনত ৰাখি শাসন কৰাহে আপোনাৰ কৰ্ত্তব্য। পাণ্ডৱসকল যুদ্ধৰ কাৰণেও প্ৰস্তুত। কিন্তু তেওঁলোকে শান্তি কামনাহে কৰিছে। আপোনাৰ আশ্ৰিত হৈ থাকি তেওঁলোকে শান্তিৰে কাল কটাবলৈ হাবিয়াহ কৰে। তেওঁলোককো নিজৰ সন্তানৰ দৰে চেনেহ কৰি আপুনি সৌভাগ্যবান হওক এয়ে মোৰ কামনা।"

ধৃতৰাষ্ট্ৰই কলে "সভাসদসকল, মোৰ একো দোষ নাই। মাধৱৰ পৰামৰ্শ মতেই মই কাম কৰিবলৈ প্ৰস্তুত। কিন্তু মই শক্তিহীন। মোৰ দুৰ্দ্দান্ত পুত্ৰহঁতে মোৰ পৰামৰ্শ লৈ কাম কৰিব নোখোজে। হে কৃষ্ণ, আপুনি দুৰ্য্যোধনক এবাৰ বুজাবলৈ চেষ্টা কৰক।"

শ্ৰীকৃষ্ণই ক'লে "হে দুৰ্য্যোধন, আপুনি এক বিখ্যাত উচচ বংশত জন্ম গ্ৰহণ কৰিছে। আপুনি ধৰ্ম্ম পৰিত্যাগ নকৰিব। আপোনাৰ মনৰ ধাৰণাবিলাক নীচ মানুহৰ ধৰণৰ দৰে। আপোনাৰ এই হীন সঙ্কল্পৰ কাৰণে আপোনাৰ এই বিখ্যাত বংশটো ধ্বংসোন্মুখ হৈছে। পাণ্ডৱসকলে আপোনাক যুৱৰাজ আৰু ধৃতৰাষ্ট্ৰক মহাৰাজ পদত প্ৰতিষ্ঠা কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিছে। পাণ্ডৱসকলক অৰ্দ্ধ ৰাজ্য দি শান্তিস্থাপন কৰক।"

ভীষ্ম আৰু দ্ৰোণাচাৰ্য্যই শ্ৰীকৃষ্ণৰ কথামতে দুৰ্য্যোধনক শান্তিস্থাপনৰ কাৰণে টানি কোৱাতো দুৰ্য্যোধনে কোনো মত প্ৰকাশ নকৰিলে।

পিচত বিদুৰে ক'লে "দুৰ্য্যোধনৰ এনে হীন মানসিক অৱস্থা দেখি আই গান্ধাৰী আৰু পিতা ধৃতৰাষ্ট্ৰ বৰ কাতৰ হৈ পৰিছে। তেওঁলোকৰ এনে দুৰৱস্থা দেখি মোৰ মন বৰ অস্থিৰ হৈ উঠিছে।"

মহাৰাজ ধৃতৰাষ্ট্ৰই পুতেকক সজ বাটলৈ আনিবলৈ আকৌ এবাৰ চেষ্টা কৰি ক'লে "দুৰ্য্যোধন, গোবিন্দৰ পৰামৰ্শ মানি কাম কৰি চোৱাচোন। নহলে কৌৰৱ বংশৰ ধ্বংস অনিবাৰ্য্য বুলি জানিবা।"

ভীষ্ম আৰু দ্ৰোণেও বাৰেপতি দুৰ্য্যোধনক সজ উপদেশ দি তেওঁৰ এই হীন সঙ্কল্প পৰিহাৰ কৰিবলৈ বহু যত্ন কৰিলে। তেওঁলোকে পোনপটীয়াকৈ ক'লে "শান্তিস্থাপনেই বংশ ৰক্ষাৰ একমাত্ৰ উপায় বুলি জানিবা। যুদ্ধত প্ৰবৃত্ত নহবা।"

এইদৰে সকলোৱে দুৰ্য্যোধনক উপদেশ দিবলৈ ধৰিলে। তেতিয়া দুৰ্য্যোধনে ক'লে "মধুসূদন, আপুনি পাণ্ডৱসকলক বেছি মৰমৰ চকুৰে চায়। সেই কাৰণেই আপুনি বাৰেপতি মোকে দোষাৰোপ কৰি আছে। সভাস্থ লোকসকলেও মোৰ দোষৰ কথাকে গাব লাগিছে। মই কিন্তু নিজে কোনো অন্যায় কাম কৰিছোঁ বুলি নাভাবোঁ। পাণ্ডৱসকলে নিজে ইচ্ছা কৰি পাশাখেলত যোগ দি পৰাজিত হৈ ৰাজ্য হেৰুৱাইছে। তাৰ কাৰণে মই দায়ী হলোঁ কেনেকৈ? পাশাখেলত পৰাজিত হৈ বনলৈ গৈছে। এনেস্থলত মোৰ কোনটো অন্যায় কামৰ নিমিত্তে তেওঁলোকে মোৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিবলৈ উদ্যত হৈ যুদ্ধত মোক বধ কৰিবলৈ সঙ্কল্প কৰিছে? যুদ্ধৰ ভয় দেখুৱাই মোক সঙ্কল্পচ্যুত কৰিব নোৱাৰিব। মোৰ লৰাকালতে এবাৰ তেওঁলোকে অন্যায়ভাৱে ৰাজ্য লাভ কৰিছিল। অজ্ঞান বশতঃ বা ভয়ত কুলপতিসকলে এনে অন্যায় কাম কৰিছিল। তেতিয়া ময়ো সন্মতি দিছিলোঁ। কিন্তু আজি তেওঁলোকে ভাগ্য দোষত ৰাজ্য হেৰুৱাইছে। এতিয়া সেই ৰাজ্য ঘূৰাই দিবলৈ মই কেতিয়াও সন্মতি দিব নোৱাৰোঁ। ইয়াত মোৰ একো দোষ বা ত্ৰুটী নাই। পাণ্ডৱসকলক বেজীৰ আগ এটা-মানো ভূমি এৰি দিবলৈ মই অক্ষম।"

দুৰ্য্যোধনে নিজৰ নিৰ্দ্দোষিতাৰ যুক্তি দেখুৱাই দিয়াত শ্ৰীকৃষ্ণই হাঁহি হাঁহি ক'লে "মূঢ়, আপুনি শকুনিৰ লগত যোগ হৈ ছল কৰি পাশাখেলৰ আয়োজন কৰিলে, দ্ৰৌপদীক বল প্ৰয়োগ কৰি টানি আনি সভাত অপমান কৰিলে, এতিয়া আপুনি আকৌ কোনো অন্যায় কাম কৰা নাই বুলি সভাত বুকু ফুলাই আস্ফালন কৰিছে? এইবিলাক দেখ দেখ মিছা কথা নহয়নে?" দুৰ্য্যোধনে পাণ্ডৱসকলৰ ওপৰত যিমানবিলাক অন্যায় অত্যাচাৰ কৰি আহিছে সেই সকলোবোৰ শ্ৰীকৃষ্ণই সভাত প্ৰকাশ কৰি কলে।

ভীষ্ম আদি সকলোৱে শ্ৰীকৃষ্ণৰ উক্তিবিলাক সমৰ্থন কৰিলে। এইবোৰ দেখি শুনি দুঃশাসনে ক'লে "দাদা, এওঁলোক সকলোটিয়ে গোট খাই আপোনাক এতিয়াই বন্দী কৰি পাণ্ডৱহঁতক ৰাজ্যখন দিব যেন অনুমান হৈছে। আপুনি এই সভাগৃহ পৰিত্যাগ কৰক। এই সভাত আমি আৰু থকা অনুচিত।"

দুঃশাসনৰ এই কথাত দুৰ্য্যোধনে ভায়েকহঁতক লৈ সভাঘৰ এৰি গুচি গ'ল।

তেতিয়া গোবিন্দই সভাৰ সকলোকে শুনাই ক'লে "হে মনীষীসকল, কংস আৰু শিশুপাল বধ হোৱাত যদুকুল আৰু বৃষ্ণিকুলৰ লোকসকলে

সুখেৰে জীৱন কটাইছিল। বংশ ৰক্ষাৰ নিমিত্তে সময়ে সময়ে বংশৰ কণ্টক স্বৰূপ লোকবিলাকক ধ্বংস কৰি পেলাব লগা হয়। আজি এই কুৰুকুল ৰক্ষাৰো সেই উপায়কে কৰিব লগা হ'ল।"

ধৃতৰাষ্ট্ৰই বিদুৰক কাষলৈ মাতি নি ক'লে "মৰমৰ ভাই বিদুৰ, যোৱা, গান্ধাৰীদেৱীক সভালৈ লৈ আহাগৈ। তেওঁৰ ভালেখিনি দূৰদৰ্শিতা গুণ আছে। তেওঁৰ কথা দুৰ্য্যোধনে মানিব পাৰে।" কেইজনমান বিষয়া লগত লৈ বিদুৰ গান্ধাৰী দেৱীক আনিবলৈ অন্তেষপুৰলৈ গ'ল।

গান্ধাৰীদেৱী ৰাজসভাত উপস্থিত হলহি। তেওঁ আৰু ধৃতৰাষ্ট্ৰই দুৰ্য্যোধনক সভালৈ ঘূৰাই আনিবলৈ মানুহ পঠাই দিলে। খঙে বিষে ৰুদ্ৰমূৰ্ত্তি ধৰি দুৰ্য্যোধনে চকু ৰঙা কৰি সভাৰ মাজলৈ আহিল। মাক গান্ধাৰীয়ে নানা প্ৰকাৰ উপদেশ দি বঢ়াই-বুজাই তেওঁৰ সঙ্কল্প পৰিবৰ্ত্তন কৰিবলৈ চেষ্টা কৰিলে। কিন্তু দুৰ্য্যোধনে "মই মোৰ সঙ্কল্প পৰিত্যাগ কৰিব নোৱাৰোঁ।" বুলি উচাট মাৰি আকৌ সভাঘৰ ত্যাগ কৰিলে।

তাৰপৰা গৈ পোনে পোনে লগৰীয়াবিলাক গোটাই লৈ দুৰ্য্যোধনে নানা ৰকমৰ কূটনাট কথা আলোচনা কৰিবলৈ ধৰিলে। দূত শ্ৰীকৃষ্ণক বান্ধি লৈ অপমান কৰিবলৈ ষড়যন্ত্ৰ কৰিলে। এই সংবাদ সভাঘৰত প্ৰচাৰ হোৱাত কেয়োফালে বু-বু, বা-বা চলিবলৈ ধৰিলে। ভগৱান শ্ৰীকৃষ্ণই এইকথা আগতেই অনুমান কৰিছিল। তেতিয়া তেওঁ সভাৰ মাজত বিশ্বৰূপ দেখুৱাই দিলে। অন্ধ ধৃতৰাষ্ট্ৰই সেই বিশ্বৰূপ দৰ্শন কৰিবলৈ খন্তেকৰ কাৰণে দৃষ্টিশক্তি লাভ কৰিছিল। (এইদৰে ব্যাসদেৱে বৰ্ণনা কৰি গৈছে।)

সেই সময়ত ধৃতৰাষ্ট্ৰই হাতযোৰ কৰি প্ৰাৰ্থনা জনাই ক'লে "হে পুণ্ডৰীকাক্ষ, আপোনাৰ এই বিশ্বৰূপ দৰ্শন কৰি আজি মোৰ নয়ন মন সাৰ্থক হ'ল। এই নয়নেৰে জগতত আৰু আন একো দৃশ্য চাবলৈ হাবিয়াহ নকৰোঁ। মোৰ নয়ন আকৌ অন্ধ হওক।" ধৃতৰাষ্ট্ৰৰ নিজৰ প্ৰাৰ্থনা অনুযায়ী তেওঁ আকৌ অন্ধ হৈ ৰ'ল।

তেতিয়া ধৃতৰাষ্ট্ৰই গোবিন্দৰ ফালে চাই ক'লে "মাধৱ, আমাৰ সকলো চেষ্টা অথলে গ'ল। দুৰ্য্যোধনে কোনো কথালৈকে কাণ নকৰিলে।" পিচত সাত্যকি আৰু বিদুৰ দুয়োকে দুফালে লৈ শ্ৰীকৃষ্ণই সভাস্থল পৰিত্যাগ কৰি গুচি গ'ল।

শ্ৰীকৃষ্ণই কুন্তীদেৱীৰ ওচৰলৈ গৈ সকলো বৃত্তান্ত ভাঙি ক'লে। কুন্তীদেৱীয়ে পুত্ৰসকলৰ উদ্দেশ্যে আশীৰ্ব্বাদ দি ক'লে "মোৰ বাচাইত

মঙ্গলে থাকক।” আৰু ক'লে “ক্ষত্ৰিয় তিৰুতাই যি উদ্দেশ্য কৰি পুত্ৰ লাভ কৰে মোৰ পুত্ৰহঁতৰো সেই উদ্দেশ্য সফল কৰাৰ সময় উপস্থিত। মোৰ পুত্ৰকেইটিৰ ৰক্ষাৰ ভাৰ আপোনাতে অৰ্পণ কৰিলোঁ যাদব।”

ক্ষত্ৰিয় জননীসকলে যুদ্ধত বলিদানৰ কাৰণেই পুত্ৰলাভ কৰে।

পুৰুষোত্তম তেতিয়া ৰথত উঠি উপপ্লব্যলৈ খৰধৰকৈ যাত্ৰা কৰিলে। বৰ্ত্তমান ক্ষেত্ৰত একমাত্ৰ যুদ্ধইহে গতি বুলি ধাৰণা হৈ ৰ'ল।

## আসক্তি আৰু কৰ্ত্তব্য

শ্ৰীকৃষ্ণ হস্তিনাপৰৰপৰা উভতি অহাত সন্ধিৰে শান্তিস্থাপনৰ ক্ষীণ আশা যে বিলোপ পালে এই কথা উপলব্ধি কৰিবলৈ কাৰো বাকী নাথাকিল। শ্ৰীকৃষ্ণ উপপ্লব্যলৈ উভতি যোৱাৰ পিচত যুদ্ধই বংশনাশৰ কাৰণ হব বুলি ভাবি কুন্তীদেবীয়ে দুখে বেজাৰে কান্দিবলৈ ধৰিলে।

কুন্তীদেবীয়ে মনত ভাবিলে “কৌৰৱৰ হাতত অপমান সহি থাকি যুদ্ধ কৰি অনৰ্থ নঘটাবলৈ লৰাহঁতক কবলৈ মোৰ জিবা কোচ খাই গৈছে। ক্ষত্ৰিয় কুলত জন্ম গ্ৰহণ কৰি মোৰ লৰাকেইটিয়ে কেনেকৈ সেইকথা সহি থাকিব? যুদ্ধত উভয়পক্ষৰ লোক মৰি-হাজি বংশ উপান্ত হ'ব। শেষত গৈ লাভৰ ভিতৰত একো নাথাকিব? লৰাহঁতেনো পিচত কি সুখটো পাবগৈ বাৰু? এই সঙ্কটৰ সময়ত মই চাৰিউপিনে আন্ধাৰ দেখিছোঁ।”

এহাতে বংশনাশ আনহাতে ক্ষত্ৰিয় ধৰ্ম্ম। এনে এটা পৰস্পৰ বিৰোধী কথাত কোনটো পন্থা গ্ৰহণীয় এই কথাটো লৈ কুন্তীদেবী ভাবি গুণি বিমোৰত পৰিল। আকৌ ভাবিলে “বাৰু, ভীষ্ম, দ্ৰোণ, কৰ্ণ এই তিনিজন বীৰকনো মোৰ পুত্ৰহঁতে কেনেকৈ পৰাস্ত কৰিব? এই তিনি বীৰ জগতত অজেয়। এই তিনিজনৰ কথা মোৰ মনলৈ আহিলে অন্তৰখন কঁপি উঠে। আনবিলাকৰ কাৰণে চিন্তা নাই। কুৰুসেনাৰ ভিতৰত এই তিনিজন বীৰেই মোৰ পুত্ৰহঁতৰ প্ৰাণ নাশ কৰিবপৰা হৈ আছে। এওঁলোকৰ ভিতৰত আচাৰ্য্য দ্ৰোণে হয়তো নিজ শিষ্যপুত্ৰ বুলি ভাবি মৰমতে যুদ্ধ কৰি সিহঁতক প্ৰাণে নামাৰিব পাৰে। পিতামহ ভীষ্মদেৱেও হয়তো মোৰ লৰাহঁতৰ প্ৰাণ নাশৰ কাৰণ নহব পাৰে। কিন্তু কৰ্ণতো পাণ্ডৱৰ আচল

শত্ৰু? তেওঁ মোৰ এই লৰা কেইটাৰ প্ৰাণ বধ কৰি দুৰ্য্যোধনক তৃপ্ত কৰিবলৈ দৃঢ়সঙ্কল্প। কৰ্ণ যে মহাবীৰ ইয়াত লেশমানো সন্দেহ নাই। কৰ্ণৰ কথা মনত পৰিলেই মোৰ বুকুত পোৰণি উঠে। তেওঁৰ লগত দেখা কৰি তেওঁৰ জন্মৰ আদ্যোপান্ত ঘটনাটো খুলি প্ৰকাশ কৰাৰ এইটোৱেই সময়। সেই জন্ম বৃত্তান্ত শুনিলে তেওঁৰ ভাবান্তৰ ঘটিবই ঘটিব।"

পুত্ৰ চিন্তাত বিভোৰা কুন্তীদেৱীয়ে গঙ্গাৰ পাৰত কৰ্ণৰ উপাসনা ঠাইলৈ বুলি খোজ ললে।

কৰ্ণই নিৰ্দ্দিষ্ট ঠাইতে বহি ধ্যানমগ্ন হৈ আছিল। পূব মুৱা হৈ ওপৰলৈ হাত তুলি তেওঁ সূৰ্য্যদেৱতাৰ আৰাধনাত নিমগ্ন। আৰাধনা শেষ হোৱালৈকে কুন্তীদেৱী কৰ্ণৰ পিচফালে থিয় দি আছিল। ৰ'দৰ তাপত পিঠিৰ পোৰণি নুঠালৈকে কৰ্ণ একান্তমনে ধ্যানত মগ্ন আছিল।

আৰাধনা শেষ হোৱাত পিঠিফালে মুখ ঘূৰাই কৰ্ণই কুন্তীদেৱীক দেখা পালে। ৰ'দৰ তাপৰপৰা মূৰটো ৰক্ষা কৰিবলৈ কুন্তীদেৱীয়ে কৰ্ণই গাত লৈ থকা চাদৰখনৰ আগটোৰে মূৰটো ঢাকি লৈ থিয় দি আছিল। মুখ ঘৰাই কৰ্ণই এই দৃশ্য দেখি আচৰিত হ'ল। কাৰণ তেওঁ ভাবিলে যে পাণ্ডুৰজাৰ প্ৰধান মহিষী হৈ আৰু পঞ্চপাণ্ডৱৰ জননী হৈ কুন্তীদেৱীয়ে সামান্য এটা সাৰথিপুত্ৰৰ গাৰ চাদৰ মূৰত তুলি লৈছে কিয়?

পূজনীয় লোকক যিভাৱে নাম আৰু বংশৰ পৰিচয় দি সেৱা সৎকাৰ কৰিব লাগে তেনেভাৱেই কুন্তীদেৱীক সেৱা জনাই কৰ্ণই নিজৰ পৰিচয় দি ক'লে "মাতৃ ৰাধা আৰু পিতা অধিৰথৰ সন্তান মই। মোৰ নাম কৰ্ণ। মই আপোনাক সেৱা জনাইছোঁ। আপোনাক কেনেভাৱে শুশ্ৰূষা কৰিব লাগে কওক মাতৃ মই তেনেভাৱেই শুশ্ৰূষা কৰিবলৈ প্ৰস্তুত।"

কুন্তীদেৱীয়ে ক'লে "কৰ্ণ, তুমিতো ৰাধাৰ সন্তান নোহোৱা আৰু সাৰথি অধিৰথো তোমাৰ পিতা নহয়। তুমি সুত কুলত জন্ম লৈছা বুলি নাভাবিবা। ৰাজকন্যা কুন্তীদেৱীৰ গৰ্ভত তোমাৰ জন্ম। সৌ জ্যোতিৰ্ম্ময় সূৰ্য্যদেৱতা তোমাৰ পিতা। বাছা, তুমি কুশলে থাকা।" এই বুলি কুন্তীদেৱীয়ে কৰ্ণৰ আগত তেওঁৰ জন্মৰ কাহিনী বৰ্ণাই কবলৈ ধৰিলে। কুন্তীদেৱীয়ে ক'লে "কৰ্ণ; কবচ কুণ্ডল ধাৰণ কৰি দেৱকুমাৰ হৈ তুমি জন্ম লৈছিলা। তুমি ভায়েৰাইঁতৰ লগত অচিনাকি হৈ থকাৰ কাৰণেই দুৰ্য্যোধনৰ লগত লগ লাগি সেই ভাই-ককাইৰ লগত বিৰোধ আচৰণ কৰিবলৈ ওলাইছা। ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলৰ মুখাপেক্ষী হৈ তুমি জীৱন ধাৰণ কৰা কথাটো বৰ অপমানৰ কথা বুলি ভাবোঁ। নিজৰ ভ্ৰাতৃ অৰ্জ্জুনৰ

জগত লগ লাগি বীৰৰ দৰে ৰাজ্য শাসন কৰা। তুমি আৰু অৰ্জ্জুন দুয়ো একেলগে থাকি দুষ্টক দমন আৰু শিষ্টক পালন কৰি থাকা। গোটেই জগতে তোমালোকৰে কীৰ্ত্তি আৰু জয় ঘোষণা কৰিব। শ্ৰীকৃষ্ণ আৰু বলৰামৰ নিচিনাকৈ তোমালোক দুয়ো ভায়ে পৃথিৱীত বহুতো খ্যাতি লাভ কৰিব পাৰিবা। তুমি আটাই কেউজন ভায়েৰাৰ ভিতৰত শ্ৰেষ্ঠ। পাঁচ ভাইৰ মাজত দেৱতাসকলে বেৰি ধৰি থকা ব্ৰহ্মাৰ দৰে তুমিও প্ৰকাশ পাই থাকিবা। শাস্ত্ৰত আছে যে ধৰ্ম্ম সঙ্কটৰ সময়ত পিতৃ-মাতৃক সন্তোষ লগোৱা-টোৱেই সৰ্বাতোকৈ শ্ৰেষ্ঠ ধৰ্ম্ম।"

ভগৱান সূৰ্য্যদেৱতাৰ পূজাৰ পিচতে কৰ্ণই গৰ্ভধাৰিনী মাতৃ কুন্তীদেবীৰ মুখত নিজৰ জন্মবৃত্তান্ত আৰু অন্তৰৰ কামনাৰ কথা শুনি তেওঁৰ মনত এনে এটা ভাৱ হ'ল যেন তেওঁৰ পিতৃ সূৰ্য্যদেৱে যেন তেওঁলোকৰ সন্মুখত উপস্থিত হৈ তেওঁৰ সকলো কথা সত্য বুলি কৈছেহি। কিন্তু ক্ষন্তেক পিচতে কৰ্ণই মনটো ডাঠ কৰি ভাবিলে "নহয়, ভগৱান সূৰ্য্যদেৱে এইদৰে মোৰ ধৈৰ্য্য আৰু মনোবল পৰীক্ষা কৰিবলৈকে মোৰ মনত এনেভাৱ জগাই তুলিছে।" এই বুলি ভাবি কৰ্ণই মনক আৰু ডাঠ দি কুন্তীৰ ফালে চাই ক'লে "হে ক্ষত্ৰিয় জননী, আপোনাৰ কথাবিলাক ধৰ্ম্মবিৰুদ্ধ বুলি ভাবোঁ। মই আপোনাৰ তৃপ্তিলাভৰ কাৰণেই ক্ষত্ৰিয় ধৰ্ম্ম এৰি দিব নোৱাৰোঁ। ক্ষত্ৰিয় ধৰ্ম্ম পৰিত্যাগ কৰিলে মোৰ যি অমঙ্গল সাধন হ'ব যুদ্ধক্ষেত্ৰত কোনো শত্ৰুৱে মোক বধ কৰিও তেনে অমঙ্গল সাধন কৰিব নোৱাৰিব। জন্মগ্ৰহণৰ পিচ মুহূৰ্ত্ততে আপুনি মোক গঙ্গাৰ বুকত উটাই দিছিল। মোৰ সংস্কাৰ আৰু কৰ্ম্মৰ সময় পাৰ হৈ যোৱাত আজি আপুনি আহি মোক ক্ষত্ৰিয় বুলি সোঁৱৰাই দিছেহি। মাতৃৰ কৰ্ত্তব্য যথাসময়ত নকৰি এতিয়া পঞ্চপুত্ৰৰ মঙ্গলৰ কথা সুঁৱৰি মোক ধৰ্ম্ম পৰিত্যাগৰ কাৰণে উপদেশ দিছেহি। আজি পঞ্চপাণ্ডৱৰ লগত যোগদান কৰিলে সমস্ত জগতে ভাবিব যে এতিয়া কৰ্ণই পঞ্চপাণ্ডৱৰ ভয়ত ভীত হৈ পাণ্ডৱৰ পক্ষ অৱলম্বন কৰিলে। কৌৰৱ-সকলৰপৰা মই ৰাজ্য, খিতাপ, সন্মান আদি লাভ কৰিছোঁ। এনে অৱস্থাত তেওঁলোকক বঞ্চনা কৰি মোক পাণ্ডৱৰ পক্ষ লবলৈ উপদেশ দিছেহি। যুদ্ধৰ সাগৰখন পাৰ হবৰ কাৰণে কৌৰৱসকলে মোকে 'তৰণে নৌকা' বুলি ধৰি নিশ্চিন্ত হৈ আছে আৰু ময়ো যুদ্ধৰ কাৰণে তেওঁলোকক উৎসাহিত কৰি আছোঁ। এনে অৱস্থাত মই তেওঁলোকক কি বুলি প্ৰতাৰণা কৰি বিপদগ্ৰস্ত কৰিম? উপকাৰৰ প্ৰত্যুপকাৰ কৰাৰ উপযুক্ত সময় উপস্থিত। এনে সময়ত প্ৰবঞ্চনা কৰি তেওঁলোকৰ অনিষ্ট সাধন চিন্তি কেনেকৈ সসন্মানে

জীৱন ধাৰণ কৰিম ? মাতৃ, মোক মোৰ ঋণ পৰিশোধ কৰিবলৈ সুবিধা দিয়ক। প্ৰাণ দিও মই তাক কৰিব লাগিব। নকৰিলে মই সাধাৰণ চোৰৰ দৰে ইমান দিনে তেওঁলোকৰ আত্মধ্বংস কৰাহে হব। গতিকে মোৰ সমস্ত শক্তি সংগ্ৰহ কৰি আপোনাৰ পুত্ৰসকলৰ বিৰুদ্ধে যুদ্ধ কৰিব লাগিব। অন্যথায় মই ঘৃণিত আৰু অকৃতজ্ঞ হব লাগিব। আপোনাৰ সাক্ষাতত মিছা কথা কোৱা উচিত নহয়। আপুনি মোক ক্ষমা কৰিব মাতৃ! কিন্তু সেই বুলি আপোনাৰ এই চেষ্টা অথলে নাযায়। আপোনাৰ পাঁচোটা সন্তানৰ ভিতৰত একমাত্ৰ অৰ্জ্জুনৰ সৈতেহে মই যুদ্ধ কৰিম। সেই যুদ্ধত তেওঁৰ বা মোৰ যেই সেই এজনৰ মৃত্যু ঘটিব। আপোনাৰ আন কেইটি সন্তানে মোৰ হাজাৰ অন্যায় কৰিলেও মই তেওঁলোকক অস্ত্ৰাঘাত নকৰোঁ। গতিকে আপুনি চিৰকাল পঞ্চপুত্ৰৰ জননী হৈয়ে থাকিব। যুদ্ধৰ শেষত আপোনাৰ বাকী চাৰি বীৰ সন্তানৰ লগত আৰু এটি যোগ হৈ আপুনি বীৰ জননী হৈ ৰ'ব। এতিয়া আপুনি বিদায় গ্ৰহণ কৰক।"

জ্যেষ্ঠ সন্তানৰ মুখত ক্ষত্ৰিয় ধৰ্ম্মৰ কথাবিলাক শুনি কুন্তীদেৱীয়ে কৰ্ণক সাবটমাৰি ধৰি চকুপানী টুকিবলৈ ধৰিলে।

কুন্তীদেৱীয়ে ক'লে "বিধিৰ বিধান কোনে খণ্ডাব ? সৰু ভায়েৰা কেইটিক তুমি যে অভয় দান কৰিলা সেয়ে বহুত। তোমাৰ মঙ্গল হওক।" কৰ্ণক এইবুলি আশীৰ্ব্বাদ দি বীৰজননী কুন্তীদেৱী উলটি গ'ল।

## পাণ্ডৱ সেনাপতি

গোবিন্দ উপপ্লব্য নগৰলৈ উলটি আহি হস্তিনাপুৰৰ সকলো বৃত্তান্ত কলেহি। অৱশেষত কলে, "কল্যাণ কামনা কৰি সঁচা কথাৰে তেওঁলোকৰ কাৰণেও ভালেমান উপদেশ দিয়া হ'ল। কিন্তু সকলো অথলে গ'ল। এতিয়া চতুৰ্থ উপায় দণ্ড লগোৱাৰ বাহিৰে আন নাই। বয়লস্থ সকলেও নানান উপদেশ দিয়া সত্ত্বেও গৰ্ব্ব দুৰ্য্যোধনে তালৈ কাণসাৰকে নকৰিলে। এতিয়া পলম নকৰি যুদ্ধৰ সকলো আয়োজন কৰিব লগা হ'ল। কুৰুক্ষেত্ৰই ৰণ বলি লবলৈ আগ্ৰহেৰে বাট চাই আছে।"

যুধিষ্ঠিৰে ভায়েক কেইজনক ক'লে, "বীৰসকল, আৰু শান্তিৰ আশা নকৰিবা। আমাৰ সৈন্য সামন্ত লৈ বেহু ৰচনা কৰিব লাগে।"

সেই কথামতে সৈন্যবিলাকক সাতভাগে ভাগ কৰা হ'ল। একাদিক্রমে দ্রুপদ, বিৰাট, ধৃষ্টদ্যুম্ন, শিখণ্ডী, সাত্যকি, চেকিতান, ভীমসেন এই সাতজনৰ প্রতিজনকে এটা এটা বিভাগৰ নায়ক নিযুক্ত কৰা হ'ল। তাৰপিচত এতিয়া সকলোৰে ওপৰৰ সৰ্ব্বাধিনায়ক কাক নিযুক্ত কৰা হব সেই লৈ আলোচনা আৰম্ভ হ'ল।

যুধিষ্ঠিৰে জয়ে জয়ে সহদেৱক সুধিলে, "সহদেৱ তুমি কোৱাচোঁন এই সাতজনৰ ভিতৰত কোনজনক সৰ্ব্বাধিনায়ক পতা যাব? সাক্ষাত অগ্নি সদৃশ অৰি দমনকাৰী ভীষ্মদেৱৰ সন্মুখীন হব পাৰে আৰু গোটেই সৈন্য-বাহিনীক যোগ্যতাৰে পৰিচালনা কৰিব পাৰে এনে এজন বীৰ পুৰুষক সৰ্ব্বাধিনায়ক পতা উচিত। তোমাৰ মতে এই বিষয়ত কোন যেন অনুমান হয়?"

আগৰ দিনত এনে নিয়ম আছিল যে কোনো এটা কথাৰ মীমাংসা কৰিবৰ হলে সকলোতকৈ কনিষ্ঠজনক পোনতে সুধিব লাগে। এনে কৰিলে ডেকাসকলৰ উৎসাহ আৰু স্বাধীন চিন্তাৰ ভাব বৃদ্ধি পায়। সেই কাৰণেই এনে প্রথাৰ চলন্তি আছিল। পোনতে জ্যেষ্ঠজনক সুধিলে কনিষ্ঠ-জনৰ স্বাধীন মত প্রকাশ কৰাৰ ক্ষমতা লোপ পায়। শেষত কনিষ্ঠজনৰ মত লবলৈ গলে তেওঁৰ মৰ্য্যাদাবোধ ক্ষুণ্ণ হোৱাৰ আশঙ্কা থাকে।

সহদেৱে কলে—"অজ্ঞাতবাসৰ কালছোৱাত যিজন ৰজাৰ আশ্ৰয়ত আমি অজ্ঞাতবাস সমাপন কৰি আহিলোঁ আৰু যাৰ ছাঁত আশ্ৰয় লৈ আমি আমাৰ ন্যায্য অধিকাৰ দাবী কৰিবলৈ যো-জা কৰিছোঁ সেই বিৰাট ৰজাকে সৰ্ব্বা-ধিনায়ক হিচাবে নিৰ্ব্বাচন কৰা মোৰ মতে উচিত হব।"

তাৰ পিচত নকুলক সোধাত তেওঁ কলে—"বয়সত, জ্ঞানত, সাহসত, বংশ গৌৰৱত আৰু বল বুদ্ধিত যিজনেই সকলোতকৈ শ্ৰেষ্ঠ সেই দ্রুপদ ৰজাকে প্ৰধান সেনাপতি বৰণ কৰা উচিত বুলি ভাবোঁ। ভৰদ্বাজৰ ওচৰত তেখেতে অস্ত্ৰ বিদ্যা শিক্ষা লাভ কৰিছিল। দ্ৰোণাচাৰ্য্যৰ বিৰুদ্ধে থিয় দিবলৈ তেখেতে অভিলাষ কৰিছে। তেখেত সকলোৰে পূজনীয়। তেখে-তেই দ্ৰৌপদীৰো পিতাক। সেই কাৰণেও তেখেত আমাৰ পিতৃ তুল্য। গতিকে দ্রুপদ ৰজাকে প্ৰধান সেনাপতি বৰণ কৰিলে আমি ভীষ্মদেৱ আৰু দ্ৰোণাচাৰ্য্য এই দুয়োজনৰে সন্মুখীন হব পাৰিম।"

তাৰ পিচত যুধিষ্ঠিৰে ধনঞ্জয়ক প্ৰশ্ন কৰিলে।

অৰ্জ্জুনে কলে—"দ্ৰোণাচাৰ্য্যৰ যম স্বৰূপ জিতেন্দ্ৰিয় ধৃষ্টদ্যুম্নকে সেনাপতি নিৰ্ব্বাচন কৰা উচিত হব বুলি মই ভাবোঁ। পৰশুৰাম বিজয়ী ভীষ্মদেৱৰ অস্ত্ৰৰ সন্মুখীন হবলৈ একমাত্ৰ ধৃষ্টদ্যুম্নই সক্ষম। দ্ৰুপদ পুত্ৰৰ বাহিৰে আন কেৱে পিতামহৰ সন্মুখীন হব পাৰিব বুলি মোৰ মনে নধৰে। তেখেতকে এই পদত অভিষেক কৰক।"

ইয়াৰ পিচত ভীমসেনে কলে"হে ৰাজন, অৰ্জ্জুনে যি কৈছে সেইটো ময়ো সমৰ্থন কৰোঁ; কিন্তু ভীষ্মদেৱক বধ কৰিবৰ কাৰণে শিখণ্ডীয়ে জন্ম গ্ৰহণ কৰিছে বুলি ঋষি-মুনিসকলৰ মুখে শুনিবলৈ পাইছোঁ। পৰশুৰামৰ দৰে তেজীয়ান সেই শিখণ্ডীক প্ৰধান সেনাপতি বৰণ কৰাটো মোৰ মতে উচিত হব বুলি ভাবোঁ। শিখণ্ডীৰ বাহিৰে ভীষ্মদেৱক জয় কৰা আনৰ পক্ষে সম্ভৱ নহয়।"

অৱশেষত মীমাংসাৰ কাৰণে যুধিষ্ঠিৰে শ্ৰীকৃষ্ণক প্ৰশ্ন কৰি কলে—"হে কৃষ্ণ, এই বিষয়ে আপোনাৰ এটা সুপৰামৰ্শ বিচাৰোঁ।"

শ্ৰীকৃষ্ণই কলে—"যিসকলৰ নাম প্ৰকাশ হৈছে সেই সকলো কেইজন বীৰেই সেনাপতিৰ যোগ্য। প্ৰতিজনেই দুৰ্য্যোধনৰ বুকু কঁপাই তুলিবলৈ সক্ষম। তথাপি মই অৰ্জ্জুনে কোৱামতে ধৃষ্টদ্যুম্নকে প্ৰধান সেনাপতি পদত বৰণ কৰিবলৈ অনুৰোধ কৰিছোঁ।"

## কুৰু সেনাপতি

দ্ৰুপদৰাজে নিজৰ জীয়েক দ্ৰৌপদীক অৰ্জ্জুনৰ হাতত অৰ্পণ কৰিছিল। কুৰুসভাত দ্ৰৌপদীৰ অপমানৰ পোতক তুলিবলৈ তেওঁ তেৰটা বছৰ বাট চাই আছে। এতিয়া তেওঁৰে বীৰপুত্ৰ ধৃষ্টদ্যুম্ন প্ৰধান সেনাপতিৰ পদত অভিষিক্ত হল। বীৰসকলৰ সিংহনাদ, শঙ্খধ্বনি, দুন্দুভি আদিৰ শব্দত আকাশ-পাতাল বিদীৰ্ণ হল। মহাপয়োভৱেৰে পাণ্ডৱসৈন্য গৈ কুৰুক্ষেত্ৰত গোট খালে।

ভীষ্মদেৱ কৌৰৱ সেনাৰ প্ৰধান সেনাপতি নিৰ্ব্বাচিত হ'ল। দুৰ্য্যোধনে কৰপুটে তেওঁৰ গুণ বখানি প্ৰাৰ্থনা জনালে"কাৰ্ত্তিক যেনেকৈ দেৱতাসকলৰ সেনাপতি, সেইদৰে আপুনিও আমাৰ সেনানায়ক হৈ বিজয় আৰু কীৰ্ত্তি অৰ্জ্জন কৰক। আমি আপোনাৰ অনুসৰণ কৰিম।"

ভীষ্মদেৱে কলে "সেয়ে হওক, কিন্তু মোৰ হলে এটা কথা তোমালোকে বুজি লবা। ধৃতৰাষ্ট্ৰৰ পুত্ৰ তোমালোকৰ লগত মোৰ যি সম্বন্ধ পাণ্ডুৰ পুত্ৰ-সকলৰ লগতো মোৰ সেই একেটা সম্বন্ধই। তোমালোকৰ ওচৰত যি প্ৰতিজ্ঞা কৰিছোঁ সেইটো পালন কৰি মই ঋণ পৰিশোধ কৰিম। মই দহ হাজাৰ বীৰক ৰণত ধৰাশায়ী কৰিম। কিন্তু পঞ্চপাণ্ডৱক বধ কৰিব নোৱাৰিম। এই যুদ্ধ মোৰ মতত হোৱা নাই। পাণ্ডৱসকলক বধ নকৰি মই আন সকলো কৰ্ত্তব্য সমাধা কৰিম। আৰু এটা কথা, তোমাৰ প্ৰিয় বন্ধু সুত পুত্ৰই সদায় মোৰ বিৰুদ্ধাচৰণ কৰি থাকে। পোণতে তেওঁক সোধাগৈ তেওঁ সেনাপতি হব খোজে নে নোখোজে। তাত কিন্তু মোৰ সমূলি আপত্তি নাই।" আগৰ পৰাই কৰ্ণৰ ব্যৱহাৰ ভীষ্মদেৱৰ মনত মুঠেই ভাল লগা নাছিল।

অহঙ্কাৰত মতলীয়া হৈ কৰ্ণই দৃঢ়স্বৰে মাত দি কলে "ভীষ্মদেৱ জীৱিত থকালৈকে মই আঁতৰে আঁতৰে থাকিম। তেওঁৰ পতনৰ পিচতহে মই যুদ্ধত যোগ দিমহি। তেতিয়া অৰ্জ্জুনক আক্ৰমণ কৰি মই নিজহাতে বধ কৰিম।"

মনীষীসকলৰ ভিতৰতো সমনীয়া মানুহৰ প্ৰতি এটা অসহিষ্ণুতাৰ আৰু নিজতকৈ শক্তিমান লোকৰ ওপৰত এটা ঈৰ্ষাভাৱ আগৰ দিনতো দেখা গৈছিল।

ভীষ্মদেৱৰ ব্যৱস্থামতে দুৰ্য্যোধনে ভীষ্মদেৱক সেনাপতিৰ পদত অভিষিক্ত কৰিলে। পিতামহৰ নেতৃত্বত কুৰুসৈন্য অপাৰ সাগৰৰ দৰে কুৰুক্ষেত্ৰৰ ৰণথলীত অৱতীৰ্ণ হলগৈ।

## বলৰাম

বীৰশ্ৰেষ্ঠ বলৰাম পাণ্ডৱৰ ছাউনীত উপস্থিত হলহি। দীৰ্ঘবাহু, নীল-বৰণৰ কাপোৰেৰে শৰীৰ আবৃত হলায়ুধে সিংহ বিক্ৰমেৰে ছাউনীলৈ সোমাই অহা দেখা পাই শ্ৰীকৃষ্ণ আৰু পাঁচ পাণ্ডৱে তেওঁক সসন্মানে অভ্যৰ্থনা জনালে। বয়োবৃদ্ধ দ্ৰুপদৰাজ আৰু বিৰাট ৰজাক যথাবিহিত সন্মান প্ৰদৰ্শন কৰি বলৰামে ধৰ্ম্মপুত্ৰৰ কাষ চাপি বহিলগৈ।

বলৰামে তেতিয়া কলে "ভৰত ৰংশত হিংসা, খিয়াল আৰু খঙ ৰাগ

বাঢ়ি গৈছে। শান্তিৰ সকলো চেষ্টা বিফল হল। এতিয়া যুদ্ধলৈ দুয়ো-পক্ষই কাছি-পাৰি ওলাইছে। সেই গতিকে মই কুৰুক্ষেত্ৰলৈ আহিছোঁ।”

মনৰ দুখ আৰু ক্ষোভত অলপ সময় নীৰৱে থাকি তেওঁ আকৌ কবলৈ ধৰিলে “হে ধৰ্ম্মপুত্ৰ, সঙ্কট কাল ওচৰ চাপিল। গোটেই পৃথিৱীখন এতিয়া ক্ষত বিক্ষত শৰীৰবিলাকেৰে কলুষিত হৈ পৰিব। বিধিৰ বিধানত পৃথিৱীৰ ক্ষত্ৰিয় কুল যমৰ ঘৰলৈ যাবলৈ কুৰুক্ষেত্ৰত গোট খাইছেহি। মই কৃষ্ণক বাৰে বাৰে কৈ আছোঁ যে আমাৰ মানত কৌৰৱ আৰু পাণ্ডৱ দুয়ো সমান। তেওঁলোকৰ দুয়ো পক্ষই অন্যায় কামত হাত দিছে। সেই কাৰণে আমাৰ পক্ষে কোনো পক্ষতে যোগ দিয়া উচিত নহয়। কিন্তু মোৰ কথালৈ কৃষ্ণই আওকাণ কৰিলে। অৰ্জ্জুনৰ প্ৰতি কৃষ্ণৰ প্ৰাণৰ এটা অসাধাৰণ আকৰ্ষণ আছে। সেই কাৰণে তেওঁ তোমালোকৰ পক্ষ অৱলম্বন কৰি তোমালোকক যুদ্ধ কৰিবলৈ অনুমতি দিছে। একপক্ষত কৃষ্ণ আৰু আন পক্ষত মই থকা কথাটো বাঞ্ছনীয় নহয়। ভীম আৰু দুৰ্য্যোধন দুয়ো মোৰ ওচৰত গদাযুদ্ধ শিক্ষা কৰিছিল। দুয়োজনেই মোৰ শিষ্য। দুয়োকে মই সমানে স্নেহ কৰোঁ। কৌৰৱৰ নাশ মই কোনোমতেই সহ্য কৰিব নোৱাৰিম। তোমা-লোকে বাৰু যুদ্ধত নামাহঁক। হত্যা কাণ্ডই সীমা অতিক্ৰম কৰক। মই তীৰ্থ ভ্ৰমণৰ কাৰণে ওলালোঁ। জগতত অধৰ্ম্মবিলাক দেখি দেখি মোৰ তিতা লাগি উঠিছে।”

এইদৰে দুখ প্ৰকাশ কৰি শ্ৰীকৃষ্ণৰ জ্যেষ্ঠ সহোদৰ বলৰামে মনৰ বেজাৰত পৰম ব্ৰহ্মক ধ্যান কৰি তীৰ্থযাত্ৰা কৰিলে। এইদৰে ব্যাসদেৱে বৰ্ণাই গৈছে।

দুটা বা ততোধিক কৰ্ত্তব্যৰ ভিতৰত কোনটো সমাধা কৰা যুগুত তাক ঠিৱাং কৰিব নোৱাৰা অৱস্থাটোকে ধৰ্ম্ম-সঙ্কট বোলে। মাজে মাজে শ্ৰেষ্ঠ পুৰুষসকলৰ ভিতৰতো এনে ধৰ্ম্ম-সঙ্কট ঘটা দেখা যায়। কিন্তু অযোগ্য পুৰুষৰ ভিতৰত এইবোৰ সঙ্কট নাই। তেওঁলোকে তেওঁলোকৰ ইচ্ছামতে কাম কৰি যায়। কিন্তু মহাপুৰুষসকলে কামনা বাসনা পৰিত্যাগ কৰি মাজে সময়ে এনে ধৰ্ম্ম-সঙ্কটত পৰে। মহাভাৰতত দেখিবলৈ পাব যে ভীষ্মদেৱ, বিদুৰ, যুধিষ্ঠিৰ আৰু কৰ্ণৰ বহুতো সময়ত ধৰ্ম্ম সঙ্কট ঘটিছিল। সেই সঙ্কটৰপৰা তেওঁলোকে কেনেকৈ ৰক্ষা পৰিছিল সেই কথা ভাৰত কাব্যত পোৱা যায়। তেওঁলোকে প্ৰকৃতিৰ গুণত, বুদ্ধিৰ বলত আৰু সজশিক্ষাৰ গুণত এনে সঙ্কটৰপৰা ৰক্ষা পাবলৈ উপায় উলিয়াব পাৰিছিল। কিন্তু আজিকালি সমালোচকসকলৰ ভিতৰত কোনোৱে এই কথা পাহৰি

একেখন তুলাচালনীতে সকলোকে সমানে জুখিবলৈ চেষ্টা কৰে। সেইটো এটা বৰ অন্যায় কথা। ৰামায়ণত দশৰথ, কুম্ভকর্ণ, মাৰীচ ভৰত আৰু লক্ষ্মণৰ ভিতৰতো মাজে মাজে ধর্ম্ম-সঙ্কটৰ উপস্থিত হৈছিল। কিন্তু যি কোনো প্ৰকাৰে উপায় উদ্ভাৱন কৰি সেই সকলোৱে উদ্ধাৰ পাইছিল। সেইবোৰ আলোচনা কৰি থাকিলে আমাৰ উপকাৰ হব। এইদৰেই বল-ৰামে ধর্ম্ম সঙ্কটত পৰি যুদ্ধক্ষেত্র ত্যাগ কৰি তীর্থযাত্রী হৈ গুছি গল। কুৰু-ক্ষেত্রৰ যুদ্ধৰপৰা মাথোন দুজন পুৰুষ আঁতৰি আছিল। এজন বলৰাম আনজন ভোজৰাজ ৰুক্মীৰ। ভোজৰাজৰ ঘটনাটো ব্যাখ্যা কৰিবলৈ এক অধ্যায় লাগিব। ৰুক্মীৰ নুমলীয়া ভনীয়েক ৰুক্মিণী শ্ৰীকৃষ্ণৰ পত্নী আছিল।

## ৰুক্মিণী

বিদর্ভৰ ৰজা ভীষ্মকৰ পাঁচোটি লৰা আৰু এটি ছোৱালী আছিল। ছোৱালীটিৰ নাম ৰুক্মিণী। ৰুক্মিণী আছিল ৰূপে গুণে অতুলনীয়া। শ্ৰীকৃষ্ণৰ যশ-গুণৰ কথা শুনি ৰুক্মিণীয়ে তেওঁক পতিৰূপে বৰণ কৰিবলৈ বৰ হেঁপাহ কৰিলে। আত্মীয় কুটুম্ব সকলো এই প্ৰস্তাৱত সন্মত হ'ল। কিন্তু ভীষ্মকৰ জ্যেষ্ঠ পুত্ৰ ৰুক্মীৰ আগৰেপৰা শ্ৰীকৃষ্ণৰ ওপৰত মনে মনে হিংসা ভাব ৰাখি আছিল। তেওঁ ৰুক্মিণীক শ্ৰীকৃষ্ণৰ হাতত অর্পণ নকৰি চেদিৰাজ শিশুপালৰ হাতত বৰং অর্পণ কৰিবলৈ পিতাকক অনুৰোধ কৰিলে। পিতাক বুঢ়া হৈ অহাৰ গতিকে লৰাৰ কথাতে হয়ভৰ দিলে। গৈ থৈ ৰুক্মিণীক শিশুপালৰ হাততে সপি দিয়াৰ সম্ভাৱনাই দেখা দিলে।

শ্ৰীকৃষ্ণৰ চৰণত নিৱেদিতা আৰু সাক্ষাত ভগৱতী স্বৰূপিনী ৰুক্মিণীয়ে আসুৰিক স্বভাৱৰ শিশুপালক কোন সতে আত্ম সমর্পণ কৰিব ? বুঢ়া পিতাকে তেওঁক ৰক্ষা কৰিবলৈ অপাৰগ। আনফালে ককায়েক ৰুক্মীই তেওঁক শিশুপালৰ হাতত গতাই দিবলৈ দৃঢ়সঙ্কল্প। এনে দোমোজাত পৰি ৰুক্মিণী অতিশয় ব্যাকুল হৈ পৰিল।

পিচত এদিন ৰুক্মিণীয়ে বুকু ডাঠ কৰি এই সঙ্কটৰপৰা যি কোনো উপায়ে পৰিত্ৰাণ পাবলৈ এটা উপায় উদ্ভাৱনৰ কাৰণে স্থিৰভাৱে চিন্তা কৰিলে। এই বিষয়ে তেওঁ এজন বুদ্ধিমান ব্ৰাহ্মণৰ ওচৰলৈ গৈ পাৰদৰ্শও

কৰিলে। স্ত্রীসুলভ লাজ-কাজ কাতি কৰি তেওঁ সেই ব্রাহ্মণজনক শ্রীকৃষ্ণৰ কাষলৈ পঠাই দিলে। নিজৰ বিপদৰ কথা নিবেদন কৰি তেওঁক এই সঙ্কটৰপৰা উদ্ধাৰ কৰিবলৈ অনুনয় বিনয় কৰি ব্রাহ্মণক দূতৰূপে শ্রীকৃষ্ণৰ ওচৰলৈ যাবলৈ অনুৰোধ কৰিলে।

ব্রাহ্মণ গৈ দ্বাৰকাত উপস্থিত হৈ শ্রীকৃষ্ণৰ আগত ৰুক্মিণীৰ বিপদৰ কথা জনাই তেওঁৰ ৰক্ষাৰ কাৰণে প্রার্থনা কৰিলে। ইয়াৰ পিচত তেওঁ ৰুক্মিণীৰ মনৰ দুখৰ কাহিনী বর্ণাই লিখি দিয়া পত্রখন শ্রীকৃষ্ণৰ হাতত দিলে।

পত্রত লিখা আছিল "মই আপোনাক পতি বৰণ কৰিলোঁ। মোৰ মন-প্রাণ সকলো আপোনাৰ চৰণত অর্পিত হোৱাত মই আপোনাৰ সম্পত্তি হলোঁ। আপোনাৰ এই সম্পত্তি শিশুপালে কাঢ়ি নিয়াৰ পূর্ব্বেই আপুনি আহি আপোনাৰ নিজস্ব সম্পত্তি ৰক্ষা কৰকহি। কাইলৈকে আপুনি অহা উচিত হব। শিশুপাল আৰু জৰাসন্ধৰ সৈন্যবিলাকক বধ কৰি আপুনি এই সম্পত্তি উদ্ধাৰ কৰি নিব লাগিব। আপুনি বীৰশ্রেষ্ঠ। নিশ্চয়কৈ জানো আপুনি আপোনাৰ সম্পত্তি উদ্ধাৰ কৰিবলৈ সক্ষম। শিশুপালৰ লগত মোক বিয়া দিবলৈ দাদাই দৃঢ় সঙ্কল্প কৰিছে। বিবাহৰ নিয়ম অনুযায়ী মই আগতে দেৱী পূজাৰ কাৰণে মিতিৰ-কুটুম্বসকলক লৈ দেৱী মন্দিৰলৈ যাম। সেই ছেগতে আপুনি আহি আপোনাৰ এই সম্পত্তি উদ্ধাৰ কৰকহি। নতুবা মই এই প্রাণ বিসর্জ্জন দিবলৈ বাধ্য হম। আৰু ঘূৰি জন্মত মই নিশ্চয় আপোনাক লাভ কৰিবলৈ সক্ষম হম।" পত্র পাঠ শেষ কৰিয়েই শ্রীকৃষ্ণ লৰালৰিকৈ গৈ ৰথত উঠিল।

বিদর্ভৰ ৰাজধানী কুণ্ডিল নগৰ সুসজ্জিত হৈ উঠিল। ভীষ্মক ৰজাৰ আদেশত ৰুক্মিণীৰ বিয়াৰ আয়োজন ধুমধামেৰে চলিবলৈ ধৰিলে। শিশুপাল আৰু তেওঁৰ বন্ধুবর্গ সকলো আহি উপস্থিত হ'ল। এওঁলোকৰ সকলোটিয়েই শ্রীকৃষ্ণৰ শত্রু আছিল।

শ্রীকৃষ্ণ অকলে ৰথত উঠি যাবলৈ ওলাইছে—এইকথা গৈ বলৰামৰ কাণত পৰিল। বলৰামে ভাবিলে "বিদর্ভৰ ৰাজকুঁৱৰীৰ কাৰণেই কৃষ্ণৰ এই অভিযান।" ভায়েক কৃষ্ণ যে তালৈ গলেই শত্রুইঁতে তেওঁৰ অনিষ্ট কৰিব পাৰে, এই বুলি ভাবি সেই মুহূর্ত্তে বলৰামে অসংখ্য সৈন্যৰ এটা বাহিনী লৈ নিজে কুণ্ডিল নগৰলৈ যাত্রা কৰিলে।

ৰুক্মিণীয়ে অন্তঃপুৰৰপৰা ওলাই দেৱী মন্দিৰলৈ যাবলৈ সাজু

হৈ ওলাল। লগত ইষ্ট-মিত্ৰ-কুটুম্ব আৰু সৈন্য-সামন্ত ওলাল। মন্দিৰ প্ৰবেশ কৰি তেওঁ বিবাহ সম্পাদনৰ উদ্দেশ্য কৰি পূজা সেৱা সমাপন কৰিলে। দেবীৰ চৰণত ভক্তিভাৱে সেৱা জনাই প্ৰাৰ্থনা কৰিলে "হে ভগৱতী, আপোনাৰ চৰণত দণ্ডৱৎ জনাইছোঁ। মোক আশীৰ্ব্বাদ কৰক মাতৃ—মোৰ যেন কৃষ্ণ লাভ হয়। এই বৰকে মই শ্ৰীচৰণত প্ৰাৰ্থনা কৰিলোঁ।" ৰুক্মিণীয়ে একান্তমনে এই বুলি দেবীৰ চৰণত আত্ম নিবেদন কৰিলে।

মন্দিৰৰপৰা বাজলৈ ওলোৱা মাত্ৰে ৰুক্মিণীয়ে শ্ৰীকৃষ্ণক ৰথত উঠি অহা দেখা পালে। চুম্বকে টনা লোহাৰ দৰে তেওঁ পোনে পোনে গৈ নিজে শ্ৰীকৃষ্ণৰ ৰথত উঠিলগৈ। শত্ৰুৰ মুখৰ আগতে শ্ৰীকৃষ্ণই ৰুক্মিণীক ৰথত তুলি লৈ তেওঁলোকৰ মাজেদিয়েই ৰথ চলাই আগবাঢ়ি যাবলৈ ধৰিলে।

ৰুক্মিণীৰ লগত অহা সৈন্য-সামন্তবিলাকে লৰালৰিকৈ গৈ বিদৰ্ভ ৰজাৰ আগত সকলো বৃত্তান্ত কৈ গোচৰ দিলে।

ৰুক্মাই শুনি ততালিকে কলে "মই জনাৰ্দ্দনক বধ নকৰাকৈ উলটি নাহোঁ।" এই বুলি প্ৰতিজ্ঞা কৰি ডাঙৰ সৈন্য বাহিনী এটা লৈ ৰুক্মাই শ্ৰীকৃষ্ণৰ পিচে পিচে খেদি গ'ল। সেই ছেগতে বলৰামো সসৈন্যে তাত উপস্থিত হলগৈ। দুয়োপক্ষৰ মাজত তুমুল ৰণ আৰম্ভ হ'ল। বলৰাম আৰু শ্ৰীকৃষ্ণই শত্ৰুসৈন্য ছত্ৰভঙ্গ কৰি যুদ্ধত জিকি দ্বাৰকালৈ উলটি গ'ল। দ্বাৰকাত শ্ৰীকৃষ্ণৰ লগত ৰুক্মিণীৰ বিবাহ-কাৰ্য্য যথাৰীতি সম্পন্ন হ'ল।

যুদ্ধত পৰাস্ত হৈ ৰুক্মাই লাজে অপমানে ঘূৰি আৰু কুণ্ডিললৈ উলটি নগল। যুদ্ধৰ স্থলীতে এখন নতুন নগৰ স্থাপন কৰি তাতে ৰাজ্য শাসন কৰিবলৈ ধৰিলে।

কুৰুক্ষেত্ৰ যুদ্ধ আৰম্ভ হব বুলি জানি ৰজা ৰুক্মাই এক অক্ষৌহিণী সৈন্য লৈ কুৰুক্ষেত্ৰত উপস্থিত হলগৈ। গৈয়েই ধনঞ্জয়ক কলেগৈ "হে পাণ্ডৱ, আপোনাৰ শত্ৰু সৈন্য বহুত বেছি। আপোনালোকৰ সাহায্যৰ কাৰণে মই সসৈন্যে আহিছোঁ। শত্ৰুইতৰ যিটো বিভাগকে আক্ৰমণ কৰিবলৈ আদেশ দিব মই সেই বিভাগকে আক্ৰমণ কৰিম। দ্ৰোণ, কৃপ বা ভীষ্ম ইবিলাকৰ ভিতৰত যেই কোনো এজনক আক্ৰমণ কৰিবৰ শক্তি মোৰ আছে। মোটতে আপোনালোকক জয়যুক্ত কৰাই মোৰ একমাত্ৰ কাৰ্য্য। আপোনাৰ কেনে ইচ্ছা, প্ৰকাশ কৰি কওক।"

ৰুক্মীৰ কথা শুনি অৰ্জ্জুনে বাসুদেৱৰ ফালে চাই উত্তৰ দিলে “হে ভোজৰাজ ৰুক্মী, আমি শত্ৰুপক্ষৰ বিপুল সৈন্য দেখি ভয় খোৱা নাই। আপোনাৰ সাহায্য আমাক নালাগে। সম্প্ৰতি আপোনাৰ মন গলে ইয়াতে থাকিব পাৰে, কিম্বা ঘূৰিও যাব পাৰে।”

খঙে-লাজে ৰুক্মী সসৈন্যে গৈ দুৰ্য্যোধনৰ ওচৰ পাই কলে “পাণ্ডৱসকলে মোৰ সাহায্য উপেক্ষা কৰিলে। মই এতিয়া আপোনাক সহায় কৰিবলৈ ইচ্ছা কৰিছোঁ।”

দুৰ্য্যোধনে কলে “পাণ্ডৱসকলে আপোনাক উপেক্ষা কৰাতহে আপুনি মোৰ ওচৰলৈ আহিছে। পাণ্ডৱৰ উপেক্ষিত সাহায্য মোক নালাগে।” উভয় পক্ষৰপৰা অপমানিত হৈ ৰুক্মী নিৰুপায় হৈ স্বদেশলৈ ঘূৰি গ'ল।

যুদ্ধত যোগ দিয়া নিদিয়া কথাটো নানান কাৰণত হব পাৰে। কোনো কোনো সাত্ত্বিক ভাবাপন্ন মানুহে যুদ্ধ-বিগ্ৰহ ভাল নাপায়। ৰজোগুণৰ কাৰ্য্যবিলাকত, অহঙ্কাৰ, স্বেচ্ছাচাৰ আদি অপকাৰী গুণবিলাকৰ বশৱৰ্ত্তী হব লাগে বুলি বহুতে যুদ্ধ বেয়া পায়। আকৌ কোনোৱেবা আলস্য বা ভয় আদি কৰি তমোগুণৰ বশৱৰ্ত্তী হৈ যুঁজ-বাগৰ আদিত যোগ নিদিয়ে। বলৰামে ভাৰত যুদ্ধত সাত্ত্বিক ভাবাপন্ন পুৰুষ হিচাবে যোগ নিদিলে। ধৰ্ম্মমতে কৰ্ত্তব্য নিৰ্দ্ধাৰণ নকৰি ৰুক্মীই নিজৰ গপতে ওফন্দি পৰিছিল বুলিয়েই উভয় পক্ষৰ হাততে লঘু-লাঞ্ছনা ভোগ কৰিলে।

## অসহযোগ

যুদ্ধ আৰম্ভৰ প্ৰথম দিনা কুৰু সেনাপতি ভীষ্মদেৱে দুৰ্য্যোধনক অভয় দি নিজৰ পক্ষৰ বীৰসকলৰ বীৰত্ব, শৌৰ্য্য, পৰাক্ৰম আদিৰ গুণ বৰ্ণনা কৰি উৎসাহ দিবলৈ ধৰিলে। কথা প্ৰসঙ্গত কৰ্ণৰ বিষয়েও আলোচনা কৰিলে।

ভীষ্মদেৱে কলে “দুৰ্য্যোধন, কৰ্ণৰ শক্তিত মোৰ ভৰষা নাই। তেওঁ তোমাৰ প্ৰীতি লাভ কৰিছে। পাণ্ডৱসকলৰ লগত তোমাৰ শত্ৰুতা বৃদ্ধি কৰিবলৈ তেওঁ নানা প্ৰকাৰে চেষ্টা চলাই আহিছে। আত্ম প্ৰশংসা কৰি তেওঁ নিজকে বৰ বীৰ বুলি ধৰাই কৰি ফুৰে। তেওঁ অহঙ্কাৰত মত্তলীয়া

হৈ ফুৰিছে। কৰ্ণক মই হলে মহাৰথী বুলি ধৰিব নোৱাৰোঁ। সদায় পৰনিন্দা কৰি ফুৰাই তেওঁৰ স্বভাৱ। তেওঁৰ জন্মগত কবচ-কুণ্ডল লোপ পালে। তাৰ কাৰণেই যুদ্ধক্ষেত্ৰত পৰাক্ৰম দেখুৱা তেওঁৰ অন্ত পৰিছে। পৰশুৰামৰ অভিশাপত বিপদকালত তেওঁৰ স্মৃতিভ্ৰম ঘটিব। অৰ্জ্জুনৰ লগত যুদ্ধত তেওঁৰ মৃত্যু অৱশ্যম্ভাৱী।" ভীষ্মদেৱৰ এনে অপ্ৰিয় সত্য কথাবিলাক দুৰ্য্যোধন আৰু কৰ্ণৰ কাণত বেজীৰ খোচৰ নিচিনা লাগিল।

ভীষ্মদেৱৰ কথা সমৰ্থন কৰি দ্ৰোণেও কলে "কৰ্ণ অহঙ্কাৰত মতলীয়া। তেওঁৰ বিবেচনা শক্তি লোপ পালে। অসাৱধানতাৰ কাৰণেই তেওঁৰ পৰাজয় ঘটিব।"

এই কথা শুনি কৰ্ণ খঙত বলিয়া হোৱাদি হ'ল। চকু ৰঙা কৰি তেওঁ ভীষ্মক কলে "পিতামহ, মোৰ কোনো দোষ নাই। অথচ আপুনি নিতৌ মোক বিনা কথাত অপমান কৰি থাকে। মোক দ্বেষ আৰু ঈৰ্ষা ভাবে কথাবোৰ কৈ মোৰ অন্তৰত আঘাত দি থাকে। মই কিন্তু এই সকলোবোৰ কেৱল দুৰ্য্যোধনলৈ চাই সহ্য কৰি থাকোঁ। যুদ্ধত মোৰপৰা কোনো উপকাৰ নহব বুলি আপুনি প্ৰকাশ কৰিছে। মোৰ অন্তৰৰ কথা কওঁ শুনক। দৰাচলতে চাবলৈ গলে এই যুদ্ধত আপোনাৰ কোনো প্ৰয়োজন নাই। আপুনি অনৰ্থক মিছা কথাবোৰ কৈ নাথাকিব। কৌৰৱ-সকলৰ প্ৰতি আপোনাৰ অলপো স্নেহভাৱ নাই। ৰজাই এই কথা নাজানে। আপোনাৰ আঁহফলা কথাবিলাকে মোৰ আৰু দুৰ্য্যোধনৰ মাজত থকা প্ৰীতি ভাৱ নষ্ট কৰিছে। মিত্ৰ বিচ্ছেদ ঘটাবৰ কাৰণেই মোৰ প্ৰকৃত পৰাক্ৰম উলাই কৰি নিন্দাবাদ কৰি আছে। আপোনাৰ এনে আচৰণ আন কোনেও সহ্য কৰি নাথাকে। ক্ষত্ৰিয়সকলৰ ভিতৰত বাৰ্দ্ধক্যটোৱেই সন্মানৰ বস্তু নহয়। প্ৰকৃত শক্তি থাকিলেহে সন্মানৰ পাত্ৰ হয়। দুৰ্য্যোধন আৰু মোৰ ভিতৰত যি প্ৰীতিৰ বান্ধোন আছে সেই বান্ধোন ছিঙি দিব পাৰিব বুলি আশা নকৰিব।" এই বুলি কৰ্ণই ভীষ্মক কথা শুনাই দিলে।

তাৰ পিচত কৰ্ণই দুৰ্য্যোধনলৈ চাই কলে "বীৰ দুৰ্য্যোধন, দকৈ চিন্তা কৰি নিজৰ মঙ্গলৰ পথ আবিষ্কাৰ কৰক। পিতামহক আপুনি বিশ্বাস নকৰিব। বীৰ যোদ্ধাসকলৰ ভিতৰত এখেতে আঁহ-ফালিবলৈ যত্ন কৰি ফুৰিছে। মোৰ কথা এখেতে যি বুলি প্ৰকাশ কৰিছে তাৰপৰা যুদ্ধত আপোনাৰ বিঘিনিহে ঘটিব। মোৰ শক্তি নষ্ট কৰি মোৰ উৎসাহ দমন কৰিবলৈকে এখেতে উঠি-পৰি লাগিছে। বাৰ্দ্ধক্যত ভৰি দি এখেতৰ মন তললৈ গৈছে। এখেতৰ কাল চাপি আহিছে আৰু ৰঙ্গে ৰঙ্গে 'মই'

ভাবটো বৰকৈ বাঢ়ি গৈছে। জগতত এখেতে কাকো সন্মানৰ চকুৰে নাচায়। বুঢ়ালোকৰ কথা শুনিব লাগে সঁচা কিন্তু শাস্ত্ৰমতে বুঢ়া বয়সৰো এটা সীমা আছে। এখেতে দুনাই বাল্যকাল লাভ কৰিছে। এনেকুৱা বুঢ়াৰ পৰামৰ্শ কোনো কামতে নালাগে। আপুনি এইহেন পুৰুষক সেনাপতি পদত বৰণ কৰিছে? আন পুৰুষৰ বীৰত্বৰ ওপৰত ভিৰ দি এখেতে কীৰ্ত্তি অৰ্জ্জন কৰিবলৈ বিচাৰিছে। এওঁৰ তলত মই যুদ্ধ নকৰোঁ। ভীষ্মৰ পতনৰ পিচত মই যুদ্ধত যোগ দিম।"

অহঙ্কাৰী মানুহে নিজৰ অহঙ্কাৰৰ কথা নজানাকৈ থাকে। যি আনৰ অহঙ্কাৰৰ কথা আলোচনা কৰি তেওঁক সাৱধানে চলিবলৈ উপদেশ দিয়ে সেইজনে তেওঁকেই হে অহঙ্কাৰী বুলি ভাবে। পৰৰ দোষ প্ৰকাশ কৰাটো তেওঁ মহাদোষ বুলি ভাবে। কৰ্ণ আৰু ভীষ্মৰ কথাৰপৰা এই ভাৱটো প্ৰকাশ পাইছে।

তেতিয়া ভীষ্মই মাত লগালে "সুত পুত্ৰ, এইটো অতি সঙ্কটৰ সময় বুলি ভাবি মই আজি তোমাৰ এই অসহনীয় কথাবোৰ সহি থাকিলোঁ। সেই কাৰণেই আজি তুমি জীৱিত অৱস্থাত মোৰ সন্মুখত থিয় দি থাকিব পাৰিছা। তোমাৰ এই বিদ্বেষ ভাৱৰ বুদ্ধিৰ উদ্‌গনি পাই কৌৰৱসকলৰ আজি এনে ঘোৰ অমঙ্গল ঘটিছে।" এই বুলি কৈ ভীষ্ম মৌন হৈ ৰ'ল।

দুৰ্য্যোধনে ভীষ্মদেৱক কলে "হে গাঙ্গেয়, আপোনালোক দুয়ো গৰাকীৰে পৰা মই মঙ্গল কামনা কৰিছোঁ। আপোনালোক দুয়োজনেই বীৰোচিত কাম কৰিব বুলি বাঞ্ছা কৰিছোঁ। কাইলৈ পুৱাৰেপৰা যুদ্ধ আৰম্ভ হব। এই বিষয়ে আপোনালোকে যেন আৰু বাদানুবাদ নকৰে এয়ে কামনা।"

ভীষ্মদেৱৰ নেতৃত্বত কৰ্ণই যুদ্ধক্ষেত্ৰত ভৰি নিদিয়ে বুলি প্ৰতিজ্ঞা কৰিলে। দুৰ্য্যোধনে তাতে সন্মত হ'ল। কৰ্ণৰ প্ৰতিজ্ঞাও ৰক্ষা হ'ল। এই মতে ভাৰত যুদ্ধৰ প্ৰথম দহ দিন কৰ্ণ যুদ্ধৰপৰা আঁতৰি থাকিল কেৱল তেওঁৰ সৈন্যবিলাকক হে যুদ্ধ ক্ষেত্ৰলৈ পঠাই দিলে। দশম দিনত ভীষ্মদেৱৰ সৰ্ব্বশৰীৰ শৰেৰে ঠকা-সৰকা হোৱাত তেওঁ যুদ্ধক্ষেত্ৰত ঢলি পৰিল। সেই সময়ত কৰ্ণই তেওঁৰ কাষ চাপি নিজৰ অপৰাধ স্বীকাৰ কৰি ক্ষমা খুজিলে। তেওঁ পিতামহৰ আশীৰ্ব্বাদ ভিক্ষা কৰিলে। তাৰ পিচত কৰ্ণৰ কথামতেই দ্ৰোণাচাৰ্য্য সেনাপতি পদত অভিষিক্ত হ'ল। কৰ্ণয়ো যুদ্ধত যোগ দিলে। দ্ৰোণাচাৰ্য্যৰ মৃত্যুৰ পিচত কৰ্ণ কৌৰৱ সেনাপতি নিযুক্ত হ'ল।

# কৃষ্ণৰ উপদেশ

## (গীতা শাস্ত্ৰ)

যুদ্ধ আৰম্ভ হোৱাৰ আগ মুহূৰ্ত্তত উভয় পক্ষৰ বীৰসকলে পূৰ্ব্বৰ ৰীতি অনুসৰি চলি অহা কিছুমান নিয়ম মানি চলিবলৈ প্ৰতিজ্ঞাবদ্ধ হৈ লয় যুদ্ধৰ নিয়ম প্ৰণালীবিলাকৰ কাল অনুযায়ী সালসলনি হৈ থাকে। সেই কালৰ যুদ্ধৰ নিয়মবিলাকলৈ দৃষ্টি ৰাখি সেইমতে চিন্তা কৰিলেহে মহাভাৰতৰ যুদ্ধৰ প্ৰকৃত তথ্য ভালকৈ গম ধৰিব পাৰি। সেয়ে নহলে তাত বৰ্ণনা কৰা কিছুমান কথা বুজিবলৈ টান বা অসম্ভৱ যেন লাগে।

তেতিয়াৰ দিনত যুদ্ধৰ এনে নিয়ম আছিল যে প্ৰতিদিনৰ যুদ্ধ সূৰ্য্য অস্ত হলেই যুদ্ধ স্থগিত হয় তাৰ পিচত উভয় পক্ষৰ সৈন্য মিলাপ্ৰীতিৰে গোট খায়। যুদ্ধও সমানে সমানেহে চলে। ধৰ্ম্মবিৰোধী যুদ্ধ কৰা নিষেধ আছিল। ৰথাৰোহীয়ে ৰথাৰোহীৰ লগত, গজাৰোহীয়ে গজাৰোহীৰ লগত, পদাতিকে পদাতিকৰ লগত, অশ্বাৰোহীয়ে অশ্বাৰোহীৰ লগতেহে যুদ্ধ কৰিছিল। আশ্ৰয়প্ৰাৰ্থী শত্ৰুক আৰু শৰণাগতৰ গাত অস্ত্ৰাঘাত নিষেধ আছিল। যুদ্ধত লিপ্ত থকা দুজন যুঁজাৰু লোকৰ ভিতৰত দুয়ো দুয়োকে অস্ত্ৰ প্ৰয়োগ কৰাত বাদে বাহিৰৰপৰা আন কোনোবাই আহি অস্ত্ৰাঘাত কৰি তেওঁলোকৰ এজনকো বধ কৰা নিয়ম নাছিল। নিৰস্ত্ৰ, অসাৱধান, কৱচ-বিহীন, পলায়মান কোনো সৈনিক বা সেনাপতিৰ ওপৰত অস্ত্ৰ প্ৰয়োগ কৰা নিষেধ আছিল। যুদ্ধৰ আহিলা-পাতি যোগ-নিয়াৰক বা শঙ্খ-ভেৰী আদি বাদকসকলৰ ওপৰত অস্ত্ৰ প্ৰয়োগ কৰা নিষেধ আছিল। 'এইদৰে যুদ্ধৰ নীতি-নিয়ম পালন কৰি যুদ্ধ আৰম্ভ কৰিব' এই বুলি কৌৰৱ আৰু পাণ্ডৱ উভয় পক্ষই প্ৰতিজ্ঞাবদ্ধ হৈছিল।

কালৰ গতিত দেখা যায় যে মানুহৰ মনত ন্যায় আৰু অন্যায়বোধ কথাটোৰ সালসলনি হৈ থাকে। আজিকালিৰ যুদ্ধত একোৱেই আক্ৰমণৰ বহিৰ্ভূত নহয়। আজিৰ যুগত আনকি অস্ত্ৰাগাৰ, নিমাত পশু, অশ্ব আৰু অশ্বৰক্ষক, উট, খচচৰ আৰু ঔষধালয় আদি আৰু যুদ্ধত লিপ্ত নথকা যেই কোনো বয়সৰ মানুহকো ধ্বংস কৰা যুদ্ধৰ ধৰ্ম্মবিৰোধী নহয় বুলি ভাবে। এতিয়া আৰু শত্ৰু পক্ষ ধ্বংস কৰাৰ কোনো সীমাৰেখা নাই যাকে যতে যেনেভাবে পাৰে বধ কৰা দোষৰ কথা নহয়; কিন্তু আগৰ দিনত এনে নাছিল।

মহাভাৰতৰ যুদ্ধৰ দিনত প্ৰচলিত নীতি-নিয়মবিলাক

সময়ে সময়ে বিশেষ কিবা কাৰণত ভঙ্গ কৰা হৈছিল। ভাৰত যুদ্ধত উভয় পক্ষই মানবোচিত আৰু মৰ্য্যদা যুক্ত ভাবেই যুদ্ধ কৰিছিল তথাপি কেতিয়াবা নিয়মবিলাক ঘটনাক্ৰমে ভঙ্গ হোৱা দেখা যায়। গতিকে যুদ্ধত মানি লোৱা নীতিবিলাকৰ ভিতৰত কোনো কোনোটো সময়মতে কাৰণ বশতঃ ভঙ্গ কৰিলেও সৰহ ভাগেই পালন কৰা হৈছিল। কিন্তু নিয়ম ভঙ্গ কৰা নিন্দনীয় বুলি গণ্য কৰা হৈছিল আৰু নিয়ম লংঘনকাৰীসকলেও সেই কথাত লজ্জা বোধ কৰিছিল।

পিতামহ ভীষ্মই তেখেতৰ অধীনত থকা যুদ্ধাৰ্থী কৌৰৱসকলৰ ফালে চাই কলে "হে বীৰসকল, তোমালোকৰ পক্ষে গৌৰৱপূৰ্ণ সুযোগ উপস্থিত। তোমালোকৰ সন্মুখত আজি স্বৰ্গৰ দুৱাৰ খুলি থোৱা আছে। ইন্দ্ৰ, ব্ৰহ্মাকে আদি কৰি স্বৰ্গৰ দেৱতাসকলৰ লগত বাস কৰিবৰ সৌভাগ্য আজি অপেক্ষা কৰিছে। তোমালোকৰ উপৰি পুৰুষসকলৰ পন্থা অৱলম্বন আৰু ক্ষত্ৰিয় ধৰ্ম্ম অনুসৰণ কৰা। আনন্দেৰে যুদ্ধ কৰি হয় বিজয় লাভ বা স্বৰ্গ লাভ কৰা। এয়ে আমাৰ কুলৰ সনাতন ধৰ্ম্ম। চিন্তা পৰিহাৰ কৰা। আনন্দ মনে যুদ্ধ কৰি কীৰ্ত্তি আৰু মহিমা অৰ্জ্জন কৰাহঁক। ঘৰৰ ভিতৰত সোমাই থাকি নানান ৰোগৰ আক্ৰমণত মৰণ বৰণ কৰাটো ক্ষত্ৰিয়ৰ ধৰ্ম্ম নহয়। যুদ্ধক্ষেত্ৰত অস্ত্ৰৰ বলি হোৱাটোহে ক্ষত্ৰিয়ৰ ধৰ্ম্ম।"

সেনাপতি ভীষ্মদেৱৰপৰা এনে উদগনি পাই কুৰুবীৰসকলে উৎসাহিত হৈ বিজয় আৰু কীৰ্ত্তি লাভৰ আশাত উত্ৰাৱল হৈ ৰণক্ষেত্ৰত যোগ দিবৰ আৰু সন্মতি জনাবৰ কাৰণে ৰণবাদ্য বজাবলৈ হুকুম কৰিলে লগতে কৌৰৱৰ জয়ধ্বনি দিলে।

ভীষ্মদেৱৰ ৰথৰ চূড়াৰ ওপৰত তালগছ আৰু পঞ্চ নক্ষত্ৰৰ চিহ্ন শোভা পাইছিল। অশ্বত্থামাৰ ৰথৰ চূড়াত আঁকি থোৱা সিংহৰ নেজ বতাহত উৰিবলৈ ধৰিলে। দ্ৰোণাচাৰ্য্যৰ ৰথৰ চূড়াত সোণবৰণীয়া পতাকাত কমণ্ডলু আৰু ধনু প্ৰকাশ পাইছিল। কৃপাচাৰ্য্যৰ ধ্বজত বৃষভ, জয়দ্ৰথৰ ধ্বজত বৰাহৰ প্ৰতীক শোভা পাইছিল। দুৰ্য্যোধনৰ পতাকাত ফেঁটীসাপ ফণাযুক্ত হৈ সগৰ্ব্বে উৰিছিল। এইদৰে আন আন বীৰসকলৰ ধ্বজও নানান চিহ্নেৰে শোভিত হৈ উৰিবলৈ ধৰিলে।

বেহুৰে আগুৰি থকা কৌৰৱ সেনাবাহিনী দেখা পাই যুধিষ্ঠিৰে অৰ্জ্জুনক আদেশ কৰিলে "শত্ৰুৰ সেনাবাহিনীটো বৰ বিশাল। আমাৰ সৈন্য সংখ্যা কম গতিকে সেনাবিলাক থুপ বন্ধা কৌশলেৰে যুদ্ধ কৰিবলৈ দিব লাগিব যাতে আনভাবে সৈন্য সমাবেশত ছিদ্ৰ থাকে তেতিয়া হলে আমাৰ সেনাবোৰ

নাশ পাব পাৰে। গতিকে সূচিমুখ (বেজী মুখীয়া) বেহু সাজি আমাৰ সৈন্য সমাবেশ কৰা।”

এইদৰে উভয় পক্ষৰে সেনাবাহিনীৰ বেহু ৰচনা কৰা হ'ল। অৰ্জ্জুনে যেতিয়া উভয় পক্ষৰ যোদ্ধাসকলক দেখা পালে আৰু বিশেষতঃ আত্মীয়সকলক দেখি অৰ্জ্জুন বৰ কাতৰ হৈ পৰিল। তেতিয়া শ্ৰীকৃষ্ণই অৰ্জ্জুনৰ কাতৰতা বা অৱসন্নতা আৰু সন্দেহ দূৰ কৰিবৰ নিমিত্তে তেওঁক যি কৰ্ম্মযোগৰ উপদেশ প্ৰদান কৰিলে, সেইবোৰ কথা শ্ৰীভগৱানৰ নিজৰ মুখৰ বাণী বুলি আজিও লক্ষ লক্ষ লোকে বিশ্বাস কৰে আৰু পৃথিৱীত এনে সাহিত্য অদ্বিতীয় আৰু অমূল্য বুলি গৃহীত হৈছে। ইয়াৰ ঘাই উপদেশ বাণী এয়ে যে মানুহে কৰ্ত্তব্য কাম শ্ৰদ্ধাৰে কৰিব লাগে, ফলাকাংক্ষা ৰাখিব নালাগে বা তাৰ প্ৰতি যেন কোনো আসক্তি নাথাকে। এইদৰে সকলো ৰকমৰ বা শ্ৰেণীৰ ধনী-দুখীয়া, উচচ-নীচ, পণ্ডিত-মূৰ্খ সকলোৱে পালন কৰিলে জীৱনত সমস্যাবহুল সংসাৰত যে পোহৰ পাব সন্দেহ নাই। ভগৱান শ্ৰীকৃষ্ণৰ শ্ৰীমুখৰপৰা ওলোৱা এই অমূল্য উপদেশাৱলীয়েই 'শ্ৰীমদ্ভগবদ্‌গীতা' নামে জনাজাত।

## যুধিষ্ঠিৰৰ আশীৰ্ব্বাদ ভিক্ষা

যুদ্ধ আৰম্ভ হবলৈ সকলো আয়োজন সম্পূৰ্ণ। সকলোৱে ভাবিলে যুদ্ধ আৰম্ভ হ'ল। এনে সময়তে ধৈৰ্য্যশীল বীৰ যুধিষ্ঠিৰে কবচ আৰু ধনু-শৰ পৰিত্যাগ কৰি ৰথৰপৰা নামি খোজ কাঢ়ি আগবাঢ়ি কৌৰৱৰ সেনাপতিজনৰ ৰথৰ ফালে যাবলৈ ধৰিলে। যুধিষ্ঠিৰক এনে অৱস্থাত দেখা পাই সকলোৱে কোৱাকুই কৰিলে “যুধিষ্ঠিৰে ই কি কৰিছে? হঠাতে আৰু মনে মনে এইদৰে গৈছে কলৈ বা কৰে কি?”

ধনঞ্জয়ো আচৰিত হল আৰু ততালিকে ৰথৰপৰা নামি ককায়েকৰ অনুসৰণ কৰিলে। সকলোৰে মনত সন্দেহ আৰু চিন্তা হ'ল—যুধিষ্ঠিৰে সম্ভৱতঃ তেওঁৰ স্বাভাৱিক সাত্ত্বিক ধৰ্ম্মভাৱৰ অনুপ্ৰেৰণাত যি কোনো সৰ্ত্তত যুদ্ধ পৰিত্যাগ কৰিবৰ নিমিত্তে কুৰু সেনাপতিৰ ওচৰ চাপি গৈছে।

আগবাঢ়ি অৰ্জ্জুনে গৈ ধৰ্ম্মপুত্ৰক সুধিলে “মহাৰাজ, আপুনি কিয় এনে

আচৰিত ধৰণে শত্ৰুসেনাৰ ফালে আগ বাঢ়িছে? আপুনি আমাক একো কোৱা নাই। সিফালে শত্ৰুসকলে কবচ ধাৰণ কৰি অস্ত্ৰে-শস্ত্ৰে সুসজ্জিত হৈ থকা অৱস্থাত কিয় আপুনি সকলোবোৰ অস্ত্ৰ পৰিত্যাগ কৰি যুদ্ধৰ আৰম্ভণিতে অকলৈ খোজ কাঢ়ি আগ বাঢ়িছে?

গভীৰ চিন্তাত মগ্ন হৈ থকাত যুধিষ্ঠিৰে কোনো কথাৰ উত্তৰ নিদি আগুৱাই যাবলৈ ধৰিলে। তেতিয়া বাসুদেৱে কলে "অৰ্জ্জুন, মই এখেতৰ সঙ্কল্প বুজিব পাৰিছোঁ। যুদ্ধাৰম্ভৰ আগে আগে এখেতে গুৰুজনসকলৰ আশীৰ্ব্বাদ লাভ কৰিবলৈ যাত্ৰা কৰিছে। গুৰুজনৰ অনুমতি আৰু আশীৰ্ব্বাদ লাভ নকৰাকৈ যুদ্ধ কৰা নীতিসন্মত নহয়। পিতামহ আৰু দ্ৰোণাচাৰ্য্যৰ পৰা সেই অনুমতি আৰু আশীৰ্ব্বাদ লাভ কৰিবলৈকে এওঁ ধনুশৰ আৰু কবচ ত্যাগ কৰি আগ বাঢ়ি গৈছে। এয়ে ধৰ্ম্ম আৰু বিজয় লাভৰ ৰীতি।"

যুধিষ্ঠিৰে ভীষ্মদেৱৰ সন্মুখীন হৈ প্ৰণামান্তত কৰপুটে থিয় হোৱা দেখি কৌৰৱ সেনাসকলে কবলৈ ধৰিলে "সৌৱা চোৱাঁ, আমাৰ বিৰাট সৈন্যবাহিনী দেখি ভয়ত যুধিষ্ঠিৰে সন্ধিৰ প্ৰস্তাৱ লৈ শিৰদোঁৱাই আমাৰ মাজত উপস্থিত হৈছেহি। এই কাপুৰুষে ক্ষত্ৰিয় জাতিৰ কলঙ্ক স্বৰূপ হৈ পৃথিৱীত জন্ম লৈছে।" এইদৰে কুৰুসেনাই যুধিষ্ঠিৰক নিন্দা কৰি নানান কথাৰে একালে বিদ্ৰূপ আনফালে ৰঙ লগোৱা কথাৰে আনন্দ কৰিবলৈ ধৰিলে।

সশস্ত্ৰ শত্ৰুসেনাৰ মাজত সোমাই পিতামহ ভীষ্মদেৱৰ চৰণত পৰি নম্ৰভাৱে কলে "হে অজেয় বীৰ, আমি আপোনাৰ লগত যুদ্ধ দিবলৈ প্ৰস্তুত হৈছোঁ। এতিয়া আপোনাৰ অনুমতি আৰু আশীৰ্ব্বাদ ভিক্ষা কৰিছোঁ।"

পিতামহ ভীষ্মদেৱে আশীৰ্ব্বাদ দি কলে "বাছা, ভৰতকুলত তোমাৰ জন্ম, তুমি কুলধৰ্ম্ম মানি চলিছা। মই বৰ আনন্দ পাইছোঁ। যোৱা যুদ্ধ কৰাগৈ। মই পৰাধীন হৈ আছোঁ কাৰণে কৌৰৱ পক্ষত যোগ দিবলৈ বাধ্য হৈছোঁ। কিন্তু যুদ্ধত তোমাৰ পৰাজয় নহয়।"

এইদৰে অনুমতি আৰু আশীৰ্ব্বাদ লাভ কৰি যুধিষ্ঠিৰে পিতামহক প্ৰণিপাত জনাই বিদায় ললে। তাৰ পিচত তেওঁ আচাৰ্য্য দ্ৰোণৰ কাষলৈ গৈ তেওঁকো কৰপুটে প্ৰদক্ষিণ কৰি নিজৰ নিয়ম ৰক্ষা কৰি তদনুযায়ী প্ৰাৰ্থনা জনালে। আচাৰ্য্যদেৱে ধৰ্ম্মপুত্ৰক আশীৰ্ব্বাদ দি কলে "অৰ্থ কাৰো দাস নহয়, মানুহ নিজেহে অৰ্থৰ দাস। মই কৌৰৱসকলাৰ ওচৰত

ঋণী। তেওঁলোকৰ পক্ষেই যুদ্ধ কৰিম। কিন্তু ধৰ্ম্মপুত্ৰ, তোমাৰ জয় সুনিশ্চিত জানিবা।" এইদৰে যুধিষ্ঠিৰে কৃপাচাৰ্য্য আৰু মোমায়েক শল্যৰ পৰাও আশীৰ্ব্বাদ লাভ কৰি নিজৰ যুদ্ধস্থানলৈ উলটি আহিল।

যুদ্ধ আৰম্ভ হ'ল। জয়ে জয়ে দ্বন্দ্ব যুদ্ধ আৰম্ভ হ'ল। এজনে এজনৰ লগত সমানে সমানে ধনু কাঁড় লৈ যুদ্ধ আৰম্ভ কৰিলে। ভীষ্মই পাৰ্থৰ লগত, সাত্যকিয়ে কৃতবৰ্ম্মাৰ লগত, অভিমন্যুয়ে বৃহন্নলাৰ লগত, ভীমে দুৰ্য্যোধনৰ লগত, যুধিষ্ঠিৰে শল্যৰ লগত যুদ্ধ কৰিবলৈ ধৰিলে। ধৃষ্টদ্যুম্ন আৰু দুৰ্য্যোধনৰ মাজত তয়াময়া ৰণ লাগি উঠিল। বীৰসকলে যুদ্ধৰ নিয়ম পালন কৰি যুদ্ধ চলাবলৈ ধৰিলে।

এইদৰে সমকক্ষ বীৰসকলৰ মাজত অগণন দ্বন্দ্ব যুদ্ধ চলিবলৈ ধৰিলে। দ্বন্দ্ব যুদ্ধৰ বাহিৰেও 'সঙ্কুল' যুদ্ধ চলিবলৈ ধৰিলে। একেলগে দুয়ো পক্ষৰ বীৰসকলে জুম বান্ধি যেয়ে যাকে পায় তাকে আক্ৰমণ কৰি যুদ্ধ কৰাকে সঙ্কুল যুদ্ধ বোলে। এই ভীষণ সঙ্কুল যুদ্ধত দুয়ো পক্ষৰ ভালেমান বীৰে বলিয়াৰ দৰে যুদ্ধ কৰি কৰি প্ৰাণ এৰিবলৈ ধৰিলে। তেজে-মঙহে মাটিয়ে-বালিয়ে একাকাৰ হৈ পৰিল। চাওঁতে চাওঁতে বহু সৈন্য, হাতী, ঘোঁৰা আদি চামে চামে পালে পালে মৰি গোটেই ৰণথলিখন উপচি বোকা হোৱাত ৰথ চলা পৰ্য্যন্ত টান হ'ল। বীৰসকলৰ ভিতৰত সেই যুদ্ধৰ থলিত কাৰো কতো ৰথ আগবাঢ়িব নোৱাৰা অৱস্থা হ'ল। সকলোৰে ভিতৰত দ্বন্দ্ব যুদ্ধ বন্ধ হৈ সঙ্কুল যুদ্ধত পৰিণত হলগৈ। বৰ্ত্তমান কালৰ যুদ্ধত দ্বন্দ যুদ্ধ নাই। আজিকালিৰ যুদ্ধমাত্ৰেই সঙ্কুল যুদ্ধ।

পিতামহৰ অধীনত কৌৰৱ বীৰসকলে দহ দিন ধৰি যুদ্ধ কৰিলে। ভীষ্মদেৱৰ পতনৰ অন্তত দ্ৰোণাচাৰ্য্য কুৰু সেনাপতি নিযুক্ত হ'ল। তেখেতৰ মৃত্যুৰ পিচত কৰ্ণই সেনাপতিৰ পদ লাভ কৰিলে। যুদ্ধৰ সোতৰ দিনৰ দিনা কৰ্ণই অৰ্জ্জুনৰ হাতত প্ৰাণ বিসৰ্জ্জন দিলে। ইয়াৰ পিচত শল্য সেনাপতি হৈ কুৰুক্ষেত্ৰ যুদ্ধ চলালে। সেই অষ্টাদশ দিনেই যুদ্ধৰ শেষ দিন।

ভাৰত যুদ্ধ ওঠৰ দিন ধৰি চলিছিল। যুদ্ধৰ শেষ ছোৱাত অন্যায় ৰীতি-নীতি অনুসৰণ কৰা হৈছিল। ধৰ্ম্ম একেদিনাই শেষ নহয়। সঙ্কটাপন্ন অৱস্থাত ধৰ্ম্মৰ পৰীক্ষা চলি থাকে। সঙ্কট কালত মহাপুৰুষসকলেও অধৰ্ম্ম আচৰণ কৰা দেখিলে বহুতো মানুহে অন্যায় কাম কৰিবলৈ পিচ নোহোঁ-হঁকে। এইদৰে ধৰ্ম্ম আৰু নীতি নিয়মবিলাক লোপ হৈ ক্ৰমে অধৰ্ম্ম আৰু অসত্যই জগতখন গ্ৰাস কৰি পেলায়। যুদ্ধৰ এয়ে শেষ ফল।

# প্ৰথম দিনৰ যুদ্ধ

কুৰুসৈন্যৰ ভিতৰত জয়ে জয়ে দুঃশাসনৰ বাহিনীটো আগবাঢ়ি গ'ল। সিংহনাদ, শঙ্খনাদ, শিঙাৰ শব্দ, ভেৰীনিনাদ, ডম্বৰু বাদন, ঘোঁৰাবিলাকৰ হ্ৰেস্বাৰব, হাতীৰ চিঞৰ-বাখৰ আদি খলকনিত পৃথিৱী তল-ওপৰ হৈ উঠিল। অস্ত্ৰ-শস্ত্ৰবিলাক তক্ তক্ কৰে চক্‌মকাবলৈ ধৰিলে। বাপেকে পুতেকক, পুতেকে বাপেকক হত্যা কৰিবলৈ ধৰিলে। মোমাই ভাগিনৰ ভিতৰত কটাকটি মৰামৰি লাগি উঠিল।

প্ৰথম দিনতে ভীষ্মদেৱৰ প্ৰবল আক্ৰমণ দেখি পাণ্ডৱসকলৰ বুকু কঁপি উঠিল। ভীষ্মদেৱৰ ৰথ যেনি পাই তেনি চলিবলৈ ধৰিলে। যেনিয়েই ৰথ যায় তেনিয়েই যেন মৃত্যুৰ মহামাৰী লাগিবলৈ ধৰিলে। এনে অৱস্থা দেখা পাই অৰ্জ্জুন তনয় অভিমন্যুয়ে অসহনীয় হৈ পিতামহক আক্ৰমণ কৰিবলৈ আগবাঢ়ি গ'ল। উভয় পক্ষৰ বীৰসকলৰ ভিতৰত একেবাৰে নুমলীয়া অভিমন্যুয়ে বয়োবৃদ্ধ ভীষ্মদেৱৰ লগত যুদ্ধ কৰা দেখি দেৱতাসকলেও তবধ মানিলে। অভিমন্যুৰ ৰথৰ সোণৰ কলচিত গছৰ ছবি অঙ্কিত আছিল। অভিমন্যুৱে কৃতবৰ্ম্মাৰ ওপৰত এপাত বাণ, শল্যৰ ওপৰত পঞ্চবাণ আৰু ভীষ্মদেৱৰ ওপৰত ন পাত বাণ বৰ্ষণ কৰিলে। অভিমন্যুৰ এপাত শৰতে দুৰ্মুখৰ সাৰথিৰ মূৰ ছিগি মাটিত বাগৰি পৰিল আৰু এপাত শৰত কৃপৰ অস্ত্ৰ খণ্ড-বিখণ্ড হৈ গ'ল। অভিমন্যুৰ যুদ্ধৰ কৌশল দেখি স্বৰ্গৰ দেৱতাসকলে পুষ্প বৃষ্টি কৰিবলৈ ধৰিলে। ভীষ্মদেৱ আৰু তেওঁৰ সহকাৰী বীৰসকলে 'অভিমন্যু অৰ্জ্জুনৰ যোগ্য পুত্ৰ' বুলি প্ৰশংসা কৰিবলৈ ধৰিলে।

ইয়াৰ পিচত কৌৰৱ বীৰসকলে অভিমন্যুক বেৰি-কুৰি ধৰি আক্ৰমণ কৰিলে। অভিমন্যুৱে হেলাৰঙ্গে যুদ্ধ কৰিবলৈ ধৰিলে। ভীষ্মৰ আটাই-বিলাক অস্ত্ৰ অভিমন্যুৰ হাতত খণ্ড-বিখণ্ড হৈ গ'ল। তেওঁৰ এপাত অস্ত্ৰও লক্ষ্যভ্ৰষ্ট নহল। অভিমন্যুৱে এপাত শৰ মাৰি ভীষ্মদেৱৰ ৰথৰ চূড়াৰপৰা তালগছৰ ছবি থকা পতাকা খহাই মাটিত পেলালে। এই দৃশ্য দেখি ভীমসেনৰ অপাৰ আনন্দ হ'ল। পিতৃব্য ভীমসেনৰ সিংহনাদ কাণত পৰাত অভিমন্যুৰ উৎসাহ বাঢ়ি গ'ল। কোমল বয়সীয়া লৰাটিৰ অদ্ভুত যুদ্ধকৌশল দেখি ভীষ্মদেৱে বৰ আনন্দ পালে। লৰাটিৰ ওপৰত গাৰ বলেৰে অস্ত্ৰ হানিব লাগিব বুলি এবাৰ ভাবি ভীষ্মদেৱে মনত বৰ কষ্ট অনুভৱ কৰিলে। ভীষ্মদেৱৰ ধনুৰপৰা অভিমন্যুৰ গাৰ ওপৰত ধাৰাসাৰে

অস্ত্ৰ বৰিষণ হবলৈ ধৰিলে। বিৰাটৰাজ, তেওঁৰ পুতেক উত্তৰ, দ্ৰুপদপুত্ৰ ধৃষ্টদ্যুম্ন আৰু ভীমে অভিমন্যুক ৰক্ষা কৰিবলৈ পিতামহক আক্ৰমণ কৰিলে। তেতিয়া ভীষ্মই অভিমন্যুক এৰি তেওঁলোকক আক্ৰমণ কৰিলে।

সেই সময়তে বিৰাটপুত্ৰ উত্তৰে হাতীত উঠি শল্যক আক্ৰমণ কৰিলে। হাতীৰ ভৰিৰ লাঠিত শল্যৰ ৰথৰ আঠোটা ঘোঁৰা হত হ'ল। ইয়াকে দেখি উত্তৰৰ ওপৰত শক্তি অস্ত্ৰ প্ৰয়োগ কৰিলে। সেই অস্ত্ৰই উত্তৰৰ কবচ ভেদি পেলালে। উত্তৰৰ হাতৰ অঙ্কুশ আৰু তোমৰ খহি পৰিল। হাতীটোও মতলীয়া হৈ উঠাত উত্তৰ আচাৰ খাই মাটিত বাগৰি পৰি প্ৰাণ এৰিলে।

মতলীয়া হাতীটোৱে শল্যৰ ফালে খেদা মাৰি গ'ল। শল্যয়ো শক্তি-শেল লৈ হাতীক খেদি গ'ল। হাতীয়ে শেলৰ খোচ খাই ভীষণ তৰ্জ্জন গৰ্জ্জন কৰি মাটিত লুটি খাই প্ৰাণ এৰিলে। ভায়েক উত্তৰৰ প্ৰাণ যোৱা দেখি বিৰাটৰ শ্বেত নামৰ আন এটি পুত্ৰই খঙত উগ্ৰমূৰ্ত্তি ধৰি নিজৰ ৰথ লৈ শল্যক বেগেৰে খেদা মাৰি গ'ল। শ্বেতৰ বাণত শল্যৰ প্ৰাণ যায় যায় দেখি কৌৰৱ সৈন্যৰ সপ্তৰথীয়ে তেওঁক বেঢ়ি ধৰিলে। দুয়ো পক্ষৰ যুদ্ধ আৰম্ভ হ'ল। কৌৰৱ পক্ষৰপৰা বৰিষণ হোৱা চোকা চোকা বাণ-বিলাক শ্বেতই নিজৰ অস্ত্ৰেৰে ছিন্ ভিন্ কৰি কাটি পেলালে। শেষত সপ্তৰথীয়ে একেলগে শ্বেতৰ ওপৰত শক্তিশেল হানিবলৈ ধৰিলে। শ্বেতই সেই সাতোজনৰ বাণ খণ্ড খণ্ড কৰি পেলালে। শ্বেতৰ অদ্ভুত যুদ্ধ কৌশল দেখি দুই পক্ষৰে বীৰসকলে তবধ মানিলে। শল্যৰ বিপদ লক্ষ্য কৰি দুৰ্য্যোধনে এটা ডাঙৰ সৈন্য বাহিনী সাহায্যৰ কাৰণে পঠাই দিলে। দুয়ো দলৰ তুমুল যুদ্ধ লাগি উঠিল। সেই যুদ্ধত ভালেমান বীৰে প্ৰাণ বিসৰ্জ্জন দিলে। ৰথবিলাক ভাগি চুৰ্‌মাৰ হ'ল। অগণন হাতী ঘোঁৰা যুদ্ধত পৰি মৰিল। শ্বেতই দুৰ্য্যোধনৰ সৈন্য বাহিনী ছিন্ন ভিন্ন কৰি ভীষ্মদেৱক আক্ৰমণ কৰিবলৈ ধৰিলে। দুয়োৰে ভিতৰত ভয়ানক ৰণ লাগি উঠিল।

শ্বেতই ভীষ্মৰ ৰথৰ চূড়া ছিঙি পেলালে। তেতিয়া ভীষ্মই শ্বেতৰ ধ্বজ কাটি পেলাই সাৰথিৰ প্ৰাণ বধ কৰিলে। শ্বেতই শক্তিশেল এপাত ভীষ্মলৈ টোৱাঁই মাৰি পঠিয়ালে। কিন্তু ভীষ্মদেৱে সেই শেল কাটি খণ্ড খণ্ড কৰি পেলালে।

ইয়াৰ পিচত শ্বেতই ভীষ্মৰ ৰথৰ ওপৰত গদাঘাত কৰিবলৈ ধৰিলে। সেই গদাঘাতৰ কোবত ৰথখন চুৰমাৰ্ হৈ ভাগি যোৱাৰ আশঙ্কা দেখি ভীষ্ম-

দেৱ ৰথৰপৰা জপিয়াই মাটিত পৰিল। লগে লগেই ৰথখন ধ্বজে সৈতে ভাগি চূৰমাৰ্ হৈ গ'ল। পিতামহে তেতিয়া খণ্ডত উগ্ৰমূৰ্ত্তি ধৰি আন এখন ৰথত উঠি এপাত শক্তিশালী বাণ শ্বেতলৈ টোৱাঁই মাৰি পঠিয়ালে। সেইপাত বাণত শ্বেত যমপুৰী পালেগৈ। দুঃশাসনে বাদ্যভণ্ডৰ তালে তালে আনন্দত কিৰীলি পাৰি নাচিবলৈ ধৰিলে। তাৰ পিচত পিতামহে আকৌ পাণ্ডৱ সেনা আক্ৰমণ কৰিবলৈ ধৰিলে।

প্ৰথম দিনৰ যুদ্ধত পাণ্ডৱ পক্ষৰ বিস্তৰ ক্ষতি হ'ল। ধৰ্ম্মপুত্ৰই প্ৰমাদ গণিলে। দুৰ্য্যোধনৰ অপাৰ আনন্দ। পাণ্ডৱসকল গোট খাই শ্ৰীকৃষ্ণৰ কাষ চাপি বেজাৰ মনে সুধিলে "আমি এতিয়া কি উপায় কৰোঁ?"

শ্ৰীকৃষ্ণই যুধিষ্ঠিৰৰ ফালে চাই কলে "হে ভাৰতশ্ৰেষ্ঠ, কিয় চিন্তা কৰিছে? মহাবীৰ আটাই কেইটি ভায়েক আপোনাৰ লগে লগে আছেই দেখোন। ভয়ৰ কাৰণ কি হ'ল? সাত্যকি, বিৰাট, দ্ৰুপদ, ধৃষ্টদ্যুম্ন আদি ৰজাসকল আৰু মই স্বয়ং আপোনাৰ পক্ষত থিয় দি আছোঁ। গতিকে আপোনাৰ চিন্তাৰ একো কাৰণ ঘটি উঠা নাই। ভীষ্ম-নিধনৰ কাৰণে শিখণ্ডীয়ে বাট চাই দিন গণি আছে—সেই কথা পাহৰি গলে নেকি?" এইবুলি শ্ৰীকৃষ্ণই যুধিষ্ঠিৰক ডাঠ দিবলৈ ধৰিলে।

## দ্বিতীয় দিনৰ যুদ্ধ

প্ৰথম দিনৰ যুদ্ধত পাণ্ডৱ সৈন্যই ভয় খোৱা যেন দেখি পাণ্ডৱ সেনাপতি ধৃষ্টদ্যুম্ন চিন্তিত হৈ পৰিল। সেই কাৰণে তেওঁ পিচদিনা যুদ্ধৰ নিমিত্তে সৈন্যবিলাকৰে এখন সুদৃঢ় বেহু তৈয়াৰ কৰি তেওঁলোকক নানা প্ৰকাৰে উদ্‌গনি দিবলৈ ধৰিলে।

দুৰ্য্যোধনে অহঙ্কাৰত বুকু ফিন্দাই নিজৰ সৈন্যসামন্তবিলাকৰ ফালে চাই চিঞঁৰি কবলৈ ধৰিলে "বীৰসকল, আমাৰ বিজয় লাভ সুনিশ্চিত। প্ৰাণৰ মমতা পৰিত্যাগ কৰি যুদ্ধ কৰি যোৱাঁ।" ভীষ্মৰ নেতৃত্বত কুৰু সেনাসকলে দ্বিতীয় দিনাও পাণ্ডৱসেনাক আক্ৰমণ কৰিলে আৰু বেহু ছেদেলি ভেদেলি কৰি পাণ্ডৱ সেনা বধ কৰিবলৈ ধৰিলে।

তেতিয়া অৰ্জ্জুনে তেওঁৰ সাৰথি শ্ৰীকৃষ্ণক কলে "আমি এনেকৈ অসাৱধান

হৈ যুদ্ধ কৰিলে পিতামহে আমাৰ সকলো সেনা বধি অন্ত কৰিব। ভীষ্ম-দেৱক বধ কৰিব নোৱাৰিলে আমাৰ আৰু ৰক্ষা নাই।"

শ্ৰীকৃষ্ণই কলে "অৰ্জ্জুন, সোৱা চোৱাঁ, পিতামহৰ ৰথ বৈ আছে। আমাৰ ৰথো সেইফালে লৈ যাওঁ। তেওঁক আক্ৰমণ কৰিবলৈ তুমি সাজু হোৱা।" এই বুলি কৈ শ্ৰীকৃষ্ণই ভীষ্মৰ ফালে ৰথ চলাই দিলে।

তেওঁকে চৌৱাঁই অৰ্জ্জুন অহা দেখি ভীষ্মদেৱে অস্ত্ৰেৰে আদৰ সম্ভাষণ জনালে। বীৰ চূড়ামণি জগদ্বিখ্যাত পিতামহে অব্যৰ্থ শৰ সন্ধান কৰিলে। পিতামহক সদায় সন্তৰ্পণে ৰক্ষা কৰি চলিব লাগিব দুৰ্য্যোধনে সেনাবিলাকক এনে আদেশ শুনাই থৈছিল। এতিয়া ভীষ্মৰ সহকাৰী বীৰসকলেও অৰ্জ্জুনক আক্ৰমণ কৰিবলৈ ধৰিলে।

ধনঞ্জয়ে কোনোপিনে ভ্ৰূক্ষেপ কৰা নাছিল। ধনঞ্জয়ৰ লগত যুদ্ধ দিব পৰা কৌৰৱসকলৰ ভিতৰত মুঠেই তিনিজন বীৰ আছিল। তেওঁলোক পিতামহ ভীষ্ম, দ্ৰোণাচাৰ্য্য আৰু কৰ্ণ। আৰু সেই কথা সকলোৰে জনাজাত। অৰ্জ্জুনে শত্ৰুৰ মাজত সোমাই ৰথী মহাৰথী সকলোৰে বুকু কঁপাই তুলিলে। তেওঁ গাণ্ডীৱেৰে অবলীলাক্ৰমে শত্ৰুসৈন্য ক্ষয়ঙ্কৰ কৰিবলৈ ধৰিলে। শত্ৰু পক্ষৰ ৰথবিলাকৰ মাজত তেওঁৰ ৰথ চকুৰে মনিব নোৱাৰা যেন হৈ অদ্ভুত কৌশলত যেনি তেনি ঘূৰাবলৈ ধৰিলে। তেনে দেখি দুৰ্য্যোধনৰ বুকু কঁপি উঠিল। ভীষ্মৰ ওপৰত তেওঁৰ আস্থা কমি আহিল।

দুৰ্যোধনে ভীষ্মক কলে "গাঙ্গেয়, আপুনি আৰু দ্ৰোণ জীৱিত থকাতো অৰ্জ্জুন আৰু শ্ৰীকৃষ্ণই আমাৰ সকলো সেনা শেষ কৰি আনিছে। মোৰ প্ৰতি যিজনৰ সঁচাকৈয়ে প্ৰেম আছে সেই কৰ্ণই আজি কেৱল আপোনাৰ কাৰণেই যুদ্ধৰপৰা আঁতৰি আছে। মই আপোনাক সেনাপতি পদত বৰণ কৰি বঞ্চিত হব লগা হ'ল। ফাল্গুনীক বধিবলৈ এতিয়াই কিবা উপায় আছে যদি, কৰক।"

ভীষ্ম আৰু অৰ্জ্জুনৰ যুদ্ধখন চাবৰ নিমিত্তে সৰগৰপৰা দেৱতা আৰু গন্ধৰ্ব্বসকল নামি আহি যুদ্ধক্ষেত্ৰ পালেহি। দুয়োজন বীৰৰ ৰথত বগা ঘোঁৰা যোঁটা আছিল। দুয়োজন সমকক্ষ বীৰ আৰু দুয়ো নিজৰ নিজৰ যুদ্ধকৌশল দেখুৱাবলৈ আগ্ৰহ প্ৰকাশ কৰিছিল। ভালেমান বেলি যুদ্ধ চলিবলৈ ধৰিলে। দুয়ো বীৰে অগণন শৰ বৰিষণ কৰিলে। এজনৰ অস্ত্ৰ আনজনে কটাকটি কৰিবলৈ ধৰিলে। কোনো কোনো সময়ত ভীষ্ম-দেৱৰ তীক্ষ্ণ বাণে শ্ৰীকৃষ্ণৰ বক্ষ হানিবলৈ ধৰে। শৰবিদ্ধ ঠাইৰপৰা তেজৰ সোঁত বৈ আছিল। তেজেৰে ৰাঙলী হৈ শ্ৰীকৃষ্ণক ফুলি থকা

পলাশ ফুলৰ দৰে জক্‌মকাই থকা যেন দেখা গৈছিল। মাধৱৰ দিব্য দেহত আঘাত লগা দেখি অৰ্জ্জুনে বিশেষ ক্ষিপ্ৰতাৰে পিতামহৰ ওপৰত নানান তৰহৰ শৰ বৰষিবলৈ ধৰিলে।

দুয়ো বীৰে কাকো কোনেও পৰাস্ত কৰিব নোৱাৰিলে। অৰ্জ্জুন আৰু ভীষ্মদেৱে ভালেমান বেলি অদ্ভুত কৌশল দেখুৱাই যুদ্ধ কৰিবলৈ ধৰিলে। দুয়োৰে ৰথ দুখন ইফালে সিফালে এনে ধৰণে চলিবলৈ ধৰিলে যে দুয়ো পক্ষৰ সৈন্যবিলাকে কেৱল ৰথৰ ধ্বজ দেখিহে কাৰ কোন ৰথ চিনিব পাৰিছিল। ধ্বজ চিহ্নৰ বাহিৰে অৰ্জ্জুন আৰু ভীষ্মৰ ৰথ চিনাক্ত কৰিবলৈ আন উপায় নাছিল। এইদৰে অদ্ভুত ধৰণে যুদ্ধ চলাই ভীষ্ম আৰু অৰ্জ্জুনে কুৰুক্ষেত্ৰৰ যোদ্ধাসকলক আৰু সৰগৰ দেৱতাসকলক তবধ লগাইছিল। আনফালে দ্ৰোণাচাৰ্য্যৰ লগত তেওঁৰ ঘোৰ শত্ৰু ধৃষ্টদ্যুম্নই যুদ্ধ চলাই আছিল।

দ্ৰোণাচাৰ্য্যই অতি ক্ষিপ্ৰতাৰে ধৃষ্টদ্যুম্নৰ গাত আঘাত কৰিবলৈ ধৰিলে। কিন্তু ধৃষ্টদ্যুম্নই অটলভাৱে কঠুৱা হাঁহি মাৰি দ্ৰোণৰ সেই আঘাত ওলোটাই দি তেওঁৰ গাত শৰ বৰষিবলৈ ধৰিলে। দ্ৰোণেও অতি দক্ষতাৰে ধৃষ্টদ্যুম্নৰ আঘাত প্ৰতিৰোধ কৰিবলৈ ধৰিলে। এনেদৰে বহুবাৰ দ্ৰোণই ধৃষ্টদ্যুম্নৰ বাণ, খড়্গ আৰু গদাঘাত তেওঁৰ অস্ত্ৰেৰে প্ৰতিৰোধ কৰিলে। ধৃষ্টদ্যুম্নৰ সাৰথি মৃত্যু মুখত পৰাত তেওঁ ৰথৰপৰা নামি গদা লৈ দ্ৰোণক আক্ৰমণ কৰিবলৈ আগ বাঢ়ি গল। দ্ৰোণৰ শৰৰ কোবত ধৃষ্টদ্যুম্নৰ গদা মুঠিৰ পৰা স্খলিক পৰিল। তেতিয়া দ্ৰুপদ পুত্ৰই খণ্ডত উগ্ৰমূৰ্ত্তি ধৰি সিংহৰ দৰে গোজৰণি মাৰি দ্ৰোণক খড়্গ লৈ আক্ৰমণ কৰিলে। দ্ৰোণেও শৰ হানি দ্ৰুপদ পুত্ৰৰ গতি ৰোধ কৰি পেলালে। ধৃষ্টদ্যুম্নৰ এই অৱস্থা লক্ষ্য কৰি ভীমসেনে লৰি আহি বাণ মাৰি দ্ৰোণৰ গতি ৰোধ কৰি ধৃষ্টদ্যুম্নক ৰক্ষা কৰিলে আৰু তেওঁক নিজৰ ৰথত তুলি ললে।

তাকে দেখি দুৰ্য্যোধনে ভীমক আক্ৰমণ কৰিবলৈ কলিঙ্গসেনাক আদেশ দিলে।

ভীমসেনে পাই কলিঙ্গ সৈন্যবাহিনীক ছত্ৰভঙ্গ কৰি পেলালে। যুদ্ধ ক্ষেত্ৰত প্ৰচাৰ হৈ গল যে যমেহে যেন ভীমৰ ৰূপ ধৰি কলিঙ্গ সেনাবিলাকক এফালৰপৰা দংশি নিছে। দলে দলে কলিঙ্গ সেনা নিহত হোৱা দেখি ভীষ্মদেৱে তেওঁলোকৰ ৰক্ষাৰ কাৰণে আগবাঢ়ি গ'ল। ভীষ্মই ভীমক আক্ৰমণ কৰা দেখা পাই সাত্যকি অভিমন্যু আদি বীৰসকলে ভীষ্মদেৱক আক্ৰমণ কৰিলেগৈ। সাত্যকিৰ শৰাঘাতত ভীষ্মৰ সাৰথিয়ে স্বৰ্গ লাভ কৰিলে। ঘোঁৰাবিলাকে চক্ খাই ৰথসহ তৰানৰা ছিঙি যুদ্ধক্ষেত্ৰ এৰি

পলাই গ'ল। এই দৃশ্য দেখি পাণ্ডৱসকলে বৰ উৎসাহ পালে। তেতিয়া তেওঁলোক গোট খাই একেলগে কুৰুসেনাক ভীষণভাৱে আক্ৰমণ কৰিবলৈ ধৰিলে। সেই দিনৰ যুদ্ধত অৰ্জ্জুনৰ অদমনীয় পৰাক্ৰমত কৌৰৱ বাহিনীৰ ভালেমান ক্ষতি হল। কৌৰৱসকলে নিৰাশ ভাৱে বেলি মাৰ যাবলৈ বাট চাই ৰ'ল।

বেলি মাৰ গলত ভীষ্মই দ্ৰোণক কলে "আজিলৈ যুদ্ধ একেবাৰে বন্ধ কৰাই ভাল। আমাৰ সৈন্যবিলাক ভয় আৰু ভাগৰত অৱশ হৈ পৰিছে।" পাণ্ডৱ পক্ষত ধনঞ্জয় আদি সকলো বীৰে বাদ্যভণ্ড বজাই জয়োল্লাস কৰি নিজৰ ছাউনীলৈ উলটি গ'ল। প্ৰথম দিনৰ যুদ্ধত পাণ্ডৱসকলে যেনেকৈ ভয় খাইছিল দ্বিতীয় দিনৰ যুদ্ধৰ অন্তত কৌৰৱসকলেও সেইদৰে ভয়ত হতাশ হৈ পৰিছিল।

## তৃতীয় দিনৰ যুদ্ধ

তৃতীয় দিনা ৰাতি পুৱাৰ লগে লগে ভীষ্মদেৱে তেওঁৰ সৈন্যবিলাক লৈ গৰুড় ব্যূহ সাজি নিজে সকলোৰে আগত থাকিল। দুৰ্য্যোধনে ব্যূহৰ পিচফালে নিজৰ সৈন্যবাহিনী লৈ ব্যূহ ৰক্ষাৰ ভাৰ ললে। বিশেষ সাৱধানেৰে সকলো ব্যৱস্থা শেষ কৰা হ'ল। সেইদিনা পাণ্ডৱৰ পক্ষে ব্যূহভেদ কৰা অসম্ভৱ বুলি কৌৰৱসকলে ঠিৰাং কৰিলে।

পাণ্ডৱসকলেও তেওঁলোকৰ সেনাবিলাক লৈ দৃঢ়ভাৱে ব্যূহ ৰচনা কৰিলে। ধনঞ্জয় আৰু ধৃষ্টদ্যুম্নই কৌৰৱ পক্ষৰ গৰুড় ব্যূহ আক্ৰমণ কৰিবৰ মনেৰে অৰ্দ্ধচন্দ্ৰাকৃতি ব্যূহ ৰচনা কৰিলে। সোঁফালে ভীমসেনে আৰু বাঁওফালে অৰ্জ্জুনে ব্যূহ ৰক্ষা কৰি থাকিল।

এইদৰে দুয়োপক্ষই ইদলে সিদলক আক্ৰমণ কৰিবলৈ আৰম্ভ কৰিলে। দুয়ো পক্ষৰ সকলো সেনাই যুদ্ধত যোগ দিলে। যুদ্ধক্ষেত্ৰত তেজৰ নৈ ববলৈ ধৰিলে। ৰথ, ঘোঁৰা আৰু হাতীৰ লৰা ধপৰাত গোটেই আকাশ ধূলিময় হৈ গ'ল। ধনঞ্জয়ে ৰুদ্ৰমূৰ্ত্তি ধৰি আক্ৰমণ চলায়ো শত্ৰুৰ ব্যূহ ভেদ কৰিব নোৱাৰিলে।

ইয়াৰ পিচত কুৰুসৈন্যই পাণ্ডৱৰ ব্যূহ ভেদ কৰিবলৈ চেষ্টা কৰিলে।

কৌৰৱসকলে সমস্ত শক্তি প্ৰয়োগ কৰি অৰ্জ্জুনক হেচি ধৰিলে। তীক্ষ্ণধাৰ চক্‌মকাই থকা শৰবিলাক, শেল, গদা, মুদ্‌গৰ আদি নানা ৰকমৰ অস্ত্ৰ-শস্ত্ৰ অৰ্জ্জুনৰ ৰথৰ ওপৰত ধাৰাষাৰে পৰিবলৈ ধৰিলে। শ্ৰীকৃষ্ণৰ অদ্ভুত ৰথ পৰিচালনাৰ সুযোগ লৈ অৰ্জ্জুনে অতি দক্ষতাৰে অস্ত্ৰ নিক্ষেপ কৰি শত্ৰুপক্ষৰ সকলো চেষ্টা বিফল কৰি পেলালে।

আনফালে শকুনি আৰু তেওঁৰ বিৰাট সৈন্যবাহিনীটো সাত্যকি আৰু অভিমন্যুৱে ভীষণভাৱে আক্ৰমণ কৰিবলৈ ধৰিলে। সাত্যকিৰ ৰথ চূৰ্ণ-বিচূৰ্ণ হৈ গ'ল। তেওঁ ততালিকে অভিমন্যুৰ ৰথত উঠিলগৈ। দুয়োবীৰে লগ লাগি শকুনিৰ সৈন্যবাহিনীক আক্ৰমণ কৰি নিৰ্ম্মূল কৰিলে। ভীষ্ম আৰু দ্ৰোণই যুধিষ্ঠিৰৰ সৈন্য বাহিনীৰ ওপৰত প্ৰবল আক্ৰমণ চলালে। নকুল আৰু সহদেৱে ধৰ্ম্মপুত্ৰৰ সহায়ৰ কাৰণে দ্ৰোণৰ সৈন্যদল আক্ৰমণ কৰিলে। ভীম আৰু ঘটোৎকচে দুৰ্য্যোধনক আক্ৰমণ কৰিলে। এই যুদ্ধত ঘটোৎকচে তেওঁৰ পিতাকতকৈও বেছি পৰাক্ৰম দেখুৱাইছিল।

ভীমসেনৰ শৰাঘাতত দুৰ্য্যোধন মুচ্ছা গৈ ৰথৰ ওপৰত বাগৰি পৰিল। দুৰ্য্যোধনৰ তেনে অৱস্থা দেখা পাই সাৰথিয়ে যুদ্ধক্ষেত্ৰৰপৰা ৰথ লৈ পলাই আঁতৰ হৈ গ'ল। দুৰ্য্যোধন মুচ্ছা যোৱা দেখি কুৰুসৈন্যই বেহুভঙ্গ হোৱাৰ আশঙ্কা কৰিলে। সাৰথিয়ে ৰথ লৈ পলোৱা দশ্যটোৱেই ভয়ৰ কাৰণ হ'ল। তেতিয়া কুৰুসেনাবিলাকেই বিতত হৈ ছত্ৰভঙ্গ দিয়াত আপোনা আপুনি বেহু ভাগি গ'ল। পলাতক সেনাবিলাকৰ পিচে পিচে খেদি গৈ ভীমসেনে যাকে য'তে ধৰিব পাৰিলে তাকে ত'তে বধি শেষ কৰিলে।

কৌৰৱ সেনাৰ এনে বিলাই দেখি ভীষ্ম আৰু দ্ৰোণই বহু পুৰুষাৰ্থ কৰি সৈন্যবিলাকক আকৌ সংগঠন কৰিবলৈ ধৰিলে। দুৰ্য্যোধনে সংজ্ঞা পাই যুদ্ধক্ষেত্ৰত উপস্থিত হৈ ছত্ৰভঙ্গ দিয়া সৈন্যবিলাক গোট খুৱাবলৈ ধৰিলে।

তাৰ পিচত তেওঁ ভীষ্মদেৱৰ কাষ চাপি গৈ কলেগৈ "পিতামহ, আপোনাৰ আৰু দ্ৰোণাচাৰ্য্যৰ নেতৃত্বত কৌৰৱ সেনাই আজি ছত্ৰভঙ্গ দি যেনি পাই তেনি পলাই গৈছে। এনে অপমান আজি আপোনালোকে কেনেকৈ সহি আছে? মোৰ বোধেৰে পাণ্ডৱৰ প্ৰতি আপোনালোকৰ স্নেহেই ইয়াৰ মুল কাৰণ। পাণ্ডৱ, ধৃষ্টদ্যুম্ন আৰু সাত্যকিক আপুনি আক্ৰমণ নকৰে বুলি মোক আগতে নজনালে কিয়? আপোনালোকে অতি সহজে তেওঁলোকক আক্ৰমণ কৰিব পাৰে। আপুনি আৰু দ্ৰোণাচাৰ্য্যই যদি একান্তই মোক পৰিত্যাগ কৰিম বুলি পেটে পেটে ভাবিছে সেই কথা মোক

খুলি কৈ দিয়ক।" এইদৰে দুৰ্য্যোধনে পিতামহক তিৰস্কাৰ কৰিবলৈ ধৰিলে।

যুদ্ধত পৰাজয় ঘটিব বুলি আশঙ্কা কৰি আৰু নিজৰ ত্ৰুটীৰ নিমিত্তে পিতামহৰ অসন্তোষৰ কাৰণ ঘটা বুলি অনুমান কৰি দুৰ্য্যোধনে পিতামহক কূটুক্তি কৰি হেঁপাহ গুচালে।

মূৰ্খ দুৰ্য্যোধনৰ কথাবিলাক শুনি ভীষ্মদেৱে হাঁহি মাৰি ক'লে "ৰাজন, মই আগতে সজ উপদেশপূৰ্ণ কথা কৈছিলোঁ—তুমি তালৈ আওকাণ কৰিলা? তুমি পাণ্ডৱসকলক কেতিয়াও জয় কৰিব নোৱাৰিবা। জাজ্জ্বল্যমান সঁচা কথাটো আগতে মই কৈ থৈছোঁ। জানি-শুনিও তুমি যুদ্ধত নামিছা। ইয়াত মোৰ বিন্দুমাত্ৰও দোষ বা ভুল হোৱা নাই। তথাপি মই তোমাৰ কাৰণেই কৰ্ত্তব্য পালন কৰিছোঁ। মই বৃদ্ধ হৈছোঁ। মোৰ শক্তিয়ে আটে মানে যি কৰিছোঁ সকলো অকপট ভাবেই কৰিছোঁ। মোৰ সমস্ত শক্তি তোমাৰ চকুৰ আগতে শত্ৰুৰ ওপৰত প্ৰয়োগ কৰিছোঁ।" এইবুলি ভীষ্মদেৱে পুনৰ যুদ্ধ কৰিবলৈ আৰম্ভ কৰিলে।

দিনৰ আগভাগতে অদ্ভুত ৰণ-কৌশল দেখুৱাই শত্ৰুসেনা ক্ষয়াক্ষৰ কৰি শেষভাগত পাণ্ডৱসকল ভাগৰি গৈছিল। ভীষ্মদেৱে যে ছেগ বুজি ছত্ৰভঙ্গ দিয়া সেনাবিলাক গোটাই লৈ আকৌ হঠাতে আক্ৰমণ চলাব সেই কথা পাণ্ডৱসকলে কল্পনাও কৰা নাছিল। দুৰ্য্যোধনৰ কঠুৱা বাক্য শুনি ভীষ্মদেৱৰ খঙে মূৰ পাইছিলগৈ। সেই খঙতে তেওঁ বিজুলী সঞ্চৰে গৈ শত্ৰুসেনাৰ ওপৰত জপিয়াই পৰিলগৈ। নাভূত-নাশ্ৰুত এখন যুদ্ধ লাগি উঠিল। সকলোৱে ভাবিলে কিবা মায়াৰ বলত অগণন ভীষ্ম আহি ৰণস্থলীত যুদ্ধ দিবলৈ অৱতীৰ্ণ হৈছেহি। ছগা যেনেকৈ দলে দলে জুইত পুৰি মৰে সেইদৰে পালে পালে পাণ্ডৱসেনা ভীষ্মৰ শৰৰ মুখত পৰি মৰিবলৈ ধৰিলে। বাকী পাণ্ডৱ সেনাই থৰকাচুটি হেৰুৱাই যেনি পাই তেনি ফঁৰিঙি ছিটিকা দি যাবলৈ ধৰিলে। পাৰ্থ, শ্ৰীকৃষ্ণ, শিখণ্ডী আদি পাণ্ডৱ বীৰসকলে সেই সৈন্যবিলাক আগচি ৰাখিবলৈ অনেক চেষ্টা কৰিও বিফল হ'ল। তেতিয়া শ্ৰীকৃষ্ণই অৰ্জ্জুনক ক'লে "এতিয়া তোমাৰ পৰীক্ষাৰ সময় ওচৰ চাপিছে। ভীষ্ম, দ্ৰোণ আদি কুৰুবীৰসকলক বধ কৰিবলৈ তুমি প্ৰতিজ্ঞা কৰি থৈছিলা। সেই প্ৰতিজ্ঞা পালনৰ এয়ে সুবৰ্ণ সুযোগ। আমাৰ ফালৰ সৈন্য-বিলাক ভয়ত বিহ্বল হৈ পৰিছে। এতিয়া তুমি ভীষ্মদেৱক আক্ৰমণ কৰা।"

অৰ্জ্জুনে ক'লে "হে কৃষ্ণ, উত্তম কথা তেন্তে, আমাৰ ৰথ ভীষ্মৰ আগলৈ লওক।"

ততালিকে ধনঞ্জয়ৰ ৰথ ভীষ্মৰ ফালে আগবাঢ়ি গল। তাকে দেখি পিতামহে শৰ বৰষিবলৈ ধৰিলে। অৰ্জ্জুনে গাণ্ডীৱত তিনি পাত শৰ যোজনা কৰি পিতামহৰ ধনুখন ভাঙ্গি পেলালে। পিতমহে ততালিকে আন এখন অস্ত্ৰলৈ যুদ্ধ কৰিবলৈ ধৰিলে। পিতামহৰ হাতৰ সেই অস্ত্ৰখনো অৰ্জ্জুনে খণ্ড-খণ্ড কৰি পেলালে। অৰ্জ্জুনৰ বীৰত্ব দেখি ভীষ্মই বৰ আনন্দ লাভ কৰি 'আঁহা বীৰ' বুলি আকৌ এপাত শৰ অৰ্জ্জুনৰ গালৈ টোৱাঁই অব্যৰ্থ কৈ মাৰি পঠিয়ালে। অৰ্জ্জুনে ক্ষিপ্ৰতাৰে সেই শৰ ভেটা দি ৰাখিলে। কিন্তু অৰ্জ্জুনৰ এই ভেটা দিয়া ৰীতি শ্ৰীকৃষ্ণৰ মনঃপূত নহল। পিতামহৰ শৰৰ কোবটো বৰ শক্তিশালী আছিল। পিতামহৰ প্ৰতি অৰ্জ্জুনৰ গভীৰ ভক্তি আৰু শ্ৰদ্ধা থকাত পিতামহৰ শৰৰ বেগটো ভেটাদিবলৈ ইতঃস্ততঃ কৰিছিল। শ্ৰীকৃষ্ণই মনতে ভাবিলে যে পাণ্ডৱ সৈন্যবিলাকে যেনি তেনি বিশৃঙ্খল হৈ পৰিছে যেতিয়া এনে অৱস্থাত অৰ্জ্জুনে ঢিলাই দিয়াটো যুক্তি সঙ্গত নহয়। শ্ৰীকৃষ্ণই অতি কৌশলেৰে ৰথ পৰিচালনা কৰিবলৈ ধৰিলে। শ্ৰীকৃষ্ণ আৰু অৰ্জ্জুন দুয়ো কেইবাটাও আঘাত সহিব লগা হৈছিল। জনাৰ্দ্দনৰ লাহে লাহে খং উঠি আহিছিল।

শ্ৰীকৃষ্ণই মাত লগালে "পাৰ্থ, আৰু সহ্য নহয়, মই স্বহস্তে ভীষ্মক বধ কৰোঁ দিয়া।" এইবুলি কৈয়েই ঘোঁড়াৰ লেগাম এৰি দি চক্ৰধাৰণ কৰি ৰথৰপৰা জপিয়াই পৰি ভীষ্মৰ ফালে খেদা মাৰি গ'ল।

ইয়াকে দেখিও ভীষ্ম বিচলিত নহল। বৰ আনন্দ মনেৰে ভীষ্মই কবলৈ ধৰিলে "হে পদ্মলোচন, মাধৱ, লোকনাথ, দয়াকৰি আগ বাঢ়ি আহক। মই আপোনাক কাকুতি কৰি আহ্বান কৰিছোঁ। মোলৈকে টোঁৱাই আপুনি ৰথৰপৰা নামি আহিছে। আপুনি মোৰ প্ৰাণ সংহাৰ কৰক প্ৰভু। সেইটো ঘটিলেই মোৰ খ্যাতি ত্ৰিলোকত বিয়পি পৰিব। আপোনাৰ হাতত প্ৰাণ এৰিবলৈ পালে মই পৰম পদ লাভ কৰিবলৈ সমৰ্থ হ'ম।"

শ্ৰীকৃষ্ণৰ এই কাৰ্য্য অৰ্জ্জুনে সমৰ্থন কৰিব নোৱাৰি ততালিকে তেওঁ ৰথৰপৰা নামি শ্ৰীকৃষ্ণৰ পিচে পিচে খেদা মাৰি গৈ বৰ কষ্টেৰে শ্ৰীকৃষ্ণৰ হাতত ধৰি ক'লে "বাসুদেৱ, খং নকৰিব। ৰথলৈ উলটি ব'লক। মই এই কাম সমাধা কৰিম, আপুনি ৰথত উঠক গৈ।" অৰ্জ্জুনে এইদৰে কাকুতি কচনেৰে শ্ৰীকৃষ্ণক প্ৰবোধ দিয়াত শ্ৰীকৃষ্ণই উভতি গৈ ৰথ চলাবলৈ ধৰিলে। ইয়াৰ পিচত অৰ্জ্জুনে ক্ষিপ্ৰতাৰে কুৰুসেনা আক্ৰমন কৰি অগণন শত্ৰুসেনা বধ কৰিলে। বেলি মাৰ যোৱাৰ আগে আগে কৌৰৱ সেনা পৰাজিত হৈ ভগ্ন-মনোৰথ হৈ ছাউনীলৈ উলটি গ'ল।

সকলোৱে কৰলৈ ধৰিলে "ঠিক কথা, অৰ্জ্জুনে জয়লাভ কৰাটো ঠিকেই হৈছে ।" সেইদিনা অৰ্জ্জুনৰ যুদ্ধ কৌশল এনে চমৎকাৰ আছিল ।

## চতুৰ্থ দিনৰ যুদ্ধ

(যুদ্ধৰ নীতি-নিয়ম প্ৰতি দিনে একে ধৰণৰে আছিল । যুদ্ধ বুলিলেই হত্যা, আক্ৰমণ, শৰমৰা এইবিলাক চলিয়েই থাকে । সেই একে ধৰণৰ বিবৰণবোৰ পঢ়ি বিশেষ কিবা তৃপ্তি পাব বুলি মনে নধৰে । কিন্তু কথা হ'ল—মহাভাৰতৰ কাহিনী বুলিলে যুদ্ধই মূল ঘটনা । যুদ্ধৰ বৰ্ণনাখিনি বাদ দিলে মহাভাৰতত উল্লেখ কৰা পুৰুষ সকলৰ চৰিত্ৰবিলাক প্ৰকৃত মতে থাৱৰ কৰা কঠিন হৈ পৰে ।)

চতুৰ্থ দিনা ৰাতি পুৱালতে ভীষ্মদেৱে কৌৰৱ সেনাসকলক লৈ ব্যেহ ৰচনা কৰি ললে । তেওঁক দ্ৰোণ আৰু দুৰ্য্যোধনে আগুৰি ল'লে । সেই দৃশ্য দেখি এনেহে লাগিছিল যেন দেৱতা সকলে ইন্দ্ৰকহে বেঢ়ি ধৰি আছে । ব্যেহবদ্ধ সেনাসকলক মহাৰথ, হাতী আদিৰে সজাই পৰাই লোৱাত মেঘাচ্ছন্ন আকাশৰ দ'ৰে দেখা গৈছিল । পিতামহে সেনা সকলক আগ বাঢ়িবলৈ আদেশ কৰিলে । কপিধ্বজ নামৰ ৰথত আৰোহণ কৰি অৰ্জ্জুনে পিতামহৰ কৌশল প্ৰণালী চাই ল'লে । তেৱোঁ যুদ্ধৰ কাৰণে প্ৰস্তুত হ'ল । দুয়োদলৰ যুদ্ধ আৰম্ভ হ'ল ।

অশ্বত্থামা, ভূৰিশ্ৰবা, শল্য, চিত্ৰসেন আৰু শল্যপুত্ৰ এই পঞ্চৰথীয়ে অৰ্জ্জুন পুত্ৰ অভিমন্যুক আক্ৰমণ কৰিলেগৈ । এটা সিংহই যেনেকৈ বহুতো হাতীক অকলৈ আক্ৰমণ কৰে সেইদৰে অভিমন্যুৱেও পাচোঁজন বীৰৰ আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ ধৰিলে । যুদ্ধৰ গতি এখোপ চৰি উঠিল । ভালেমান বীৰে পুতেকক আক্ৰমণ কৰা দেখি অৰ্জ্জুনে খণ্ডত সিংহনাদ কৰি সেই বীৰসকলক আক্ৰমণ কৰিলেগৈ । ধৃষ্টদ্যুম্নই এটা বিৰাট সেনা বাহিনী লৈ সেই যুদ্ধত যোগদান কৰিলে ।

যুদ্ধত শল্যৰ পুতেকৰ প্ৰাণ যোৱাত শল্যই ধৃষ্টদ্যুম্নক কোবেৰে আক্ৰমণ কৰিবলৈ ধৰিলে । শল্যৰ এপাট বাণতে ধৃষ্টদ্যুম্নৰ ধনু খণ্ড বিখণ্ড হৈ গ'ল । তাকে দেখি অভিমন্যুৱে শল্যৰ ওপৰত তীক্ষ্ণ বাণ

বৰষিবলৈ ধৰিলে। অভিমন্যুৰ খণ্ডৰ মূৰ্ত্তি দেখি দুৰ্য্যোধনে নিজৰ সেনা বাহিনী লৈ গৈ শল্যক বেঢ়ি ধৰি ৰক্ষা কৰিলেগৈ। সেই মুহূৰ্ত্ততে ভীমসেনো তাত উপস্থিত হলহি।

ভীমসেনে প্ৰচণ্ড বেগে গদা যুদ্ধ আৰম্ভ কৰিলে। সেই দৃশ্য দেখি দুৰ্য্যোধনৰ ভায়েক কেইজন কঁপি উঠিল। কিন্তু দুৰ্য্যোধনে খণ্ডত ৰুদ্ৰ মূৰ্ত্তি ধৰি ভীমক আক্ৰমণ কৰিলে। হাতীৰ পিঠিত উঠি অহা এদল সেনা ভীমসেনৰ ফালে টৌৰাই আহিল। তেতিয়া ভীমসেনে এডাল লোহ গদা লৈ ৰথৰপৰা নামি হাতীবিলাকক আক্ৰমণ কৰিবলৈ ধৰিলে। ভীমৰ আক্ৰমণৰ প্ৰতাপত হাতীবোৰ উত্ৰাৱল হৈ পৰিল। সিহঁতে উৱাদিহ্ নাপাই ইটোৱে সিটোক আক্ৰমণ কৰিবলৈ ধৰিলে। হস্তী বাহিনীবো এনে পৰিণাম ঘটা কথা আগৰ কালতো দেখা গৈছিল। পাণ্ডৱসকলে সেই সুযোগতে মদমত্ত হাতীবিলাকৰ ওপৰত শৰ বৰিষণ কৰি আৰু মতলীয়া কৰি তুলিলে।

ভীমসেনে সেই হাতীবিলাকৰ মাজলৈ সোমাই গৈ গদাৰে কোবাই হাতীবোৰ এফালৰপৰা বধি যাবলৈ ধৰিলে। ইন্দ্ৰই যেনেকৈ পৰ্ব্বত বিলাকৰ শক্তি হীন কৰি পেলাইছিল ভীমেও সেইদৰে হাতীবিলাকৰ শক্তি মথিমূৰ কৰি পেলাইছিল। হাতীৰ মৰাশৰে দ'ম বান্ধি ৰণস্থলী পৰ্ব্বতাকাৰ হ'ল। যি দুই চাৰিটা জীয়াই ৰ'ল সেই কেইটা যেনি তেনি পলাবলৈ ধৰাত সিহঁতৰ গচকত পৰি ভালেমান কুৰু সৈন্যই প্ৰাণ হেৰুৱালে। তেতিয়া দুৰ্য্যোধনে নিৰুপায় হৈ বাকী আটাইবিলাক কুৰুসৈন্যক ভীমসেনৰ বিৰুদ্ধে যুদ্ধ দিবলৈ আদেশ কৰিলে। ভীমসেন কিন্তু মেৰুপৰ্ব্বতৰ দৰে অটল হৈ ৰ'ল।

পাণ্ডৱ বীৰ-সকলেও ভীমসেনৰ সহায়ৰ অৰ্থে আগবাঢ়ি গল। দুৰ্য্যোধনৰ চোকা চোকা শৰবিলাকে ভীমৰ বুকু ভেদ কৰিবলৈ ধৰিলে। ভীমসেনে আকৌ ৰথত উঠি সাৰথিক কলে "বিশোক, এই যুদ্ধ ক্ষেত্ৰত ধৃতৰাষ্ট্ৰৰ পুত্ৰহঁত আহি মোৰ সন্মুখীন হোৱাত মই বৰ ৰং পাইছোঁ। হেপাহৰ বস্তু লাভ কৰাৰ দ'ৰে এওঁলোকক আজি মই হাতৰ মুঠিত পাইছোঁ। তুমি কেৱল কৌশলেৰে ৰথ চালনা কৰা মই আজি এওঁলোকক একে একে যমৰ ঘৰলৈ পঠাই দিওঁ।" এইবুলি ভীমে দুৰ্য্যোধনৰ ওপৰত অসংখ্য শৰ বৰষিবলৈ ধৰিলে। কবচ নথকা হেতেন সেইদিনাই দুৰ্য্যোধনৰ জীৱন শেষ হলহেতেন। সেই দিনাৰ যুদ্ধত ভীমসেনে দুৰ্য্যোধনৰ সাতোটাকৈ ভায়েকক হত্যা কৰি অন্ত কৰিলে। দুৰ্য্যো-

ধনেও নানান অস্ত্ৰ ভীমৰ গালৈ মাৰিবলৈ ধৰিলে। দুৰ্য্যোধনৰ শৰৰ আঘাতত ভীমৰ ধনুখন দুটুকুৰা হৈ গ'ল। ভীমসেনে ততালিকে আন এখন ধনু লৈ দুৰ্য্যোধনক ভেটা দিলে। দুৰ্য্যোধনে তেতিয়া এপাত তীক্ষ্ন শৰ অব্যৰ্থ সন্ধান কৰি ভীমলৈ মাৰি পঠিয়ালে। সেই শৰাঘাতত ভীমসেন মূৰ্চ্ছা গ'ল।

সেই মুহূৰ্ত্ততে বাকী পাণ্ডৱসকল আৰু অভিমন্যুৱে দুৰ্য্যোধনক ঘেৰি লৈ আক্ৰমণ কৰিলে। পিতৃৰ দুৰাৱস্থা দেখা পাই ঘটোৎকচেও খঙত বলিয়া হৈ ঘোৰ যুদ্ধ চলালে। ঘটোৎকচৰ এই প্ৰচণ্ড আক্ৰমণ কুৰুসেনাই সহিব নোৱাৰিলে।

ভীষ্মই ক'লে "এই ৰাক্ষসৰ লগত যুদ্ধ কৰিবলৈ মই অক্ষম। আমাৰ সৈন্যবিলাকো ভাগৰি পৰিছে। বেলিও মাৰ যাঁও যাঁও হৈছে। ৰাতি হলেই ৰাক্ষসৰ বিক্ৰম বাঢ়ি যায়। অহা কালিলৈ ইয়াক বধিবলৈ চেষ্টা কৰিব লাগিব।" দ্ৰোণৰ ফালে চাই এই কথা কৈ ভীষ্মদেৱে কৌৰৱ সেনাক ছাউনীলৈ উলটি যাবলৈ আদেশ কৰিলে। দুৰ্য্যোধনে সেইদিনাৰ যুদ্ধত কেবাজনো ভ্ৰাতৃ হেৰুৱাই বৰ শোকমনেৰে ছাউনীলৈ উভতি গৈ কাতৰ হৈ পৰিছিল।

সঞ্জয়ৰ মুখত যুদ্ধৰ বিবৰণ শুনি ধৃতৰাষ্ট্ৰই কলে "বাছা সঞ্জয়, মোৰ পুত্ৰ কেইজন আৰু আমাৰ পক্ষৰ বীৰবিলাক যুদ্ধত নিহত হৈ থকা সং-বাদকে তুমি মোক নিতৌ দি আছা। সেইবোৰ শুনি শুনি মই বৰ বেজাৰ পাইছোঁ। কি উপায়েনো বাৰু দুৰ্য্যোধনে যুদ্ধত জয়লাভ কৰিব ? মোৰ বৰ শঙ্কা লাগি আছে। মোৰ বিশ্বাস জন্মিছে যে পুৰুষৰ প্ৰচেষ্টাতকৈ বিধিৰ বিধান বেছি বলবান।"

সেই কথা শুনি সঞ্জয়ে ক'লে "আপোনাৰপৰাই এই অনৰ্থ ঘটিবলৈ পালে। এতিয়া বেজাৰ কৰি লাভ নাই। মই ভাল খবৰ কেনেকৈ নিজে সাজি কম ? মনৰ চঞ্চলতা দূৰ কৰি স্থিৰ চিত্তে সত্য ঘটনাবিলাক শুনি যাওক।"

"এৰা, বিদুৰৰ কথাবিলাক সঁচা হবগৈ যেন মনে ধৰিছে।" —এই বুলি কৈ ধৃতৰাষ্ট্ৰ অতিশয় শোকাকুল হৈ পৰিল।

# পঞ্চম দিনৰ যুদ্ধ

ধৃতৰাষ্ট্ৰই সঞ্জয়ক ক'লে "সঞ্জয় মই যেন সাগৰত ডুবা নাৱৰ যাত্ৰী ধুমুহা সঙ্কুল সাগৰত সাঁতুৰি পাৰ হবলৈ চেষ্টা কৰিছোঁ। কিন্তু বুজিছোঁ মই এই শোক সাগৰত ডুব যাব লাগিব।"

যুদ্ধ ক্ষেত্ৰৰ বীভৎস কাণ্ডবিলাক সঞ্জয়ে বৰ্ণনা কৰোতে শুনি থাকি মাজে মাজে বৃদ্ধ আৰু অন্ধ ধৃতৰাষ্ট্ৰই শোকে-বেজাৰে অভিভূত হৈ পৰিছিল।

ধৃতৰাষ্ট্ৰই ক্ৰন্দনমুৰাহে ক'লে "মোৰ পুত্ৰহঁতক ভীমসেনে বধ কৰিব বুলি আশঙ্কা হৈছে। তেওঁলোকক ৰক্ষা কৰিবপৰা বীৰ আমাৰ পক্ষত নাই যেনেই অনুমান কৰিছোঁ। যুদ্ধত আমাৰ সৈন্যবোৰ পলাই যোৱা দেখি ভীষ্ম, দ্ৰোণ, কৃপ আৰু অশ্বত্থামাই হাত সাবটি আছেনে কি? মোৰ পুত্ৰ দুৰ্য্যোধনৰ হিতৰ কাৰণে তেওঁলোকে কি ব্যৱস্থা কৰিছে? হাঁয়, মোৰ পুত্ৰহঁত জীৱিত থাকিবনে চাগৈ?"

সঞ্জয়ে মাত লগালে "মহাৰাজ স্থিৰ হওক। পাণ্ডৱসকলৰ সকলো কৰ্ম্ম ধৰ্ম্মৰ ওপৰত প্ৰতিষ্ঠিত। সেই কাৰণেই তেওঁলোক জয়যুক্ত হৈ আছে। আপোনাৰ পুত্ৰসকল বীৰ হলেও তেওঁলোকৰ সঙ্কল্প অতি হীন। সেই গতিকে তেওঁলোক শক্তিহীন হৈ পৰিছে। পাণ্ডৱসকলৰ ওপৰত তেওঁলোকে নানান অত্যাচাৰ কৰি আহিছে। তেওঁলোকে এতিয়া সেই দুষ্কৰ্ম্মৰ ফল ভোগ কৰিব লাগিব। পাণ্ডৱৰ শক্তিত কোনো মায়াজাল নাই। ক্ষত্ৰিয়ৰ ৰীতি মানি তেওঁলোকে যুদ্ধ চলাইছে। শক্তি আৰু ন্যায় পথ অনুসৰণ কৰি তেওঁলোক শক্তিমান হৈছে। মিত্ৰসকলৰ পৰামৰ্শ লৈ আপুনি আওকাণ কৰিছিল। বিদুৰ, ভীষ্ম, দ্ৰোণ আৰুময়ো এই অন্যায় যুদ্ধৰপৰা বিৰত থাকিবলৈ অনুৰোধ কৰা সত্বেও আপুনি তালৈ আওকাণ কৰিলে। "তিতা ঔষধ নাখাওঁ" বুলি কৈ মূৰ্খ যেনেকৈ যন্ত্ৰণা ভোগ কৰে সেইদৰে আপুনিও আমাৰ হিত বচনবিলাক অহিত বুলি ভাবি নিজৰ সন্তানৰ কথাকে সমৰ্থন কৰি বংশ নাশৰ পথ পৰিষ্কাৰ কৰি শোকাকুল হৈ পৰিছে। এতিয়া আপুনি দুখৰ সাগৰত নিমগ্ন। যুদ্ধৰ চতুৰ্থ দিনা ৰাতি দুৰ্য্যোধনে ভীষ্মক আপোনাৰ নিচিনাকৈয়ে কথা সুধিছিল। সেই বৃত্তান্ত শুনক।" এইবুলি সঞ্জয়ে দুৰ্য্যোধনৰ প্ৰশ্নবোৰৰ কথা কবলৈ ধৰিলে।

যুদ্ধৰ চতুৰ্থ দিনা ৰাতি দুৰ্য্যোধনে পিতামহৰ কাষ চাপি সসম্ভ্ৰমে ক'লে "আপুনি, দ্ৰোণ, কৃপ অশ্বত্থামা, কৃতবৰ্ম্মা, সুদক্ষিণ, ভূৰিশ্ৰবা, বিকৰ্ণ আৰু ভগদত্তই মৃত্যুভয় কি বস্তু তাক নাজানে। এয়ে সকলোৰে ধাৰণা। আপোনালোকৰ বল বিক্ৰমৰ অন্ত নাই। পাণ্ডৱ পক্ষৰ সকলো-বীৰ গোট খালেও আপোনালোকৰ এজনকো পৰাস্ত কৰিব নোৱাৰে। এনে স্থলতো কুন্তীপুত্ৰ সকলে প্ৰতিদিনে আমাক ভীষণ ভাৱে আঘাত কৰি আমাৰ পক্ষৰ বহুতো বীৰৰ প্ৰাণ নাশ কৰিছে। ইয়াৰ মূল কাৰণটো কি ?"

উত্তৰত পিতামহে ক'লে "ৰাজন, মোৰ কথা শুনা। মই বহুবাৰ তোমাক হিত কথা কৈ আহিছোঁ। বুঢ়াসকলৰ কথালৈ তুমি কাণকে দিয়া নাই। পাণ্ডৱসকলৰ লগত সন্ধি কৰা উচিত হ'ব। এনে কৰিলে তোমাৰো কল্যাণ হব আৰু জগতৰো কল্যাণ হ'ব। তোমালোকে পাণ্ডৱ-সকলোৰে সৈতে লগ লাগি এই ৰাজ্য ভোগ কৰি থাকিব পাৰা—এই কথাকে বাৰেপতি কৈ আছোঁ। তুমি কিন্তু সেই কথা গ্ৰাহ্য কৰা নাই। পাণ্ডৱক তুমি বেয়া ভাৱে উলাই কৰিছা। এতিয়া তাৰেই কৰ্ম্মফল ভোগ কৰিছা। শ্ৰীকৃষ্ণৰ আশ্ৰিত পাণ্ডৱসকলে জয়ী হোৱা সুনিশ্চিত—তাত লেশমানো সন্দেহ নাই। এতিয়াও শান্তিস্থাপন কৰিব পাৰা। নৰ-নাৰায়ণ স্বৰূপ শ্ৰীকৃষ্ণাৰ্জ্জুনক অৱমাননা কৰিলে অচিৰে তোমাৰ নাশ হ'ব।"

দুৰ্য্যোধনে একো নামাতি বিদায় লৈ গোঁ গোঁকৈ ছাউনীলৈ উলটি বিশ্ৰাম লবলৈ চেষ্টা কৰিলে। কিন্তু দুশ্চিন্তাত সেই ৰাতি তেওঁৰ চকু জিপকে নাখালে।

পঞ্চম দিনা ৰাতি পুৱাওঁতেই দুয়ো পক্ষ সৈন্যসামন্ত সহিতে যুদ্ধক্ষেত্ৰত উপস্থিত হ'ল। ভীষ্মদেৱে কুৰুসৈন্যসকলক গোটাই লৈ কটকটীয়াকৈ বেহ এখন ৰচনা কৰিলে। পাণ্ডৱসৈন্যসকললৈ যুধিষ্ঠিৰেও তদনুৰূপ দৃঢ় বেহ সজ্জিত কৰি প্ৰস্তুত হ'ল। যথাৰীতি সেনাবাহিনীৰ আগ ভাগত ভীমসেন থাকিল। শিখণ্ডী, ধৃষ্টদ্যুম্ন আৰু সাত্যকিয়ে ভীমসেনক সহায় কৰিবলৈ আগবাঢ়ি গ'ল। আন বীৰসকলে তেওঁলোকৰ পিচফাল ৰক্ষা কৰি থাকিল। যুধিষ্ঠিৰ নকুল আৰু সহদেৱ সকলোৰে পিচত ৰ'ল।

ভীষ্মদেৱৰ ধনুৰপৰা শৰ বৰিষণ হবলৈ ধৰিলে। ভীষ্মৰ আক্ৰমণৰ কোবত পাণ্ডৱসকল বিচলিত হৈ পৰিল। সৈন্যসকল ত্ৰস্তমান হোৱা দেখি অৰ্জ্জুনে ভীষ্মদেৱক আক্ৰমণ কৰিবলৈ ধৰিলে।

দুৰ্যোধনে দ্ৰোণাচাৰ্য্যৰ ওচৰলৈ গৈ কটূক্তি বচনেৰে তেওঁৰ খং তুলি লোৱাত দ্ৰোণই কলে "মূৰ্খ তুমি, পাণ্ডৱসকলৰ পৰাক্ৰমৰ কথা নাজানা বুলিয়েই তুমি এনে মাত মাতিছা। মই কিন্তু অলপো কপটতা কৰা নাই।" এই বুলি দ্ৰোণই পাণ্ডৱ সৈন্যক প্ৰৱলভাৱে আক্ৰমণ কৰিবলৈ ধৰিলে। সাত্যকি আৰু দ্ৰোণৰ মাজত ভীষণ যুদ্ধ লাগি উঠিল। দ্ৰোণৰ আক্ৰমণ সাত্যকিয়ে সহ্য কৰিবলৈ টান পালে। তাকে দেখি ভীমে দ্ৰোণক আক্ৰমণ কৰিলেগৈ।

এইবাৰ যুদ্ধৰ গতি ভীষণ হৈ উঠিল। সেই মুহূৰ্ত্তত শিখণ্ডীয়েও ভীষ্ম আৰু দ্ৰোণৰ ওপৰত শৰ বৰিষণ কৰিবলৈ ধৰিলে। শিখণ্ডীক দেখা পোৱা মাত্ৰে ভীষ্মই সেই ঠাই পৰিত্যাগ কৰি গুচি গ'ল। শিখণ্ডী বহুদিন তিৰুতা হৈ আছিল। ক্ষত্ৰিয় নিয়ম অনুযায়ী তিৰুতাৰ ওপৰত অস্ত্ৰ প্ৰয়োগ কৰা অবিধি বুলি ভীষ্মদেৱে শিখণ্ডীৰ ওপৰত অস্ত্ৰ প্ৰয়োগ নকৰিলে। অন্তত এই নীতিৰ কাৰণেই বিধিৰ বিধানত ভীষ্মৰ মৃত্যু ঘটিবলৈ পালে।

ভীষ্মদেৱে ক্ষান্ত দি আঁতৰ হোৱাত দ্ৰোণে শিখণ্ডীক প্ৰৱলভাৱে আক্ৰমণ কৰিলে। মহাৰথী শিখণ্ডীয়ে দ্ৰোণাচাৰ্য্যৰ প্ৰৱল আক্ৰমণ সহিব নোৱাৰিলে। তেওঁ পিছুৱাই গ'ল।

দিনৰ আগছোৱাত ঘোৰ সঙ্কুল যুদ্ধ চলিল। দুয়োপক্ষৰ ভালেমান সৈন্য ৰণত পৰিল। দিনৰ শেষছোৱাত সাত্যকিক আক্ৰমণ কৰিবলৈ দুৰ্য্যোধনে এটা ডাঙৰ সৈন্যবাহিনী পঠাই দিলে। কিন্তু সাত্যকিয়ে সেই সৈন্যবাহিনীটো ছিন্নভিন্ন কৰি তাৰ মাজৰপৰা ভূৰিশ্ৰৱাক উলিয়াই লৈ তেওঁক আক্ৰমণ কৰিবলৈ ধৰিলে। ভূৰিশ্ৰৱা এজন প্ৰবল পৰাক্ৰমী বীৰ। সাত্যকিৰ সৈন্যবিলাকে ভূৰিশ্ৰৱাৰ আক্ৰমণ সহিবলৈ টান পাই ৰণভঙ্গ দিবলৈ ধৰিলে। সাত্যকিয়ে অকলৈ বীৰ বিক্ৰমেৰে যুদ্ধ দিবলৈ ধৰিলে। লগে লগে সাত্যকিৰ দহোটা পুত্ৰয়ো ভূৰিশ্ৰৱাক আক্ৰমণ কৰিলে।

ভূৰিশ্ৰৱাই সেই দহোটা লৰাক অকলৈ ভেটা দিলে। দহোজন বীৰ-পুত্ৰই তেওঁক বেঢ়ি লৈ তেওঁৰ ওপৰত শৰ বৰষিবলৈ ধৰিলে। ভূৰিশ্ৰৱাই বিপুল বিক্ৰমেৰে সেই আক্ৰমণ ব্যৰ্থ কৰি দহোজন বীৰকে বধ কৰিলে। দহোটিকৈ পুত্ৰ বজ্ৰপাত পৰা গছৰ দৰে মাটিত বাগৰি পৰাত শোক আৰু খঙত ৰুদ্ৰমূৰ্ত্তি ধৰি সাত্যকি বিজুলী সঞ্চাৰে গৈ ভূৰিশ্ৰৱাক আক্ৰমণ কৰিলে। দুয়োৰে ৰথ ভাগি চূৰ্ণাকৃত হ'ল। তেতিয়া দুয়ো খড়্গ যুদ্ধ আৰম্ভ কৰিলে। ভীমসেনে দেখা পায়েই ততালিকে গৈ সাত্যকিক নিজৰ ৰথত তুলিলেগৈ আৰু সেই ঠাই এৰি গুচি গ'ল। খড়্গ যুদ্ধত ভূৰিশ্ৰৱাক ৰলে পৰা অসম্ভৱ বুলি ভীমে জানিছিল। সেই কাৰণে ভীমে এনে কৰিছিল।

বেলি পৰি অহাৰ লগে লগে অৰ্জ্জুনে অগণন কুৰুসৈন্য বধ কৰিলে। পাৰ্থক বধিবৰ কাৰণে দুৰ্য্যোধনে অসংখ্য বীৰ সৈন্য পঠাইছিল। সেই সকলোবোৰ আহি জ্বলা জুইত ছগা পৰাদি অৰ্জ্জুনৰ শৰত পৰি মৰিবলৈ ধৰিলে। পাণ্ডৱপক্ষৰ ৰজা সকলে পাৰ্থক বেৰি লৈ জয়ডঙ্কা বজাবলৈ ধৰিলে। লগে লগে বেলিও মাৰ গ'ল। ভীষ্মদেৱৰ আদেশত ভাগৰি পৰা কুৰুসৈন্যবিলাকে হাতী ঘোঁৰা লৈ যুদ্ধক্ষেত্ৰ পৰিত্যাগ কৰি নিজৰ শিবিৰলৈ বিদায় ললে।

## ষষ্ঠ দিনৰ যুদ্ধ

যুধিষ্ঠিৰৰ আদেশমতে ধৃষ্টদ্যুম্নই পাণ্ডৱ সেনাসকলৰে মকৰ বেহু প্ৰণয়ন কৰি ললে। কুৰুসৈন্যই সেই দিনা ক্ৰৌঞ্চবেহু ৰচনা কৰিছিল।

সেই কালত পশুপক্ষীৰ নামানুযায়ী বেহু ৰচনা কৰা হৈছিল। যোগ সাধনৰ কাৰণে হিন্দুশাস্ত্ৰত যিবিলাক আসনৰ কথা উল্লেখ কৰা আছে তাৰ ভিতৰতো কোনো কোনো আসন পশুপক্ষীৰ নামৰ অনুকৰণ কৰা হৈছিল। সৈন্য কেনেভাৱে সজোৱা উচিত, সৈন্যসকলে কি ধৰণে গৈ প্ৰতিপক্ষক আক্ৰমণ কৰিবগৈ, কোন কোন ভাগত কোন কোন সেনাপতি কোন ঠাইত থাকি নিজৰ নিজৰ সৈন্য চলনা কৰিব, কি ভাৱে শত্ৰুপক্ষক আক্ৰমণ কৰি শত্ৰুনাশ কৰিব লাগিব তাৰ বাবে কৰি লোৱা ব্যৱস্থাটোকে 'বেহু' বুলি কয়। আঁতৰৰ পৰা বেহু এটা দেখিলে পশুপক্ষীৰ আকাৰ যেন মনে ধৰে। সেই আকাৰ চাই বেহুৰ মৎস্য, গড়ুৰ আদি নাম ৰখা হয়। সেই দিনত যুদ্ধত নানা প্ৰকাৰ বেহুৰ ব্যৱহাৰ আছিল।

প্ৰতিদিন ভাৰত যুদ্ধত সেই দিনটোৰ কাৰণে যুদ্ধ কাৰ্য্যৰ লক্ষ্য মনত ৰাখি দুয়োপক্ষই যুদ্ধ আৰম্ভ কৰে। সেই লক্ষ্যমতে বেহু আদি সকলো কথা সেনাপতিৰ নিৰ্দ্দেশমতে ৰচনা কৰা হয়। কোনটো ৰীতি মানি যুদ্ধ কৰিলে উদ্দেশ্য সিদ্ধিৰ সম্ভাৱনা আছে সেই কথা বিশেষভাৱে চিন্তা কৰি সেনাপতিয়ে সেই ধৰণৰ উপযুক্ত বেহু ৰচনা কৰি লৈছিল।)

ষষ্ঠ দিনৰ যুদ্ধত ৰাতিপুৱা ভাগতে ভালেমান সৈন্য হানি হ'ল।

দ্ৰোণৰ সাৰথিৰ প্ৰাণ গ'ল। দ্ৰোণই নিজে ৰথ চলাই তুলাৰ মাজত জুই সোমোৱাদি পাণ্ডৱ সেনাৰ মাজত সোমাই পাণ্ডৱসেনা দংশিবলৈ ধৰিলে।

খন্তেকৰ ভিতৰত দুই পক্ষৰ বেহু ছেদেলিভেদেলি হৈ পৰিল। দুয়োপক্ষই বেহু ৰাখিব নোৱাৰাত স্বাভাৱিকতে সঙ্কুল যুদ্ধ কৰিবলৈ লাগি গ'ল। ধাৰাষাৰে তেজৰ নৈ বৈ গ'ল। গোটেই যুদ্ধস্থলী, মৰা সৈন্য, মৰা হাতী, ঘোঁৰা, ভগাছিগা ৰথ আৰু খণ্ড-বিখণ্ড হোৱা অস্ত্র-শস্ত্রৰে পৰ্ব্বতাকাৰ হ'ল।

তেনে অৱস্থাতে ভীমসেনে শত্রুসেনাৰ মাজত সোমাই লৈ দুৰ্য্যোধনৰ ভ্ৰাতৃসকলক বিচাৰি ফুৰিলে। তেওঁলোকেও সৰহপৰ বিচাৰ কৰিব নলগাকৈ ততালিকে ভীমসেনক আগুৰি ধৰিলে। দুঃশাসন, দুৰ্ব্বিসহ, দুৰ্ম্মদ, জয়, জয়ৎসেন, বিকৰ্ণ, চিত্রসেন, সুদৰ্শন, চাৰুচিত্র, সুবৰ্ম্ম, দুষ্কৰ্ণকে আদি কৰি সকলো বীৰে আহি ভীমসেনক বেঢ়ি ধৰি একেলগে আক্রমণ চলালে। দুৰ্য্যোধনৰ ভায়েক কেইজনে ভাবিছিল যে সেইদিনা ভীমসেনক জীৱন্ত বন্দী কৰিব পাৰিব। যুদ্ধৰ প্ৰকোপ চৰি উঠিল। এই যুদ্ধ তাহানি দেৱা-সুৰৰ যুদ্ধৰ দৰেই ভীষণ যেন অনুমান হৈছিল। ভীমসেনে শেষত অধীৰ হৈ গদা হাতে ৰথৰপৰা জপিয়াই পৰি সাৰথি বিশোকক ক'লে "বিশোক, তুমি খন্তেক ইয়াতে বৈ থাকা, মই অকলৈ ধৃতৰাষ্ট্ৰৰ লৰা কেইটাক যমপুৰীলৈ পঠাই আহোঁ।" এই বুলি কৈয়েই ভীমে এফালৰপৰা গদাৰে শত্রুপক্ষৰ ৰথ, ঘোঁৰা, হাতী সৈন্য আদি দলি দংশি গৈ ধৃতৰাষ্ট্ৰৰ পুত্রসকলৰ সন্মুখীন হ'লগৈ।

ভীমসেন ৰথসহ শত্রুৰ মাজত অদৃশ্য হৈ পৰা দেখি ধৃষ্টদ্যুম্নই বিজুলী-সঞ্চাৰে ভীমক সহায় কৰিবলৈ আহিল। কিন্তু ভীমক ৰথত নেদেখি চকুলো টুকি ব্যাকুলভাৱে সাৰথিক সুধিলে, "বিশোক প্ৰাণধিক ভীমসেন ক'ত?" তেওঁ ভাবিছিল ৰথৰ ওপৰত নাই যেতিয়া ভীমসেন যুদ্ধত পৰিল।

সাৰথিয়ে তলমূৰ কৰি ক'লে "মোক ইয়াতে অপেক্ষা কৰিবলৈ কৈ ৰথৰপৰা নামি গদা হাতে আগবাঢ়ি গৈছে। ৰথাৰোহণ কৰি যুদ্ধৰত ধৃতৰাষ্ট্ৰৰ পুত্রসকল আৰু তেওঁলোকৰ সেনাৰ মাজত সোমাই তেওঁ অদৃশ্য হৈ পৰিছে।" এই সংবাদ পাই ভীমসেনৰ আসন্ন বিপদৰ কথা চিন্তা কৰি ধৃষ্টদ্যুম্ন ততালিকে শত্রুৰ মাজত সোমাল। ভীমৰ গদাঘাতত ধৰাশায়ী হোৱা হাতী ঘোঁৰাবিলাকৰ পম খেদি ভীমক বিচাৰি গ'ল।

ধৃষ্টদ্যুম্নই গৈ গৈ ভীমসেনক শত্রু মাজত দেখা পালে। ৰথাৰোহণ কৰি যুদ্ধ কৰা শত্রুৰ মাজত ৰক্তাক্ত দেহেৰে খণ্ডত ৰুদ্ৰমূৰ্ত্তি ধৰি গদাহাতে ভীমে যুদ্ধ কৰি আছে। চকুৰ পচাৰতে ধৃষ্টদ্যুম্ন গৈ তেওঁক নিজৰ ৰথত তুলি লৈ তেওঁৰ গাৰপৰা শৰবিলাক টানি উলিয়াই পেলালে।

দুৰ্য্যোধনৰ আদেশত কুৰুবীৰসকলে সমবেত হৈ দ্রুপদপুত্র আৰু ভীম-সেনক প্ৰবলভাৱে আক্রমণ কৰিবলৈ ধৰিলে। দুৰ্য্যোধনে আদেশ কৰিলে

চোৱা, শক্ৰহঁত যুদ্ধত অপ্ৰস্তুত হৈ পৰিছে। এই ছেগতে তেওঁলোকক তুৰন্তে বধ কৰা।" দুৰ্য্যোধনৰ সেই আদেশ পাই কুৰুবীৰসকলে অপ্ৰস্তুত ধৃষ্টদ্যুম্ন আৰু ভীমসেনক আক্ৰমণ কৰিলে।

তেতিয়া ধৃষ্টদ্যুম্নই দ্ৰোণাচাৰ্য্যৰপৰা লাভ কৰা এটা অদ্ভুত অস্ত্ৰবিদ্যাৰ বলত শক্ৰসেনাবিলাকক অচেতন কৰি পেলালে। দুৰ্য্যোধনে এনে দৃশ্য দেখি তাত উপস্থিত হৈ মোহনাশক অস্ত্ৰৰ সহায়ত কুৰুসৈন্যবিলাকৰ চেতন আনি পুনৰ যুদ্ধ দিবলৈ আদেশ কৰিলে।

ইতিমধ্যে যুধিষ্ঠিৰে অভিমন্যুক বাৰজন বীৰ সহ ভীমসেন আৰু ধৃষ্টদ্যুম্নৰ সহায়ৰ কাৰণে পঠাই দিলে। সুভদ্ৰাৰ বীৰপুত্ৰ সসৈন্যে গৈ উপস্থিত হোৱাত ধৃষ্টদ্যুম্নই দুগুণ উৎসাহেৰে যুদ্ধ কৰিবলৈ ধৰিলে। ভীমসেনেও ছেগ বুজি পানী এটোপা খাই লৈ কেকয় ৰজাৰ ৰথত উঠি যুদ্ধ কৰিবলৈ ধৰিলে। কিন্তু সেইদিনা দ্ৰোণাচাৰ্য্যৰ পৰাক্ৰম অতি উগ্ৰ হৈছিল। তেওঁ ধৃষ্টদ্যুম্নৰ সাৰথি আৰু ঘোঁৰা বধ কৰি ৰথখন চূৰ্ণাকৃত কৰিলে। তেতিয়া দ্ৰুপদপুত্ৰই অভিমন্যুৰ ৰথত উঠি যুদ্ধ কৰিবলৈ ধৰিলে। পাণ্ডৱ সেনা ত্ৰস্তমান হ'ল। কৌৰৱবীৰসকলে দ্ৰোণক প্ৰশংসা কৰিবলৈ ধৰিলে।

তাৰ পিচত ভীষণ সঙ্কুল যুদ্ধ আৰম্ভ হ'ল। হাজাৰ হাজাৰ বীৰ সৈন্যৰ পতন হ'ল। দুৰ্য্যোধন আহি ভীমৰ আগত থিয় হ'লহি। দুয়োৰে পূৰ্ব্বৰ হিংসা ভাব জাগি উঠিল। পোনতে বাক্যযুদ্ধ আৰম্ভ কৰি পিচত অস্ত্ৰযুদ্ধ আৰম্ভ কৰিলে। ৰথাৰোহণ কৰি দুয়ো যুদ্ধ কৰিবলৈ ধৰিলে। যুদ্ধই ভীষণ আকাৰ ধাৰণ কৰিলে। দুৰ্যোধনে এবাৰ প্ৰবল আঘাত পাই মূৰ্চ্ছা গ'ল। কৃপ আহি বৰ চতুৰতাৰে নিজৰ ৰথত তুলি ললে। সেইবাৰলৈ তেওঁৰ কথমপি প্ৰাণ ৰক্ষা পৰিল। ভীষ্মদেৱ সেই মুহূৰ্ত্তত উপস্থিত হলহি। তেওঁ অকলৈ যুদ্ধ কৰি পাণ্ডৱ সেনা পিছুৱাই দিলে। বেলি মাৰ যোৱাৰ অলপ আগতে অল্পপ সময়ৰ কাৰণে তীব্ৰভাৱে যুদ্ধ চলি আছিল। সেই খন্তেকৰ ভিতৰতে অগণন বীৰে প্ৰাণ এৰিলে। তাৰ পিচত কানিমুনি হোৱাত সঙ্কেত পাই সেইদিনৰ কাৰণে দুয়োদলে যুদ্ধৰ সামৰণি মাৰিলে। সেই দিনাৰ যুদ্ধত ভীমসেন আৰু ধৃষ্টদ্যুম্নই কথমপি প্ৰাণ লৈ শিবিৰলৈ উলটি আহিব পৰাত যুধিষ্ঠিৰে বৰ আনন্দ অনুভৱ কৰিলে।

# সপ্তম দিনৰ যুদ্ধ

আগদিনাৰ যুদ্ধত অস্ত্ৰাঘাতত আহত হৈ দুৰ্য্যোধনে পিতামহৰ কাষ চাপি কলেগৈ "প্ৰতি দিনে যুদ্ধ জিনি পাণ্ডৱসকলে আমাৰ বেহু ভেদ কৰি বীৰসকল বধি অন্ত কৰি আনিছে। এনে অৱস্থা দেখিও আপুনি স্থিৰ হৈ আছে দেখোন ?"

ভীষ্মদেৱে দুৰ্য্যোধনক সান্ত্বনা দিবলৈ বুলি ক'লে "ৰজা, মই আৰু দ্ৰোণ, শাল্ব, কৃতবৰ্ম্মা, অশ্বত্থামা, বিকৰ্ণ, ভগদত্ত, শকুনি, অৱন্তি দেশৰ দুই ভাই, ত্ৰিগৰ্ত্তৰাজ, মগধৰাজ, কৃপাচাৰ্য্য এই সকলোবিলাকেই তোমাৰ কাৰণে প্ৰাণ দিবলৈ কৃতসঙ্কল্প হৈ যুদ্ধ কৰা তুমি নিজ চকুৰে দেখি আছা। তেনেস্থলত তোমাৰ চিন্তাৰ কাৰণ কি ? ব্যাকুল নহবা।" এইবুলি ভীষ্ম-দেৱে সেই দিনৰ কাৰণে বেহু ৰচনা কৰিবলৈ আৰম্ভ কৰিলে।

ভীষ্মদেৱে আকৌ এবাৰ দুৰ্য্যোধনলৈ চাই ক'লে "চোৱা সৌৱা হাজাৰে হাজাৰে ৰথ, ৰথী, ঘোঁৰা, হাতী, নানাদেশৰপৰা অহা অস্ত্ৰশস্ত্ৰ আৰু এই বিৰাট পদাতি সৈন্য লৈ দেৱতাসকলকো পৰাজয় কৰিবপৰাকৈ প্ৰস্তুত হৈছোঁ। ভয় নকৰিবা।" এইদৰে প্ৰবোধ দি দুৰ্য্যোধনৰ আঘাতৰ কষ্ট লাঘৱ হোৱা এপালি ঔষধ প্ৰয়োগ কৰিলে।

ঔষধ প্ৰয়োগত দুৰ্য্যোধনৰ ঘাৰ বিষ কম পোৱাত বুকুত সাহ বান্ধি সপ্তম দিনৰ যুদ্ধ আৰম্ভ কৰিলে। সেইদিনা কুৰুসেনাই 'মণ্ডল' বেহু ৰচনা কৰিলে। ওচৰাওচৰিকৈ দহজন কাঁড়ী আৰু প্ৰতিকাঁড়ীৰ কাষে কাষে দহজন চৰ্ম্মধাৰী সেনা থিয় দিলে। সকলোবীৰে পৰিপাটিকৈ কবচ ধাৰণ কৰি ললে। এই বিশাল সেনাবাহিনীৰ মাজত দুৰ্য্যোধন ৰথত উঠি দেৱ-সভাৰ মাজত সাক্ষাৎ ইন্দ্ৰৰ নিচিনা উজলি শোভা ধৰি আছিল।

যুধিষ্ঠিৰে পাণ্ডৱ সেনালৈ সেইদিনাৰ যুদ্ধৰ কাৰণে "বজ্ৰ" বেহু ৰচনা কৰিলে। সেই দিনাৰ যুদ্ধত ভালেমান ঠাইত খণ্ডযুদ্ধ চলিছিল। অৰ্জ্জুনৰ আক্ৰমণত ভীষ্মই প্ৰতি আক্ৰমণ কৰিলে। আনফালে দ্ৰোণ আৰু বিৰাট ৰজাৰ মাজত যুদ্ধ চলিল। এঠাইত শিখণ্ডী আৰু অশ্বত্থামাই যুদ্ধ কৰিছিল। আন এঠাইত দুৰ্য্যোধন আৰু ধৃষ্টদ্যুম্নই যুদ্ধ কৰিছিল। একালে নকুল আৰু সহদেৱে মোমায়েক শল্যক আক্ৰমণ কৰিছিল। অৱন্তি দেশৰ দুই ভায়ে ধামন্যুৰ সৈতে যুদ্ধ দিছিল আৰু আন একালে ঘটোৎকচৰ লগত

ভগদত্তৰ দুৰ্যোৰ ৰণ লাগি উঠিছিল। আন এমূৰত অলম্বুষে সাত্যকিক আক্ৰমণ কৰা চকুত পৰিল। লগে লগে ভূৰিশ্ৰবাই ধৃষ্টকেতুক, যুধিষ্ঠিৰে শ্ৰুতায়ুক আৰু চেকিতানে কৃপাচাৰ্য্যৰ লগত যুদ্ধ কৰি আছিল।

দ্ৰোণ আৰু বিৰাটৰ যুদ্ধত বিৰাটৰ পৰাজয় ঘটিল। ৰথ আৰু সাৰথি হেৰুৱাই বিৰাটৰাজে পুতেক শঙ্খৰ ৰথত উঠিলগৈ। বিৰাট পুত্ৰ উত্তৰ আৰু শ্বেতই প্ৰথম দিনৰ যুদ্ধতে প্ৰাণ হেৰুৱালে। সপ্তম দিনৰ যুদ্ধত চকুৰ আগতে শঙ্খও নিহত হ'ল।

দ্ৰুপদ পুত্ৰ শিখণ্ডীয়ে অশ্বত্থামাৰ আক্ৰমণত ৰথ হেৰুৱালে। ৰথৰ পৰা জপিয়াই তেওঁ ঢাল-তৰোৱাল লৈ যুদ্ধ কৰিবলৈ ধৰিলে। অশ্বত্থামাৰ শৰত শিখণ্ডীৰ ঢাল-তৰোৱাল দুটুকুৰা হৈ গ'ল। খঙৰ কোবত শিখণ্ডীয়ে ভগা তৰোৱালখনকে কোবেৰে অশ্বত্থামাৰ গালৈ মাৰি পঠিয়ালে। চকুৰ পঁচাৰতে অশ্বত্থামাই সেই ভগা তৰোৱালখন তীক্ষ্ণ শৰ হানি লক্ষ ভ্ৰষ্ট কৰি থলে। শিখণ্ডীয়ে ক্ষত দেহেৰে লৰি আগবাঢ়ি সাত্যকিৰ ৰথত উঠিলগৈ।

সাত্যকি আৰু অলম্বুষৰ যুদ্ধত সাত্যকিয়ে পোনতে বৰ আঘাত পাইছিল। কিন্তু শেষত অলম্বুষে পৰাজয় মানি কোনোমতে প্ৰাণ লৈ পলাল। ধৃষ্টদ্যুম্নৰ হাতত দুৰ্য্যোধনৰ ৰথ ভাগিল আৰু ঘোঁৰা মৰিল। খড়্গ হাতত লৈ তেওঁ ধৃষ্টদ্যুম্নক খেদি গৈ আক্ৰমণ কৰিলে। শকুনিয়ে ইতিমধ্যে দুৰ্য্যোধনক ৰথত তুলি ললেগৈ আৰু আনফালে গুচি গল। কৃতবৰ্ম্মাই ভীমসেনক প্ৰবলভাৱে আক্ৰমণ কৰিলে। অৱশেষত কৃতবৰ্ম্মা পৰাজিত হ'ল। কৃত-বৰ্ম্মাৰ সৰ্ব্বশৰীৰ শৰাঘাতত জৰ্জ্জৰিত হৈ কটলাপহুৰ নিচিনা হৈ পৰিল। ৰথ ঘোঁৰা সকলো হেৰুৱাই পৰাজয় মানি লৰি লৰি শকুনিৰ ৰথত উঠিবলৈ গল।

অৱন্তি দেশৰ দুই ভাই বিন্দ-অনুবিন্দই যুধামন্যুক আক্ৰমণ কৰি পৰাজয় স্বীকাৰ কৰিলে। তেওঁলোকৰ সেনাবিলাকো মৰি অন্ত হল। ভগদত্তই হাতীৰ পিঠিৰপৰা ঘটোৎকচক আক্ৰমণ কৰি জয়লাভ কৰিলে। ঘটোৎকচৰ সৈন্যসামন্তবিলাক পৃষ্ঠভঙ্গ দি পলাই সাৰিল। কিন্তু ঘটোৎকচ পলাই নগৈ আকৌ যুদ্ধ কৰিবলৈ ধৰিলে। দুয়োৰে ভিতৰত এখন তয়াময়া ৰণ লাগি উঠিল। শেষত ঘটোৎকচে পৰাজয় মানি যুদ্ধক্ষেত্ৰ পৰিত্যাগ কৰিলে। কৌৰৱসকলে আনন্দত জয়ধ্বনি কৰিবলৈ ধৰিলে।

আনফালে শল্যই তেওঁৰ ভাগিনীয়েক নকুল আৰু সহদেৱৰ সৈতে যুদ্ধ দিছিল। নকুলৰ ৰথ চূৰ্ণ হল আৰু ঘোঁৰা হত হ'ল। তেতিয়া

তেওঁ সহদেৱৰ ৰথত উঠি দুয়ো একে ৰথেৰেই যুদ্ধ চলালে। সহদেৱৰ তীক্ষ্ণ শৰাঘাতত শল্য মূৰ্চ্ছা গ'ল। তাকে দেখি সাৰথিয়ে শল্যৰ ৰথখন আনফালে লৈ গুচি গল। মদ্ৰৰাজে পিঠি দিয়া দেখা পাই কুৰুসৈন্য অধীৰ হৈ পৰিল। দুই মাদ্ৰীতনয়ে বিজয় শঙ্খ বজাই শল্যৰ ভালেমান সৈন্য বধ কৰিলে।

ঠিক দুপৰ হ'লত যুধিষ্ঠিৰে শ্ৰুতায়ুক লক্ষ্য কৰি ৰথ চলাই দিলে। ধৰ্ম্মপুত্ৰৰ শৰ শ্ৰুতায়ুৰ শৰত খণ্ড-বিখণ্ড হ'ল। তাৰ পিচত শ্ৰুতায়ুয়ে সপ্তবাণ মাৰি যুধিষ্ঠিৰৰ কবচ ভেদি তেওঁক ঘূণীয়া কৰিলে। তেতিয়া ধৰ্ম্মপুত্ৰই খঙৰ বেগত শ্ৰুতায়ুৰ বুকুলৈ টোৰাঁই এপাত তীক্ষ্ণ শৰ মাৰি পঠিয়ালে।

(ব্যাসদেৱৰ বৰ্ণনামতে সেইদিনা ধৰ্ম্মপুত্ৰই নিজ প্ৰকৃতি পৰিত্যাগ কৰি খঙত অধীৰ হৈ পৰিছিল।)

অৱশেষত ৰথ, ঘোঁৰা আৰু সাৰথি সকলো হেৰুৱাই শ্ৰুতায়ুয়ে যুদ্ধক্ষেত্ৰ এৰি পলাই গল। তাকে দেখা পাই কুৰুসৈন্যবিলাক বিহ্বল হৈ পৰিল।

চেকিতানে কৃপাচাৰ্য্যক আক্ৰমণ কৰাৰ ফলত ৰথখন হেৰুৱালে। তাৰ পিচত হাতত গদা লৈ একে কোবেই কৃপৰ ঘোঁৰা আৰু সাৰথিক বধ কৰিলে। তেতিয়া কৃপই ৰথৰপৰা নামি লৈ যুদ্ধ আৰম্ভ কৰিলে। চেকিতানে কৃপৰ শৰাঘাতত বৰ কাতৰ হ'ল। পিচত গদা ঘূৰাই ঘূৰাই গৈ কৃপক প্ৰাণটাকি আক্ৰমণ কৰিলে। কৃপয়ো শৰেৰে প্ৰতিৰোধ কৰিবলৈ ধৰিলে। পিচত চেকিতানে খড়্গ লৈ কৃপৰ ওপৰত জপিয়াই পৰিল। তেতিয়া কৃপয়ো খড়্গ যুদ্ধ কৰিবলৈ ধৰিলে। এই খড়্গ যুদ্ধত দুয়ো আহত হৈ মাটিত বাগৰি পৰিল। সেই মুহূৰ্ত্তত ভীমসেন আহি চেকিতানক তেওঁৰ ৰথত তুলি লৈ আঁতৰি গ'ল। তেনেতে শকুনিয়েও তালৈ গৈ কৃপক তেওঁৰ ৰথত তুলি আনফালে গুচি গ'ল।

ধৃষ্টকেতুৱে ভূৰিশ্ৰবালৈ ষষ্ঠনবতি নামৰ এবিধ অস্ত্ৰ প্ৰয়োগ কৰি তেওঁৰ বুকত আঘাত কৰিলে। সেই অস্ত্ৰাঘাতত ভূৰিশ্ৰবা ৰশ্মিৰঞ্জিত হৈ জিলিকি উঠিল। এই অৱস্থাতো ভূৰিশ্ৰৱাই ধৃষ্টকেতুক এনে প্ৰকোবেৰে আক্ৰমণ কৰিলে যে ধৃষ্টকেতু বিব্ৰত হৈ পলাই যাবলৈ বাধ্য হ'ল। তাৰ পিচত দুৰ্য্যোধনৰ তিনিজন ভায়েক আহি অভিমন্যুক আক্ৰমণ কৰিলে। কিন্তু তেওঁলোক তিনিও সেই যুদ্ধত অভিমন্যুৰ হাতত ভীষণভাৱে হাৰি গ'ল। অভিমন্যুৱে তেতিয়া কলে "শ্ৰেষ্ঠ ভীমসেনে তোমালোকক বধ কৰিবলৈ

প্ৰতিজ্ঞা কৰিছিল সেই কাৰণে মই আজি তোমালোকক মুক্তি দিলোঁ।” এইবুলি কৈ অভিমন্যু আন ফালে গুচি গল। ইয়াৰ পিচত ভীষ্ম আহি অভিমন্যুক আক্ৰমণ কৰিলে। তাকে দেখি অৰ্জ্জুনে শ্ৰীকৃষ্ণক কলে “হে কৃষ্ণ, পিতামহৰ ফালে বেগাই ৰথ চলাওক তেওঁক আক্ৰমণ কৰোঁগৈ।” আন আন পাণ্ডৱসকলেও অৰ্জ্জুনক সহায় কৰিবলৈ আগবাঢ়ি গ'ল। পিতামহে পাণ্ডৱসকলৰ আক্ৰমণ ব্যৰ্থ কৰিলে। যুদ্ধ কৰোঁতে কৰোঁতে বেলি মাৰ গল। বৰ ভাগৰ লগাত আৰু শৰাঘাতত সকলোৰে শৰীৰ থকাসৰকা হোৱাত সৈন্যবিলাক নিজ নিজ শিবিৰলৈ উলটি গল।

ছাউনীলৈ গৈ বীৰসকলে নিজ নিজ গাৰপৰা শৰবিলাক বাহিৰ কৰি আৰু ঘাবিলাক ধুই পৰিষ্কাৰ কৰি ঔষধাদি প্ৰয়োগ কৰি বিশ্ৰাম ললে। অলপ সময় তেওঁলোকে গীত বাদ্য শুনি আনন্দ লাভ কৰিলে। স্বৰ্গীয় ভাৱৰ গীতত যুদ্ধৰ দুখ ভাগৰ পাহৰি অলপ সময়ৰ কাৰণে তেওঁলোকে স্বৰ্গসুখ অনুভৱ কৰিলে।

(ব্যাসদেৱৰ লিখনীত সেই দৃশ্য অতি মনোৰম হৈছিল বুলি বৰ্ণনা কৰা হৈছে। মহাভাৰতৰ বৰ্ণিত উপদেশ আৰু তত্ত্ববিলাকৰ মৰ্ম্ম সহজে ইয়াৰ পৰাই বুজিব পাৰি।)

## অষ্টম দিনৰ যুদ্ধ

আজি যুদ্ধৰ অষ্টম দিন। ভীষ্মদেৱে কুৰুসৈন্য লৈ ‘কূৰ্ম্ম বেহু’ ৰচনা কৰিলে। যুধিষ্ঠিৰে ধৃষ্টদ্যুম্নক কলে “সৌ দেখিছা, কৌৰৱসকলে আজি কূৰ্ম্মবেহু ৰচনা কৰিছে? সেই বেহু ভেদ কৰিবলৈ হলে আমাৰ সৈন্যবিলাক লৈ তাৰ উপযোগী বেহু ৰচনা কৰা।”

ধৃষ্টদ্যুম্নই সেইমতে পাণ্ডৱ সেনাৰে ‘ত্ৰিশিখৰ’ বেহু ৰচনা কৰি ললে। এক শিখৰত ভীমসেন, এক শিখৰত সাত্যকি আৰু মধ্যম শিখৰত যুধিষ্ঠিৰ নিজে ৰক্ষক হৈ ললে।

(আমাৰ পূৰ্ব্বপুৰুষসকল যুদ্ধবিদ্যা বিশাৰদ আছিল। এই যুদ্ধবিদ্যা ক্ষত্ৰিয়কুলৰ মাজত বংশানুক্ৰমে প্ৰচলিত হৈ আছিল। শিক্ষা মুখে মুখে চলিছিল। কোনো পুথি-পাঁজিত সেই বিদ্যা লিপিবদ্ধ নাছিল। শত্ৰুৰে

যি যি অস্ত্ৰ প্ৰয়োগ কৰে সেইবোৰক ভেটা দিবলৈ প্ৰতিপক্ষৰ ৰজাসকলেও তাৰ উপযোগী অস্ত্ৰশস্ত্ৰ আৰু কৌশল অৱলম্বন কৰিছিল।

কুৰুক্ষেত্ৰৰ যুদ্ধ বহু হাজাৰ বছৰ আগতে ঘটিছিল। ভাৰত কাব্যত বৰ্ণনা কৰা যুদ্ধৰ ৰীতি-নীতি আধুনিক যুগৰ ৰীতি-নীতিৰ লগত তুলনা কৰি সেই দিনৰ যুদ্ধ প্ৰণালীক অলৌকিক কিম্বা কাল্পনিক বুলি ভাবি তাত বাস্তৱতাৰ একো নাই বুলি ভবা উচিত নহয়। ইংৰাজ বীৰ নেল্‌চনে মুঠেই ডেৰ শ বছৰৰ আগতেহে নৌ-যুদ্ধত অশেষ বীৰত্ব দেখুৱাইছিল। তেওঁৰ নৌ-শক্তিৰ লগত আজিকালিৰ নৌ-শক্তি তুলনা কৰিলে সেইদিনত ব্যৱহাৰ কৰা অস্ত্ৰপাতি আৰু নাৱৰ অৱস্থা অতি হীন আছিল বা সেই দিনৰ অৱস্থা অতি সামান্য যেন লাগে। নেলচনৰ নৌ-যুদ্ধৰ ঘটনা মাথো দেড় শ বছৰৰ আগৰ কথা। কিন্তু মহাভাৰতৰ যুদ্ধ তেনে বহু বছৰৰ আগত ঘটিছিল। গতিকে এতিয়াৰ তুলনাত বহু আচৰিত হব লগা কথা একো নহয়।

আমি আৰু এটা কথা ভাবি চোৱা উচিত। কবি বা লিখকসকলে যুদ্ধৰ যি বিবৰণ দিয়ে তাৰপৰা প্ৰকৃত যুদ্ধকৌশল, নীতি-নিয়ম, অস্ত্ৰ-শস্ত্ৰৰ পৰিচালনা আদি কথাবোৰ ভালকৈ উপলব্ধি কৰাৰ আশা পোষণ কৰা উচিত নহয়। যুদ্ধবিদ্যা যুদ্ধৰহস্য, যুদ্ধতত্ত্ব আদি কৌশলবিলাক সেই কালত যুদ্ধ ব্যৱসায় অৰ্থাৎ ক্ষত্ৰিয়সকলে বংশানুক্ৰমে মুখে মুখে শিকি লৈছিল। কবি আৰু ঋষিসকলৰ পুথিপাঁজিত সেইবোৰ যুদ্ধ কৌশলৰ বৰ্ণনা পোৱা নাযায়। যদিও আধুনিক একোখন উপন্যাসত ৰোগীৰ চিকিৎসা আৰু ঔষধ-পাতিৰ বৰ্ণনা দেখা যায়, তথাপিও সেই বৰ্ণনাই চিকিৎসা বিদ্যাত পাৰ্গত এজন লোকক আকৃষ্ট কৰিব নোৱাৰে। সেইদিনৰ মকৰবেহ, কূৰ্ম্মবেহ, শৰবৰ্ষণ, অস্ত্ৰই অস্ত্ৰক কটাকাটি কৰা, ঘুণীয়া হৈও জীয়াই থকাৰ ক্ষমতা, কৱচধাৰীয়ে কৱচ লৈ ৰক্ষা পোৱা আদিৰ বৰ্ণনা ব্যাসদেৱৰ কাব্যত নাই। ব্যাসদেৱে যে যুদ্ধৰ ইমান বিতং বৰ্ণনা কৰি থৈছে সেইটোৱেই আচৰিত কথা।

যুদ্ধৰ প্ৰথম ভাগতে ভীমসেনে ধৃতৰাষ্ট্ৰৰ আঠোজন লৰা বধ কৰিলে। দুৰ্য্যোধনে অন্তৰত বৰ আঘাত পালে। ভীমসেনে সভাৰ মাজত যি প্ৰতিজ্ঞা কৰিছিল সেইটো আজিয়েই পালন কৰা কথাটো ভাবি কুৰুসেনা বৰ শঙ্কিত হৈ পৰিল।

সেইদিনা অৰ্জ্জুনৰ পক্ষে এটা মৰ্ম্মান্তিক বেজাৰৰ কথা ঘটিল। তেওঁৰ চেনেহৰ পুত্ৰ ইৰাবান যুদ্ধত পৰিল। ইৰাবান অৰ্জ্জুনৰ ঔৰসত নাগকন্যাৰ গৰ্ভজাত সন্তান আছিল। এই বীৰপুত্ৰই পাণ্ডৱপক্ষত থাকি যুদ্ধ কৰাত

কৌৰৱৰ অশেষ ক্ষতি সাধিত হৈছিল। এওঁৰ বিৰুদ্ধে যুদ্ধ দিবলৈ দুৰ্য্যোধনে ৰাক্ষস অলম্বুষক পঠাইছিল। দুয়োৰে মাজত ঘোৰ যুদ্ধ হৈছিল। অন্তত ইৰাবানে যুদ্ধত প্ৰাণ বিসৰ্জ্জন দিলে।

এই বাতৰি পাই বৰ বেজাৰ মনেৰে অৰ্জ্জুনে বাসুদেৱক কৈছিল "যুদ্ধত যে ঘোৰ বিপদ ঘটিব বিদুৰে সেই কথা আগতে উনুকিয়াই থৈছিল। ধন-সম্পদৰ লোভত আমি সৰ্ব্বনশীয়া কাৰ্য্যত হস্তক্ষেপ কৰিছোঁ। এই-বিলাক হত্যাকাণ্ডৰপৰা আমি দুই পক্ষই কি লাভ কৰিম? মধুসূদন, যুধিষ্ঠিৰে দুৰ্য্যোধনৰ ওচৰত কেৱল পাঁচখন গাওঁ ভিক্ষা কৰি সন্ধিৰ চেষ্টা কৰিছিল। তেওঁৰ সেই কামৰ মৰ্ম্ম আৰু দূৰদৰ্শিতা মই এতিয়াহে উপলব্ধি কৰিছোঁ। মূৰ্খ দুৰ্য্যোধনে পাঁচখন গাৱঁ দিবলৈ সন্মত নহল। তেৱেঁই এই হত্যাকাণ্ডৰ নিমিত্তে দায়ী। লোকে মোক ভীৰু বলি নিন্দা কৰিব বুলি ভাবি মই যুদ্ধ কৰিছোঁহি। যুদ্ধক্ষেত্ৰত বীৰসকলৰ পতন দেখি মোৰ অন্তৰ ব্যথিত হৈছে। আমাৰ জীৱন সঁচাকৈয়ে মহাপাপৰ জীৱন।" এইবুলি অৰ্জ্জুনে বৰ অনুতাপ কৰিবলৈ ধৰিলে।

অৰ্জ্জুনপুত্ৰ ইৰাবান যুদ্ধত নিহত হোৱাত ভীমৰ পুতেক ঘটোৎকচে তৰ্জ্জন-গৰ্জ্জন কৰি সসৈন্যে শত্ৰুৰ মাজত প্ৰবল আক্ৰমণ চলাই একালৰ পৰা বহু সৈন্য দংশি যাবলৈ ধৰিলে। তাকে দেখি সৈন্যসকল সেই আক্ৰ-মণত ত্ৰস্ত হৈ ছত্ৰভঙ্গ দিয়াত দুৰ্য্যোধন স্বয়ং আহি তাত উপস্থিত হলহি।

দুৰ্য্যোধনৰ সহায়ৰ অৰ্থে বঙ্গৰাজে হস্তী সেনাসহ তেওঁৰ লগত যোগ দিলেগৈ। অষ্টম দিনৰ যুদ্ধত দুৰ্য্যোধনে বৰ সাহ দেখুৱাইছিল। তেওঁ ভালেমান শত্ৰুসেনা বধিছিল। সেই অৱস্থাত বিৰক্তি আৰু খঙত জাজ্জ্বল্যমান হৈ ঘটোৎকচে এপাত বিৰাটাকাৰ শৰ দুৰ্য্যোধনলৈ টোৱাঁই মাৰি পঠিয়ালে। বঙ্গৰাজে ততালিকে তেওঁৰ নিজৰ হাতীৰে আগভেটা দিহে দুৰ্য্যোধনক ৰক্ষা কৰিলে। সেই শৰত হাতী বাগৰি পৰি নিহত হ'ল।

দুৰ্য্যোধনক সঙ্কটাপন্ন দেখি ভীষ্মদেৱে দ্ৰোণৰ অধীনত এদল সৈন্য তেওঁৰ সহায়ৰ কাৰণে পঠাই দিলে। কৌৰৱৰ সেই শক্তিমান বাহিনীক ঘটোৎকচে প্ৰবলভাৱে আক্ৰমণ কৰিলে। কিন্তু নিজে বিপদত পৰিল।

তেতিয়া ঘটোৎকচে বিপদৰ সঙ্কেত জনাই গৰ্জ্জন কৰাত যুধিষ্ঠিৰে ভীমসেনক পঠাই দিলে। ভীমৰ উপস্থিতিত যুদ্ধই ভীষণ আকাৰ ধাৰণ কৰিলে।

অষ্টম দিনৰ যুদ্ধত দুৰ্য্যোধনৰ যোল্লজন ভায়েক মৃত্যুৰ মুখত পৰিল।

# নৱম দিনৰ যুদ্ধ

নৱম দিনা যুদ্ধ আৰম্ভ নৌ হওঁতেই দুৰ্য্যোধনে পিতামহৰ কাষলৈ গৈ নিজৰ পৰাজয়ৰ কথাত অসন্তোষ প্ৰকাশ কৰি কৰ্কশভাৱে বাক্যবাণেৰে আঘাত কৰি পিতামহক কবলৈ ধৰিলে। কিন্তু পিতামহ ইমানতো ধৈৰ্য্য ধৰি প্ৰশান্ত ভাৱে থাকিল। পিচত বেজাৰ মনেৰে ভীষ্মদেৱে কলে "দুৰ্য্যোধন, যজ্ঞাগ্নিত ঘৃতাহুতিৰ দৰে মই মোৰ শক্তি অনুযায়ী তোমাৰ কাৰণে নিতে নিতে যুদ্ধত প্ৰাণশক্তি ক্ষয় কৰি আছোঁ। তোমাৰ নিমিত্তে এই যুদ্ধত মই প্ৰাণ বিসৰ্জ্জন দিবলৈকো কৃতসঙ্কল্প। ইমানতো তুমি কৰ্কশ বচনেৰে মোৰ মনত আঘাত দিছা কিয় ? কেনেকৈ আৰু কিমানলৈকে কি কোৱা উচিত বা কি কোৱা অনুচিত এই কথা চিন্তা নকৰাকৈ তুমি এইদৰে হীন কথাবিলাক কৈছাহি। মৰিবৰ সময়ত গছ-গছনিও সোণালী যেন দেখি—এনে এটা প্ৰবাদো আছে। তুমিও কথাবোৰ আওপাকে বুজি লৈছা। নিজে নিজৰ শত্ৰুতা কৰি পৰক ঘিণ কৰাৰ কুফল অৰ্জ্জন কৰি এতিয়া তাৰ ফল ভোগ কৰিছা। পুৰুষত্ব নেহেৰুৱাই বীৰবিক্ৰমে যুদ্ধ কৰাটোহে তোমাৰ কৰ্ত্তব্য। তোমাৰ ধৰ্ম্মও সেয়ে। শিখণ্ডীৰ লগত মই হলে যুদ্ধ নকৰোঁ। স্ত্ৰী বধৰ ভাৰ মই লব নোৱাৰোঁ। পাণ্ডৱসকলক বধ কৰাটোও মোৰ দ্বাৰা নহব কাৰণ সেইটো কৰিবলৈ মোৰ মনে নকয়। ইয়াত বাজে মই আন সকলো বীৰৰ লগত যুদ্ধ দিম। ক্ষত্ৰিয় ৰীতি অনুসৰি হৃদয়ৰ দুৰ্ব্বলতা এৰি যুদ্ধ কৰা গৈ যোৱা। যুদ্ধ ক্ষেত্ৰত হতাশ হৈ লাভ নাই। ক্ষত্ৰিয়ৰ দৰে যুদ্ধ কৰিলে তোমাৰ খ্যাতি অনিবাৰ্য্য ফল যেয়ে নহওক। পিতামহে দুৰ্য্যোধনক এইদৰে সান্ত্বনা বাক্যৰে উপদেশ দি সেই দিনাৰ যুদ্ধৰ কাৰণে ব্যূহ ৰচনা কৰিবলৈ আদেশ দিলে।

দুৰ্য্যোধন অলপ শান্ত হৈ দুঃশাসনৰ ওচৰলৈ গৈ ক'লে "ভাই দুঃশাসন, আজি আমি সকলো শক্তি প্ৰয়োগ কৰি যুদ্ধ কৰিব লাগিব। পিতামহে শুদ্ধ সঙ্কল্প লৈ আমাৰ নিমিত্তে যুদ্ধ কৰি আছে। তেওঁ কেৱল শিখণ্ডীৰ লগতহে যুদ্ধ নকৰোঁ বুলি কৈছে। আনবিলাকৰ নিমিত্তে আমাৰ চিন্তা কৰিবলগীয়া নাই। আমি সদাই সাৱধানে লক্ষ্য কৰি থাকিব লাগিব যাতে শিখণ্ডীয়ে পিতামহক আক্ৰমণ কৰিবলৈ সুযোগ নাপায়। অসাৱধান হলে এটা সামান্য শিয়ালনিয়েও সমৰত সিংহক বধ কৰিব পাৰে।

সেইদিনা অভিমন্যু আৰু অলম্বুষৰ মাজত ঘোৰ যুদ্ধ চলিছিল। অভি-

মনুৱে বীৰশ্ৰেষ্ঠ পিতা ধনঞ্জয়ৰ নিচিনাকৈয়ে ভীষণ পৰাক্ৰম দেখুৱাই অলম্বুষক ৰথ পৰিত্যাগ কৰি যুদ্ধক্ষেত্ৰৰপৰা পলাই যাবলৈ বাধ্য কৰিলে।

সাত্যকি আৰু অশ্বত্থামাৰ মাজতো তয়ামিয়া যুদ্ধ চলিছিল। দ্ৰোণে অৰ্জ্জুনক আৰু ভীষ্মই আন আন পাণ্ডৱসকলক আক্ৰমণ কৰিছিল। দুৰ্য্যোধনে পিতামহক সহায় কৰিবলৈ দুঃশাসনক পঠাই দিছিল। সেইদিনা ভীষ্মদেৱে পাণ্ডৱসকলক প্ৰবলভাৱে আক্ৰমণ কৰিছিল কাৰণে পাণ্ডৱৰ সকলো যত্ন বিফল হৈ পৰিছিল। এই যুদ্ধত পাণ্ডৱপক্ষৰ অশেষ ক্ষতি হ'ল। হাবিত বাট হেৰুৱাই গৰু-গাইবিলাক যেনেকৈ যেনি পায় তেনি যাবলৈ ধৰে সেই দিনা পাণ্ডৱ সৈন্যৰো তেনে গতি হৈছিল।

সেই অৱস্থাত ৰথ ঘূৰাই শ্ৰীকৃষ্ণই অৰ্জ্জুনক কলে "পাৰ্থ, তুমি আৰু তোমাৰ ভ্ৰাতৃসকলে আজি তেৰবছৰ ধৰি যিটো মুহূৰ্ত্তৰ কাৰণে অপেক্ষা কৰিছিলা আজি সেই মুহূৰ্ত্তটো উপস্থিত। ক্ষত্ৰিয় ধৰ্ম্ম স্মৰণ কৰা। আজি ভীষ্মক বধ কৰিব লাগিব।"

সেই কথা শুনি অৰ্জ্জুনে তলমূৰ কৰি ক'লে "আচাৰ্য্য আৰু পিতামহক কোনোমতেই বধ কৰিব নোৱাৰি। তাতকৈ বনবাসেই মোৰ কাৰণে ভাল আছিল। কিন্তু আপোনাৰ আদেশত আজি মই সেই কাম সমাধা কৰিব লগাত পৰিলোঁ। আপুনি তেন্তে ৰথ চলাওক।" অনিচ্ছাসত্বেও ব্যাকুল-ভাৱে অৰ্জ্জুনে ভীষ্মৰ লগত যুদ্ধ কৰিবলৈ ধৰিলে। সেই সময়ত ভীষ্মদেৱক ঠিক দুপৰৰ বেলিটোৰ দৰে জ্বলি থকা দেখা গৈছিল।

পাৰ্থৰ ৰথ পিতামহৰ ফালে যোৱা যেন দেখি পাণ্ডৱ সেনাসকলৰ উৎসাহ বাঢ়ি গ'ল। ভীষ্মই এনেভাৱে অৰ্জ্জুনৰ ৰথৰ ওপৰত শৰ বৰষিবলৈ ধৰিলে যে শৰবৃষ্টিৰ প্ৰকোপত অৰ্জ্জুনৰ ৰথ যোঁৱা এনেকি শ্ৰীকৃষ্ণ অৰ্জ্জুন আদি সকলোবোৰ চকুৰে মণিব নোৱাৰা হৈ পৰিল। শ্ৰীকৃষ্ণই অলপো কটাক্ষ নকৰাকৈ ৰথ চলাবলৈ ধৰিলে। অৰ্জ্জুনৰ অস্ত্ৰাঘাতৰ প্ৰতাপত পিতামহৰ অস্ত্ৰ কেবাবাৰে ব্যৰ্থ হৈ পৰিছিল। পিতামহে অৰ্জ্জুনক মনে মনে প্ৰশংসা কৰি পূৰ্ণোদ্যমে অৰ্জ্জুন আৰু শ্ৰীকৃষ্ণক শৰাঘাত কৰিবলৈ ধৰিলে।

তেতিয়া শ্ৰীকৃষ্ণই অৰ্জ্জুনক ক'লে "তুমি আজি প্ৰকৃত বীৰৰ দৰে যুদ্ধ কৰা নাই।" এইবুলি কৈ শ্ৰীকৃষ্ণই ৰথৰপৰা জাপ মাৰি দিলে। হাতত চক্ৰ ধৰি তেওঁ পিতামহক খেদি গ'ল।

বাসুদেৱক খঙৰ মূৰ্ত্তি ধৰি অহা দেখি পিতামহে শিৰ দোঁৱাই গদ্‌গদ্ মাতেৰে ক'লে "হে পদ্মপলাশলোচন আহক, আপোনাৰ শ্ৰীহস্তত মোৰ দেহৰপৰা প্ৰাণ ওলাই গলে কৃতাৰ্থ হ'ম। আহক প্ৰভু।"

অৰ্জ্জুনে ততালিকে কেশৱৰ পিচে পিচে লৰি গৈ তেওঁক দুইহাতে সাবটি ধৰি কাকূতি কৈ ক'লে "মাধৱ, যুদ্ধত অস্ত্ৰ ধাৰণ নকৰোঁ বুলি আপুনি প্ৰতিজ্ঞা কৰিছিল, সেইটো ভঙ্গ নকৰিব। ই মোৰেই কৰ্ত্তব্য। মোৰ পূজ্যপাদ আৰু ভক্তিভাজন পিতামহক ময়েই মোৰ শৰেৰে বধ কৰিম। বলক আপুনি ৰথ চলাওক গৈ।" অৰ্জ্জুনৰ কাকূত শুনি বাসুদেৱ শান্ত হৈ পুনৰ ৰথৰ ফালে উলটি গ'ল।

ভীষ্মদেৱে আকৌ যুদ্ধ কৰিবলৈ ধৰিলে। পাণ্ডৱ সৈন্য সেই যুদ্ধৰ প্ৰকোপত অতিষ্ঠ হৈ উঠিল। তেনেতে বেলি মাৰ গ'ল। লগে লগে সেই দিনলৈ যুদ্ধৰো সামৰণি পৰিল।

# দশম দিনৰ যুদ্ধ আৰু ভীষ্মৰ পতন

যুদ্ধৰ দশম দিনা শিখণ্ডীক সন্মুখত ৰাখি অৰ্জ্জুনে পিতামহ ভীষ্মৰ ওপৰত আক্ৰমণ চলাবলৈ ধৰিলে। জুইত ঘিউ পৰি দপ্‌দপ্‌ কৰে জ্বলি উঠাৰ দৰে ভীষ্মদেৱকো আগতকৈ একোব বেছি জ্বলন্ত আৰু তেজীয়ান দেখা গ'ল।

শিখণ্ডীৰ শৰে বৃদ্ধ পিতামহৰ বক্ষ ভেদি যাবলৈ ধৰিলে। তেতিয়া পিতামহৰ চকুৰেদি জুইৰ ফিৰিঙতি ওলাবলৈ ধৰিলে। সেই অৱস্থা দেখি এনেহে মনে ধৰিলে যেন পিতামহৰ কোপ দৃষ্টিত পৰি শিখণ্ডী সেই মুহূৰ্ত্ততে ভস্ম হৈ যাব। কিন্তু পিচ মুহূৰ্ত্ততে পিতামহৰ সেই মূৰ্ত্তিয়ে শান্তভাৱ ধাৰণ কৰিলে। পতনৰ সময় আসন্ন বুলি অনুমান কৰি পিতামহে তিৰুতাৰ ওপৰত অস্ত্ৰপ্ৰয়োগ অবিধেয় বুলি ভাবি ক্ষান্ত হৈ ৰ'ল। পিতামহৰ এনে স্থীৰ ভাৱ দেখি সকলো সৈন্যই অদ্ভুত মানিলে। দেৱতাসকলেও বিস্ময় মানিলে।

পিতামহৰ এনে নিষ্পন্দতাকো অবজ্ঞা কৰি শিখণ্ডীয়ে পিতামহৰ ওপৰত ধাৰাসাৰে শৰ নিক্ষেপ কৰিবলৈ ধৰিলে। পিতামহক যুদ্ধত নিষ্পন্দ হৈ থকা দেখি অৰ্জ্জুনে মন ডাঠ কৰি পিতামহৰ মৰ্মস্থল লক্ষ্য কৰি শৰ মাৰি পঠিয়ালে।

সৰ্ব্বশৰীৰ শৰবিদ্ধ হৈ পৰাত পিতামহে মিচিকিয়া হাঁহি মাৰি দুঃশাসনক ক'লে "এই সকলোবোৰ অৰ্জ্জুনে মৰা শৰ, শিখণ্ডীৰ নহয়। কেঁচুৱাই

যেনেকৈ মাকক সুহি পেলায় সেইদৰে এই শৰবিলাকে মোৰ প্ৰাণবায়ু সুহি আনিছে।" প্ৰিয় শিষ্য অৰ্জ্জুনৰ শৰবিলাক পিতামহে এই ভাবেৰেই গ্ৰহণ কৰিছিল।

তেতিয়া পিতামহই এপাত ভয়ানক শক্তিশালী শৰ অৰ্জ্জুনলৈ টোৱাই মাৰি পঠিয়ালে। তিনিপাত শৰেৰে অৰ্জ্জুনে সেই বাণ খণ্ডখণ্ডকৈ কাটি পেলালে। এয়ে তেওঁৰ শেষ যুদ্ধ বুলি ঠিৰাং কৰি পিতামহে খড়্গ আৰু ঢাল লৈ ৰথৰপৰা নামি যাবলৈ চেষ্টা কৰিলে। কিন্তু তাৰ আগতে অৰ্জ্জুনে পিতামহৰ হাতৰ ঢাল শৰৰে হানি খণ্ড খণ্ড কৰিলে। পিতামহৰ শৰীৰত বিদ্ধি থকা অৰ্জ্জুনৰ শৰবিলাকৰ ইপাত সিপাতৰ ব্যৱধান এক বা দুই আঙুলিৰো কমহে আছিল। তেতিয়াই পিতামহে তললৈ মূৰ কৰি ৰথৰপৰা বাগৰি পৰিল। পৰিবৰ সময়ত সৰগৰপৰা দেৱতাসকলে ভীষ্মৰ প্ৰতি কৰযোৰে প্ৰণাম জনালে আৰু সেই মুহূৰ্ত্তত সুগন্ধ আৰু শীতল বায়ু বলিবলৈ ধৰিলে।

গঙ্গাদেৱী জীৱৰ কল্যাণৰ অৰ্থে স্বৰ্গৰপৰা মৰ্ত্ত্যলৈ নামি আহিছিল। মাতৃস্বৰূপা জহ্নবীয়ে মৰ্ত্ত্যবাসীসকলৰ জীৱন ৰক্ষাৰ কাৰণে পানী আৰু খাদ্য দান কৰি ধন্যা হৈছে। জাহ্নবীৰ পবিত্ৰ পানীত স্নান কৰি জগৎ-বাসীয়ে নিজৰ নিজৰ মঙ্গল সাধন কৰি আহিছে। মাতৃস্বৰূপা সেই গঙ্গা-দেৱীৰ পুতেকেই এই ভীষ্মদেৱ। এখেতে তেখেতৰ পিতৃদেৱতাৰ আনন্দ দিবলৈকে নিজৰ পাৰ্থিব সুখৰ আকাংক্ষা পৰিত্যাগ কৰি নিঃসন্তান হৈ থাকিবলৈ অবিবাহিত জীৱন যাপন কৰি কঠোৰ ব্ৰহ্মচাৰ্য্য ব্ৰত পালন কৰিছিল। এই গৰাকী বীৰ পুৰুষে পৰশুৰামৰ লগত যুদ্ধজয় কৰি পৃথিৱীত অপ্ৰতিদ্বন্দ্বী বীৰ বুলি খ্যাতি লাভ কৰিছিল। দুৰ্য্যোধনৰ সন্দেহ ভঞ্জন কৰিবলৈ আৰু নিজৰ সত্য প্ৰমাণ কৰিবলৈকেহে যেন এখেতে যুদ্ধত অভূত-পূৰ্ব্ব পৰাক্ৰম দেখুৱাই সৰ্ব্বশৰীৰত শৰবিদ্ধ হৈ পৰিছিল। অৱশেষত নিজৰ কৰ্ত্তব্য সমাপন কৰি ভাৰত যুদ্ধৰ দশম দিনা ৰথৰপৰা শৰবিদ্ধ হৈ মাটিত বাগৰি পৰিছিল।

পিতামহ ভীষ্মদেৱৰ পতনৰ লগে লগে কৌৰৱসকলৰ মন ভাগি গ'ল। ব্যাসদেৱে এইদৰে বৰ্ণনা কৰিছে।

পিতামহৰ শৰীৰ ভূমিস্পৰ্শ নোহোৱাকৈ ৰ'ল। সৰ্ব্বশৰীৰ শৰেৰে ঢাক খাই থকাত তেওঁৰ শৰীৰ শৰৰ ওপৰতে ৰৈ থাকিল। এই শৰশয্যাত

শুই পৰা ভীষ্মদেৱৰ শৰীৰৰপৰা এটি অপূৰ্ব্ব অভিনৱ জ্যোতি ৰাহিৰ হৈ আগতকৈও জাতিষ্কাৰ হৈ পৰিছিল। সেই মুহূৰ্ত্ততে উভয় পক্ষৰ সৈন্য-সকলে যুদ্ধ স্থগিত ৰাখি দলে দলে আহি শৰশয্যাত পৰি থকা পিতামহৰ দৰ্শন লাভ কৰিবলৈ উবুৰি খাই পৰিল। প্ৰজাপতি ব্ৰহ্মাক যেনেকৈ সকলো দেৱতাই বেঢ়ি ধৰি ভক্তিভাৱে সেৱা জনায় সেইদৰে পিতামহকো উভয়পক্ষৰ ৰজা আৰু সেনাসকলে ভক্তিভৱে সেৱা সৎকাৰ কৰি বিষণ্ণ মনে থিয় দি ৰ'ল।

শৰশয্যাৰ ওপৰতে শুই পিতামহে মাত লগালে "মোৰ মূৰটো ওলমি আছে। মূৰটো পোনাই দিলে অলপ ভাল পাম।" উপস্থিত থকা ৰজা-সকলে লৰালৰিকৈ গৈ পাটৰ কাপোৰেৰে মেৰিয়াই এটা কোমল গাৰু লৈ আহিলগৈ। সেইটো দেখি পিতামহে ক'লে "সেইটোৰ আৱশ্যক নাই।" পিচত চকুফুৰাই অৰ্জ্জুনৰ ফালে চাই ক'লে "বাছা পাৰ্থ, মোৰ মূৰটো পোনাই ৰাখিবলৈ এটা উপযুক্ত ব্যৱস্থা কৰি দিব নোৱাৰানে ?"

যি অৰ্জ্জুনে প্ৰাণঘাতী অস্ত্ৰ নিক্ষেপ কৰিছিল সেই প্ৰিয় শিষ্যৰ ফালে হাঁহি এটা মাৰি চাই এনে আজ্ঞা কৰাত অৰ্জ্জুনে চকুৰ পচাৰতে সাৱধানে গাণ্ডীৱৰপৰা তিনিপাত শৰ মাৰি পিতামহৰ মূৰটো তাৰ ওপৰত তুলি ভেজা দি থলে।"

তেতিয়া পিতামহই ক'লে "হে ৰজাসকল, অৰ্জ্জুনে যি গাৰু দিলে সেইটো মোৰ উপযোগী গাৰু হোৱাত আনন্দ লাভ কৰিছোঁ। প্ৰাণ পৰিত্যাগ কৰি স্বৰ্গপ্ৰাপ্ত হোৱা উপযুক্ত সময় আহি পৰা নাই। উত্তৰায়ণলৈকে মই এই ভাৱেই থাকিব লাগিব। মই সেই সময়লৈকে জীৱিত থাকিম। যি-সকল লোক সেই সময়লৈকে জীয়াই থাকিব তেওঁলোকে মোক ইচ্ছা কৰিলে দেখা পাব।"

ইয়াৰ পিচত পিতামহে অৰ্জ্জুনৰ ফালে কেৰাহিকৈ চাই ক'লে "মোৰ বৰ পিয়াহ লাগিছে। মোক অলপ পানী আনি দিয়া।"

অৰ্জ্জুনে সেই আদেশ পালন কৰিবলৈ ততালিকে গণ্ডীৱ হাতত লৈ পিতামহৰ সোঁফালে মূৰৰ কাষতে মাটিত এপাত শৰ মাৰি পঠিয়ালে। সেই শৰে পাতাল ভেদ কৰি অদৃশ্য হৈ পৰাত শৰ ভেদ কৰা ছিদ্ৰইদি তৎক্ষণাৎ এটি পানীৰ ধাৰা ওলাই ভীষ্মৰ মুখত পৰিবলৈ ধৰিলে। মাতৃ-গঙ্গাদেৱীয়ে মৰমৰ সন্তানৰ তৃষ্ণা নিবাৰণৰ কাৰণে পাতাল ভেদ কৰি আৱিৰ্ভাৱ হ'ল। ব্যাসদেৱে এইদৰে বৰ্ণনা কৰি গৈছে। সেই অমৃত তুল্য পানী খাই পিতামহৰ তৃষ্ণা নিবাৰণ হোৱাত বৰ তৃপ্তি পালে।

তেতিয়া পিতামহে দুৰ্য্যোধনৰ ফালে চাই ক'লে "ৰজা, তোমাৰ এতিয়াও সুবুদ্ধি হওক। অৰ্জ্জুনে মোৰ তৃষ্ণা নিবাৰণৰ অৰ্থে কেনেকৈ পানী উলিয়াই আনিলে সেইটো স্বচক্ষে দেখিলা। এই পৃথিৱীত অৰ্জ্জুনৰ বাহিৰে আন কোনেও এই কাম কৰিব নোৱাৰে। মোৰ শেষ নিশ্বাসৰ লগে লগে এই যুদ্ধৰ সামৰণি মাৰা। বাছা, মোৰ কথা মানি লোৱাঁ আৰু পলম নকৰিবা। তেওঁলোকৰ লগত সন্ধি কৰা। পাণ্ডৱৰ লগত আৰু যুদ্ধ নকৰিবা। ততালিকে সন্ধিৰ কাৰণে প্ৰস্তুত হোৱাঁ।" কিন্তু হায়, মৃত্যু আসন্ন হ'লে ৰোগীৰ মুখত ঔষধ আদি যেনেকৈ তিতা লাগে পিতামহৰ এই উপদেশবিলাকো দুৰ্য্যোধনৰ মনত তেনেকুৱাই লাগিল। ৰজাসকলেও লাহে লাহে নিজ নিজ শিবিৰলৈ প্ৰস্থান কৰিলে।

## ভীষ্ম আৰু কৰ্ণ

"পিতামহ শৰশয্যাত পৰি আছে এই বাতৰি শুনি কৰ্ণ পিতামহৰ কাষলৈ গৈ তেওঁৰ চৰণ চুই সেৱা কৰিলে।

কৰ্ণই কলে "হে কুলনায়ক, মই নিৰপৰাধী, কিন্তু আপুনি মোক বৰ ঘৃণাৰ চকুৰে চাই আহিছে। সেই ৰাধাপুত্ৰ মই আজি আপোনাক প্ৰণাম জনাইছোঁহি।"

প্ৰণামান্তে মূৰ তোলা পিতামহে তেওঁৰ মুখত ভয়ৰ চিন ফুটি উঠা দেখা পালে। বেথা লাগি পিতামহে কৰ্ণক আশীৰ্ব্বাদ কৰি গাতে হাত ফুৰাবলৈ ধৰিলে। শৰাঘাতত তেওঁৰ দৃষ্টিশক্তি প্ৰায় লোপ হৈ আহিছিল। তথাপি পিতামহে সেই শৰজালৰ মাজেদিয়েই কৰ্ণৰ ফালে চকু ঘূৰাই কবলৈ ধৰিলে "বাছা, তুমিতো ৰাধাৰ পুত্ৰ নোহোৱাঁ। তুমিও কুন্তীৰেই পুত্ৰ। লোকৰহস্যৰ সন্তেদ ৰখা নাৰদ মুনিয়ে মোক এই কথা কৈছিল। সূতপুত্ৰ, দৰাচলতে তোমাৰ ওপৰত মোৰ কোনো ৰোষ নাই। অকাৰণ কথাত তুমি পাণ্ডৱসকলৰ ওপৰত হিংসা ভাব লৈ আছা বুলি মই বেয়া পাই আছিলোঁ। তোমাৰ শৌৰ্য্য-বীৰ্য্য মই ভালকৈয়ে জানো। শৌৰ্য্য-বীৰ্য্যত তুমি যে ফাল্গুনি আৰু শ্ৰীকৃষ্ণৰ সমকক্ষ তাত সন্দেহ নাই। তুমি পাণ্ডৱৰ সহোদৰ। তেওঁলোকক চেনেহৰ চকুৰে চাবা। সেয়ে ধৰ্ম্ম। যুদ্ধক্ষেত্ৰত

মোৰ কৰ্ত্তব্য শেষ হ'ল। মোৰ অৱসানৰ লগতে যেন তোমাৰ আৰু পাণ্ডৱ-সকলৰ বৈৰভাবৰো অৱসান ঘটে এয়ে মোৰ মনৰ শেষ কামনা।"

এই কথা শুনি কৰ্ণই বিনীত ভাৱে কলে "পিতামহ, মই যে কুন্তী দেৱীৰে পুত্ৰ সেই কথা ময়ো জানো। মই যে সঁচাকৈয়ে সাৰথি পুত্ৰ নহয় সেইটোও জানো। কিন্তু দুৰ্য্যোধনৰ সম্পত্তি ভোগ কৰি আছোঁ যেতিয়া তেওঁৰ ওচৰত মই ঋণী। তেওঁক আজি ত্যাগ কৰি তেওঁৰ শত্ৰুৰ লগত যোগ দান কৰা মোৰ পক্ষে অসম্ভৱ। দুৰ্য্যোধনৰ পক্ষে মই যুদ্ধ কৰিবই লাগিব। সেই কথাত আপোনাৰ অনুমতি আশা কৰিছোঁ। মোৰ কথা আৰু কামত বহুতো ভল ভ্ৰান্তি ঘটিছে। মোৰ সেই সকলো অপৰাধ মাৰ্জ্জনা কৰি মোক আশীৰ্ব্বাদ কৰক পিতামহ।" কৰ্ণই এইদৰে পিতামহৰ ওচৰত ক্ষমা ভিক্ষা খুজিলে।

ধৰ্ম্মপ্ৰাণ ভীষ্মদেৱে কৰ্ণৰ কথাখিনি শুনি অলপ স্থিৰ হৈ চিন্তা কৰি কলে "ভাল কথা, তোমাৰ ইচ্ছামতেই কাম কৰি যোৱা। ধৰ্ম্মৰ জয় সুনিশ্চিত।"

পিতামহৰ মৃত্যুৰ অন্ততো ভাৰত যুদ্ধৰ ওৰ নপৰিল। পিতামহৰ হিতোপদেশ আওকাণ কৰি কৌৰৱ বীৰসকলে পুনৰ যুদ্ধত প্ৰবৃত্ত হল। পিতামহৰ নেতৃত্বৰ অবিহনত কুৰুসেনাসকল ৰখীয়াবিহীন ছাগলীৰ পালৰ দৰে হৈ পৰিল। সেই সত্যসন্ধ পিতামহৰ পতন হোৱাত কৌৰৱসকলে কৰ্ণক কলে "হে বীৰশ্ৰেষ্ঠ কৰ্ণ, তুমি এতিয়া আমাৰ কৰ্ণধাৰ হোৱা।" এই বুলি তেওঁলোকে লগে লগে সেই কথা ঘোষণাও কৰিলে।

কৌৰৱসকলৰ দৃঢ় ধাৰণা আছিল যে কৰ্ণই যুদ্ধত যোগ দিলেই তেওঁলোক যুদ্ধত জিকিব। পিতামহৰ নেতৃত্বত দহদিন ধৰি যুদ্ধ চলিল। কৰ্ণই তেতিয়ালৈকে যুদ্ধত যোগ দিয়া নাই। পিতামহে কৰ্ণৰ গৰ্ব্ব খৰ্ব্ব কৰি কথা কোৱাত কৰ্ণই কৈছিল "আপোনাৰ নেতৃত্বত মই যুদ্ধ নকৰোঁ। আপুনি যুদ্ধত পাণ্ডৱহঁতক বধ কৰি দুৰ্য্যোধনক জয়ী কৰি দিলেই মই তেওঁৰপৰা বিদায় লৈ বনলৈ গুচি যাম। আপোনাৰ মানত মই মহাৰথী নহওঁ। আপোনাৰ মাজত পাঁচ পাণ্ডৱ আৰু তেওঁলোকৰ পক্ষৰ বীৰ-সকলহে মহাৰথী। কিন্তু যুদ্ধত আপোনাৰ পতন হলে মই আপোনাৰ নিৰ্ব্বাচিত মহাৰথীসকলক পৰাভূত কৰি দুৰ্য্যোধনৰ ডিঙিত জয়মাল্য পিন্ধাই দিম। এনে এটা প্ৰতিজ্ঞা কৰি কৰ্ণই যুদ্ধৰ প্ৰথম দহোটা দিন যুদ্ধক্ষেত্ৰৰপৰা আঁতৰি আছিল। এতিয়া তেওঁ পদব্ৰজে পিতামহৰ কাষ

চাপি গৈ বিনীতভাৱে কলে "হে পৰশুৰাম বিজয়ী বীৰশ্ৰেষ্ঠ, শিখণ্ডীৰ শৰাঘাতত আপোনাৰ আজি পতন হল। ধৰ্ম্মৰ আকাৰ স্বৰূপ সৰ্ব্বগুণী হৈয়ো আজি আপোনাৰ এনে অৱস্থা হৈছে। গতিকে এই কথা ধ্ৰুৱপ যে এই জগতত আৰু আন কোনেও পুণ্যফল লাভ কৰিবলৈ সমৰ্থ নহব। আপুনি কৌৰৱকুলৰ ত্ৰাণকৰ্ত্তা হিচাপে তেওঁলোকৰ বিপদ সাগৰত তৰণী স্বৰূপ হৈ আছিল। ইয়াৰ পিচত পাণ্ডৱসকলৰ আক্ৰমণৰ প্ৰকোপ কৌৰৱ-সকলে সহ্য কৰিবলৈ বৰ কষ্ট খাব লাগিব। জুইৰ লগত বতাহ লগ লাগি যেনেকৈ অৰণ্য দাহ কৰি যায় অৰ্জ্জুনৰ লগত শ্ৰীকৃষ্ণ লগ লাগি সেইদৰে কুৰুসৈন্যও দহি যাব তাত আৰু সন্দেহৰ থল নাই। আপোনাৰ শুভদৃষ্টি যেন মই লাভ কৰিব পাৰোঁ। এয়ে মোৰ অন্তিম প্ৰাৰ্থনা।"

ভীষ্মদেৱে কৰ্ণক আশীৰ্ব্বাদ দি কলে "বাছা কৰ্ণ, নৈবিলাকৰ যেনেকৈ আধাৰ হ'ল সাগৰ, বীজবিলাকৰ আধাৰ মাটি, প্ৰাণীসকলৰ প্ৰাণ হ'ল মেঘ, সেইদৰে তুমিও তোমাৰ মিত্ৰসকলৰ স্থিৰ আধাৰ স্বৰূপে থিয় দিছা। দুৰ্য্যোধনক ৰক্ষা কৰিবা। তেওঁলোকৰ নিমিত্তে তুমি কম্বোজ দেশ জয় কৰিলা। তেওঁলোকৰ নিমিত্তে তুমি হিমালয় দুৰ্গবাসী কিৰাতসকলক দমন কৰিছিলা। তেওঁলোকৰ নিমিত্তে তুমি গিৰিব্ৰজৰ ৰজাসকলকো জয় কৰিলা। তেওঁলোকৰ নিমিত্তে তুমি কেইবাটাও সৎকাৰ্য্য সাধন কৰিছা। এতিয়াও তুমি কুৰুসেনাৰ ৰক্ষক হৈ থাকা। তোমাৰ মঙ্গল হওক। শত্ৰুৰ লগত যুদ্ধ কৰাগৈ। কুৰুসেনাক নিজৰ সেনা বুলি ভাব কৰি ৰক্ষা কৰি থাকিবা।" এই বুলি পিতামহে কৰ্ণক আশীৰ্ব্বাদ কৰিলে।

পিতামহৰ আশীৰ্ব্বাদ লাভ কৰি কৰ্ণই ৰং মনে ৰথত উঠি যুদ্ধক্ষেত্ৰত উপস্থিত হলগৈ। কৰ্ণক পাই দুৰ্য্যোধন আনন্দত অধীৰ হৈ পৰিল আৰু লগে লগে পিতামহৰ অভাৱ পাহৰি গল।

## একাদশ দিনৰ যুদ্ধ

দুৰ্য্যোধন আৰু কৰ্ণ দুয়ো বহি সেনাপতি নিৰ্ব্বাচনৰ কাৰণে পৰামৰ্শ কৰিলে।

কৰ্ণই কলে "যিসকল ক্ষত্ৰিয় বীৰে আপোনাৰ পক্ষ লৈ যুদ্ধ কৰিছে তেওঁলোকৰ প্ৰত্যেকেই সেনাপতি পদৰ উপযুক্ত পুৰুষ। শক্তি, পৰাক্ৰম,

সাহ, বুদ্ধি, ধৈৰ্য্য, শৌৰ্য্য, বংশ গৰিমা, জ্ঞান আদি সকলো বিষয়তে আটাই কেজন ৰজাই সমান যেন মোৰ মনে ধৰে। তেওঁলোকৰ ভিতৰত এজনক সেনাপতি পদত বৰণ কৰিলে আন কেজনে অসন্তুষ্টি অনুভৱ কৰিব পাৰে। তাত আমাৰ ক্ষতিৰ সম্ভাৱনা আছে। এনে অৱস্থাত মোৰ বোধেৰে আচাৰ্য্য দ্ৰোণকে সেনাপতি পদত বৰণ কৰিলে উত্তম সমাধান হব। ধনুৰ্দ্ধৰসকলৰ ভিতৰত তেৱেঁই শ্ৰেষ্ঠ। কোনো ক্ষত্ৰিয় তেওঁৰ সমকক্ষ হব নোৱাৰে। তেওঁকেই সেনাপতি পদত অভিষিক্ত কৰক।" কৰ্ণৰ পৰামৰ্শত দুৰ্য্যোধন সন্মত হ'ল।

•

ক্ষত্ৰিয় বীৰসকলৰ সাক্ষাতত দুৰ্য্যোধনে দ্ৰোণাচাৰ্য্যৰ ফালে হাতযোৰ কৰি কলে "গুৰুদেৱ, জাতি, কুল, শাস্ত্ৰজ্ঞান, বয়স, বুদ্ধি, বীৰ্য্য, সামৰ্থ্য আদি সকলো গুণত আপুনি আমাৰ ভিতৰত শ্ৰেষ্ঠ স্থান অধিকাৰ কৰিছে। আজি আপোনাক সেনাপতি পদত অভিষিক্ত কৰিবলৈ মানস কৰিছোঁ। আপোনাৰ নেতৃত্বত নিশ্চয় যুধিষ্ঠিৰক যুদ্ধত পৰাজিত কৰিব পাৰিম বুলি আমাৰ দৃঢ় বিশ্বাস।"

এই কথা শুনা মাত্ৰকতে সকলো ৰজাই সমভাৱে উচ্চৈস্বৰে সিংহনাদ কৰি দুৰ্য্যোধনৰ উৎসাহ বৰ্দ্ধন কৰিলে। যথাৰীতি দ্ৰোণৰ অভিষেক কাৰ্য্য সম্পন্ন হৈ গল। জয়ধ্বনিয়ে আকাশ-পাতাল ভেদি গ'ল। বন্দনাকাৰী সকলৰ স্তুতিপাঠ আৰু জয়ধ্বনি শুনি কৌৰৱসকলে অভাৱনীয় উৎসাহ পাই ভাবি ললে যে তেওঁলোকে যুদ্ধত জয়লাভ কৰিবই।

সেনাপতি দ্ৰোণাচাৰ্য্যই সেনাসকলক লৈ শকত বেহু ৰচনা কৰিলে। ইমান দিন কৰ্ণ যুদ্ধৰপৰা আঁতৰি আছিল। এতিয়া তেওঁৰ ৰথ যুদ্ধস্থলিত ইফালে সিফালে চলি থকা দেখা পাই কৌৰৱ সেনাই নতুন প্ৰেৰণা পালে। সেনাসকলৰ ভিতৰত আলোচনা হল যে পিতামহে পাণ্ডৱসকলক বধিবলৈ অনিচ্ছুক হৈ যুদ্ধ কৰি আছিল। কৰ্ণই কিন্তু তেনে নকৰে। এইবাৰ কিন্তু পাণ্ডৱসকলৰ নিস্তাৰ নাই।

দ্ৰোণাচাৰ্য্যই কৌৰৱ সেনাপতি হিচাপে পাঁচ দিন যুদ্ধ পৰিচালনা কৰিলে। বৃদ্ধ হলেও ডেকাৰ দৰে যুদ্ধক্ষেত্ৰৰ সকলো দিশে ঘূৰি উন্মত্তৰ দৰে যুদ্ধ চলাবলৈ ধৰিলে। বতাহে যেনেকৈ ডাৱৰবিলাক ছেদেলি ভেদেলি কৰি পেলায় দ্ৰোণয়ো সেইদৰে পাণ্ডৱৰ সেনাবিলাকৰ ৰচিত বেহু ভেদ কৰি ছেদেলি ভেদেলি কৰি পেলাবলৈ ধৰিলে। সাত্যকি, ভীম, অৰ্জ্জুন,

ধৃষ্টদ্যুম্ন, অভিমন্যু, দ্ৰুপদ, কাশীৰাজ আদি ভালেমান বীৰক দ্ৰোণাচাৰ্য্যই অকলে আক্ৰমণ কৰি যুদ্ধত পৰাজিত কৰিলে। দ্ৰোণাচাৰ্য্যই পাঁচ দিনৰ সেনাপতিত্বত পাণ্ডৱ পক্ষক নানাভাৱে বিব্ৰত কৰি আৰু অশেষ ক্ষতিসাধন কৰিলে।

## জীৱন্তে যুধিষ্ঠিৰক ধৰিবলৈ ফন্দী

দ্ৰোণাচাৰ্য্য সেনাপতি হোৱাত দুৰ্য্যোধন, কৰ্ণ আৰু দুঃশাসনে গোপনে পৰামৰ্শ কৰি এটা সিদ্ধান্ত কৰিলে। সেইমতে দুৰ্য্যোধনে দ্ৰোণৰ কাষ চাপি কলেগৈ "আচাৰ্য্য, আপুনি এটা উপায় কৰি জীৱন্ত অৱস্থাত যুধিষ্ঠিৰক ধৰি আমাৰ ওচৰলৈ আনিব পাৰিলে বৰ ভাল হয়। ইয়াত বাজে আমি আন একো কামনা নকৰোঁ। আপুনি এইফেৰা কাম সমাধা কৰি দিব পাৰিলে আমি সকলোৱেই নথৈ কৃতজ্ঞ হম।"

দুৰ্য্যোধনৰ কথাত দ্ৰোণে বৰ আনন্দ লাভ কৰিলে। পাণ্ডৱসকলক বধ কৰিবলৈ আচলতে দ্ৰোণৰ ইচ্ছা নাছিল। কৰ্ত্তব্যৰ অনুৰোধত পৰি তেওঁ যদিও যুদ্ধত যোগদান দিছিল তথাপি পাণ্ডু পুত্ৰসকলক বিশেষকৈ যুধিষ্ঠিৰক বন্দী কৰা কথাটোত তেওঁ আনন্দ অনুভৱ কৰিলে।

দ্ৰোণে কলে "দুৰ্য্যোধন, দেখিছোঁ তুমিও যুধিষ্ঠিৰৰ প্ৰাণ ৰক্ষাৰ্থে বাবে যত্নপৰ হৈছা। তোমাৰ মঙ্গল হওক। ধৰ্ম্মপুত্ৰৰ প্ৰাণহানি কৰা সঁচাকৈয়ে অনুচিত; তুমিও যেতিয়া তাকেই বিবেচনা কৰিছা তেতিয়া তেওঁ যে অজাতশত্ৰু তাত আৰু সন্দেহৰ থল নাই। কুন্তীপুত্ৰক অজাতশত্ৰু বুলি গোটেই জগতে জানে। আজি তোমাৰ মনতো তেনে ভাব থকা প্ৰকাশ পোৱাত সেই কথাটোৰ সত্যতা প্ৰমাণিত হৈ পৰিছে। জীৱন্তে তেওঁক বন্দী কৰি আনিবলৈ যত্ন কৰিব লাগিব যেহেতু তুমিও হত্যাকৰাৰ পক্ষপাতী নহয়। এই কথাৰপৰা যুধিষ্ঠিৰৰ কীৰ্ত্তি দহগুণ বৃদ্ধি হৈছে। সঁচাকৈয়ে তেওঁ সৌভাগ্যশালী পুৰুষ।"

অলপ পৰ বৈ দ্ৰোণই আকৌ কলে "বাছা, তোমাৰ কথাৰপৰা মই এইটো অনুমান কৰিছোঁ যে যুদ্ধ জয় কৰি পাণ্ডৱসকলক তেওঁলোকৰ প্ৰাপ্য ৰাজ্য দান কৰি সন্ধি স্থাপন কৰিবা। সেই কাৰণেই তোমাৰ মনত জীৱন্তে যুধিষ্ঠিৰক বন্দী কৰাৰ কথাটো উদয় হৈছে হবলা?" এই বুলি দ্ৰোণাচাৰ্য্যই প্ৰফুল্লমনেৰে দুৰ্য্যোধনৰ ফালে চাই ৰ'ল।

ধৰ্ম্মৰ জয় সুনিশ্চিত ভাবি দ্ৰোণই পেটে পেটে তৃপ্তি অনুভৱ কৰি ভাবিলে "বুদ্ধিমান ধৰ্ম্মপুত্ৰৰ জীৱন সঁচাকৈয়ে শ্ৰেষ্ঠ জীৱন। কুন্তীপুত্ৰ প্ৰকৃততে সৌভাগ্যশালী পুৰুষ। তেওঁৰ গুণে শত্ৰুৰ হৃদয়ো স্পৰ্শ কৰি জয় লাভ কৰিছে।"

দুৰ্য্যোধনে ভ্ৰাতৃস্নেহ যে পাহৰিব পৰা নাই এই কথা ভাবি দ্ৰোণে মনে মনে দুৰ্য্যোধনক বৰ ভাল পালে।

যুধিষ্ঠিৰক জীৱন্তে বন্দী কৰিবলৈ দ্ৰোণে ফন্দি কৰা কথাটো চোৰাং-চোৰাৰপৰা জানিব পাৰি আৰু আচাৰ্য্যই সেই কাম সমাধা কৰিবলৈ প্ৰতিজ্ঞাবদ্ধ হোৱা খবৰটোও শুনি পাণ্ডৱসকল অলপ শঙ্কাযুক্ত হৈ পৰিল। আচাৰ্য্যদেৱৰ শৌৰ্য্য-বীৰ্য্য অস্ত্ৰ কৌশল আদিৰ কথা তেওঁলোকৰ জনা আছে। গতিকে যুধিষ্ঠিৰৰ লগত উপযুক্ত সহায় সাৰথি আৰু গা-চোৱা ৰাখিবলৈ সকলো তৎপৰ হৈ পৰিল।

সেই অনুযায়ী পাণ্ডৱসকলৰ যুদ্ধৰ গতিবিধি নিৰ্দ্ধাৰণ কৰি লোৱা হ'ল। যুধিষ্ঠিৰক সযত্নে ৰক্ষা কৰিবৰ নিমিত্তে পাণ্ডৱসকলে তদনুপাতে যুদ্ধৰ বেহু ৰচনা কৰি ললে।

দ্ৰোণৰ নেতৃত্বত একাদশ দিনা কৌৰৱ সেনাই বিপুল বিক্ৰমেৰে যুদ্ধ কৰিলে। আচাৰ্য্যদেৱৰ পৰাক্ৰমো লেখত লবলগীয়া হৈছিল। জুয়ে যেনেকৈ হাবি বন জুৰি লৈ এফালৰপৰা দংশি ছাৰখাৰ কৰি লৈ যায় সেইদৰে পাণ্ডৱসকলেও, দ্ৰোণে এফালৰপৰা সৈন্যসামন্ত দংশি দংশি নিয়া যেন দেখিবলৈ পালে। দ্ৰোণই তীব্ৰ বেগে যেনি তেনি ৰথ চালনা কৰি যমৰ দৰে তাণ্ডৱ নৃত্য কৰিবলৈ ধৰিলে। ধৃষ্টদ্যুম্নৰ সৈন্যবিলাক ছত্ৰভঙ্গ কৰি দিলে। নানান ঠাইত মহাৰথীসকলৰ ভিতৰত হতাহতি যুদ্ধ চলিবলৈ ধৰিলে। চতুৰ শকুনিৰ লগত সহদেৱে যুদ্ধ কৰিছিল। দুয়োৰে ৰথ ভাগি চুৰমাৰ হ'ল। যেন দুটা জীৱন্ত পৰ্ব্বতৰহে সংঘৰ্ষ হৈছে। ভীমৰ লগত বিবিংশতিৰ যুদ্ধ চলিছিল। তেওঁলোকৰ ৰথো ভাগি চূৰ্ণীকৃত হৈছিল। শল্যই তেওঁৰ ভাগিনীয়েক নকুলৰ লগত যুদ্ধ কৰি হাঁহি এটা মাৰি বৰ কোবেৰে তেওঁক আঘাত কৰিলে। সেই আঘাতত নকুলৰ খং উঠি মোমায়েকৰ ৰথৰ ধ্বজ আৰু ছত্ৰ খণ্ড খণ্ড কৰি কাটি মাটিত বগৰাই পেলালে। পিচত নকুলে শঙ্খধ্বনি কৰি বিজয় ঘোষণা কৰিলে। কৃপা-চাৰ্য্যই ধৃষ্টকেতুক আক্ৰমণ কৰি বৰ আঘাত কৰিলে। সাত্যকি আৰু কৃতবৰ্ম্মাৰ ভিতৰত ভীষণ যুদ্ধ লাগি উঠিল।

বিৰাট ৰজাই কৰ্ণক আক্ৰমণ কৰিলেগৈ। অভিমন্যুৰ পৰাক্ৰম অভূত-পূৰ্ব্ব হৈছিল। তেওঁ অকলে পৌৰৱ, কৃতবৰ্ম্মা, জয়দ্ৰথ আৰু শল্য এই চাৰিওজন বীৰকে আক্ৰমণ কৰি ঘূৰ্ণীয়া কৰিলে।

ইয়াৰ পিচত ভীম আৰু শল্যৰ মাজত ভীষণ গদাযুদ্ধ আৰম্ভ হ'ল। শেষত শল্যই পৰাজয় মানি যুদ্ধ পৰিত্যাগ কৰিবলৈ বাধ্য হ'ল। তেতিয়া কৌৰৱ সেনা হতাশ হৈ পৰিল। এই ছেগতে পাণ্ডৱ সৈন্যই কৌৰৱ সেনাৰ ওপৰত বায়ুবেগে জপিয়াই পৰি ছত্ৰভঙ্গ কৰি দিলে।

সেই অৱস্থা দেখা পাই সৈন্যসকলক উৎসাহিত কৰি তুলিবৰ মনেৰে দ্ৰোণাচাৰ্য্যই যুধিষ্ঠিৰলৈ লক্ষ্য কৰি ৰথ চলাই দিলে। সিন্ধু দেশৰপৰা অনা আঠোটা শক্তিমান আৰু শুৱনি ঘোঁৰা দ্ৰোণাচাৰ্য্যৰ ৰথত যোৰা আছিল। দ্ৰোণৰ ৰথ যুধিষ্ঠিৰৰ ফালে বিজুলী সঞ্চাৰে যোৱা দেখা পাই যুধিষ্ঠিৰে বাচি বাচি তীক্ষ্ণ বাণ দ্ৰোণৰ ওপৰত বৰষিবলৈ ধৰিলে। কিন্তু আচাৰ্য্য তাত বিচলিত নহৈ সেই সকলো বাণ প্ৰতিৰোধ কৰি এনেভাৱে যুধিষ্ঠিৰলৈ লক্ষ্য কৰি শৰ হানিবলৈ ধৰিলে যে তাৰ কোবত যুধিষ্ঠিৰৰ ধনু ভাগি মাটিত বাগৰি পৰিল। আচাৰ্য্য আহি যুধিষ্ঠিৰৰ সন্মুখত উপস্থিত হল। যুধিষ্ঠিৰে বাধা দিবলৈ যথাসাধ্য চেষ্টা কৰিও বিফল হ'ল। দ্ৰোণক বাধা দিবলৈ কোনো সক্ষম নহল।

'যুধিষ্ঠিৰ ধৰা পৰিল' বুলি খবৰ এটা যুদ্ধক্ষেত্ৰত ওলাই গল।

সেই মুহূৰ্ত্ততে অৰ্জ্জুন বিজুলী সঞ্চাৰে গৈ সেই ঠাইত উপস্থিত হ'ল। আহোঁতে বাটত তেওঁ ঠায়ে ঠায়ে তেজৰ সোঁত বৈ থকা আৰু মঙ্গহৰ টুকুৰা সিচৰতি হৈ পৰি থকা দেখা পাই আহিছিল। আহি পায়েই তেওঁ দ্ৰোণাচাৰ্য্যৰ ওপৰত তীব্ৰভাৱে শৰ হানিবলৈ ধৰিলে।

শৰ গুণত লগোৱা আৰু নিক্ষেপ কৰাৰ মাজত ব্যৱধান নোহোৱা হৈ পৰিল। গাণ্ডীৱৰপৰা ধাৰাসাৰে শৰ বৰিষণ হবলৈ ধৰিলে। বাণে বাণে যুদ্ধৰ থলী অন্ধকাৰ হৈ পৰিল। গোটেই আকাশ বাণে ছাটি পেলালে।

অৰ্জ্জুনৰ এই অস্ত্ৰৰ আগত তিষ্ঠিব নোৱাৰি দ্ৰোণ পিচ হুহঁকি যাবলৈ ধৰিলে। যুধিষ্ঠিৰ ধৰা নপৰিল। সেইদিনৰ কাৰণে যুদ্ধও অন্ত পৰিল। কৌৰৱ সেনাসকলে অন্তৰত ভয় লৈয়েই শিবিৰলৈ উলটি গ'ল। পাণ্ডৱ-সকলে সগৰ্ব্বে শিবিৰলৈ উলটিল। পিচে পিচে কেশৱ আৰু অৰ্জ্জুনে কথা-পাতি গৈছিল। এইভাৱে ভাৰত যুদ্ধৰ একাদশ দিনৰ যুদ্ধ সামৰণি পৰিল।

## দ্বাদশ দিনৰ যুদ্ধ

যুধিষ্ঠিৰক জীৱন্তে বন্দী কৰাৰ প্ৰথম চেষ্টা অথলে যোৱাত দ্ৰোণে দুৰ্য্যোধনক কলে "ধনঞ্জয় যুধিষ্ঠিৰৰ লগত থাকে মানে তেওঁক জীৱন্তে ধৰা অসম্ভৱ। মই অলপো প্ৰতাৰণা কৰা নাই। অৰ্জ্জুনক কিবা স্বৰূপে আঁতৰাই ৰাখিব পাৰিলে মই পাণ্ডৱবাহিনী ভেদ কৰি যুধিষ্ঠিৰক হাত কৰিব পাৰোঁ। তেওঁ যুদ্ধৰ ঠাইৰপৰা পলাই নাসাৰিলে তেওঁক মই বন্দী কৰি আনিমেই। দৈবাৎ তেওঁ যুদ্ধক্ষেত্ৰৰপৰা পলাই গলেও আমাৰ জয় লাভেই হব।"

দ্ৰোণাচাৰ্য্যৰ এই কথা শুনি ত্ৰিগৰ্ত্তৰাজ সুশৰ্ম্মাই তেওঁৰ ভায়েকৰ লগত এটা গোপন পৰামৰ্শ কৰিলে। সংসপ্তক ব্ৰত ধৰি অৰ্জ্জুনক তেওঁলোকৰ লগত যুদ্ধলৈ আহ্বান জনালে যুধিষ্ঠিৰৰপৰা আঁতৰাই ৰাখিব পৰা যাব এই সঙ্কল্পকে তেওঁলোকে সিদ্ধান্ত কৰিলে। সেইমতে কৌৰৱসকলে নিজৰ ভিতৰৰপৰা এদল সেনা বাচি উলিয়ালে। তেওঁলোকে যথাৰীতি অগ্নিপূজা কৰি কুশৰ মেখেলা পিন্ধি 'প্ৰাণ ত্যাগ কৰিম' বুলি সঙ্কল্প ললে। সঙ্কল্পটো এই বুলি ললে যে "অৰ্জ্জুন বধ নহয় মানে আমি যুদ্ধৰপৰা উলটি নাহোঁ। ভয়ত পৃষ্ঠভঙ্গ দি পলাই আহিলে আমি মহাপাপাৰ ভাগী হম।" ইয়াৰ পিচত তেওঁলোকে মৰণ কালত কৰিব লগা দান আদি কাৰ্য্য সমাপ্ত কৰি মৃত্যু বৰণ কৰিবলৈ স্থিৰ কৰি যুদ্ধলৈ আগবাঢ়ি গল।

কৌৰৱৰ এই সংসপ্তক বাহিনী গৈ অৰ্জ্জুনক যুদ্ধৰ কাৰণে আহ্বান জনালে।

(এটা বিশেষ উদ্দেশ্য সাধনৰ কাৰণে এজন বা ততোধিক সেনাই নিজৰ প্ৰাণৰ মায়া পৰিত্যাগ কৰি মৃত্যু বৰণ কৰে। তাৰ পটন্তৰ আজি-কালিৰ যুদ্ধতো দেখিবলৈ পোৱা যায়। অৰ্জ্জুনক যুধিষ্ঠিৰৰপৰা আঁতৰাই নিয়াৰ উদ্দেশ্যে ত্ৰিগৰ্ত্তসেনা বাহিনীয়ে সংসপ্তক ব্ৰত অৱলম্বন কৰি অৰ্জ্জুনক যুদ্ধলৈ আহ্বান জনালে।)

অৰ্জ্জুনে তেতিয়া ধৰ্ম্মপুত্ৰক কলে "মহাৰাজ, আজি শত্ৰুপক্ষৰ সংসপ্তক ব্ৰত ধৰা সৈন্যদলে মোৰ নাম ধৰি যুদ্ধলৈ আহ্বান জনাইছে। যুদ্ধৰ কাৰণে মোক কোনোবাই আহ্বান জনালে মই পিছ ভৰি নিদিওঁ এনে এটা প্ৰতিজ্ঞাত আবদ্ধ হৈ আছো। সুশৰ্ম্মা আৰু তেওঁৰ লগৰীয়াসকলে মোক যুদ্ধলৈ আহ্বান জনাইছে। মই ইহঁতক বধ কৰি ঘূৰি আহিবলৈ অনুমতি কৰক।"

যুধিষ্ঠিৰে কলে "বাছা, তুমি দ্ৰোণৰ সঙ্কল্পৰ কথাটো জানিছাই নহয়?

সেই কথা ভাবি কাম কৰা। জীয়ন্তে মোক বন্দী কৰিম বুলি দুৰ্য্যোধনৰ আগত তেওঁ প্ৰতিজ্ঞা কৰি থৈছে। দ্ৰোণ মহা শক্তিমান, বীৰ, অস্ত্ৰবিদ্যা বিশাৰদ, কষ্ট সহিষ্ণু আৰু আলস্যহীন পুৰুষ।

সেই কথাত অৰ্জ্জুনে কলে "আপোনাৰ ৰক্ষাৰ ভাৰ বীৰ সত্যজিতৰ ওপৰত দিয়া হৈছে। তেওঁ আপোনাৰ লগে লগে থাকিব। তেওঁৰ দেহত প্ৰাণ থাকে মানে আপোনাৰ লেশমানো বিপদৰ শঙ্কা নাই।" এইবুলি ধৰ্ম্মপুত্ৰক পাঞ্চাল ৰাজকোৱঁৰ সত্যজিতৰ ওচৰত গতাই দি সংশপ্তকসকলৰ আহ্বানমতে ক্ষুধাৰ্ত্ত সিংহৰ দৰে অৰ্জ্জুন শত্ৰু সেনা আক্ৰমণ কৰিলে।

অৰ্জ্জুনে শ্ৰীকৃষ্ণক কলে "হে কৃষ্ণ, চাওক সৌৱা ত্ৰিগৰ্ত্ত সেনাবিলাক থিয় দি বৈ আছে। ব্ৰতৰ মহিমাত শোকৰ সময়তো তেওঁলোক হাঁহিমুখেই আছে। স্বৰ্গ সুখতকৈও অধিক সুখত যেন তেওঁলোক অধীৰ হৈ পৰিছে।' এইবুলি অৰ্জ্জুনে শত্ৰুসেনাৰ মাজত প্ৰবেশ কৰিলে।

আজি ভাৰত যুদ্ধৰ দ্বাদশ দিন। চাওঁতে চাওঁতে যুদ্ধই ভীষণ আকাৰ ধাৰণ কৰিলে। অৰ্জ্জুনৰ শৰত সংসপ্তক সৈন্যৰ হাহাকাৰ উপস্থিত হল। ত্ৰিগৰ্ত্তৰাজে সৈন্যসকলক সাৱধান বাণী শুনাই ধৰ আস্ফালন কৰিবলৈ ধৰিলে।

বীৰসকলে উৎসাহিত হৈ কবলৈ ধৰিলে "হে বীৰ সৈন্যসকল, মহা মহা ক্ষত্ৰিয়সকলৰ আগতে আমি শপথ খাই ব্ৰত গ্ৰহণ কৰিছোঁ। এনে ভীষণ আৰু কঠোৰ শপথ গ্ৰহণৰ পিচত যুদ্ধৰ কাৰণে ভয় খোৱা বা বিচলিত হোৱা আমাৰ পক্ষে অনুচিত। সেয়ে হলে আমি সংসাৰত হাঁহিয়াতৰ পাত্ৰ হম।" এইবুলি কৈ শঙ্খ নিনাদ কৰি ঘোৰতৰ যুদ্ধ কৰিবলৈ ধৰিলে।

অৰ্জ্জুনে কলে "হৃষীকেশ, প্ৰাণান্ত নহয় মানে এওঁলোকে যুদ্ধ ত্যাগ নকৰে—এওঁলোকে ভয়ো নকৰে। ৰথ ভালকৈ চলাওক।"

মধুসূদনে তীব্ৰ গতিৰে ৰথ পৰিচালনা কৰিলে। দেৱাসুৰৰ যুদ্ধত ইন্দ্ৰৰ ৰথৰ দৰে সাৰথি শ্ৰীকৃষ্ণয়ো নানা প্ৰকাৰ গতিৰে চক্ৰাকাৰে যুদ্ধ থলিত ৰথ চালনা কৰিবলৈ ধৰিলে। অৰ্জ্জুনৰ গাণ্ডীৱে পূৰ্ণ শক্তি প্ৰয়োগ কৰি সংসপ্তক সৈন্য বধ কৰিবলৈ ধৰিলে। সংসপ্তক সৈন্যই চকুৰ আগত শ শ অৰ্জ্জুন দেখিবলৈ ধৰিলে। আঘাত পোৱা বীৰসকল ধৰাশায়ী হৈ মাটিত পৰা পলাশফুলৰ দৰে শোভা পাবলৈ ধৰিলে।

তুমুল ৰণ লাগি উঠিল। বাণ বৰ্ষণৰ প্ৰকোপত মুহূৰ্ত্তৰ ভিতৰতে অৰ্জ্জুনৰ ৰথ আৰু ধ্বজা অন্ধকাৰত নেদেখা হৈ পৰিল।

তেতিয়া শ্ৰীকৃষ্ণই সুধিলে "ধনঞ্জয়, তুমি জীয়াই আছানে? ধনঞ্জয়ে সঁহাৰি দি কলে "হয় সখা কৃষ্ণ, মই জীয়াই আছোঁ। গাণ্ডীৱৰ বাণ বৰিষণত শত্ৰুপক্ষৰ অস্ত্ৰ প্ৰতিৰোধ হৈ পৰিল।

প্ৰলয় কালৰ ৰুদ্ৰ তাণ্ডৱ এই যুদ্ধক্ষেত্ৰতে দেখিবলৈ পোৱা গল। মুণ্ডহীন কবন্ধ, ঠান ঠান হৈ পৰা দেহাবোৰ যুদ্ধস্থলী উপচি পৰি এক ভীষণ দৃশ্যত পৰিণত হল।

সংসপ্তক সেনাৰ লগত অৰ্জ্জুনে যুদ্ধত লিপ্ত হৈ থকা অৱস্থাত দ্ৰোণাচাৰ্য্যই বেহুবদ্ধ হৈ থকা পাণ্ডৱসকলৰ ভিতৰত যুধিষ্ঠিৰলৈ লক্ষ্য কৰি ৰথ চালনা কৰিবলৈ সাৰথিক আদেশ কৰিলে। দ্ৰোণাচাৰ্য্যৰ অধীনত এটা ডাঙৰ সৈন্যবাহিনী তেওঁলৈকে টোঁৱাই আগবাঢ়ি যোৱা যুধিষ্ঠিৰে দেখা পালে। তেতিয়া তেওঁ ধৃষ্টদ্যুম্নক সাৱধান হবলৈ আদেশ দি কলে "সেই ব্ৰাহ্মণে মোক বন্দী কৰিবৰ মনেৰেই আগবাঢ়ি আহিছে। অতি সাৱধানে আমাৰ সৈন্য ৰক্ষা কৰিবা।"

দ্ৰোণাচাৰ্য্যৰ আক্ৰমণলৈ বাট নাচাই দ্ৰুপদ পুত্ৰই বিজুলী সঞ্চাৰে দ্ৰোণক আচম্বিতে আক্ৰমণ কৰিবলৈ ৰথ চলাই দিলে। কালান্তক ধৃষ্টদ্যুম্ন তেওঁলৈকে টোঁৱাই অহা দেখা পাই আচাৰ্য্যই এক মুহূৰ্ত্তৰ কাৰণে মুখৰ আগত যম দেখাদি দেখি ভয়ত আতুৰ হৈ পৰিল। এওঁৰ হাতত 'মোৰ মৰণ আছে' এনে এটা আশঙ্কা কৰি তেওঁ ৰথ ঘূৰাই দ্ৰুপদ ৰজাৰ ফালে গুচি গ'ল।

দ্ৰোণাচাৰ্য্য গৈ দ্ৰুপদ সৈন্যবিলাকক আক্ৰমণ কৰি তেজৰ নৈ বোৱাই ছিন্নভিন্ন কৰি দিয়াত তেওঁৰ মনলৈ অলপ বল আহিল। তেওঁ ৰথ ঘূৰাই পুনৰ যুধিষ্ঠিৰৰ উদ্দেশ্যে যোৱা দেখি যুধিষ্ঠিৰে অবিচলিত চিত্তেৰে বাণ বৰিষণ কৰিবলৈ ধৰিলে। সত্যজিতেও প্ৰাণটাকি দ্ৰোণক আক্ৰমণ কৰিলে। তুমুল সংগ্ৰাম লাগি উঠিল। দ্ৰোণে যমৰ মূৰ্ত্তি ধৰি এটি-দুটিকৈ ভালেমান বীৰসেনা বধ কৰিলে। পাঞ্চাল ৰাজকোঁৱৰ বৃকে আচাৰ্য্যৰ শৰত পৰি প্ৰাণ এৰিলে। সত্যজিতে আহত হৈ বাগৰি পৰিল।

এনে অৱস্থা দেখি বিৰাটপুত্ৰ শতানীক আহি দ্ৰোণক আক্ৰমণ কৰিলে। দ্ৰোণৰ হাতত শতানীকৰো মুণ্ড ছিগি মাটিত বাগৰি পৰিল। ৰজা কেতমেও দ্ৰোণৰ হাতত প্ৰাণ ত্যাগ কৰিলে। 'দ্ৰোণৰ আক্ৰমণ বোধ কৰিবই লাগিব' এইবুলি বসুধান আগবাঢ়ি গল। কিন্তু তেৰোঁ দ্ৰোণৰ একেপাট শৰতে

ধৰাশায়ী হৈ প্ৰাণ এৰিলে। যুধামন্যু, সাত্যকি, শিখণ্ডী আৰু উত্তমৌজাক শৰেৰে ঘূণীয়া কৰি দ্ৰোণাচাৰ্য্যই যুধিষ্ঠিৰৰ ফালে চোঁচা ললে। সেই মুহূৰ্ত্তত দ্ৰুপদপুত্ৰ পাঞ্চালে নিজৰ প্ৰাণ তুচ্ছ কৰি দ্ৰোণৰ ওপৰত প্ৰবলভাৱে আক্ৰমণ চলালে। তেৱেঁ৷ প্ৰবল শৰাঘাতত উল্কাৰ দৰে প্ৰাণ এৰি ৰথৰ পৰা চলি মাটিত পৰিল।

তেতিয়া দুৰ্য্যোধনে কৰ্ণক কলে "ৰাধেয়, দ্ৰোণৰ পৰাক্ৰম দেখিলেনে? ইয়াৰ পিচত আৰু পাণ্ডৱসকলে যুদ্ধলৈ হেঁপাহ নকৰে। চোৱাঁ চোৱাঁ সৌৱা তেওঁলোকৰ সৈন্যবিলাকে ছত্ৰভঙ্গ দি পলাইছে।

কৰ্ণই সেই কথা শুনি মূৰ জোকাৰি কলে "নহয় দুৰ্য্যোধন, পাণ্ডৱসকল ইমান সহজে পৰাভূত নহয়। সহজে যুদ্ধ এৰি নাযায়। বিহ, জুই, পাশাখেল আৰু দীৰ্ঘকাল বনবাসত তেওঁলোকে যিমান দুখ-কষ্ট ভোগ কৰিছে সেইটো তেওঁলোকে ইমান সহজে পাহৰিব নোৱাৰে। চোৱাঁ, চোৱাঁ, সৌৱা পাণ্ডৱসকলে গোট বান্ধি আকৌ দ্ৰোণক আক্ৰমণ কৰিছেহি। ভীম, সাত্যকি, যুধামন্যু, ক্ষত্ৰবৰ্ম্মা, নকুল, উত্তমৌজা, দ্ৰুপদ, বিৰাট, শিখণ্ডী, ধৃষ্টকেতু আদি ভালেমান বীৰে যধিষ্ঠিৰক ৰক্ষা কৰিবলৈ গোট বান্ধি আগ বাঢ়িছে। দ্ৰোণ ভীষণ ৰকমে আক্ৰান্ত হৈ পৰিছে। দ্ৰোণাচাৰ্য্যৰ ওপৰত ইমান এটা গুৰুভাৰ দি আমি দূৰৈৰপৰা বৈ চাই থকা নিতান্ত অনুচিত হৈছে। মহাবীৰসকলৰো দায়ীত্ব বহন কৰাৰ এটা সীমা আছে। ভালেমান ভেকুলী একগোট হৈ মহা হস্তীকো বধিব পাৰে। দ্ৰোণৰ সহায়ৰ কাৰণে আমি ততালিকে আগবঢ়া উচিত। তেওঁক অকলৈ এৰি দিয়া উচিত নহয়।"

## বীৰ ভগদত্ত

যুধিষ্ঠিৰক ধৰিবলৈ দ্ৰোণে কেবাবাৰো বিফল চেষ্টা কৰিলে।

দুৰ্য্যোধনে এটা বিৰাট সেনাবাহিনী ভীমৰ বিৰুদ্ধে পঠাই দিলে। ভীমে ৰথৰ ওপৰত থিয় দি সেই সৈন্যবাহিনী আক্ৰমণ কৰিলে। ভীমসেনৰ অৰ্দ্ধচন্দ্ৰাকৃতি বাণৰ প্ৰকোপত দুৰ্য্যোধনৰ ৰথ, ধ্বজা আৰু ধনু খণ্ড-বিখণ্ড হৈ ছিগি-ভাঙি গল। দুৰ্য্যোধনৰ এই দুৰৱস্থা দেখি ম্লেচ্ছৰাজ অঙ্গই এটা প্ৰকাণ্ড হাতীৰ পিঠিত উঠি ভীমসেনক আক্ৰমণ কৰিলে। ভীমে

অস্ত্র হানি অঙ্গৰ হাতী আৰু অঙ্গৰাজ দুয়োকে বধ কৰিলে। তেতিয়া কুৰু সৈন্যবিলাকে ভয় খাই যেনি-তেনি পলাবলৈ ধৰিলে।

কৌৰৱৰ হাতী, ৰথৰ ঘোঁৰা বিভ্ৰান্ত হৈ পলাবলৈ ধৰিলে। শই শই পদাতিক সেনা যুদ্ধত পৰিবলৈ ধৰিলে। এইদৰে কৌৰৱ সেনা পলাবলৈ ধৰা দেখি প্ৰাগ্‌জ্যোতিষৰ বীৰ ৰজা ভগদত্তই সহি থাকিব নোৱাৰিলে। তেওঁ তেতিয়া তেওঁৰ প্ৰখ্যাত 'সুপ্ৰতীক' নামৰ ভয়ঙ্কৰ হাতীটোৰ ওপৰত উঠি ভীমৰ ফালে আগবাঢ়ি গৈ ভীমক আক্ৰমণ কৰিবলৈ হাতীক ইঙ্গিত দিলে। লগে লগে হাতীটোৱে কাণ দুখন্‌ মেলি লৈ শুঁৰেৰে কোবাই কোবাই ভীমসেনৰ ৰথ ঘোঁৰা সকলো চূৰ্ণীকৃত কৰি পেলালে। ভীমসেনে হাতীৰ মৰ্ম্মস্থানৰ সম্ভেদ জানিছিল। ৰথ আৰু ঘোঁৰা হেৰুৱাই ভীমসেনে জাপ্‌ মাৰি মাটিত পৰিয়েই হাতীৰ দুই ভৰিৰ মাজত সোমাই হাতীৰ মৰ্ম্মস্থানত গাৰ বলেৰে ভুকুৱাবলৈ ধৰিলে। হাতীয়ে যন্ত্ৰণাত বলিয়াৰ দৰে হৈ কুমাৰৰ চাকৰ দৰে ঘূৰি ঘূৰি ভীমক শুঁৰেৰে মেৰিয়াই ধৰি আঁতৰলৈ দলি মাৰি দিবলৈ চেষ্টা বিচাৰিলে। শেষত ভীমক শুঁৰেৰে পকাই ধৰি গুৰিয়াবলৈ ধৰিলে। কিন্তু ভীমসেনে মূৰপোলোকা দি আকৌ মৰ্ম্মস্থানত ভুকুৱাবলৈ আৰম্ভ কৰিলে।

সেই ছেগতে পাণ্ডৱ পক্ষৰ কোনোবা হাতী আহি ভগদত্তৰ হাতীটোক আক্ৰমণ কৰিবহি বুলি আশা কৰিয়েই ভীমসেনে সেইদৰে সময় কটাইছিল। হাতীৰ তলত সোমাই ভীমসেন নেদেখা হৈ পৰাত সকলোৱে ভাবিলে যে আজি ভগদত্তৰ হাতীৰ খচকত ভীমসেনৰ প্ৰাণ গল। এই খবৰ যুদ্ধক্ষেত্ৰত প্ৰচাৰ হৈ গল।

ভীমসেন সঁচাসঁচিকৈয়ে বিপদগ্ৰস্ত হৈছে বুলি ভাবি যুধিষ্ঠিৰে ভালেমান বীৰসেনা ভগদত্তৰ বিৰুদ্ধে যুদ্ধ দিবলৈ পঠাই দিলে। ইতিমধ্যে দশাৰ্ণৰাজে এটা যুদ্ধৰ হাতীৰ পিঠিত উঠি ভগদত্তৰ হাতী আক্ৰমণ কৰিলেগৈ। দুয়োটা হাতীৰ মাজত ভয়ঙ্কৰ যুদ্ধ চলিবলৈ ধৰিলে। অৱশেষত দশাৰ্ণৰাজৰ হাতী বাগৰি পৰিল। সেই সুযোগতে ভীমসেনে হাতীৰ আক্ৰমণৰপৰা হাত সাৰি আহিল।

ভালেমান মহাৰথীৰ হাতত আক্ৰান্ত হৈও ভগদত্ত দমি নগল। বৰং তেওঁ দাৱাগ্নিৰ দৰে জ্বলি-পকি উঠিল। আক্ৰমণকাৰী সকলো বীৰকে উপেক্ষা কৰি ভগদত্তই সাত্যকিক আক্ৰমণ কৰিবলৈ নিজৰ হাতীটোক ইঙ্গিত কৰিলে। সুপ্ৰতীকে সাতকিৰ ৰথ আক্ৰমণ কৰি শুঁৰেৰে মেৰিয়াই ধৰি ৰথখন দূৰৈলৈ আছাৰ মাৰি পঠিয়ালে। সাত্যকিয়ে নিৰুপায় হৈ

চকুৰ পচাৰতে মাটিত জপিয়াই পৰি কথমপিহে প্ৰাণ ৰক্ষা কৰিলে। সাৰথিয়ে বিচক্ষণতাৰে ৰথ আৰু ঘোঁৰা ৰক্ষা কৰি ঘূৰি আহি সাত্যকিৰ কাষ পালেহি।

ভগদত্তৰ হাতীটো পাণ্ডৱ সেনাৰ মাজলৈ সোমাই গৈ ভালেমান বীৰক ৰথে সৈতে বগৰাই পেলাই আতঙ্কৰ স্বষ্টি কৰিবলৈ ধৰিলে। ঐৰাবতত উঠি ইন্দ্ৰই যেনেকৈ অসুৰ দমন কৰি ফুৰিছিল ভগদত্তয়ো সেইদৰে নিজৰ হাতীত উঠি পাণ্ডৱ সেনাক নণ্ডবশান্তি কৰিবলৈ ধৰিলে।

কুলা যেন কাণ দুখন কোবাই কোবাই, অসাধাৰণ দীঘলীয়া শুঁৰডালেৰে সৈতে এই হাতীটোৱে অগণন ৰথ, ঘোঁৰা, বীৰসেনা আদি দলন কৰি যাবলৈ ধৰিলে। অস্ত্ৰৰ খোচ খালেই হাতীটোৰ উন্তওালি চৰিহে যায়। গৰখীয়াই গৰুবোৰ যেনেকৈ খেদি লৈ যায় ভগদত্তয়ো এই হাতীটোৰে পাণ্ডৱৰ সৈন্যবাহিনী পিচুৱাই খেদি নিলে। ভীম নিৰুপায়ত পৰি ৰথত উঠি ভগদত্তক পুনৰ আক্ৰমণ কৰিলেগৈ। হাতীটোৱে শুঁৰডাল ওপৰলৈ দাঙি পানীৰ ফোৰোহনি তুলি বৰকৈ গোজৰণি মাৰি ভীমৰ ঘোঁৰা কেইটা আক্ৰমণ কৰাত ৰথ এৰি পলাই লৰ মাৰিলে।

সেই সময়ত আন এফালে অৰ্জ্জুনে সংসপ্তক সৈন্যৰ লগত যুদ্ধত ব্যস্ত আছিল। পাণ্ডৱ সেনাবাহিনীৰ মাজৰপৰা ধূঁৱলি কুঁৱলী ধূলি উৰা দেখা পাই আৰু হাতীৰ গোজৰা গোমৰা শব্দ শুনি অৰ্জ্জুনে ভাবিলে পাণ্ডৱ সেনাৰ নিশ্চয় কিবা বিঘিনি ঘটিছে। তেতিয়া তেওঁ শ্ৰীকৃষ্ণক কলে "হে মধুসূদন, এইটো ভগদত্তৰ হাতীৰ গোজৰণি, সেই বিখ্যাত সুপ্ৰতীকৰেই গোজৰণি যেন অনুমান হৈছে। হাতীৰে যুদ্ধ কৰাত ভগদত্তৰ সমকক্ষ বীৰ এই পৃথিৱীত আৰু কেও নাই। তেওঁ আজি আমাৰ সৰ্ব্বনাশ ঘটাব। আমি তুৰন্তে সেই ঠাইলৈ যোৱা উচিত। সংসপ্তকৰ লগত যুদ্ধ অলপ সময়ৰ কাৰণে ক্ষান্ত দিয়া যাওক। দ্ৰোণ আৰু যুধিষ্ঠিৰে যুদ্ধ কৰি থকা ঠাইলৈ ৰথ চলাই লৈ বলা।"

সেইমতেই শ্ৰীকৃষ্ণই সেইফালে ৰথ চলাই নিলে। সুশৰ্ম্মা আৰু তেওঁৰ অনুচৰসকলে "ৰবা, ৰবা, কলৈ যোৱা" বুলি পিচৰ পৰা চিঞৰি চিঞৰি আক্ৰমণ কৰিবলৈ ধৰিলে।

খন্তেকৰ কাৰণে অৰ্জ্জুন উভয় সঙ্কটত পৰিল। তেওঁ ভাবিলে 'সংসপ্তক সেনাই মোক যুদ্ধলৈ আহ্বান কৰি আনিছে। মই তালৈ পিঠি দিয়া অনুচিত হব। আনফালে আমাৰ সৈন্য ছেদেলি-ভেদেলি হৈ সঙ্কতাপন্ন অৱস্থাত পৰিছে। তাত গৈ সহায় নকৰিলেও সমূহ বিপদ ঘটিব।"

এই ছেগতে এপাত শক্তিশালী শেল সুশৰ্ম্মাই অৰ্জ্জুনৰ গালৈ আৰু এপাত জনাৰ্দ্দনৰ গালৈ টোৱাই মাৰি পঠালে। কিন্তু চকুৰ পচাৰতে অৰ্জ্জুনে তিনিপাত শৰ মাৰি সুশৰ্ম্মাক পৃষ্ঠভঙ্গ দিবলৈ বাধ্য কৰিলে। তেতিয়া তেওঁ তীব্ৰ বেগে যুধিষ্ঠিৰৰ ফালে ৰথ চলাই দিবলৈ শ্ৰীকৃষ্ণক অনুৰোধ কৰিলে।

অৰ্জ্জুনৰ উপস্থিতিত পাণ্ডৱ সেনাই নতুন বল পালে। তেতিয়া দুয়োপক্ষৰ ভিতৰত ভীষণতৰ যুদ্ধ আৰম্ভ হল বনৰীয়া হাতীয়ে বাঁহবাৰী দলি যোৱাৰ দৰে অৰ্জ্জুনে চাওঁতে চাওঁতেই কৌৰৱ সেনা দলি মোহাৰি গৈ ভগদত্তৰ মুখামুখি হলগৈ। অৰ্জ্জুনক দেখা পাই ভগদত্তই সুপ্ৰতীকক হেকুচি অৰ্জ্জুনক আক্ৰমণ কৰিবলৈ ইঙ্গিত কৰিলে। সুপ্ৰতীকে কালান্তক যমৰ দৰে 'হুঁঃ' কৰি অৰ্জ্জুনৰ ৰথৰ ওপৰত জপিয়াই পৰিলগৈ। শ্ৰীকৃষ্ণই চকুৰ নিমিষতে ৰথখন অতি বিচক্ষণাতেৰে পাক মাৰি ৰক্ষা কৰিলে।

ভগদত্তই হাতীৰ ওপৰৰপৰা অৰ্জ্জুন আৰু শ্ৰীকৃষ্ণৰ ওপৰত শৰ বৰষিবলৈ ধৰিলে। অৰ্জ্জুনে গাণ্ডীৱৰপৰা শৰ মাৰি হাতীৰ কবচ ভেদ কৰিলে। এই শৰাঘাতত হাতীটো বৰ ঘাইল হ'ল। তেতিয়া ভগদত্তই এপাত শক্তিশালী শেল শ্ৰীকৃষ্ণলৈ টোৱাই মাৰি পঠিয়ালে। অৰ্জ্জুনে সেই শেল শৰেৰে খণ্ড খণ্ড কৰি পেলালে। ভগদত্তই দুনাই আন এপাত তীক্ষ্ণতৰ কাঁড় অৰ্জ্জুনৰ গালৈ মাৰি পঠিয়ালে। সেইপাতে অৰ্জ্জুনৰ কিৰীটটো খহাই পেলালে।

অৰ্জ্জুনে ততালিকে মূৰত কিৰীটটো খুৱাই লৈ ভগদত্তক কলে "ভগদত্ত শেষবাৰৰ কাৰণে এবাৰ জগতখন চাই লোৱা।" এইবুলি অৰ্জ্জুনে গাণ্ডীৱত টঙ্কাৰ ফুটালে।

ভগদত্তৰ চুলি পকি চাল সোঁতোৰা সোঁতোৰ হৈ বুঢ়া হৈছিল যদিও তেওঁৰ মুখখন সিংহৰ দৰে ভয়াৱহ আছিল। কপালৰ ছাল ওলমি পৰি চকু পোত খাই পৰাত পাটৰ টঙ্গালিৰে লৰালৰিকৈ সেই চাল ওপৰলৈ তুলি বান্ধি ললে। অপ্ৰতিদ্বন্দ্বী বীৰ এই ভগদত্তৰ ভদ্ৰতা আৰু আন সজগুণত জগৎবিখ্যাত আছিল। মানুহে তেওঁক ইন্দ্ৰৰ সখা বুলি আখ্যা দিছিল। শেষবাৰ জগতখন চাই লোৱা বুলি কৈয়েই অৰ্জ্জুনে ভগদত্তৰ ওপৰত বাণ বৰিষণ কৰিবলৈ ধৰিলে। সেই বানৰ প্ৰচণ্ডাঘাতত ভগদত্তৰ মৰ্ম্মাস্থল ভেদি গল। সেই দিনত বীৰসকলে কবচ ধাৰণ কৰি লয়। কবচৰ কোনোবা অংশ ভাগি গলে সেই ভগা অংশই দি শৰ মাৰি শত্ৰু বধ কৰিব পাৰি। এইবোৰ কৌশল সেই কালৰ যুদ্ধ বিদ্যাৰ অন্তৰ্গত আছিল।

বুঢ়া ভগদত্তই ধনুকাঁড় হেৰুৱাই তেওঁৰ অঙ্কুশ পাতকে মন্ত্র উচ্চাৰি অৰ্জ্জুনৰ গালৈ মাৰি পঠিয়ালে। সেই অঙ্কুশ অৰ্জ্জুনৰ গাত পৰা হলেই তেওঁৰ মৃত্যু অনিবাৰ্য্য আছিল। কিন্তু চকুৰ পলকতে শ্ৰীকৃষ্ণই সেই অঙ্কুশ নিজে বুকুপাতি গ্ৰহণ কৰিলে। বৈষ্ণৱ মন্ত্ৰেৰে মন্ত্ৰপূত অঙ্কুশ মাধৱৰ বুকুত পৰি বনমালাৰ ৰূপ ধৰি তেওঁৰ কণ্ঠত শোভা পালে।

তেতিয়া অৰ্জ্জুনে মাত দিলে "জনাৰ্দ্দন, আপুনি শত্ৰু নিক্ষিপ্ত অস্ত্ৰ গ্ৰহণ কৰিলে কিয়? আপুনি যুদ্ধ নকৰি কেৱল ৰথেই চলাব বুলিহে প্ৰতিজ্ঞা কৰিছিল? মই অস্ত্ৰেশস্ত্ৰে সজ্জিত হৈ থকা দেখিছেই এনে অৱস্থাত আপুনি তাত কি বুলি হস্তক্ষেপ কৰিলে?"

শ্ৰীকৃষ্ণই উত্তৰত কলে "সখা, তুমি নাজানা, এই অঙ্কুশাস্ত্ৰ তোমাৰ প্ৰাণনাশৰ কাৰণ আছিল। সেইটো মোৰেই সম্পত্তি, মোৰ সম্পত্তি মোলৈ কেনেকৈ উলটি আহিল চোৱা।" এই বুলি শ্ৰীকৃষ্ণই মিচিকীয়া হাঁহি এটা মাৰি সেই বনমালা অৰ্জ্জুনক দেখুৱাই দিলে।

তাৰ পিচত পাৰ্থই এপাত শৰ সুপ্ৰতীকলৈ টোৱাই মাৰি দিলে। সেই শৰ সাপৰ নিচিনাকৈ গৈ সুপ্ৰতীকৰ মূৰেদি সোমাই অদৃশ্য হৈ পৰিল।

তেতিয়া ভগদত্তই পুনৰ অৰ্জ্জুনক আক্ৰমণ কৰিবৰ মনেৰে হাতীটো হেঁচুকিবলৈ ধৰিলে। কিন্তু নিৰ্ধনী মানুহৰ ঘৈণীয়ে যেনেকৈ গৃহস্থৰ কথা উপেক্ষা কৰে হাতীটোৰেও এইবাৰ নিজৰ শৰীৰটোৰে নানা অঙ্গিভঙ্গী কৰি দাঁতেৰে মাটি খান্দি ভীষণ গৰ্জ্জন কৰি মাটিত ঢাচ কৰে বাগৰি পৰি মৰি থাকিল।

হাতীটোক নামাৰি অৰ্জ্জুনে ভগদত্তক বধিবলৈ চেষ্টা কৰিছিল। সেই-টোত অক্ষম হৈ অৰ্জ্জুনে বৰ বেজাৰ পালে। অৰ্জ্জুনৰ শৰত ভগদত্তৰ কপালৰ বান্ধটো ছিগি পৰিল। কপালৰ ওলোমা ছালে ভগদত্তৰ চকু জাপ খুৱাই দিলে। তেতিয়া তেওঁ আন্ধাৰ-মুধাৰ দেখিলে। ইয়াৰ পিচত এপাত চোকা শৰ মাৰি অৰ্জ্জুনে ভগদত্তৰ বুকু ফালি পেলালে।

পৰ্ব্বতৰ টিঙৰপৰা ফলে ফুলে জাতিষ্কাৰ হৈ থকা গছ এজোপা বাগৰি আহি মাটিত পৰাৰ দৰে সোণৰ গুটি মণিৰে তলবলাই থকা বহল বুকুখন লই ভগদত্ত মাটিত বাগৰি পৰিল। কৌৰৱ সেনাবিলাক বিমোৰত পৰি যেনি তেনি ফাঁহিচিটিকা দি পলাবলৈ ধৰিলে।

তাকে দেখি শকুনিৰ দুজন সহোদৰ বৃষ আৰু অচলে লগ লাগি অৰ্জ্জুনক আক্ৰমণ কৰিলেহি। সন্মুখৰপৰা এজনে আৰু পিচফালৰপৰা আনজনে আক্ৰমণ কৰিবলৈ ধৰিলে। অৰ্জ্জুনৰ হাতত তেওঁলোকৰ ৰথ চূৰ্ণীকৃত হল।

অৰ্জ্জুনে তেতিয়া তেওঁলোকৰ সেনাবিলাক ছেদেলি-ভেদেলি কৰি পেলালে। বৃষ আৰু অচল দুয়োৰে আকৃতি একে ৰকমৰ আছিল। দুই বীৰেই অৰ্জ্জুনৰ হাতত মৃত্যু বৰণ কৰিলে।

ব্যাসদেৱে বৰ্ণনা কৰি কৈছে, "যুদ্ধ ক্ষেত্ৰ এৰি পলাই নোযোৱাৰ কাৰণে এই দুটি বীৰৰ শৰীৰৰপৰা পবিত্ৰ কীৰ্ত্তিৰ জেউতী ওলাই চৌদিশ পোহৰ হৈ পৰিছিল।"

অপ্ৰতিদ্বন্দ্বী বীৰ সহোদৰ দুটিৰ মৃত্যুত শকুনিয়ে খঙত উগ্ৰমূৰ্ত্তি ধৰি কপট যুদ্ধ ৰীতিৰ আশ্ৰয় লৈ মায়া অস্ত্ৰলৈ অৰ্জ্জুনক আক্ৰমণ কৰিবলৈ আহিল। অৰ্জ্জুনে ততালিকে শৰ মাৰি সেই মায়া অস্ত্ৰ চূৰ্ণ কৰি পেলালে। অৰ্জ্জুনৰ শৰাঘাতত শকুনি অতিষ্ঠ হৈ ৰথ লৈ তীব্ৰ বেগে ৰণক্ষেত্ৰৰপৰা পলাই সাৰিল। তাৰ পিচত পাণ্ডৱ সৈন্যই দ্ৰোণাচাৰ্য্যৰ সেনাবাহিনীক ভীষণভাৱে আক্ৰমণ কৰি অসংখ্য কুৰুবীৰৰ প্ৰাণ বধ কৰিলে। তেজৰ সোঁতেৰে নৈ বৰলৈ ধৰিলে। কুৰুসৈন্যসকল কৰচহীন হৈ যাইল হৈ ভয়ত বিহ্বল হৈ পৰাত দ্ৰোণে দ্বাদশ দিনাৰ যুদ্ধৰ সামৰণি মাৰিলে। কৌৰৱপক্ষই ভাৰাক্ৰান্ত হৃদয়ে শিবিৰলৈ যাব ধৰিলে; কাৰণ তেওঁবিলাকৰ হানী প্ৰচুৰ হৈছিল। আনফালে পাণ্ডৱ সৈন্য হাঁহিমুখে শিবিৰ পাই যোদ্ধা-সকল জুইৰ চাৰিওকাষে বহি ৰংমনে কথা পাতিবলৈ ধৰিলে আৰু অৰ্জ্জুন প্ৰভৃতী বিজয়ী বীৰসকলৰ গুণ বখানিবলৈ ধৰিলে।

## অভিমন্যু

পিচ দিনা নিচেই পুৱাতে দুৰ্য্যোধন মনত তীব্ৰ বিৰক্তি আৰু খঙ লৈ দ্ৰোণৰ ওচৰ পাই বিহিত অভিবাদন জনাই কলে "হে ব্ৰাহ্মণশ্ৰেষ্ঠ, কালিৰ যুদ্ধত যুধিষ্ঠিৰক হাততে পায়ো বন্দী নকৰি এৰি দিলে। আপুনি মন কৰা-হেঁতেনেই হয়। যুধিষ্ঠিৰক বন্দী কৰিবৰ ইচ্ছা থকা হলেই কালি আপোনাক কোনেও বাধা দিব নোৱাৰিলেহেঁতেন। আপুনি মোৰ আগত যি বুলি প্ৰতিজ্ঞা কৰিছিল সেইটো ৰক্ষা কৰিব নোৱাৰাৰ কাৰণ মই হলে ধৰিব পৰা নাই। মহাপুৰুষসকলৰ কাৰ্য্যকলাপ বুজাই বৰ জটিল যেন লাগে।" দুৰ্য্যোধনে তাত উপস্থিত থকা কেইবাগৰাকীও বীৰৰ সন্মুখতে দ্ৰোণাচাৰ্য্যক এনেদৰে দোষাৰোপ কৰিবলৈ ধৰিলে।

দুৰ্য্যোধনৰ কথাবোৰ শুনি দ্ৰোণে প্ৰাণত বৰ আঘাত পালে। তেওঁ কলে "দুৰ্য্যোধন, তোমাৰ নিমিত্তে মই অকপটচিত্তে মোৰ সমস্ত শক্তি প্ৰয়োগ কৰিছোঁ। কিন্তু তোমাৰ সঙ্কল্প আৰু বাক্য এটাও ৰাজোচিত হোৱা নাই। মই পূৰ্ব্বতে কৈছোঁ যুধিষ্ঠিৰৰ কাষত অৰ্জ্জুন উপস্থিত থাকিলে আমাৰ উদ্দেশ্য সফল কৰা অসম্ভৱ। যদি অৰ্জ্জুনক আঁতৰাই ৰাখিবৰ কিবা ব্যৱস্থা কৰিব পাৰা তেন্তে আজিও মই প্ৰাণপনে চেষ্টা কৰিব পাৰো। এইদৰে আশ্বাস দি দুৰ্য্যোধনক সান্ত্বনা কৰিলে।

ত্ৰয়োদশ দিনাও সংসপ্তক সৈন্যই অৰ্জ্জুনক যুদ্ধলৈ আহ্বান জনালে। তেওঁলোকক আক্ৰমণ কৰি কৰি অৰ্জ্জুন দক্ষিণমুৱা হৈ যাবলৈ ধৰিলে। সেইফালে গৈ দুয়োদলৰ মাজত ভীষণ যুদ্ধ লাগি উঠিল। এনে যুদ্ধ কাহানিও হোৱা নাই আৰু ভবিষ্যতেও হবৰ সম্ভাৱনা নাই।

ধনঞ্জয়ে এইদৰে দক্ষিণ ভাগত যুদ্ধত আৱদ্ধ থকাত দ্ৰোণে তেওঁৰ সৈন্যদল লৈ 'পদ্ম'বেহু ৰচনা কৰি যুধিষ্ঠিৰৰ বিৰুদ্ধে যুদ্ধ আৰম্ভ কৰিলে। ভীম, সাত্যকি, ঘটোৎকচ, চেকিতান, ধৃষ্টদ্যুম্ন, দ্ৰুপদ, যুধামন্যু, শিখণ্ডী, উত্তমৌজা বিৰাট, কেকয় আৰু সৃঞ্জয়সকলৰ বাহিৰেও ভালেমান পাণ্ডৱ সেনাই দ্ৰোণৰ সেনা বাহিনীৰ গতি ৰোধ কৰিবলৈ প্ৰাণান্ত চেষ্টা কৰিও বিফল হল। দ্ৰোণৰ ভীষণ আক্ৰমণৰ প্ৰতাপ দেখি সকলো স্তম্ভিত হল।

সুভদ্ৰা পুত্ৰ অভিমান্যু বয়সত বালক হলেও যুদ্ধ বিদ্যাত শ্ৰীকৃষ্ণ আৰু অৰ্জ্জুনৰ দৰেই বিখ্যাত হৈ উঠিছিল। তেওঁক মাতি আনি যুধিষ্ঠিৰে কলে "বাছা অভিমন্যু, দ্ৰোণাচাৰ্য্যই ভীষণভাৱে আক্ৰমণ কৰি আমাক অতিষ্ঠ কৰি তুলিছে। কিবা স্বৰূপত আমাৰ পৰাজয় ঘটিলে আমি অৰ্জ্জুনৰ নিন্দাৰ পাত্ৰ হব লাগিব। দ্ৰোণৰ বেহুভেদ কৰিবলৈ আমাৰ এজন বীৰৰো সাধ্য নহল। কিন্তু তুমি সেই কাম কৰিবলৈ সমৰ্থ হবা বুলি মোৰ বিশ্বাস। তুমি গৈ দ্ৰোণৰ সৈন্য প্ৰতিৰোধ কৰাগৈ।"

অভিমন্যুৱে কলে "মই শত্ৰুৰ বেহু ভেদ কৰিব পাৰিম তাত সন্দেহ নাই, কিন্তু বেহুৰ মাজত কিবা অনৰ্থ ঘটিলে ওলাই আহিবলৈ উপায় নাপাম।

তেতিয়া যুধিষ্ঠিৰে কলে "বীৰপুত্ৰ তুমি বাৰু বেহুত প্ৰৱেশ কৰঁাগৈ। তোমাৰ পিচে পিচে আমি সকলো বেহুৰ মাজলৈ সোমাই যাম। তুমি কেৱল বেহু ভেদ কৰি সোমোৱাৰ দিহা কৰা আমি সকলো বীৰকে লৈ তোমাক ৰক্ষাৰ ব্যৱস্থা কৰিম।"

ধৰ্ম্মপুত্ৰৰ এনে বাণী শুনি ভীমসেনেও দৃঢ়তাৰে কলে, "তোমাৰ পাচে

পাচে ময়ো প্ৰবেশ কৰিম। ধৃষ্টদ্যুম্ন সাত্যকি, পাঞ্চাল সেনা, কেকয় আৰু মৎস্য সেনা সকলোবোৰ তোমাৰ পিছলৈ শত্ৰুৰ বেহুৰ ভিতৰলৈ সোমাই যাব। কোনো প্ৰকাৰে বেহু ভেদ কৰি এবাৰ সোমাই লব পাৰিলে আমাৰ হাতত শত্ৰুসেনা ধ্বংস হৈ যাব।

অভিমন্যুৱে কলে "ভাল কথা, আজি তেন্তে মোৰ পৰাক্ৰম দেখুৱাই মামা আৰু পিতাক আনন্দ দিব পাৰিম।" এই বুলি কৈ অভিমন্যুৱে মনতে শ্ৰীকৃষ্ণ আৰু অৰ্জ্জুনক স্মৰণ কৰি বিপুল উদ্যমেৰে যুদ্ধ আৰম্ভ কৰিলে।

"তোমাৰ বল-বিক্ৰম বৃদ্ধি হওক"—বুলি যুধিষ্ঠিৰে অভিমন্যুক আশীৰ্ব্বাদ কৰি আগবঢ়াই দিলে।

অভিমন্যুৱে তেওঁৰ সাৰথিক কলে "সুমিত্ৰ, সৌৱা দ্ৰোণাচাৰ্য্যৰ ৰথ দেখা গৈছে। সেই ৰথলৈ পোনাই আমাৰ ৰথ চলাই দিয়া।" সাৰথিয়েও সেইমতে ৰথ চালনা কৰিলে।

"ৰথ খৰকৈ চলোৱা" বুলি অভিমন্যুৱে সাৰথিক বাৰে বাৰে কবলৈ ধৰিলে। সাৰথিয়ে নম্ৰভাৱে কলে "আয়ুষ্মান, যুধিষ্ঠিৰে আজি আপোনাক গুৰুভাৰ অৰ্পণ কৰিছে। স্থীৰভাৱে খন্তেক চিন্তা কৰি লৈ বেহুত প্ৰবেশ কৰিব। দ্ৰোণ অতি যুদ্ধবিদ্যা বিশাৰদ, বলী আৰু আপুনি তেনেই বালক।"

অভিমান্যুৱে মিচিকিয়া হাঁহি এটা মাৰি কলে "শ্ৰীকৃষ্ণ যাৰ মামা, অৰ্জ্জুন যাৰ পিতা, ভয়ৰূপী ভূত তেওঁৰ কাষ চাপিব নোৱাৰে। এই শত্ৰু শক্তি মোৰ শক্তিৰ ষোল্লভাগৰ এভাগো নহয়। তুমি আৰু বেগেৰে দ্ৰোণৰ ফালে ৰথ লৈ বলাঁ। ভয় নাই।" সাৰথিয়ে সেইমতে তীব্ৰবেগে ৰথ চলাবলৈ ধৰিলে।

অভিমন্যুৰ ৰথৰ ঘোঁৰা মাত্ৰ তিনিবছৰ বয়সৰ আছিল। ৰথ আছিল সোণৰ। ৰথ বায়ুবেগে চলিছিল। কৌৰৱ সেনাই ৰথ দেখা মানে চিঞঁৰি চিঞঁৰি কবলৈ ধৰিলে—"সৌৱা অভিমন্যু আহিছে, অভিমন্যু আহিছে" বুলি। আন পাণ্ডৱ সকলো অভিমন্যুৰ পিছে পিছে গৈ আছিল। অভিমন্যুক দেখা পাই কৌৰৱ সেনাসকলে ভাবিলে "এওঁতো অৰ্জ্জুনতকৈও শক্তিমন্ত বীৰ।" এই ভাবি সকলো সন্ত্ৰস্ত হৈ পৰিল। হাতীৰ পালক যেনেকৈ সিংহ পোৱালীয়ে আক্ৰমণ কৰে অভিমন্যুৱেও সেইদৰে গৈ কুৰু-সৈন্যক আক্ৰমণ কৰিলে। সাগৰৰ মাজত পানীৰ পাক ঘূৰণি উঠাদি কৌৰৱসেনাৰ মাজতো সেইদৰে এটা হেন্দোলনিৰ পাক উঠিল। চাই

থাকোঁতেই দ্ৰোণাচাৰ্য্যৰ চকুৰ আগতে অভিমন্যুয়ে কুৰুবেহু ভেদ কৰি গল। জুইত ছগা পৰাদি অভিমন্যুৰ অস্ত্ৰৰ মুখত দলে দলে কুৰুসৈন্য জাহ যাবলৈ ধৰিলে। যি যি বীৰেই এই বালকৰ পথ ৰোধ কৰিবলৈ আগবাঢ়ি গৈছিল সেই সকলো বীৰৰে কবচ ভেদ কৰি অভিমন্যুৱে তেওঁলোকৰ মৰ্ম্মস্থানত আঘাত কৰিছিল। যজ্ঞস্থলী কুশাসনময় হৈ থকাদি যুদ্ধস্থলীখনো কুৰুসেনাৰ শৱদেহেৰে উপচি পৰিছিল। ধেনু, শৰ, গদা, ঢাল, তৰোৱাল, অঙ্কুশ, শেল, শূল আদি অস্ত্ৰবিলাকেৰে গোটেই থলিখন সিঁচৰতি হৈ পৰিল। যেনিয়েই চকু দিয়া যায় তেনিয়েই কেৱল মানুহৰ ভগা ছিগা হাত ভৰি, কটা মূৰ আদিহে চকুত পৰে।

যুদ্ধত অভিমন্যুৰ পৰাক্ৰম দেখি দুৰ্য্যোধনৰ খঙে মূৰ পালেগৈ আৰু নিজেই তেওঁক আক্ৰমণ কৰিবলৈ আগবাঢ়ি গ'ল। স্বয়ং ৰজাই অভিমন্যুক আক্ৰমণ কৰিবলৈ যোৱা দেখি দ্ৰোণে দুৰ্য্যোধনক ৰক্ষা কৰিবলৈ চাৰিও-ফালৰপৰা সৈন্যবিলাকক আগবাঢ়ি আহিবলৈ আদেশ কৰিলে। কিছুসময় ঘোৰ যুদ্ধ চলিল। অতি কষ্টেৰে কুৰুবীৰসকলে দুৰ্য্যোধনৰ প্ৰাণ ৰক্ষা কৰিলে। অভিমন্যুৱে বেজাৰ মনে ভাবিলে "মুঠিৰ গৰাহ গিলিবলৈ নাপালোঁ।" এই বুলি মনে মনে অলপ দুখ কৰিলে। যিসকল বীৰ দুৰ্য্যোধনক ৰক্ষা কৰিবলৈ আগবাঢ়ি গৈছিল, তেওঁলোকৰ সকলোটি অভি-মন্যুৰ আক্ৰমণৰ প্ৰকোপত পৃষ্ঠভঙ্গ দি পলাই সাৰিল।

তেতিয়া কুৰুবীৰসকলে নিৰুপায়ত পৰি যুদ্ধৰ নীতি আৰু মৰ্য্যদা ভঙ্গ কৰি বালকক একেলগে বেৰি লৈ আক্ৰমণ কৰিবলৈ ধৰিলে। বালি চাপৰিয়ে যেনেকৈ সাগৰৰ ঢৌবিলাক ৰোধ কৰি যায় অভিমন্যুৱেও সেইদৰে সেইদৰে শত্ৰু সেনাৰ আক্ৰমণ ৰোধ কৰিবলৈ ধৰিলে। দ্ৰোণ, অশ্বত্থামা, কৃপা, কৰ্ণ, শকুনি, শল্য আদি মহা মহা ধনুৰ্দ্ধৰসকলে ৰথত উঠি অভিমন্যুৰ ওপৰত ধাৰাষাৰে শৰ বৰষিবলৈ ধৰিলে। অসূমঘ নামেৰে এজন ৰজাই তেওঁৰ ৰথত উঠি মায়াবেগেৰে গৈ অভিমন্যুক আক্ৰমণ কৰিলে। অভিমন্যুৱে হাঁহিমুখে এপাত শৰ মাৰি তেওঁক বধি থলে। তাৰ পিচত অভিমন্যুৱে এনেভাৱে এপাত শৰ মাৰি কৰ্ণৰ কবচ ভেদ কৰিলে যে সেই শৰাঘাতত কৰ্ণ থত্ মত্ খাই গ'ল। এইদৰে ভালেমান বীৰে অভিমন্যুৰ শৰাঘাতত আহত হৈ যুদ্ধ ক্ষেত্ৰ এৰি লৰ মাৰিলে। বহুত বীৰে ৰণাঙ্গনত প্ৰাণত্যাগ কৰিলে। সাংঘাতিক শৰাঘাতত শল্য ৰথৰ ভিতৰতে পৰি মূৰ্চ্ছা গল। তাকে দেখি শল্যৰ ভায়েকে প্ৰচণ্ড বেগেৰে গৈ অভিমন্যুক আক্ৰমণ কৰিলেগৈ। কিন্তু অৰ্জ্জুন পুত্ৰৰ শৰাঘাতত তেওঁৰ ৰথ ভাগি চুৰ্ণাকৃত হল। লগে লগে তেওঁৰ

প্ৰাণো গল। মোমায়েক শ্ৰীকৃষ্ণ আৰু পিতাক অৰ্জ্জুনৰপৰা অভিমন্যুৱে যিবিলাক অস্ত্ৰ শিক্ষা লৈছিল সেই সকলোবিলাক আজি শত্ৰুৰ ওপৰত প্ৰয়োগ কৰিছিল। এনে বৰ্ণিত আছে যে বালকৰ বল-বিক্ৰম দেখা পাই দ্ৰোণৰ বিস্ময়ত চকু মেল খাই গল।

দ্ৰোণই কৃপৰ আগত কলে "অভিমন্যুৰ সমকক্ষ বীৰ যে জগতত বিৰল এইটো অতি সঁচা কথা।" সেই কথা দুৰ্য্যোধনৰ কাণত পৰাত তেওঁ খঙত উগ্ৰমূৰ্ত্তি ধৰি কলে "আচাৰ্য্যই নিশ্চয় অৰ্জ্জুনক মৰম কৰে। আৰু সেই কাৰণেই তেওঁ আজি তেওঁৰ পুতেকৰ গুণ গান কৰিছে। তেওঁ অভিমন্যুক ইচ্ছা কৰি বধ নকৰি এৰি দিলে।" আচলমতে অভিমন্যুক ৰোধ কৰিবলৈ আচাৰ্য্যৰ সাধ্যাতীত আছিল। অধৰ্ম্ম যুদ্ধত প্ৰবৃত্ত হৈ দুৰ্য্যোধনে এইদৰে দ্ৰোণ আৰু ভীষ্মদেৱৰ ওপৰত সন্দেহ পোষণ কৰি নিজেই পিচত পৰিতাপ কৰিবলগীয়া হৈছিল। তেনেতে দুঃশাসনে মাত দিলে "খন্তেক অপেক্ষা কৰক, মই এই মূহুৰ্ত্তে এই মূৰ্খ বালকক বধ কৰিম।" এই বুলি সিংহনাদ কৰি অভিমন্যুক আক্ৰমণ কৰিলেগৈ।

নানা প্ৰকাৰে ৰথ পৰিচালনা কৰি দুয়ো যুদ্ধ কৰিবলৈ ধৰিলে। অন্তত দুঃশাসনে ভীষণ শৰাঘাতত আধা মৰা অৱস্থাত ৰথৰ ওপৰত লুটি খাই পৰিল। সেই অৱস্থা দেখা পাই দুঃশাসনৰ সাৰথিয়ে লৰালৰিকৈ ৰথ ঘূৰাই যুদ্ধক্ষেত্ৰ এৰি গ'ল। শক্তিমান দুঃশাসনৰ পৰাজয় হোৱা দেখি পাণ্ডৱসকলে আনন্দ ধ্বনি কৰিবলৈ ধৰিলে।

ইয়াৰ পিছত কৰ্ণৰ প্ৰচণ্ড আক্ৰমণত অভিমন্যু কাতৰ হৈ পৰিল। তথাপি সুভদ্ৰা-পুত্ৰই অবিচলিতভাৱে অব্যৰ্থ সন্ধানত এপাত শৰ মাৰি কৰ্ণৰ ধনু ভাঙ্গি তেওঁক মাটিত লুটি খুৱাই পেলালে। কৰ্ণৰ এই অৱস্থা দেখা পাই তেওঁৰ ভায়েকে অধিৰথৰ পুতেকে অভিমন্যুক আক্ৰমণ কৰিলেগৈ। পিচ মুহূৰ্ত্ততে অভিমন্যুৰ শৰত তেওঁৰ মূৰ ছিণ্ডি মাটিত বাগৰি পৰিল। তাৰ পিছত অভিমন্যুৰ শৰৰ প্ৰকোপত কৰ্ণ আৰু তেওঁৰ সৈন্য-সামন্ত সকলো পলাই লৰ মাৰিবলৈ বাধ্য হল। তেনে অৱস্থা দেখা পাই বাকী কুৰু সৈন্যবিলাক ছত্ৰভঙ্গ হৈ পৰিল। দ্ৰোণে তেওঁলোকক নিৰ্ভয় দিয়া সত্বেও সকলোবোৰ পলাই যেনি পাই তেনি গুচি গল। অভিমন্যুয়ে কিন্তু জহকালি হাবিত জুই লাগি এফালৰপৰা দহি যোৱাদি শত্ৰুসৈন্যক মষিমূৰ কৰিবলৈ ধৰিলে।

# অভিমন্যু-বধ

পাণ্ডৱসকলৰ পৰামৰ্শ অনুযায়ী অভিমন্যুৱে বেহু ভেদ কৰি শত্ৰুৰ মাজলৈ সোমাই যোৱাত তেওঁলোকে তেওঁক অনুসৰণ কৰিবলৈ চেষ্টা কৰিলে। তাকে দেখি ধৃতৰাষ্ট্ৰৰ ভাগিনিয়েক মহাপৰাক্ৰমী সিন্ধুৰাজ জয়দ্ৰথে উন্মত্ত হাতীৰ দৰে পাণ্ডৱসকলক প্ৰচণ্ড বেগেৰে আক্ৰমণ কৰিলে। তেওঁৰ বিক্ৰম, সাহ, উপস্থিত বুদ্ধি আৰু সময়োপযোগী কৌশল দেখি কুৰুসৈন্যৰ সাহ বাঢ়িল। যিডোখৰ ঠাইত জয়দ্ৰথে পাণ্ডৱসকলক আগভেটা দিলেগৈ ভালে-মান কুৰুসৈন্য গৈ সেই ঠাইত গোটখাই পৰিল। বেহুৰ সুৰুঙা মুদখাই গল। সিন্ধুৰাজৰ ৰূপালী ধ্বজা দেখা পাই কুৰুসৈন্য ৰণমত্ত হৈ উঠিল। অভিমন্যুৱে উলিয়াই লোৱা বেহুৰ পথ বন্ধ হৈ গল।

যুধিষ্ঠিৰে শৰ মাৰি জয়দ্ৰথৰ অস্ত্ৰ কাটি পেলালে। চকুৰ পচাৰতে আন এখন ধনুলৈ জয়দ্ৰথে দহপাত শৰ যুধিষ্ঠিৰৰ গালৈ মাৰি পঠিয়ালে। ভীম-সেনে তততালিকে জয়দ্ৰথৰ ৰথ আৰু ধনু ভাঙি চূৰ্ণ বিচূৰ্ণ কৰি পেলালে। সিন্ধুৰাজে নিৰ্ভীকভাৱে আন এখন অস্ত্ৰেৰে ভীমসেনৰ ধনু ভাঙি পেলালে। পিছত ভীমৰ ৰথৰ ঘোঁৰাও বধ কৰিলে। ভীমসেনে তততালিকে ৰথৰপৰা জপিয়াই পৰি লৰি গৈ সাত্যকিৰ ৰথত উঠিল।

এইদৰে জয়দ্ৰথে নানা ছল কৌশল কৰি ভাগি যোৱা বেহু পুনৰ নতুনকৈ ঠিক কৰি লৈ পাণ্ডৱসকলৰ পথ ৰোধ কৰি পেলালে। বেহুৰ মাজত অভিমন্যুৱে নিঃসহায় অৱস্থাত অকলে যুদ্ধ কৰিবলৈ ধৰিলে।

কৌৰৱৰ বেহু ভেদ কৰি সুভদ্ৰাপুত্ৰই কৌৰৱ বীৰ সকলক এফালৰপৰা বধি যাবলৈ ধৰিলে। যিসকলে তেওঁক আক্ৰমণ কৰিবলৈ খেদি গল সেই সকলো সাগৰৰ বুকুত মূৰ দাঙি উঠি মাৰ যোৱা ঢৌৰ দৰে চিনচাব নোহো-ৱাকৈ অনন্ত সাগৰত লীন হৈ গল। দুৰ্যোধনৰ কুমাৰ বীৰ লক্ষণ দেখাত বৰ ধুনীয়া কিন্তু বীৰ্য্যবান যোদ্ধা আছিল। সকলো বীৰ যেতিয়া অভিমন্যুৰ আক্ৰমণত তিষ্ঠিব নোৱাৰি পিছুৱাই গল তেতিয়া সেই বালক যোদ্ধা আগবাঢ়ি বীৰদৰ্পে অভিমন্যুক আক্ৰমণ কৰিলেগৈ। তেতিয়া সাহপাই পিছুৱাই যোৱা কুৰুবীৰসকলেও আকৌ উলটি কুমাৰ লক্ষণক সহায় কৰিবলৈ আগুৱাই গল। কুৰুবীৰসকলে পৰ্ব্বতৰ ওপৰৃত ধাৰাষাৰে বৰষুণ পৰাদি অভিমন্যুৰ ওপৰত শৰ বৰিষিবলৈ ধৰিলে।

দুর্য্যোধন পুত্ৰই পৰাক্ৰমেৰে যুদ্ধ কৰিবলৈ ধৰিলে। অন্ততঃ সুভদ্ৰা পুত্ৰৰ এপাত তীক্ষ্ণ সৰ্পাকৃতি বাণ গৈ লক্ষণৰ গাত পৰিলগৈ। লৱনী মুখখনিৰে চিকুণ চুলিতাৰেৰে শুৱনী হৈ থকা দিপলিপ কুমাৰ লক্ষ্মণ অভিমন্যুৰ সেই শৰাঘাতত ধৰাশায়ী হৈ চকু মুদিলে।

কুৰুসেনাৰ মাজত চাৰিওফালে হায়, হায় ৰৱ উঠিল।

দুৰ্য্যোধনৰ কাণত সেই কৰুণ শব্দ পৰাত তেওঁ গৰ্জ্জি উঠি কলে "তুৰন্তে এই পাতকী অভিমন্যুক বধ কৰাহঁক।"

এই আদেশ পাই দ্ৰোণ, কৃপ, কৰ্ণ, অশ্বত্থামা, বৃহদ্বল আৰু কৃতবৰ্ম্মা এই ছয়োজন মহাৰথীয়ে অভিমন্যুক বেঢ়ি ধৰিলে।

দ্ৰোণে কৰ্ণক কাণে কাণে কলে "এওঁৰ কবচ ভেদ কৰা অসম্ভৱ। স্থিৰ লক্ষ্য কৰি এওঁৰ ঘোঁৰাৰ লেগাম ছেদ কৰি পোলোৱা কিন্তু পিচফালৰ পৰা আঘাত কৰিবা।"

সূৰ্য্য পুত্ৰয়ো তাকেই কৰিলে। পিছফালৰপৰা আক্ৰমণ কৰি তৰোৱালেৰে অভিমন্যুৰ ধনুখন ভাঙি পেলালে। অভিমন্যুৰ ঘোঁৰা আৰু সাৰথি দুয়োটা বধ কৰিলে। অভিমন্যু ৰথহীন, সাৰথিহীন আৰু ধনুহীন হৈ পৰিল। ক্ষত্ৰিৰ সৌৰ্য্যৰ অৱতাৰ স্বৰূপ অভিমন্যুৱে তেতিয়া ঢাল তৰোৱাল লৈ যুদ্ধ কৰিবলৈ ধৰিলে। সেই সময়ত অভিমন্যুৰ শক্তি, সামৰ্থ্য আৰু বিচিত্ৰ পৰাক্ৰম দেখি শত্ৰুসৈন্য ভয় আৰু বিস্ময়ত ত্ৰস্তমান হল। সেই তৰোৱালেৰে আক্ৰমণকাৰীয়ে সকলোকে বাধা দিবলৈ ধৰিলে। ভূমি স্পৰ্শ নকৰাকৈ অভিমন্যুৱে যেন আকাশতে যুদ্ধ কৰি আছে সকলোৱে তেনে যেন দেখিবলৈ পালে। পিচত দ্ৰোণাচাৰ্য্যৰ একপ্ৰচণ্ড শৰাঘাতত অভিমন্যুৰ হাতৰ তৰোৱালখনো দুখণ্ড হৈ পৰিল। কৰ্ণৰ এপাত শৰৰ তেওঁৰ ঢালখনো ভাগি গল। তেতিয়া অভিমন্যুৱে ভগ্ন ৰথখনৰ চকা এটা আজুৰি তুলি লৈ সুদৰ্শনধাৰী মহা বিষ্ণুৰ দৰে চক্ৰাকাৰে তাৰেই যুদ্ধ কৰিবলৈ ধৰিলে। ৰথৰ চকাৰ ধুলিকণাবিলাক গাত সৰি পৰি তেওঁৰ শৰীৰৰ সৌন্দৰ্য্য বাঢ়ি উঠিছিল বুলি পুৰাণাকাৰে এইখিনিত এটি সুন্দৰ বৰ্ণনা দিছে।

খন্তেক বেলি অভিমন্যুৱে দ্বিতীয় জনাৰ্দ্দনৰ দৰে প্ৰবল পৰাক্ৰমেৰে মহাযুদ্ধ আৰম্ভ কৰিলে। তেতিয়া নিৰুপায়ত পৰি সকলো শত্ৰুসৈন্যই একেলগে শৰ বৰষি অভিমন্যুৰ হাতৰ সেই ৰথচক্ৰও খণ্ড বিখণ্ড কৰি পেলালে। তেনেতে দুঃশাসনৰ পুতেকে এডাল গদালৈ যুদ্ধ আৰম্ভ কৰিলে। দুয়ো দুয়োকে প্ৰহাৰ কৰিবলৈ ধৰিলে। শেষত দুয়ো মাটিত বাগৰি পৰিল। দুঃশাসন পুত্ৰই ততালিকে জাপ মাৰি থিয় দিলে। পিচ মুহূৰ্ত্ততে অভিমন্যু

উঠা মাত্ৰকে দুঃশাসন পুত্ৰই তেওঁৰ মূৰত গদাৰে কোব মাৰি দিলে। হাজাৰ হাজাৰ বীৰৰ লগত যুদ্ধ দি অৱশ হৈ অহা অৱস্থাত অভিমন্যুৱে সেই গদা-ঘাত সহিব নোৱাৰি বাগৰি পৰি মূৰ্চ্ছা গল। অলপ পিচত তেওঁৰ প্ৰাণ বায়ু বাহিৰ হৈ স্বৰ্গী হল।

সঞ্জয়ে ধৃতৰাষ্ট্ৰক কলে "বহল এটা পদুম পুখুৰীত সোমাই লৈ হাতীয়ে যেনেকৈ পানী বোকা মন্থন কৰে অভিমন্যুৱেও বিৰাট কুৰুবাহিনীক তদ্ৰূপ মন্থন কৰি অন্তত মৃত্যু বৰণ কৰিলে। এই প্ৰাণহীন অভিমন্যুক বেঢ়ি লৈ আপোনাৰ পক্ষৰ সৈন্য সামন্ত সকলে বনৰীয়া জন্তু বধ কৰি পশুবুদ্ধিৰ চিকাৰীবোৰে ঘূৰি ঘূৰি নৃত্য কৰাদি জপিয়াই জপিয়াই নৃত্য কৰিবলৈ ধৰিলে। যিসকল প্ৰকৃত বীৰ আছিল তেওঁলোকে কিন্তু চকুলো টুকিলে। আকাশত চৰাই-চিৰকতিবিলাকে কেৱল কৈ গল "ই মহা অধৰ্ম্ম, মহা অধৰ্ম্ম।"

কুৰুবীৰসকলে অভিমন্যু বধত আনন্দত উত্ৰাৱল হৈ আস্ফালন কৰিবলৈ ধৰিলে। কেৱল ধৃতৰাষ্ট্ৰৰ পুতেক যুযুৎসুৱে খঙত চিঞৰি চিঞৰি কবলৈ ধৰিলে "এইটো নিতান্ত অধৰ্ম্মৰ কাম কৰিলে। সৈন্যসকল আপোনালোকে যুদ্ধৰ ধৰ্ম্ম পাহৰি গল। আপোনালোকে লাজ কাজ কাতি কৰি ৰংধেমালি হে কৰিছে। ছিঃ ছিঃ! হে ক্ষত্ৰিয় নাম ধাৰীবীৰসকল, মহাঅধৰ্ম্মত লিপ্ত হৈ আসন্ন বিপদলৈ আওকাণ কৰি মূৰ্খৰ দৰে আপোনালোকে এনে বিজয়োল্লাস আৰম্ভ কৰিছে।" এই বুলি তেওঁ অস্ত্ৰ শস্ত্ৰ দূৰলৈ দলি মাৰি পেলাই দ যুদ্ধক্ষেত্ৰ পৰিত্যাগ কৰি গুছি গল। যযুৎসু বৰ ধৰ্ম্মভীৰু আছিল। তেওঁৰ কথাবোৰ কৌৰসকলে মনত তিতা লাগিছিল যদিও তেওঁৰ মনৰ প্ৰকৃত ভাব প্ৰকাশ কৰি কৈছিল।

## পুত্ৰশোক

### যুধিষ্ঠিৰ শোক সাগৰত নিমগ্ন

দ্ৰোণ, অশ্বত্থামা আৰু দুৰ্য্যোধনক যুদ্ধত পৰাস্ত কৰি যি বীৰপুৰুষে অগ্নি সদৃশ পৰাক্ৰমেৰে অতবিলাক শত্ৰুসেনা সংহাৰ কৰিলে সেইজন বীৰ আজি অনন্ত শয্যাত শুই আছে আৰু সাৰ নাপায়। হে মহাবীৰ, তুমি দুঃশাসনক যুদ্ধত পৰান্মুখ হবলৈ বাধ্য কৰিছিলা। সঁচাকৈয়ে তোমাৰ

মৃত্যু হৈছেনে? তেন্তে কিহৰ কাৰণে আজি আমাৰ এই বিজয় অভিযান? কিহৰ কাৰণে ৰাজ্য? উঃ মই অৰ্জ্জুনক কি বুলি সান্ত্বনা দিম। সুভদ্ৰা বৎসহাৰা গাভীৰ দৰে হৈছে মই তেওঁক নো কি বুলি সান্ত্বনা দিম? ফলহীন কথা তেওঁলোকক কেনেকৈ ক'ম? লোভী মানুহৰ বুদ্ধি হত হয়। মধু লোভীয়ে যিদৰে তলৰফালে মন নকৰি অকল ওপৰফালৰ মৌচাকলৈ চাই থাকোঁতে হঠাৎ তলৰ গাঁতত অলক্ষে পৰি মৰে সেইদৰে ময়ো ৰাজ্যলোভী হৈ বহুকাল সুখৰ আশা কৰি এই কোমল বয়সৰ লৰাটি যাৰ সুখ আৰু আনন্দত দিন গৈছিল সেই প্ৰাণৰ নিধিক কালান্তক যুদ্ধক্ষেত্ৰলৈ পঠাই দিলোঁ। মোৰ নিচিনা অধম মূৰ্খ এই পৃথিৱীত আৰু কোনো নাই। অৰ্জ্জুনৰ অনুপস্থিতিত তেওঁৰ চেনেহৰ লৰাটিক ৰক্ষা নকৰি বৰং মৃত্যুৰ কৰাল গৰাহত পেলাই দিলোঁ।

এইদৰে যুধিষ্ঠিৰে তেওঁৰ শিবিৰত বহি বিলাপ কৰি কৰি শোকত বিহ্বল হৈ পৰিল। তেখেতৰ চাৰিওফালে তাত থকা বীৰসকলে বেৰি ধৰি অভিমন্যুৰ পৰাক্ৰম আৰু শৌৰ্য্য-বীৰ্য্যৰ কথা সুঁৱৰি মৰণান্তিক বেজাৰত তলমূৰ কৰি ৰ'ল।

অসহ্য শোকত যেতিয়া পাণ্ডৱসকল ম্ৰিয়মাণ হৈ থাকে সেই সময়ত পাণ্ডৱসকলৰ আচাৰ্য্য গুৰু পিতামহ ব্যাসদেৱ সেই ঠাইত উপস্থিত হৈ সান্ত্বনা দিবলৈ আহে। এতিয়াও তেওঁ যুধিষ্ঠিৰৰ আগত উপস্থিত হল। যুধিষ্ঠিৰে ব্যাসদেৱক যথাবিহিত সন্মান প্ৰদৰ্শন কৰি আসনত বহুৱালে আৰু কলে "গুৰুদেৱ, মনলৈ কোনোমতে শান্তি আনিব পৰা নাই। বহুতো চেষ্টা কৰি আছোঁ।

তেতিয়া ব্যাসদেৱে কলে "তুমি জ্ঞানী আৰু শাস্ত্ৰজ্ঞ পুৰুষ। শোকৰ অধীন হৈ এইদৰে হতবুদ্ধি হোৱা তোমাৰ পক্ষে উচিত হোৱা নাই। মৰণৰ কথা তুমি জানিও এইদৰে অজ্ঞানীৰ দৰে শোকাকুল হোৱা তোমাৰ পক্ষে অশোভনীয়।" এইদৰে ব্যাসদেৱে ধৰ্ম্মপুত্ৰক সান্ত্বনা দিবলৈ ধৰিলে। আৰু কলে "এই বিশ্বজগতখন ব্ৰহ্মাই সৃষ্টি কৰিলে, ক্ৰমে ক্ৰমে জীৱসকল বৃদ্ধি পাই জগতখন ভৰি পৰিল। দিনক দিনে ভূভাৰ বৃদ্ধি পাবলৈ ধৰিলে। তাকে দেখি কি স্বৰূপে এই মহাভাৰ কমাব পাৰি ব্ৰহ্মাই তাৰ উপায় চিন্তিবলৈ ধৰিলে। অনেক চিন্তা কৰিও তেওঁ কোনো উপায় উদ্ভাৱন কৰিব নোৱাৰিলে। সেই চিন্তাতে জ্বলি পুৰি অন্তত তেওঁ জীৱকুল ভস্ম কৰিবলৈ অগ্ৰসৰ হ'ল। তেতিয়া ভগৱান ৰুদ্ৰই তেওঁৰ কাষলৈ গৈ উপায় দেখুৱাই দিয়াত তেওঁৰ জ্বলা জুই শান্ত হৈ পৰিল। অৰ্থাৎ ব্ৰহ্মাৰ সেই

শাঁত পৰি যোৱা খং আৰু জ্বলন্ত জুয়েই জগতৰ জীৱকুলৰ মৃত্যুৰ ৰূপ ধৰি শাঁত পৰি গ'ল। জীৱসকলৰ জন্ম-মৃত্যু নিয়ন্ত্ৰাধীন কৰিবৰ মনেৰে ৰোগ-ব্যাধি আৰু বিপদ-বিঘিনি জীৱকুলৰ স্বাভাৱিক ধৰ্ম্মৰ দৰে হৈ কাৰ্য্যত পৰিণত হৈ পৰিছে। "মৃত্যু" বোলা কথাটো জীৱৰ হিতৰ কাৰণে হোৱা এটা ব্যৱস্থাহে মাথোন। এনে মৃত্যুত দুখ কৰা বা শোকাকুল হোৱা উচিত নহয়। জীৱৰ মৃত্যু দেখি পৰিতাপ কৰাৰ একো কাৰণ নাই। জীৱিতসকলৰ কাৰণেহে দুখ বেজাৰ কৰিব লাগে।" এইদৰে অতীতৰ কথা, ইতিহাস আৰু তত্ত্বজ্ঞানৰ বিষয়ে নানান উপদেশ দি পিতামহ কৃষ্ণ দ্বৈপায়নে যধিষ্ঠিৰক সান্ত্বনা দিলে। পুনৰ কবলৈ ধৰিলে "বাছা, জগতত যিসকলে বেছি উন্নতি লাভ কৰি সৌভাগ্যৱান আৰু ঐশ্চৰ্য্যশালী হৈছে তেওঁলোক সকলো এই মৃত্যুৰ অধীন—এই কথা তোমাৰ অজ্ঞাত নহয়। মৰুৎ, সুহোত্ৰ, অঙ্গ, শিৱি, শ্ৰীৰামচন্দ্ৰ, ভগীৰথ, দিলীপ, মান্ধাতা, যযাতি, অম্বৰীষ, শশিবিন্দু, কায়া, ৰন্তিদেৱ, ভৰত, ভৃগু, পৰশুৰামকে আদি কৰি মহাপুৰুষসকল আৰু ভালেমান নামজ্বলা ৰাজচক্ৰবৰ্ত্তীসকল মৃত্যুৰ মুখত পৰিছে। এতেকে তুমি পুত্ৰৰ কাৰণে আৰু শোক কৰি নাথাকিবা। তন্মুহূৰ্ত্তে অভিমন্যুৱে স্বৰ্গ লাভ কৰিছে। সেই স্বৰ্গগামী আত্মাৰ কাৰণে শোক কৰিব নাপায়। শোকাকুল লোকৰ শোক বাঢ়িহে গৈ থাকে। যথাৰ্থ বিৱেকী পুৰুষ শোক পৰিত্যাগ কৰি সজ কীৰ্ত্তি-লাভৰ কাৰণেহে যত্ন কৰা যুগুত।" ব্যাসদেৱৰ এনে সান্ত্বনা বাক্যত ধৰ্ম্মপুত্ৰৰ মনৰ দুখ লাঘৱ হোৱাত তেওঁ সেই ঠাই এৰি গুচি গল।

সংশপ্তক সৈন্য মষিমূৰ কৰি বধি শ্ৰীকৃষ্ণসহ ধনঞ্জয় শিবিৰলৈ উলটি আহিল।

বাটত ধনঞ্জয়ে কৃষ্ণক কলে "গোৱিন্দ, মোৰ আজি মনটো কিবা উৰুঙা উৰুঙা লাগিছে—একো বুজিব পৰা নাই। মুখেদি যেন কথাকে নোলায় যেন লাগিছে। বুকুৰ ভিতৰখনত যেন বেজাৰে খুন্দা মাৰি ধৰাদি ধৰিছে। যুধিষ্ঠিৰ ভালে কুশলে আছেনে ছাগৈ? তেওঁৰ বোধ কৰোঁ কোনো বিঘিনি ঘটা নাই নহয়নে?"

বাসুদেৱে কলে "ধনঞ্জয়, আটাই কেজন ভায়েকে সৈতে ধৰ্ম্মপুত্ৰ মঙ্গলে আছে। তেওঁৰ কাৰণে সমূলি চিন্তা নকৰিবা।"

বাটতে সায়ংকৃত্য আহ্নিক আদি সমাপন কৰি পুনৰ ৰথত উঠি নিজৰ ছাউনীৰ কাষ পালেগৈ। যিমানেই ছাউনীৰ কাষ চাপি গ'ল অৰ্জ্জুনৰ মনত সিমানেই কিবা এটা আশঙ্কা বাঢ়ি যাবলৈ ধৰিলে।

অৰ্জ্জুনে শ্ৰীকৃষ্ণৰ ফালে চাই কলে "জনাৰ্দ্দন, ক'তা শিবিৰত দেখোন প্ৰতিদিন বাজি উঠা বাদ্যভণ্ডৰ শব্দ নুশুনো ? বীৰ যোদ্ধাসকলে দেখোন আমাক আঁতৰৰ পৰাহে অভিবাদন জনাইছে? তেওঁলোকৰ এজনো দেখোন আমাৰ ওচৰলৈ আগ বাঢ়ি অহা নাই? এইবোৰ দেখোন কিবা অসাধাৰণ আৰু খেলিমেলি যেন লাগিছে। হে মাধৱ, সঁচাকৈয়ে মোৰ ভাইসকল কুশলে আছেনে? মই দেখোন মনটোক একোপধ্যে শান্ত কৰিব পৰা নাই। অভিমন্যুৱেও দেখোন তেওঁৰ ভায়েক কেইটিক লৈ মোক আদৰি নিবলৈ অহা নাই, কি হ'ল?" এই বুলি কৈ কৈ তেওঁ ছাউনীৰ ভিতৰ সোমাল।

"কাৰো মুখত আনন্দ নাই—সকলোৰে মুখ ওন্দোল খাই পৰিছে। অভিমন্যু ইয়াত নাই কিয়? ক'তা, মোৰ লগত কোনেও মাত-বোল কৰাহি নাই। দ্ৰোণাচাৰ্য্যই আজি যুদ্ধত পদ্মবেহু ৰচনা কৰাৰ কথা শুনিছিলো। সেই বেহু ভেদ কৰিব পৰা শক্তি সুভদ্ৰা পুত্ৰৰ বাহিৰে কাৰো সাধ্য নাই। তেন্তে অভিমন্যু বেহু ভেদ কৰি তাতে সোমাই ৰ'ল নেকি? কিন্তু বেহুৰ পৰা বাহিৰ হব পৰা কৌশল মইতো তেওঁক শিকোৱা নাছিলো। তেন্তে কি তেওঁ বেহুৰ ভিতৰতে নিহত হৈ ৰ'ল?" এইদৰে ধনঞ্জয়ে আচল কথাটো অনুমান কৰিয়েই বৰ শোকাতুৰ হৈ পৰিল।

তাৰ পিচত অৰ্জ্জুনে বিলাপ কৰি কবলৈ ধৰিলে "হায় হায়। মোৰ চেনেহৰ সন্তানটি আজি কালান্তক যমৰ আলহী হ'ল। যুধিষ্ঠিৰ, ভীমসেন, ধৃষ্টদ্যুম্ন, পৰাক্ৰমী সাত্যকি এই সকলো জীয়াই থকাতো সুভদ্ৰা তনয় আজি শত্ৰুৰ হাতত প্ৰাণ বিসৰ্জ্জন দিব লগা হ'ল। উঃ সুভদ্ৰাক মই এতিয়া কি বুলি সান্ত্বনা দিম? দ্ৰৌপদীকে বা কি বুলি কমগৈ? উত্তৰাকো সান্ত্বনা দিবলৈ আজি কোন আছে?"

তেতিয়া পুত্ৰ শোকাতুৰ বীৰ অৰ্জ্জুনক বাসুদেৱে গাত হাত বুলাই কলে "হে মহাবীৰ অৰ্জ্জুন, তুমি এইদৰে শোক নকৰিবা। আমি যে ক্ষত্ৰিয়। অস্ত্ৰশস্ত্ৰই হ'ল আমাৰ জীৱনৰ জীৱন আৰু অস্ত্ৰশস্ত্ৰই আমাৰ মৰণো। যি বীৰে যুদ্ধক্ষেত্ৰ এৰি পলাই নাযায় তেওঁৰ সম্বলেই হ'ল একমাত্ৰ মৃত্যু। মহাবীৰসকলৰ প্ৰতি অকাল মৃত্যুটো অতি সহজ কথা। পুণ্যাত্মা-সকলে যি শ্ৰেষ্ঠ লোক লাভ কৰে অভিমন্যুৱেও তাকে লাভ কৰিছে। যুদ্ধক্ষেত্ৰত প্ৰকৃত বীৰপুৰুষসকলে মৰণ বৰণ কৰিবলৈ হাবিয়াহ নকৰে জানো? আজি যি ক্ষেত্ৰত বীৰ অভিমন্যুৱে মৰণ বৰণ কৰিছে সেই যুদ্ধ-ক্ষেত্ৰই ক্ষত্ৰীয়সকলৰ একমাত্ৰ সনাতন লক্ষ্য। তুমি এনেকৈ শোকত ব্যাকুল হৈ পৰিলে তোমাৰ ভাইসকল আৰু নৃপতিসকলো বৰ অধীৰ হৈ

পৰিব। উঠা, তুমি তেওঁলোকক সাহস আৰু ভৰষাহে দিয়া উচিত। শোক পৰিত্যাগ কৰা।"

অলপ শান্ত হৈ বীৰপুত্ৰৰ মৃত্যু কাহিনীটো অৰ্জ্জুনে ভালকৈ শুনিবলৈ হেপাহ কৰাত যুধিষ্ঠিৰে কলে "ময়েই অভিমন্যুক উৎসাহ দি কলো, 'পদ্মবেহু ভেদ কৰি বাটটো মুকলি কৰি দিব পাৰিলেই আমি তোমাৰ পিচে পিচে গৈ বেহুৰ মাজত সোমামগৈ। তোমাৰ বাহিৰে এই বেহু ভেদ কৰা কৌশল আমাৰ সকলোৰে অজ্ঞাত। তোমাৰ মামা আৰু পিতাই ভাল পোৱা কামটো আজি তুমি সমাধা কৰা।' সেই কথাত অভিমন্যুৱে ৰংমনে সেই দুৰ্ভেদ্য বেহু ভেদ কৰি বেহুৰ মাজলৈ সোমাই গ'ল। আমিও তেওঁৰ পিচে পিচে গলোঁ। কিন্তু সোমোৱা বাটৰ মুখতে পাতকী জয়দ্ৰথে আমাক ভেটা দিলে। অভিমন্যু বেহুত সোমাই যোৱাৰ লগে লগে বেহুৰ বাট ততালিকে জাপ খাই গ'ল। সিন্ধুৰাজে প্ৰচণ্ডবেগে আহি আমাৰ প্ৰৱেশ পথ ৰুদ্ধ কৰি দিলে। অসংখ্য মহাৰথী একে গোট হৈ ক্ষত্ৰিয় ধৰ্ম্মৰ সকলো নীতি উলংঘা কৰি বীৰ অভিমন্যুক সপ্তৰথীয়ে একেলগে যুঁজি বধ কৰিলে।

যুধিষ্ঠিৰৰ মুখত ঘটনাৰ বৰ্ণনা শুনি "হা পুত্ৰ" বুলি এটা কৰুণ ধ্বনিৰে অৰ্জ্জুন মাটিত বাগৰি পৰি মূৰ্চ্ছা গ'ল। ক্ষন্তেক পিচত সংজ্ঞা পাই উগ্ৰমূৰ্ত্তি ধৰি প্ৰতিজ্ঞা কৰি কলে "মোৰ পুত্ৰৰ মৃত্যুৰ কাৰণ জয়দ্ৰথ মই কালিলৈ বেলি নৌ মাৰ যাওঁতেই তাৰ প্ৰাণ বধিম। তাৰ ৰক্ষাৰ কাৰণে দ্ৰোণ আৰু কৃপই যোগ দিলেও সেই আচাৰ্য্যসকলকো অস্ত্ৰ হানি স্বৰ্গলৈ পঠিয়াম। এয়ে মোৰ প্ৰতিজ্ঞা।" এই বুলি অৰ্জ্জুনে গাণ্ডীৱত টঙ্কাৰ দিলে। শ্ৰীকৃষ্ণয়ো লগে লগে পাঞ্চজন্য শঙ্খ ফুঁকি উৎসাহ দিলে।

ভীমসেনে তেতিয়া কলে "এই টঙ্কাৰ আৰু শঙ্খ ধ্বনি ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলৰ বিনাশ-সঙ্কেত বুলি সকলোৱে জানি লোৱা।"

## সিন্ধুৰাজ জয়দ্ৰথ

অভিমন্যুৰ মৃত্যুৰ কাৰণ একমাত্ৰ জয়দ্ৰথ। কাইলৈ বেলি নৌ মাৰ যাওঁতেই অৰ্জ্জুনে তেওঁক বধিবলৈ প্ৰতিজ্ঞা কৰিছে। চোৰাংচোৱাৰ মুখে এই সংবাদ কৌৰৱসকলে শুনিবলৈ পালে।

বৃদ্ধক্ষত্ৰ নামে সিন্ধু দেশৰ এজন খ্যাতনামা ৰজা আছিল। কঠোৰ তপস্যাৰ ফলত জয়দ্ৰথ নামে তেওঁ এটি লৰা সন্তান লাভ কৰিলে। লৰা ভূমিস্থ হোৱা মাত্ৰে আকাশবাণী শুনিলে "এই কৌৰৱ জগৎবিখ্যাত বীৰ হ'ব আৰু এওঁ এগৰাকী বিখ্যাত ক্ষত্ৰিয় বীৰ শিৰোমণিৰ হাতত নিধন হৈ উৰ্দ্ধলোকলৈ গমন কৰিব।"

'জীৱমাত্ৰেই মৃত্যুৰ অধীন' এই কথা সকলোৰে জনাজাত হ'লেও মৃত্যুৰ নাম শুনিলে পণ্ডিত কিম্বা ঋষি-মুনিসকলোৰে প্ৰাণত ভয়ৰ সঞ্চাৰ হয়। বৃদ্ধক্ষত্ৰ ৰজাই সদ্যোজাত শিশু পুত্ৰটিৰ মৃত্যুৰ কাৰণটি আকাশ-বাণীৰপৰা শুনিবলৈ পাই ৰজা অতিশয় দুঃখিত হ'ল। বৃদ্ধ ৰজাই তেতিয়াই "আকাশবাণী সঁচা হ'লে পুত্ৰৰ শিৰ যিজনে ছেদ কৰিব তেওঁৰ শিৰো যেন সেই মুহূৰ্ত্তে আপোনা-আপুনি চূৰ্ণাকৃত হব" এই বুলি অভিশাপ দিলে।

জয়দ্ৰথৰ বয়স হোৱাত বৃদ্ধক্ষত্ৰই পুতেকৰ হাতত ৰাজ্যভাৰ গতাই দি তপস্যা কৰিবলৈ বনলৈ গুচি গ'ল। তেওঁ গৈ সামন্তক নামে এখন ডাঙৰ পথাৰৰ কাষত আশ্ৰম এখনত বাস কৰিবলৈ ধৰিলে। পিচত সেই পথাৰ-খনেই পিচত কুৰুক্ষেত্ৰ নামে জনাজাত হ'ল।

অৰ্জ্জুনৰ প্ৰতিজ্ঞাৰ কথা শুনি জয়দ্ৰথে তাহানিৰ আকাশবাণী মতে তেওঁৰ অন্তিম কাল চাপিল বুলি শঙ্কা কৰিলে। তেতিয়া তেওঁ দুৰ্য্যোধনৰ কাষলৈ গৈ কলে "মই আৰু যুদ্ধত যোগদান নকৰোঁ। এতিয়া মই ৰাজ্যলৈ উলটি যাওঁ।"

সেই কথাত দুৰ্য্যোধনে ডাঠ দি কলে "সৈন্ধৱজ, আপুনি বিচলিত হৈছে কিয়? আমি বহুত বীৰ একেলগে গোটখাই আপোনাক ৰক্ষা কৰিম। কৰ্ণ, চিত্ৰসেন, বিবিংশ, ভূৰিশ্ৰবা, শল্য, বৃষসেন, পুৰোমিত্ৰ, জয়, ভোজ, কম্বোজ, সুদক্ষিণ, সত্যব্ৰত, বিকৰ্ণ, দুৰ্ম্মুখ, দুঃশাসন, সুবাহু, কলিঙ্গ, অৱন্তীৰ ৰজাসকল, দ্ৰোণ, অশ্বত্থামা, শকুনি আৰু মই স্বয়ং জীয়াই থাকোঁতে আপুনি যুদ্ধক্ষেত্ৰ পৰিত্যাগ কৰা অনুচিত হব। আপোনাৰ ৰক্ষাৰ কাৰণে মই আজি মোৰ গোটেই সেনাবাহিনী নিযুক্ত কৰিম। এনে সঙ্কটৰ সময়ত আপুনি আমাক পৰিত্যাগ নকৰিব।" দুৰ্য্যোধনৰ আশ্বাস বাক্য শুনি জয়দ্ৰথে যুদ্ধত প্ৰবৃত্ত হ'বলৈ সন্মতি দান কৰিলে।

জয়দ্ৰথে তেতিয়া দ্ৰোণাচাৰ্য্যৰ কাষ চাপি সুধিলেগৈ "গুৰুদেৱ, আপুনি মোৰ আৰু অৰ্জ্জুন দুয়োৰে অস্ত্ৰগুৰু। আমাৰ দুজনৰ ভিতৰত কিবা কম-বেছি আছে নে কি?"

দ্ৰোণই উত্তৰত ক'লে, "বাছা, মই গুৰুৰ কৰ্ত্তব্য হিচাবে দুয়োকে

সমানে শিক্ষা দিছোঁ। শিক্ষাৰ ধৰণ একে হলেও অভ্যাস আৰু অধ্যৱসায়ৰ ফলত তোমাতকৈ অৰ্জ্জুন কিছু ওপৰত আছে। সেই বুলি তুমি ভয় খোৱা অনুচিত। মই অৰ্জ্জুনৰ অভেদ্য বেহু ৰচনা কৰি তোমাক সকলোৰে পিচত থই ৰক্ষা কৰি থাকিম। তুমি আনন্দ মনেৰে ধৰ্ম্মৰক্ষা কৰি যুদ্ধ কৰি থাকিবা। সময়ত আমি সকলো যমৰ ঘৰলৈ যাবই লাগিব। যুদ্ধ-ক্ষেত্ৰত বীৰসকলে তপস্বীসকলৰ দৰে কঠোৰ তপস্যা কৰি অৰ্জ্জন কৰা শ্ৰেষ্ঠলোক অতি সহজে লাভ কৰে। গতিকে ভয় ত্যাগ কৰি যুদ্ধত প্ৰবৃত্ত হোৱা।”

ৰাতিপুৱালত সৰ্ব্বশ্ৰেষ্ঠ অস্ত্ৰবিদ্যা বিশাৰদ দ্ৰোণই কুৰুসৈন্য লৈ বেহু ৰচনা কৰিলে। জয়দ্ৰথ আৰু তেওঁৰ ৰক্ষাৰ্থে ভূৰিশ্ৰৱা, কৰ্ণ, অশ্বত্থামা, শল্য, বৃষসেন আৰু কৃপই সকলো প্ৰকাৰৰ সৈন্যসামন্ত লৈ বেহুৰপৰা বাৰমাইল পিচত থাকিল। জয়দ্ৰথক ৰক্ষক বীৰসকল আৰু পাণ্ডৱসকলৰ মাজৰ ঠাইখিনিত দ্ৰোণাচাৰ্য্যই তেওঁৰ সৈন্য লৈ শকট বেহু ৰচনা কৰি ললে। শকট বেহুৰ পিচত পদ্মবেহু আৰু তাৰ পিচত সূচীবেহু ৰচনা কৰি লোৱা হ’ল। এই সূচী বেহুৰ পিচত জয়দ্ৰথ সদলবলে থিত ললে। শকট বেহুৰ সমুখ ভাগত দ্ৰোণ থাকিল। বগা কবচ বগা ভূষণ বগা কিৰীটি পিন্ধি লোৱাত দ্ৰোণাচাৰ্য্যক তলবলাই জিলিকি থকা দেখা গৈছিল। ৰঙা ৰঙৰ ঘোঁৰা যুতি লোৱা ৰথৰ ধ্বজাত যজ্ঞবেদীৰ চিহ্ন আৰু পহুছালৰ প্ৰতীক দেখা গৈছিল। সেইবিলাক বতাহত উৰি থকা দেখা পাই কৌৰৱসকলৰ উৎসাহ বাঢ়ি গৈছিল। বেহুৰ ৰচনা শক্তি আৰু কৌশল দেখি দুৰ্য্যোধনৰ মনলৈ বিশ্বাস ঘূৰি আহিল।

এহেজাৰ ৰথ, এশ হাতী, তিনিহাজাৰ ঘোঁৰা, দহ হাজাৰ পদাতিক সেনা আৰু এহেজাৰ পাঁচশ অস্ত্ৰধাৰী বীৰ লৈ ধৃতৰাষ্ট্ৰৰ পুতেক দুৰ্মৰ্ষণ কৌৰৱ সেনাৰ সমুখ ভাগত থিয় হৈ শঙ্খ ফুঁকি ঘোষণা কৰিলে “খণ্ডত গুমৰি থকা অজেয় ধনঞ্জয় ক’ত? আজি আমাৰ লগত যুদ্ধ দি শিলত আফালি টুকুৰা-টুকুৰ হৈ পৰা মাটিৰ চৰুৰ দৰে তেওঁ আজি আমাৰ লগত যুদ্ধত খণ্ড-বিখণ্ড হৈ যাব।”

যি ঠাইত অস্ত্ৰ পৰিবগৈ পাৰে তেনে ঠাইৰপৰা অলপ আঁতৰত থিয় দি অৰ্জ্জুনে শঙ্খৰে প্ৰতিধ্বনি কৰিবলৈ ধৰিলে। লগে লগে কৌৰৱ সেনায়ো শঙ্খধ্বনি কৰিবলৈ ধৰিলে।

অৰ্জ্জুনে তেতিয়া শ্ৰীকৃষ্ণক কলে “হে কেশৱ, দুৰ্মৰ্ষণৰ ফালে ৰথ

পৰিচালনা কৰা। তেওঁৰ হস্তী বাহিনীটো আক্ৰমণ কৰি বেহু ভেদ কৰোঁগৈ।"

প্ৰবল বতাহৰ কোব খাই ডাৱৰবিলাক যেনেকৈ ঠানবান হৈ যায় সেইদৰে অৰ্জ্জুনৰ প্ৰবল আক্ৰমণত দুৰ্মৰ্ষণৰ সৈন্যবিলাক ছত্ৰভঙ্গ দি যেনি পাই তেনি পলাবলৈ ধৰিলে। সেই অৱস্থা দেখি দুঃশাসনৰ বৰ খং উঠিল তেওঁ এটা ডাঙৰ হস্তী বাহিনী লৈ অৰ্জ্জুনক বেঢ়ি ধৰিলে।

দুঃশাসন অতি দুৰন্ত হলেও যুদ্ধত বৰ পৰাক্ৰমী আছিল। অতি পৰাক্ৰমেৰে তেওঁ যুদ্ধ কৰিবলৈ ধৰিলে। কিন্তু অৰ্জ্জুনৰ হাতত কুৰুসৈন্য মৰি গোটেই যুদ্ধৰ থলিখন ভৰি পৰিল। যুদ্ধক্ষেত্ৰই ভীষণ আকাৰ ধাৰণ কৰিলে। অৰ্জ্জুনৰ প্ৰবল পৰাক্ৰমত তিষ্ঠিব নোৱাৰি দুঃশাসনৰ সৈন্যবিলাক পলাই পত্ৰং মাৰিলে। শেষত দুঃশাসনেও প্ৰাণ লৈ পলাই দ্ৰোণৰ শৰণাপন্ন হ'লগৈ।

সব্যসাচীৰ ৰথো পিচে পিচে গৈ দ্ৰোণৰ সমুখত উপস্থিত হ'ল। ধনঞ্জয়ে দ্ৰোণাচাৰ্য্যক ক'লে "হে নৰশ্ৰেষ্ঠ, পুত্ৰশোকত মৰ্ম্মাহত হৈ মই সিন্ধুৰাজৰ উদ্দেশ্যে আহিছোঁ। মোৰ প্ৰতিজ্ঞা পালন কৰিবৰ নিমিত্তে আশীৰ্ব্বাদ কৰক।" দ্ৰোণই মিচিকিয়াই হাঁহি এটা মাৰি ক'লে "অৰ্জ্জুন, মোক পৰাজয় কৰিব নোৱাৰিলে জয়দ্ৰথক হত্যা কৰা অসম্ভৱ বুলি জানিবা।" সেই কথাত যুদ্ধ আৰম্ভ হ'ল। দ্ৰোণে ধনুত টঙ্কাৰ দি অৰ্জ্জুনৰ ওপৰত শৰ বৰষিবলৈ ধৰিলে।

পাৰ্থয়ো দ্ৰোণাচাৰ্য্যক শৰাঘাত কৰিবলৈ ধৰিলে। সেই সকলো শৰ দ্ৰোণই অনায়াসে ৰোধ কৰি শ্ৰীকৃষ্ণ আৰু অৰ্জ্জুনৰ ওপৰত অগ্নিবাণ নিক্ষেপ কৰি তেওঁলোকক ঠেকত পেলাবলৈ চেষ্টা কৰিলে। অৰ্জ্জুনেও দ্ৰোণৰ ধনুখন ভাঙি পেলাবলৈ চল বিচাৰিলে। সেই ভাবি অৰ্জ্জুনে ধনুত শৰ যোজনা কৰিব খোঁজোতেই দ্ৰোণই অৰ্জ্জুনৰ ধনুৰ গুণ কাটি পেলালে। তাৰ পিচত দ্ৰোণই হাঁহি হাঁহি অৰ্জ্জুনৰ ৰথ, ঘোঁৰা, সাৰথি আৰু অৰ্জ্জুনৰ ওপৰত ধাৰাষাৰে শৰ বৰষিবলৈ ধৰিলে। তেতিয়া অৰ্জ্জুনৰ বৰ খং উঠিল। আৰু 'আচাৰ্য্যক সম্বৰণ কৰিবই লাগিব' বুলি মনতে ভাবি লৈ একেলগে ভালেমান শৰ মাৰি পঠিয়ালে।

দ্ৰোণই সেই সকলোবিলাক শৰ ৰোধ কৰি চকুৰ পচাৰতে এনে ক্ষিপ্ৰতাৰে শৰ হানিবলৈ ধৰিলে যে শৰৰ প্ৰকোপত অৰ্জ্জুনৰ ৰথ আৰু ঘোঁৰা এনেকৈ ছাণি ধৰিলে যে ৰণথলী এন্ধাৰত নেদেখা হৈ পৰিল।

শ্ৰীকৃষ্ণই দ্ৰোণৰ পৰাক্ৰম দেখি অৰ্জ্জুনক কলে "পাৰ্থ, আৰু চাই থকাৰ সকাম নাই, দ্ৰোণক ইয়াতে এৰি আনফালে যোৱাই ভাল। ইমান শৰাঘাততো এই ব্ৰাহ্মণৰ ভাগৰ লগা নাই।" সেই বুলি কৈ শ্ৰীকৃষ্ণই দ্ৰোণৰ বাওঁহাতেদি ৰথ চলাই আন সৈন্যবিলাকৰ সমুখীন হ'লগৈ।

তাকে দেখি দ্ৰোণই অৰ্জ্জুনক কলে "বাছা, ক'লৈ পলাইছা? যুদ্ধত শত্ৰুক পৰাজয় নকৰাকৈ আন ঠাইলৈ যোৱা অনুচিত। মোৰ লগত যুদ্ধ দিয়াঁ।"

উত্তৰত অৰ্জ্জুনে কলে "আপুনিতো মোৰ শত্ৰু নহয়। আপুনি মোৰ গুৰু আৰু মই আপোনাৰ পুত্ৰসম শিষ্য। আপোনাক পৰাজিত কৰিব পাৰে এনে বীৰ পৃথিৱীত কোনো নাই।" এই বুলি অৰ্জ্জুনে আওকণীয়া ভাও ধৰি দ্ৰোণৰ ওচৰৰপৰা আনফালে যুদ্ধ দিবলৈ গুচি গ'ল।

অৰ্জ্জুনে ভোজ সৈন্যবিলাকৰ মাজত সোমাই একেলগে কৃতবৰ্ম্মা আৰু সুদক্ষিণক আক্ৰমণ কৰি পৰাজিত কৰিলে। তাৰ পিচত শ্ৰুতায়ুয়ে অৰ্জ্জুনক আক্ৰমণ কৰাত অৰ্জ্জুনেও তেওঁলৈ শৰ হানিবলৈ ধৰিলে। ভয়ানক যুদ্ধ লাগি উঠিল। শ্ৰুতায়ুৰ ঘোঁৰা ৰণত পৰিল। তেতিয়া শ্ৰুতায়ুয়ে এডাল গদা লৈ শ্ৰীকৃষ্ণৰ গালৈ মাৰি পঠালে। শ্ৰীকৃষ্ণই যুদ্ধ কৰা নাছিল। কিন্তু তেওঁৰ গালৈ মৰা গদা নিজলৈ উলটি শ্ৰুতায়ুৰ গাতহে পৰিলগৈ। ফলত সেই গদাঘাতত শ্ৰুতায়ুৰ ততালিকে প্ৰাণ গ'ল। ইয়াৰ ঘাই কাৰণ তেওঁৰ মাতৃৰ বৰ লাভ।

শ্ৰুতায়ুৰ মাক পৰ্ণাশাই বৰুণ দেৱতাক তপস্যাত তুষ্ট কৰি প্ৰাৰ্থনা জনাই কৈছিল যে 'মোৰ পুত্ৰ যেন শত্ৰুৰ অবধ্য হয়।' সেই প্ৰাৰ্থনাত বৰুণ দেৱতাই সন্তুষ্ট হৈ বৰ দি কলে যে "তোমাৰ পুত্ৰক এপাত অতি সুন্দৰ অস্ত্ৰ দিম। সেই অস্ত্ৰ লৈ যুদ্ধ কৰিলে তেওঁক কোনেও জয় কৰিব নোৱাৰিব। কিন্তু যুদ্ধ নকৰাকৈ থকা কোনো বীৰক সেই অস্ত্ৰেৰে আঘাত কৰিলে কিন্তু সেই অস্ত্ৰই উলটি গৈ তোমাৰ পুত্ৰকে আঘাত কৰিব। এই কথা কৈ বৰুণে তেওঁৰ হাতত এডাল সুন্দৰ গদা দিলে। যুদ্ধত মতলীয়া হৈ সেই কথা পাহৰি শ্ৰুতায়ুয়ে শ্ৰীকৃষ্ণক আঘাত কৰাত শ্ৰীকৃষ্ণই সেই গদাঘাত বুকুপাতি ললে। মন্ত্ৰোচ্চাৰণত ভুল হলে যেনেকৈ সেই মন্ত্ৰোচ্চাৰণ কৰোঁতাজনৰ অনিষ্ট ঘটে সেইদৰে শ্ৰুতায়ুৰ ভুল প্ৰয়োগৰ ফলত সেই গদাবুধে উলটি শ্ৰুতায়ুকে বধ কৰিলে। লগে লগে বতাহত উভালি পৰা গছৰ দৰে শ্ৰুতায়ু ভূমিশায়ী হৈ প্ৰাণ এৰিলে।

তাৰ পিচত কম্বোজৰ ৰজা সুদক্ষিণে অৰ্জ্জুনক প্ৰবল বেগেৰে আক্ৰমণ কৰিবলৈ ধৰিলে। ফলতঃ যুদ্ধত তেওঁৰ ৰথ ভাগি পৰি প্ৰাণ হেৰুৱালে।

মহাবীৰ শ্ৰুতায়ু আৰু সুদক্ষিণৰ পতনত কুৰুসৈন্য ভয়ত বিহ্বল হৈ পৰিল। তাকে দেখি আন দুজন শ্ৰুতায়ু আৰু অশ্ৰুতায়ু নামে সহোদৰ বীৰ আহি অৰ্জ্জুনক দুফালৰপৰা আক্ৰমণ কৰিলে। এই ভীষণ যুদ্ধত অৰ্জ্জুন আহত হৈ ধ্বজ স্তম্ভত আউজি বহি বিশ্ৰাম ললে। শ্ৰীকৃষ্ণই তেতিয়া অৰ্জ্জুনক উৎসাহ দিবলৈ ধৰিলে। ক্ষন্তেক বিশ্ৰাম লৈ অৰ্জ্জুনে পুনৰ যুদ্ধ কৰিবলৈ ধৰিলে। অন্তত সেই দুই বীৰ সহোদৰে অৰ্জ্জুনৰ হাতত প্ৰাণ দিলে। তেওঁলোকৰ লগত অহা দুজন পুতেকে আগবাঢ়ি আহি অৰ্জ্জুনৰ লগত যুদ্ধ দিলে। তেওঁলোকেও অৰ্জ্জুনৰ শৰাঘাত সহিব নোৱাৰি প্ৰাণ বিসৰ্জ্জন দিলে।

এইদৰে আৰু ভালেমান বীৰৰ প্ৰাণ লৈ গাণ্ডীৱধাৰী অৰ্জ্জুনে কৃতকাৰ্য্যতাৰে শত্ৰুসৈন্য ভেদ কৰি গৈ জয়দ্ৰথৰ উদ্দেশ্যে বেগাই ৰথ চলাই দিলে।

## কবচ ধাৰণ

সঞ্জয়ৰ মুখে অৰ্জ্জুনৰ বিজয় বাৰ্ত্তা শুনি ধৃতৰাষ্ট্ৰই কলে “হে সঞ্জয়, শান্তি স্থাপনৰ প্ৰস্তাৱ লৈ জনাৰ্দ্দন হস্তিনালৈ আহোঁতে মই দুৰ্য্যোধনক দঢ়াই দঢ়াই কৈছিলোঁ “দুৰ্য্যোধন, এয়ে উপযুক্ত সুযোগ মিলিছে, এই সুযোগ এৰি নিদিবা। ভায়েৰাইঁতৰ লগত সন্ধি স্থাপন কৰা। আমাৰ মঙ্গল বাঞ্ছা কৰিয়েই কেশৱৰ আগমন হৈছে। তেওঁৰ পৰামৰ্শলৈ আওকাণ নকৰিবা। কিন্তু দুৰ্য্যোধনে মোৰ সেই কথালৈ কাণসাৰ নকৰিলে। কৰ্ণ আৰু দুঃশাসনৰ কথাতহে তেওঁ কাণ দিলে। কালে যেতিয়া ধৰিছে তেতিয়া তেওঁ এই সৰ্ব্বনশীয়া পথ বিচাৰি লৈছে। দ্ৰোণ যুদ্ধৰ পক্ষপাতী নাছিল। ভীষ্মদেৱ, ভুৰিশ্ৰৱা, কৃপ আৰু অন্যান্য ভালেমান বীৰে যুদ্ধৰ বিপৰীতেই পৰামৰ্শ দিছিল। কিন্তু মোৰ মূৰ্খ সন্তানে সেই কথা নুশুনি ৰাজ্য লোভত অন্ধ হৈ হীন সঙ্কল্প বশতঃ বিদ্বেষ, ঘৃণা আদি ৰিপুৰ বশৱৰ্ত্তী হৈ যুদ্ধ আৰম্ভ কৰিলে।” ধৃতৰাষ্ট্ৰই এইদৰে বেজাৰ কৰিবলৈ ধৰোঁতে সঞ্জয়ে কলে “এতিয়া আপোনাৰ পৰিতাপৰ একো ফল নাই। সকলোখিনি

প্ৰাণৱন্ত পানী ওলাই অন্ত হৈ গ'ল এতিয়া ভেঁটা দি আৰু লাভ নাই। এতিয়া পৰিতাপ কৰিলে কি লাভ হব? পাশাখেলৰপৰা আপুনি ধৰ্ম্ম-পুত্ৰক আঁতৰাই নানিলে কিয়? সেইটো কৰা হ'লেই দেখোন আজি এনে মহাদুখ হবলৈ নাপালেহেঁতেন। তাৰ পিচতো যুদ্ধৰ প্ৰথম আয়োজনৰ সময়তে আপুনি নিজৰ পুতেকক যুদ্ধ কৰিবলৈ বাধা নিদিলে কিয়? সেইটো কৰা হ'লেও আজি এনে মনোকষ্ট ভুগিবলৈ নাপালেহেঁতেন। পিতৃৰ কৰ্ত্তব্য পালন কৰি পুত্ৰক কুলনাশ কাৰী এই যুদ্ধখনৰপৰা বিৰত কৰা হলেই এই দুঃখৰপৰা হাত সাৰি থাকিব পাৰিলেহেঁতেন। বুদ্ধিমান পুৰুষসকলৰ ভিতৰত আপুনি এজন শ্ৰেষ্ঠ পুৰুষ। আপুনিয়েই তেতিয়া বিবেক বুদ্ধিহীন হৈ কৰ্ণ আৰু শকুনিৰ হীন পৰামৰ্শ সমৰ্থন কৰিছিল। কেশৱ, যুধিষ্ঠিৰ আৰু দ্ৰোণই আজিও আপোনাৰ বুদ্ধি আৰু পৰামৰ্শত আস্থা ৰখা নাই। বাসুদেৱে আপোনাক ৰাজ্যলোভী আৰু কপটীয়া ধাৰ্ম্মিক বুলিহে গণ্য কৰিছে। ক্ষত্ৰিয় ধৰ্ম্ম অনুসাৰে প্ৰখ্যাত বীৰৰ দৰে কৌৰৱ-সকলে যথাসাধ্য চেষ্টা কৰিছে। তেওঁলোকক আপুনি নিন্দা কৰিব নোৱাৰে। প্ৰাণৰ মায়া এৰি তেওঁলোকে যুদ্ধ কৰি আছে। অৰ্জ্জুন, শ্ৰীকৃষ্ণ, সাত্যকি আৰু ভীমসেনৰ বিৰুদ্ধে তেওঁলোক যুদ্ধ দিবলৈ অক্ষম। তথাপি আপোনাৰ পুত্ৰ দুৰ্য্যোধনে যথাসাধ্য চেষ্টা কৰিছে। বৰ্ত্তমানে তেওঁক কিম্বা আন যুজাৰুসকলক নিন্দা কৰা মিছা।"

ধৃতৰাষ্ট্ৰই কলে "বাছা সঞ্জয়, মই মোৰ কৰ্ত্তব্যত ত্ৰুটী স্বীকাৰ কৰোঁ। তোমাৰ কথা সঁচা। কপালৰ লিখন কোনেও খণ্ডাব নোৱাৰে। তুমি প্ৰকৃত ঘটনা বিস্তৃত ভাবে কৈ যোৱা। মঙ্গল, অমঙ্গল, দুঃখ, সুখ সকলো বিবৰি কৈ গৈ থাকাঁ।" এই বুলি কৈ ধৃতৰাষ্ট্ৰই চিন্তান্বিত হৈ সঞ্জয়ৰ বিৱৰণ শুনি যাবলৈ ধৰিলে।

অৰ্জ্জুনৰ ৰথখন সিন্ধুৰাজৰ কালে আগবাঢ়ি যোৱা দেখি দুৰ্য্যোধন চিন্তাকুল হৈ দ্ৰোণৰ ওচৰ চাপি গ'ল।

দুৰ্য্যোধনে অভিযোগ তুলি কলে "ব্যূহ ভেদ কৰি অৰ্জ্জুন ভিতৰলৈ সোমাই গ'ল। আমাৰ পৰাজয় লক্ষ্য কৰি জয়দ্ৰথৰ ৰক্ষক বীৰসকলে ধৈৰ্য্য-চ্যুত হব পাৰে। আচাৰ্য্যক পিচ পেলাই অৰ্জ্জুন এখোজো আগ বাঢ়ি যাব নোৱাৰিব বুলি ৰজাসকলে ধাৰণা কৰিছিল। কিন্তু এতিয়া সেই ধাৰণা অমূলক বুলি প্ৰতিপন্ন হ'ল। আপোনাৰ চকুৰ আগতে তেওঁ ৰথ চলাই আপোনাকো চেৰাই আগুৱাই গ'ল। আপুনিও পাণ্ডৱসকলৰ মঙ্গল চিন্তাকে কৰি আছে বুলি অনুমান হৈছে। মোৰ মন বৰ বিচলিত হৈ

পৰিছে। আপোনাৰ ওচৰত মই কিবা দোষ বা ত্ৰুটী কৰিছোঁ নেকি? মোক কি কাৰণত পৰিত্যাগ কৰিব খুজিছে? এই কথা আগতে কেনেবাকৈ জনা হলে মই জয়দ্ৰথক যুদ্ধত নামিবলৈ নিদিলোঁহেঁতেন। তেওঁ নিজ ৰাজ্যলৈ উলটি যাবলৈ বিচাৰিছিলেই কিন্তু মোৰ অনুৰোধত তেওঁ তেনে নকৰি যুদ্ধত লিপ্ত হ'ল। এতিয়া মই বুজিলোঁ তেনে কৰাটো মোৰ পক্ষে ঘোৰ অন্যায় হৈছিল। যদি কেনেবাকৈ অৰ্জ্জুনে জয়দ্ৰথক আক্ৰমণ কৰিবলৈ পায় তেওঁৰ আৰু নিস্তাৰ নাই। মই মনৰ বিকাৰত যদি ভ্ৰম বকিছোঁ, মোক নিজগুণে ক্ষমা কৰিব আচাৰ্য্যদেৱ। আপুনি দয়া কৰি নিজে সিন্ধুৰাজক ৰক্ষা কৰকগৈ।"

সেই কথাত দ্ৰোণই ক'লে "ৰজা, তুমি এইবোৰ অমূলক কথা কৈছা। তোমাৰ ওপৰত মই একো খং কৰা নাই। তুমি মোৰ পুত্ৰতুল্য। মোৰ মানত অশ্বত্থামা যেনেকুৱা তুমিও তেনেই। তুমি মোৰ কথা মানি চলা। মোৰ এই কৱচটো তুমি ধাৰণ কৰা। এইটো পিন্ধি ললেই তুমি অৰ্জ্জুনক আক্ৰমণ কৰিবলৈ সক্ষম হবা। মই এতিয়া এই ঠাই এৰি যাবৰ সাধ্য নাই। পাণ্ডৱ সেনাই আমাক প্ৰবলভাৱে আক্ৰমণ কৰিছেহি। অৰ্জ্জুনবিহীন হৈ যুধিষ্ঠিৰে যুদ্ধ চলাইছে। এওঁক ধৰিবৰ নিমিত্তে মই সকলো প্ৰকাৰ চেষ্টা কৰি আছোঁ। এতিয়া সেই সুযোগ হাতত পাইছোঁ। তেওঁক বন্দী কৰি তোমাক গতাই দিব লাগিব। সেই সুযোগ এৰি অৰ্জ্জুনক আক্ৰমণ কৰিবলৈ যোৱা অন্যায় হব। বেহুৰ মুখ এৰি গলেই ঘোৰ অনৰ্থ ঘটিব। যোৱা তুমি মোৰ কৱচ ধাৰণ কৰি যুদ্ধ কৰাগৈ। ভয় নাখাবা। তুমি এজন শ্ৰেষ্ঠ বীৰ। কোনো অস্ত্ৰই এই কৱচ ভেদ কৰিব নোৱাৰে। মন্ত্ৰপূত এই কৱচে তোমাক ৰক্ষা কৰি থাকিব। ব্ৰহ্মাৰপৰা কৱচ লাভ কৰি যেনেকৈ দেবেন্দ্ৰ যুদ্ধলৈ গৈছিল সেইদৰে তুমিও মোৰ এই মন্ত্ৰপূত কৱচ ধাৰণ কৰি যুদ্ধ কৰাঁগৈ। তোমাৰ মঙ্গল হওক।"

দিব্য কৱচ ধাৰণ কৰি দুৰ্য্যোধনে বহুতো আশ্বস্ত হল আৰু পূজনীয় আচাৰ্য্যৰ উপদেশ সাৰোগত কৰি বিশাল সৈন্যবাহিনী এটা লৈ সাহেৰে বুকু বান্ধি অৰ্জ্জুনক আক্ৰমণ কৰিবলৈ আগ বাঢ়ি গ'ল।

অৰ্জ্জুনে কুৰুসৈন্য অতিক্ৰম কৰি ভালেমান দূৰ আগবাঢ়ি গ'ল। ৰথৰ ঘোঁৰা দুটা ভাগৰি পৰা দেখি শ্ৰীকৃষ্ণই খন্তেক জিৰণিৰ কাৰণে ৰথ ৰখাই ঘোঁৰাৰ লেগাম খুলি দিবলৈ উপক্ৰম কৰিলে। তেনেতে বিন্দ আৰু অনুবিন্দ নামে দুই ভাই ককায়েক আহি অৰ্জ্জুনক আক্ৰমণ কৰিলে। অৰ্জ্জুনে

ততালিকে তেওঁলোকৰ সৈন্য-সামন্তবিলাকক আক্ৰমণ কৰি লণ্ড-ভণ্ড কৰিলে আৰু দুই ভাইককাইক বধ কৰিলে। তাৰ পিচতশ্ৰীকৃষ্ণই ঘোঁৰা দুটা সোলো কাই দি অলপ জিৰাবলৈ দিলে। খন্তেক জিৰণিৰ পিচত ভাগৰ পলোৱাত শ্ৰীকৃষ্ণই পুনৰ ঘোঁৰা জুঁটি লৈ জয়দ্ৰথৰ ফালে ৰথ চলাই দিলে।

শ্ৰীকৃষ্ণই বাটত অৰ্জ্জুনক ক'লে "ধনঞ্জয়, পিচফালে মন কৰাচোন দুৰ্য্যোধনে আমাৰ পিচ লৈছে। ইয়াতকৈ আৰু ভাল সুবিধা নাপাবা। বহুদিন সাঁচি থোৱা মনৰ খংটো মাৰ নিয়াবলৈ তৎপৰ হোৱাঁ। সকলো অনৰ্থৰ মূল হ'ল এই দুৰ্য্যোধন। এতিয়া লক্ষ্য গণ্ডীৰ ভিতৰত পৰিছে। এওঁ মহাৰথী আৰু দূৰৰপৰা আক্ৰমণ কৰিবলৈ এওঁ বৰ পাৰ্গত। গাত মহাধনু ভিৰাব পৰা শক্তি নিহিত আছে। তেওঁ অস্ত্ৰবিদ্যা-বিশাৰদ, যুদ্ধৰ সময়ত মত্ত হাতীৰ দৰে শক্তিমান হৈ পৰে আৰু আমাৰ ঘোৰ শত্ৰু।" এইবুলি দূৰৈত থকা দুৰ্য্যোধনৰ ফালে আঙুলিয়াই অৰ্জ্জুনৰ দৃষ্টি আকৰ্ষণ কৰিলে। শ্ৰীকৃষ্ণই ততালিকে ৰথ ঘূৰাই লৈ দুৰ্য্যোধনক আক্ৰমণ কৰিবলৈ ইঙ্গিত কৰাত অৰ্জ্জুনে দুৰ্য্যোধনক আক্ৰমণ কৰিলে।

দুৰ্য্যোধনে সেই আক্ৰমণলৈ কেৰেপ নকৰিলে। তেওঁ অৰ্জ্জুনক কলে "অৰ্জ্জুন, তুমি মহৎ কাৰ্য্য সমাধা কৰিব পৰা বুলি মানুহৰ মুখত শুনিবলৈ পাওঁ। মই কিন্তু সেই কথা এই দুটা চকুৰে দেখিবলৈ পোৱা নাই। তোমাৰ খ্যাতিৰ মূল কথা হ'ল তোমাৰ পৰাক্ৰম। তাকে এতিয়া এবাৰ দেখিবলৈ আশা কৰিছোঁ। তোমাৰ পৰাক্ৰমটো বাৰু আজি দেখুৱাঁচোন।"

দুয়োৰে ভিতৰত এখন তুমুল যুদ্ধ লাগি উঠিল।

শ্ৰীকৃষ্ণই অৰ্জ্জুনক কলে "পাৰ্থ, কি আচৰিত কথা হৈছে? আজিচোন তোমাৰ অস্ত্ৰই দুৰ্য্যোধনক আহত কৰিব পৰা নাই? মই আজি এই প্ৰথম দেখিলোঁ যে গাণ্ডীৱৰ শৰ অথলে যায়। ই নোহোৱা-নোপজা কথা? তোমাৰ অস্ত্ৰধাৰণৰ শক্তি হৰি আহিল নেকি? নতুবা গাণ্ডীৱে তেওঁৰ স্বভাৱ আজি পৰিত্যাগ কৰিলে? নহলে আজি দুৰ্য্যোধনৰ ওপৰত যিবিলাক শৰ বৰষিছা সেইবোৰ ব্যৰ্থ হৈ মাটিত উফৰি পৰিছে কিয়?"

তেতিয়া অৰ্জ্জুনে ক'লে "কৃষ্ণ, এওঁ আজি আচাৰ্য্যদেৱৰ কৱচ ধাৰণ কৰি যুদ্ধ কৰিছে বুলি অনুমান হৈছে। এই কৱচৰ মাহাত্ম্য পূৰ্ব্বে আচাৰ্য্য-দেৱে মোক শুনাইছিল। মনে ধৰিছে আচাৰ্য্যদেৱে তেওঁৰ সেই কৱচকে দুৰ্য্যোধনক ধাৰণ কৰাই যুদ্ধলৈ পঠাই দিছে। ভাৰবাহী পশুৰ দৰে এওঁ

অনৰ্থক সেই কৱচ ভাৰ বৈ ফুৰিছে। এতিয়া মোৰ ক্ষমতা চাই লওক।" এই বুলি অৰ্জ্জুনে এপাট শৰ মাৰি দুৰ্য্যোধনৰ ঘোঁৰা, সাৰথি আৰু ৰথ সকলোবোৰ ধ্বংস কৰি পেলালে। তাৰ পিচত দুৰ্য্যোধনৰ হাতৰ কৱচ ভেদি পেলালে। শৰীৰৰ যি অংশ কৱচে নঢকাকৈ আছিল সেই ঠাই লক্ষ্য কৰি অৰ্জ্জুনে এপাত শৰ মাৰি পঠিয়ালে। হাতৰ তলুৱা আৰু গাৰ উদং অংশত অৰ্জ্জুনে শৰাঘাত কৰাত দুৰ্য্যোধনে তিষ্ঠিব নোৱাৰি যুদ্ধথলি এৰি পলাই যাবলৈ বাধ্য হ'ল।

দুৰ্য্যোধনে পৃষ্ঠভঙ্গ দিয়াত শ্ৰীকৃষ্ণই বিজয় গৌৰৱ ঘোষণা কৰি পাঞ্চজন্য শঙ্খত ফুঁক দিলে।

জয়দ্ৰথক ৰক্ষাকাৰী বীৰসকল ভয়ত ত্ৰস্তমান হৈ উঠিল। ভূৰিশ্ৰৱা, শাল্ব, কৰ্ণ, বৃষসেন, কৃপ, শল্য, অশ্বত্থামা আৰু জয়দ্ৰথ এই আঠোজন বীৰেই ৰথাৰোহণ কৰি অৰ্জ্জুনক আক্ৰমণ কৰিলে।

## ধৰ্ম্মপুত্ৰৰ চিন্তা

দুৰ্য্যোধনক অৰ্জ্জুনৰ পিছে পিছে খেদি যোৱা দেখা পাই পাণ্ডৱসকলে শত্ৰুসৈন্যক ভীষণভাৱে আক্ৰমণ কৰিবলৈ ধৰিলে। জয়দ্ৰথৰ ৰক্ষাৰ নিমিত্তে দ্ৰোণ যাবলৈ পালে তেওঁলোকৰ সৰ্ব্বনাশ ঘটিব বুলি ভাবি ধৃষ্টদ্যুম্নই আচাৰ্য্যৰ বিৰুদ্ধে সৈন্য পঠাই দিলে। দ্ৰুপদ পুত্ৰৰ এই চক্ৰান্তৰ ফলত কুৰুসৈন্য তিনিভাগে বিভক্ত হৈ দুৰ্ব্বল হৈ পৰিল।

ধৃষ্টদ্যুম্নই তেওঁৰ ৰথত উঠি গৈ দ্ৰোণৰ ৰথৰ ওপৰত আঘাত কৰিবলৈ ধৰিলে। দ্ৰোণাচাৰ্য্যৰ বগা বৰণৰ ঘোঁৰা আৰু ধৃষ্টদ্যুম্নৰ ৰঙা বৰণৰ ঘোঁৰা ওচৰা-ওচৰি হোৱাত বেলি মাৰ যোৱাৰ সময়ত মেঘৰ ওপৰত পৰা ৰঙৰ দৰে দেখা গ'ল। ধৃষ্টদ্যুম্নই হাতত ঢাল-তৰোৱাল লৈ দ্ৰোণৰ ৰথৰ ওপৰত জপিয়াই পৰিল। ৰথ আৰু ঘোঁৰাৰ ওপৰত দুই ভৰি দি থিয় হৈ দ্ৰোণক আক্ৰমণ কৰিলে। শেন চৰায়ে যেনেকৈ মঙহ চোঁ মাৰি লৈ যাবৰ সময়ত ইকালে সিকালে চকু ৰঙা কৰি চোঁ মাৰে ধৃষ্টদ্যুম্নয়ো সেইদৰে চকু ৰঙা কৰি ইকালে সিকালে অস্ত্ৰ চালনা কৰি আজন্ম শত্ৰু দ্ৰোণকো অস্ত্ৰাঘাত কৰিবলৈ ধৰিলে। এইদৰে ভালেমান সময় যুদ্ধ চলিল। পিচত দ্ৰোণৰ ৰথ ধং

উঠাত ধৃষ্টদ্যুম্নৰ ওপৰত প্ৰাণঘাতী বাণ বৰষিবলৈ ধৰিলে, কিন্তু সাত্যকিয়ে চকুৰ পচাৰতে আগবাঢ়ি গৈ সেই বাণৰ ওপৰত বাণ মাৰি লণ্ড-ভণ্ড কৰি পেলালে। তেতিয়া দ্ৰোণে সাত্যকিক আঘাত কৰিব খোজাত পাঞ্চালৰথী-সকলে ধৃষ্টদ্যুম্নক আঁতৰাই লৈ গ'ল।

দ্ৰোণে ক'লা ফেটী সাপৰ দৰে খঙত উগ্ৰমূৰ্ত্তি ধৰি সাত্যকিক আক্ৰমণ কৰিলে। পাণ্ডৱপক্ষত সাত্যকি অন্যতম প্ৰধান বীৰ আছিল। দ্ৰোণে তেওঁৰ ওপৰত প্ৰবলভাৱে আক্ৰমণ কৰা দেখি তেৰেঁা বীৰদৰ্পে তেওঁৰ সন্মুখীন হ'ল।

সাত্যকিয়ে তেওঁৰ সাৰথিক ক'লে "এওঁ কুলধৰ্ম্ম পৰিত্যাগ কৰি ক্ষত্ৰিয় বৃত্তি অবলম্বন কৰি পাণ্ডৱসকলৰ অনৰ্থ সৃষ্টি কৰিছেহি। এৱেঁই দুৰ্য্যোধনৰ অহঙ্কাৰৰ মূল কাৰণ। এওঁ নিজেও মহাবীৰ বুলি অহঙ্কাৰ কৰে। গতিকে ৰথ বেগাই চলোৱা—এওঁৰ সেই দৰ্প চূৰ্ণ কৰেঁা।"

সাৰথিয়ে বায়ুবেগে ৰথ চলাবলৈ ধৰিলে। দ্ৰোণ আৰু সাত্যকি দুয়োৰে বাণ বৰিষণৰ প্ৰতাপত বেলিৰ পোহৰ ঢাক খাই পৃথিৱীখন আন্ধাৰ হৈ পৰিল। গাঁতৰপৰা ওলোৱা সাপৰ দৰে দুয়ো ভীষণ বেগেৰে নাৰাচ নামে লোহাৰ বাণ হানিবলৈ ধৰিলে। দুয়োৰে ৰথ ভাগি চুৰমাৰ হৈ গ'ল। দুয়ো বীৰ ৰক্তাক্ত-কলেৱৰ হৈ পৰিল। আন বীৰসকলে নিজ নিজৰ যুদ্ধ পাহৰি এই দুই বীৰৰ যুদ্ধ চাবলৈ ধৰিলে। তৰ্জ্জন-গৰ্জ্জন, সিংহনাদ, শঙ্খ আৰু দুন্দুভিৰ শব্দ সকলো নিতাল মাৰিলে। নানান তৰহৰ অস্ত্ৰ-শস্ত্ৰেৰে দুয়ো যুদ্ধ কৰিবলৈ ধৰিলে। দেৱতা, বিদ্যাধৰ, গন্ধৰ্ব্ব, যক্ষ, ৰক্ষ, আদি সকলোৱে আকাশৰপৰা এই দৃশ্য থৰ লাগি চাবলৈ ধৰিলে।

সাত্যকিৰ প্ৰচণ্ড শৰাঘাতত দ্ৰোণৰ ধনু ভাগি থাকিল। ভৰদ্বাজ পুত্ৰই ততালিকে আন এখন ধনু লৈ তাত গুণ দিলে। সেই ধনুও সাত্যকিৰ বাণা-ঘাতত ভঙ্গ হল। দ্ৰোণে তেতিয়া পুনৰ আন এখন ধনু লৈ শৰসন্ধান কৰিবলৈ ধৰোঁতেই সাত্যকিয়ে সেই ধনুখনো ভাঙি পেলালে। শ্ৰীৰাম, কাৰ্ত্তবীৰ্য্য, ধনঞ্জয়, ভীষ্মদেৱ এইসকলৰ দৰেই সাত্যকিয়ে যুদ্ধ কৰা দেখি দ্ৰোণাচাৰ্য্যই তৃপ্তি অনুভৱ কৰিলে। শত্ৰুসকলৰ প্ৰকৃত বীৰত্ব, শৌৰ্য্য-বীৰ্য্য, শক্তি আদি দেখা পালে আচাৰ্য্যসকলে স্বাভাৱিকতে সন্তোষ লাভ কৰে। যি ৰীতি অনুযায়ী দ্ৰোণে অস্ত্ৰ প্ৰয়োগ কৰিছিল সাত্যকিয়েও তদনুৰূপ ৰীতিৰেই অস্ত্ৰৰ প্ৰতিপ্ৰয়োগ কৰিছিল। এইদৰে ভালেমান বেলি যুদ্ধ কৰাৰ পিচত দ্ৰোণা-চাৰ্য্যই সাত্যকিৰ প্ৰাণ বধ কৰিবলৈ আগ্নেয়াস্ত্ৰ যোজনা কৰিলে। সাত্যকিয়ে ততালিকে সেই অস্ত্ৰৰ প্ৰতিবিধান কৰিবলৈ বৰুণাস্ত্ৰ প্ৰয়োগ কৰিলে।

শেষত সাত্যকি যেতিয়া শক্তিহীন হৈ পৰিল সেই অৱস্থা দেখি কৌৰৱ সেনাৰ আনন্দত ঠাই নাইকিয়া হ'ল।

তেনে অৱস্থাত সাত্যকি আহত হব পাৰে বুলি আশঙ্কা কৰি যুধিষ্ঠিৰে বীৰসকলক ক'লে "বীৰশ্ৰেষ্ঠ সত্যসন্ধ, পৰাক্ৰমী সাত্যকি দ্ৰোণৰ হাতত বেয়াকৈ আক্ৰান্ত হৈ পৰিছে। ততালিকে তেওঁক সহায় কৰিবলৈ আগ বাঢ়ি যোৱাঁ।"

ধৃষ্টদ্যুম্নকো পাই যুধিষ্ঠিৰে ক'লে "তুমিও যোৱা দ্ৰোণক এই মুহূৰ্ত্তে আক্ৰমণ কৰাগৈ। সেই ব্ৰাহ্মণে সাত্যকিক বধিবলৈ উপক্ৰম কৰিছে। পলম নকৰিবা, তুৰন্তে যোৱাঁ। নতুবা দ্ৰোণৰ হাতত আজি আমাৰ সৰ্ব্বনাশ ঘটিব। সৰু সৰু ল'ৰাবোৰে যেনেকৈ চৰাই পোৱালী ধৰি ভৰিত ৰচি লগাই উৰাই খেমালি চায়, সেইদৰে দ্ৰোণয়ো সাত্যকিক লৈ উমলি আছে। সাত্যকিয়ে অৱশ হৈ আৰু যুদ্ধ কৰিবলৈ অক্ষম হৈ পৰিছে। লগত আৰু কেইজনমান বীৰ লৈ ততালিকে যোৱাঁ। যমৰ মুখৰ ভিতৰত দুপাৰি দাঁতৰ মাজত সাত্যকি ওলমি বৈ আছে।" এই বুলি সকলো পাণ্ডৱ সেনাক দ্ৰোণৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ আদেশ দিলে।

পাণ্ডৱ সেনাসকলে ততাতৈয়াকৈ গৈ দ্ৰোণৰ লগত যুদ্ধ কৰি সাত্যকিক অতি কষ্টেৰে উদ্ধাৰ কৰি আনিলে।

তেনেতে পাঞ্চজন্য শঙ্খৰ নিনাদ শুনা গল। যুধিষ্ঠিৰে সেই শব্দ শুনি শুনি চিন্তিত হৈ পৰিল। ব্যাকুলভাৱে তেওঁ সাত্যকিক কলেগৈ "সাত্যকি, কেৱল পাঞ্চজন্যৰ নিনাদকে কাণত পৰিছে দেখোন? গাণ্ডীৱৰ টঙ্কাৰ দেখোন নুশুনো? পাৰ্থৰ কাৰণে চিন্তা লাগিছে। জয়দ্ৰথৰ ৰক্ষক বীৰ-সকলে বেৰি ধৰি তেওঁ আকৌ কিবা বিপদত পেলাইছে বা? সন্মুখফালে সিন্ধু সৈন্য, পিচফালে দ্ৰোণৰ সৈন্য। এই দুই দলৰ মাজত পৰি অৰ্জ্জুন বিপদাপন্ন হৈছে যেন পাইছোঁ। অৰ্জ্জুন বেলি নৌ ওলাওঁতেই শত্ৰুৰ মাজলৈ সোমাই গৈছিল—এতিয়া বেলি আহি লাহ দিলেহি। পাঞ্চজন্যৰ ধ্বনি শুনি অৰ্জ্জুনৰ প্ৰাণান্ত হৈছে বুলি শঙ্কা হৈছে। অকলৈ বাসুদেৱেই যুদ্ধ কৰি আছে হবলা! সাত্যকি, তোমাৰ অসাধ্য একো নাই। অৰ্জ্জুন তোমাৰ সখা আৰু আচাৰ্য্য। তেওঁ আজি সঙ্কটাপন্ন। সাত্যকি, তোমাক ধনঞ্জয়েও প্ৰশংসা কৰি কয় বোলে সাত্যকিৰ নিচিনা পৰাক্ৰমী মহাবীৰ অতি বিৰল। বনবাসৰ কালতো লোক তেওঁ এই কথা বাৰে বাৰে কৈ আছিল। সৌৱা চোৱা যুদ্ধ ক্ষেত্ৰত ধুলি উৰিছে। নিশ্চয় অৰ্জ্জুনক শত্ৰুসেনাই বেৰি ধৰিছে।

জয়দ্ৰথ মহাবীৰ। তেওঁৰ ৰক্ষাৰ কাৰণে ভালেমান বীৰে প্ৰাণ দিবলৈ অগ্ৰসৰ হৈছে। যোৱা বেগাই যোৱা।" এইবুলি যুধিষ্ঠিৰে উম্বাউল হৈ সাত্যকিক অৰ্জ্জুনৰ সহায়ৰ কাৰণে যাবলৈ আদেশ কৰিলে।

যুধিষ্ঠিৰৰ মুখত এনে কথা শুনি সাত্যকিয়ে কলে "আপুনি তো কেতিয়াও ধৰ্ম্মচ্যুত হোৱা নাই? আপোনাৰ আদেশ মোৰ শিৰোধাৰ্য্য। ধনঞ্জয়ৰ নিমিত্তে মই কি কৰিব নোৱাৰোঁ? তেওঁৰ অৰ্থে মোৰ প্ৰাণ তুচ্ছ বুলি ভাবোঁ। আপোনাৰ আদেশ পালে মই দেৱতাসকলৰো সন্মুখীন হব পাৰো। কিন্তু বাসুদেৱ আৰু অৰ্জ্জুনে মোক যি কৈ গৈছিল সেই কথা নিবেদন কৰিব খোজোঁ। মোক তেওঁলোকে কৈ গৈছে যে আমি জয়দ্ৰথক বধ কৰি উলটি নহা পৰ্য্যন্ত তুমি যুধিষ্ঠিৰক ৰক্ষা কৰি থাকিবাঁ। অতি সাবধানে থাকিবাঁ। তোমাৰ ওপৰত ভৰষা কৰিয়েই আমি জয়দ্ৰথৰ উদ্দেশ্যে যাত্ৰা কৰিলোঁ। কুৰু সৈন্যৰ ভিতৰত একমাত্ৰ দ্ৰোণৰ ওচৰতে খুব সাবধান হৈ থাকিবা। তেওঁৰ প্ৰতিজ্ঞা তোমাৰ অজ্ঞাত নহয়। ধৰ্ম্মপুত্ৰক তোমাৰ আশ্ৰয়তে ৰাখি আমি নিশ্চিন্ত হৈ ওলাইছোঁ। এনেদৰে সিবিলাকে আদেশ কৰিছে যি স্থলত মই সেই আদেশ কেনেকৈ উলংঘা কৰোঁ? আপুনি অৰ্জ্জুনৰ কাৰণে চিন্তা নকৰিব। তেওঁ অজেয়। সিন্ধুৰাজ বা অন্যান্য ৰজাৰ এজনো তেওঁৰ ষোল্ল ভাগৰ এভাগো নহয়। হে ধৰ্ম্মপুত্ৰ, আপোনাক কাৰ আশ্ৰয়ত ৰাখি যাওঁ? দ্ৰোণৰ আক্ৰমণ ৰোধ কৰিব পৰা কোনো এজনকো ইয়াত দেখা নাই। দকৈ গমি চাই মোক যি কৰিবলৈ কয় মই সেইমতেই কৰ্ত্তব্য পালন কৰিম।"

যুধিষ্ঠিৰে কলে "মই দকৈ ভাবি চিন্তিয়েই তোমাক অৰ্জ্জুনৰ সহায়ৰ কাৰণে যাবলৈ পাচিছোঁ। মোৰ অনুমতি লৈ তুমি তুৰন্তে যাত্ৰা কৰাঁ। মহাবলী ভীম, ধৃষ্টদ্যুম্ন আদি ভালেমান বীৰসকল মোৰ ওচৰত আছে। মোৰ কাৰণে সমুলি চিন্তা নকৰিবা।" এইবুলি তেওঁ ততালিকে অতি বেগী ঘোঁৰাৰে আৰু অস্ত্ৰে-শস্ত্ৰে সজ্জিত কৰি সাত্যকিক ৰথ এখন দিবৰ কাৰণে আদেশ কৰিলে। ৰথ সজোৱা হলত যুধিষ্ঠিৰে আশীৰ্ব্বাদ কৰি সাত্যকিক অৰ্জ্জুনক সহায় কৰিবলৈ পঠাই দিলে।

"ভীমসেন, ধৰ্ম্মপুত্ৰক ৰক্ষা কৰিবা" বুলি ৰিঙিয়াই কৈ সাত্যকিয়ে ধনঞ্জয়ৰ উদ্দেশ্যে যাত্ৰা কৰিলে।

•

সাত্যকিক যোৱা দেখি কুৰুসৈন্যই তেওঁক ভীষণভাৱে ভেটা দি ধৰিলে। সকলো আক্ৰমণকাৰীকে এফালৰপৰা পৰাস্ত কৰি অতি কোৰেৰে সাত্যকি

আগুৱাই গল। বাটে বাটে অগণন শত্ৰু সৈন্যৰ সন্মুখীন হবলগীয়া হোৱাত অৰ্জ্জুনৰ কাষ পাবলৈ তেওঁৰ বহুতো পলম হৈছিল।

সাত্যকিয়ে যুধিষ্ঠিৰক পৰিত্যাগ কৰি যোৱা কথাটো লক্ষ্য কৰি দ্ৰোণই পাণ্ডৱ সেনাক ভীষণভাৱে আক্ৰমণ কৰিলে। সেই আক্ৰমণ সহিব নোৱাৰি পাণ্ডৱ সেনা ছেদেলি-ভেদেলি হৈ পৰিল আৰু পিছুৱাই যাবলৈ ধৰিলে। যুধিষ্ঠিৰ ঘোৰ চিন্তাত পৰিল।

## যুধিষ্ঠিৰৰ আশঙ্কা

"অৰ্জ্জুন ঘূৰি নাহিল; তেওঁক বিচাৰি পঠোৱা সাত্যকিও এতপৰেও দেখোন উলটি নাহিল? ভীম, তোমাৰ কনিষ্ঠৰ কাৰণে মহা চিন্তাত পৰিছো। পাঞ্চজন্য শঙ্খৰ লগে লগে গাণ্ডীৱৰ টঙ্কাৰ নুশুনি মোৰ অন্তৰ কঁপি উঠিছে। মহাপৰাক্ৰমী বীৰ সাত্যকি আমাৰ অতি বিশ্বাসভাজন বন্ধু তেওঁৰ সহায়ৰ কাৰণে পঠালোঁ। তেৱোঁ কোনো খবৰ সহ উলটি নাহিল। মোৰ চিন্তা বাঢ়িহে গৈছে।" এইবুলি যুধিষ্ঠিৰে ভীমৰ আগত খেদ কৰি চিন্তিতভাৱে মৌন হৈ ৰল।

ভীমসেনে কলে "দাদা মই কেতিয়াও আপোনাক ইমান চিন্তিত হোৱা দেখা নাই। ধৈৰ্য্য ধৰক দাদা। কি কৰিব লাগে অনুমতি দিয়ক। কোনো চিন্তা উদ্বিগ্নতাৰ বোকাত মনটো নিমগ্ন হবলৈ নিদিব।"

যুধিষ্ঠিৰে কলে, "মৰমৰ ভীম তোমাৰ ভ্ৰাতৃ মৃত্যুৰ মুখত পৰিল বুলি মোৰ শঙ্কা হৈছে। তোমাৰ সেই ভ্ৰাতৃৰ মৃত্যুৰ পিচত শ্ৰীকৃষ্ণই নিজে ধনুশৰ ধৰি যুদ্ধ কৰিবলৈ ধৰিছে। মই কেৱল মাধৱৰ শঙ্খধ্বনি হে শুনি আছোঁ। ধনঞ্জয়ৰ গাণ্ডীৱ নিস্তব্ধ। আজি অপ্ৰতিদ্বন্দী মহাবীৰ প্ৰাণপ্ৰতিম ধনঞ্জয়ৰ পতন হৈছে নিশ্চয়। মোৰ বুদ্ধিভ্ৰম ঘটিছে। মোৰ কথা শুনা বাছা। তুমিও এই মুহূৰ্ত্তে ধনঞ্জয়ৰ ওচৰলৈ যোৱা। সাত্যকি আৰু ধনঞ্জয়ৰ অনুসন্ধান কৰি কৰ্ত্তব্য পালন কৰাগৈ। মোৰ আদেশ মানি সাত্যকিয়ে কুৰুসৈন্য ভেদ কৰি ধনঞ্জয়ৰ উদ্দেশ্যে আগবাঢ়ি গৈছে। তুমিও গৈ তেওঁলোকক ভালে থকা দেখা পালেই সিংহনাদ কৰি মোক তোমালোকৰ কুশলবাৰ্ত্তাৰ জাননী দিবা।"

ভীমসেনে কলে "প্ৰভু, শোক নকৰিব। মই তুৰন্তে তালৈ গৈ তেওঁ-লোকৰ কুশল বাৰ্ত্তা জনাম।" আৰু একো নকৈ ভীমসেনে ধৃষ্টদ্যুম্নৰ ওচৰলৈ গৈ কলে "পাঞ্চাল, ধৰ্ম্মপুত্ৰক হাত কৰিবলৈ দ্ৰোণাচাৰ্য্যই নানান কৌশল প্ৰয়োগ কৰিব লাগিছে সেইকথা আপুনি জানে। ৰজাক ৰক্ষা কৰা প্ৰধান কৰ্ত্তব্য, কিন্তু তেওঁৰ আদেশ পালন কৰিবলৈ বাধ্য হৈ মই ধনঞ্জয়ৰ উদ্দেশ্যে যাত্ৰা কৰিব লগা হল। আপোনাৰ ওপৰতে সৰ্ব্বভৰসা কৰি মই ওলালোঁ।"

মহাবীৰ দ্ৰোণৰ প্ৰধান শত্ৰু ধৃষ্টদ্যুম্নই কলে "ভীম, কোনো চিন্তা নক-নকৰিব। আপুনি নিশ্চিন্তমনে যাব পাৰে। মোক আগতে বধ নকৰাকৈ দ্ৰোণৰ সাধ্য নাই যুধিষ্ঠিৰক বন্দী কৰিবলৈ।" সেই কথা শুনি ভীমসেনে দ্ৰুতপদে অৰ্জ্জুনক বিচাৰি গুছি গল।

ভীমসেনেও ধনঞ্জয়ক বিচাৰি গুচি যোৱা দেখি কুৰু সৈন্যবিলাকে তেওঁক আগভেটা দি বেৰি ললে। ভীমসেনে সিংহ বিক্ৰমেৰে কুৰুসৈন্য আৰু ধৃতৰাষ্ট্ৰৰ বাৰজন কুমাৰৰ প্ৰাণ সংহাৰ কৰি দ্ৰোণৰ মুখামুখি হলগৈ। দ্ৰোণে তেওঁক আগচি ধৰি কলে "ভীমসেন, মই তোমাৰ শত্ৰু, মোক পৰাজিত নকৰাকৈ তুমি এখোজো আগবাঢ়িব নোৱাৰা। তোমাৰ ভ্ৰাতৃ অৰ্জ্জুনেও মোৰ অনুমতি লৈহে শত্ৰুৰ মাজত সোমালগৈ। কিন্তু তোমাক মই অনুমতি নিদিওঁ।"

দ্ৰোণাচাৰ্য্যৰ ধাৰণা আছিল যে ভীমসেনেও ধনঞ্জয়ৰ দৰেই তেওঁক সন্মান দেখুৱাব। কিন্তু দ্ৰোণৰ কথা শুনি ভীমে উগ্ৰমূৰ্ত্তি ধৰি কলে "ব্ৰাহ্মণ, ধনঞ্জয়ে কেতিয়াও আপোনাৰ অনুমতি লৈ শত্ৰুৰ মাজলৈ যোৱা নাই। শৌৰ্য্য-বীৰ্য্য আৰু পৰাক্ৰম দেখুৱাই হে তেওঁ শত্ৰুৰ বেহু ভেদ কৰি গৈছে। মই অৰ্জ্জুনৰ দৰে আপোনাক দয়া দেখুৱাবলৈ অহা নাই। মই আপোনাৰ শত্ৰু। এসময়ত আপুনি আমাৰ পিতৃতুল্য আৰু গুৰু আছিল। সেই সময়ত আমি আপোনাক যথেষ্ট ভক্তি দৰ্শাইছিলো। কিন্তু আপুনি এইমাত্ৰ কলে যে আপুনি আমাৰ শত্ৰু। সেয়ে হওক।" এইবুলি কৈয়েই ভীমসেনে গদা ঘূৰাই দ্ৰোণক আক্ৰমণ কৰিলে। গদাৰ প্ৰচণ্ড আঘাতত দ্ৰোণৰ ৰথ ভাগি ঠান ঠান হৈ গল।

দ্ৰোণে লবালৰিকৈ আন এখন ৰথত উঠিলগৈ। কিন্তু ভীমৰ গদাঘাতত সেই ৰথো ঠান ঠান কৰি ভাঙি পেলালে। এইদৰে দ্ৰোণক গদাঘাতেৰে জৰ্জ্জৰা কৰি কুৰুবীৰসকলক খেদি বাট মোকলাই ভীমসেনে শত্ৰুবেহু ভেদ কৰি ৰণক্ষেত্ৰৰ মাজলৈ সোমাই গল।

সেইদিনা দ্ৰোণৰ আঠখন ৰথ ভাগি চুৰমাৰ হল। তাৰ পিচত ভোজ সেনাসকলে ভীমসেনক আক্ৰমণ কৰাত ভীমসেনে তেওঁলোককো ধ্বংস কৰি কৰি আগুৱাই যাবলৈ ধৰিলে। ইয়াৰ পিছতো যি সকলে তেওঁৰ সন্মুখীন হৈছিল সেই সকলকো বধি অন্ত কৰিলে। তেতিয়া তেওঁ শীঘ্ৰে আগবাঢ়ি গৈ দূৰত দেখা পালে যে অৰ্জ্জুনে তেতিয়াও জয়দ্ৰথৰ সেনাৰ লগত যুদ্ধ চলাই আছে।

ভীমে অৰ্জ্জুনক দেখা পায়েই সিংহনাদ কৰাত সেই নাদ শুনি কৃষ্ণ আৰু অৰ্জ্জুনৰ চিন্তা দূৰ হল। সিবিলাকে আনন্দত বিজয় ধ্বনি কৰিলে। যুধিষ্ঠিৰে সেই সিংহনাদ শুনি তেওঁৰ মনৰ সন্দেহ দূৰ হল আৰু চিন্তা শূন্য হৈ আনন্দ পালে। কিন্তু মনে মনে ভাবিলে, "বেলি নৌ মাৰ যাওঁতেই অৰ্জ্জুনে তেওঁৰ প্ৰতিজ্ঞা অনুসাৰে অভিমন্যু বধকাৰী সিন্ধুৰাজ জয়দ্ৰথক বধ কৰি উলটি আহিব; ধনঞ্জয়ৰ হাতত জয়দ্ৰথ বধ হলে দুৰ্য্যোধনে সন্ধিৰ প্ৰস্তাৱ দাঙি ধৰিব পাৰে; তেওঁৰ ভাতৃসকলৰ মৃত্যুৰ পিচত মূৰ্খ দুৰ্য্যোধনৰ মতিগতি ভাল হব পাৰে অগনিত শ্ৰেষ্ঠ ৰজা আৰু বীৰসকলৰ পতন হল বুলি ভাবি ভাবি সেই মন্দবুদ্ধিয়ে নিজৰ বুদ্ধি বুজিব পাৰি শান্তি স্থাপনৰ চেষ্টাও কৰিব পাৰে; পিতামহৰ ভীষ্মৰ পতনৰ পিচত এই পাপ শত্ৰুভাৱ দূৰ হৈ যিসকল জীয়াই থাকিলগৈ তেওঁলোকৰ ৰক্ষাৰ কিবা উপায় ওলাবনে চাগৈ?" এনেকৈ যুধিষ্ঠিৰে মনে মনে ভাবি চিন্তি শান্তিস্থাপনৰ সপোন দেখিছিল।

যেতিয়া যুধিষ্ঠিৰে এইদৰে নিজৰ মনতে শান্তি স্থাপনৰ সপোন দেখি আছিল সেই সময়ত ভীম, সাত্যকি আৰু ধনঞ্জয়ৰ লগত জয়দ্ৰথৰ তুমুল ৰণ চলি আছিল।

জগতৰ নীতি-নিয়মবিলাক কেনেকৈ প্ৰতিপালিত হব আৰু তাৰ কাৰণে কি ভাবিনো চেষ্টা চলাব লাগিব সেই কথা একমাত্ৰ ভগৱানৰ বাহিৰে আন কোনে জানিব পাৰে? তেওঁৰ সকলো যে অভাৱনীয়।

# কৰ্ণ আৰু ভীম

যেতিয়া পাণ্ডৱসকলে অভিমন্যুক ৰক্ষা কৰিবলৈ আগ বাঢ়ি গৈছিল তেতিয়া জয়দ্ৰথে তেওঁলোকক আগচি ধৰিছিল। তাৰে ফলত অভিমন্যু বধ হ'ল আৰু তাৰ প্ৰধান কাৰণ হল জয়দ্ৰথ। তাৰে পিচদিনা সেই জয়দ্ৰথক বধ কৰিবলৈ সঙ্কল্প কৰি অৰ্জ্জুনে তেওঁৰ অনুসন্ধানত যাত্ৰা কৰিলে। কিন্তু অৰ্জ্জুনৰ উলটি অহা পলম দেখি যুধিষ্ঠিৰ অতিষ্ঠ হৈ সাত্যকিক আৰু পিচত ভীমসেনকো অৰ্জ্জুনৰ অন্বেষণত পঠাই দিছিল। অৰ্জ্জুনৰ মঙ্গল সংবাদ যুধিষ্ঠিৰক জনাবলৈ তেওঁক কৈ অহা অনুসাৰে ভীমসেনে সিংহনাদ কৰিছিল। সেই শব্দ শুনি যুধিষ্ঠিৰে অৰ্জ্জুন নিৰাপদে জীৱিত আছে বুলি বুজি মনত শান্তি আৰু আনন্দ ফিৰাই পাইছিল।

মহাভাৰতৰ বৰ্ণিত যুদ্ধৰ চতুৰ্দ্দশ দিনত অতি প্ৰবলভাৱে বিভিন্ন ঠাইত যুদ্ধ হৈছিল। সাত্যকি আৰু ভূৰিশ্ৰবা, কৰ্ণ আৰু ভীম, অৰ্জ্জুন আৰু জয়দ্ৰথৰ মাজত অতি ভীষণ আৰু নাভূত-নাশ্ৰুত যুদ্ধ লাগি উঠিছিল। পাঞ্চাল আৰু পাণ্ডৱসকলৰ আক্ৰমণ প্ৰতিৰোধ কৰি আকৌ উলটি তেওঁ-লোকক আক্ৰমণ কৰি দ্ৰোণে পুনৰ বেহুৰ মুখত নিজৰ ঠাই ললেগৈ। অৰ্জ্জুন আৰু জয়দ্ৰথৰ যুদ্ধত দুৰ্য্যোধনে নিজে জয়দ্ৰথৰ লগত যোগ দিছিলগৈ। কিন্তু দুৰ্য্যোধনে অৰ্জ্জুনৰ আগত তিষ্ঠিব নোৱাৰি পিছ হুঁহকি যাবলৈ বাধ্য হ'ল।

এইদৰে নানান ঠাইত নানান ভাৱে তুমুল ৰণ লাগি উঠিছিল। দুয়ো পক্ষৰে সমুখ আৰু পিছভাগত বৰ সঙ্কুল অৱস্থা হৈ পৰিছিল। সেই অৱস্থাত দুৰ্য্যোধনে দ্ৰোণৰ কাষ চাপি অভিযোগ কৰি কলে "অৰ্জ্জুন, ভীম আৰু সাত্যকিয়ে কুৰু সৈন্য ভেদ কৰি সিন্ধুৰাজক আক্ৰমণ কৰি পেপুৰা লগাইছে। ভীষণ ৰকমে যুদ্ধ চলিব লাগিছে। আপোনাৰ নেতৃত্বত আমাৰ বেহু ঠান্-বান্ হৈ গল আৰু লগে লগে আমাৰ সকলো উদ্দেশ্য ব্যৰ্থ হ'ল। এইটো বৰ আচৰিত যেন লাগিছে। সকলোৰে কেৱল প্ৰশ্ন তুলিছে ধনুৰ্বিদ্যা বিশাৰদ দ্ৰোণাচাৰ্য্যৰ পৰাজয় ঘটিল কেনেকৈ? মই নিৰুত্তৰ। আপোনাৰ হাতত দেখোন আজি আমাৰ এনে দশাহে ঘটিবলৈ পালে? কাৰণটো কি?"

দ্ৰোণে উত্তৰ দিলে "তুমি মোক অনাহকত নিন্দা কৰিছা দুৰ্য্যোধন। ই সত্য আৰু ধৰ্ম্মবিৰুদ্ধ কথা। অতীত কৰ্ম্মৰ নিমিত্তে পিচত অনুতাপ

কৰি পৰক টান কথা শুনাই একো লাভ নাই। ভৱিষ্যতৰ কৰ্ম্মপন্থা নিৰ্দ্ধাৰণ কৰি বৰ্ত্তমানে কৰ্ত্তব্য কৰি যোৱাহে উচিত।

চিন্তাগ্ৰস্ত দুৰ্য্যোধনে কলে "বৰ্ত্তমানে কি কৰ্ত্তব্য সেইটো আপুনিয়েই চিন্তা কৰি স্থিৰ কৰক। পৰিপাটিকৈ আলোচনা কৰি এটা সুমীমাংসা উদ্ভাৱন কৰি তাক কাৰ্য্যত পৰিণত কৰাহে যুগুত।"

দ্ৰোণে কলে "বাছা, সম্প্ৰতি যুদ্ধৰ অৱস্থা অতি সঙ্কটাপন্ন। তিনিজনকৈ মহাৰথীয়ে আমাক ভেদ কৰি গৈছে সঁচা, তথাপিও তেওঁলোক যিমান আগুৱাই গৈছে বুলি আমি ভয় খাইছো তুমি পিচত থাকি বাধা জন্মাই আছা বুলি পাণ্ডৱসকলেও সিমান ভয় খাইছে। পাণ্ডৱসকলৰ দুই ফালে আমি আছোহঁক। সেই কাৰণে তুমি এতিয়া বুকু ডাঠ কৰি জয়দ্ৰথৰ লগে লগে থাকি তেওঁক যৎপৰোনাস্তি সহায় কৰি থাকাগৈ। চিন্তা মৃত্যুৰ এটা কাৰণ বুলি জানিবা। গতিকে সেই চিন্তাক ধৰি থাকিলে একো লাভ নহব। মই এই ঠাইতে থকাটো বাঞ্ছনীয় বুলি ভাবোঁ। আৱশ্যক বুজি বীৰসকলক আৰু যি লাগে সৈন্য-সামন্ত বা যুদ্ধৰ আহিলা-পাতি তোমালোকৰ সহায়ৰ কাৰণে পঠাই থাকিম। ইয়াতে খোপনি লৈ পাণ্ডৱসকলক আৰু পাঞ্চাল সেনাবাহিনীৰ ওপৰত আক্ৰমণ চলাই থাকিব লাগিব।"

আচাৰ্য্যৰ পৰামৰ্শ অনুযায়ী দুৰ্য্যোধনে সৈন্যসামন্ত লৈ পুনৰ অৰ্জ্জুনক আক্ৰমণ কৰিবলৈ জয়দ্ৰথৰ লগ লাগিলগৈ।

আজিকালি যুদ্ধৰ এটা পদ্ধতি আছে যে শত্ৰুসৈন্য যি ঠাইত অপেক্ষা কৰি থাকে সেই ঠাই এৰি আন এফালে আগবাঢ়ি গৈ শত্ৰুসৈন্যক পিচফালৰ পৰা আক্ৰমণ কৰেগৈ। এইদৰে শত্ৰুসৈন্যক এৰাই আগবাঢ়ি যাওঁতে যি লাভ আৰু বিপদৰ আশঙ্কা থাকে সেই বিষয়ে তেতিয়াৰ দিনতো যথেষ্ট চিন্তা কৰি বুজিবলৈ চেষ্টা কৰিছিল। মহাভাৰতৰ দিনৰ যুদ্ধতো সেই যুদ্ধৰ চতুৰ্দ্দশ দিনা অৰ্জ্জুনে অদ্ভুত কৌশলেৰে কুৰুসৈন্য ভেদ কৰা দেখি দ্ৰোণ আৰু দুৰ্য্যোধনে তেনে ধৰণে চিন্তা কৰি কৰ্ত্তব্য নিৰ্দ্ধাৰণ কৰিছিল। শত্ৰু সৈন্য ভেদ কৰি বিজুলী সঞ্চাৰে আগবাঢ়ি গৈ পিছফালৰপৰা আক্ৰমণ কৰাকে অতিক্ৰম বুলি কোৱা হয়। অৰ্জ্জুনেও এনে কৌশল অৱলম্বন কৰি যুদ্ধত দুৰ্য্যোধনক বিহ্বল কৰি তুলিছিল।

সেইদিনা ভীম আৰু কৰ্ণৰ মাজত যি যুদ্ধ হৈছিল তাৰ বৰ্ণনা শুনিলে আজিকালিৰ যুদ্ধৰ ভীষণতাৰ কথালৈ মনত পৰে।

পোনতে ভীমসেনে আক্ৰমণকাৰী কৰ্ণক চেৰাই গৈ অৰ্জ্জুনৰ কাষ পাবগৈ বুলি মনতে ভাবি লৈছিল। কিন্তু ৰাধা-নন্দনে ভীমক আগচি ধৰি আক্ৰমণ কৰিবলৈ ধৰিলে। কৰ্ণই ফুটি উঠা পদুম ফুলৰ দৰে মিচিকিয়া হাঁহি এটা মাৰি "যুদ্ধ কৰি থাকোঁতে নপলাবা, যুদ্ধত পৃষ্ঠভঙ্গ নিদিবা" বুলি ইতিকিং কৰি কবলৈ ধৰিলে। কৰ্ণৰ সেই কথা শুনি ভীমৰ গা জ্বলি গল। তেতিয়া দুয়োৰে ভিতৰত ঘোৰ ৰণ লাগি উঠিল। কৰ্ণই হাঁহি হাঁহি কৰ্ত্তব্য পালন কৰিবলৈ ধৰিলে আৰু ভীমসেনে খঙতে গৰজি যুদ্ধ কৰিবলৈ ধৰিলে। কৰ্ণই লক্ষ্য স্থিৰ কৰি বাণ প্ৰয়োগ কৰিলে। ভীমসেনে তালৈ আওকাণ কৰি তীব্ৰভাৱে কৰ্ণক আক্ৰমণ কৰিলে। স্থিৰ চিত্তে কৰ্ণই কৰ্ত্তব্য পালন কৰি গ'ল। ভীমসেনে কৰ্ণৰ ভাব লক্ষ্য কৰি অপমান পাই উগ্ৰমৰ্ত্তি ধৰি কৰ্ণৰ ওপৰত ধাৰাষাৰে বাণ বৰিষণ কৰিবলৈ আৰম্ভ কৰিলে।

চাওঁতে চাওঁতে ভীমসেনৰ সৰ্ব্বশৰীৰ শৰেৰে থকাসৰকা হৈ পৰিল। সেই সময়ত ভীমক অশোক গছৰ ফুলি উঠা ফুলৰ দৰে ৰাঙলী দেখা গৈছিল। কৰ্ণৰ শৰাঘাতলৈ আওকান কৰি ভীমে গদাৰে কোবাই কৰ্ণৰ ৰথ, ঘোঁৰা, ধনু আদি সকলোবোৰ ভাঙি চুৰমাৰ কৰিলে।

আন এখন ৰথ বিচাৰি কৰ্ণই ফালৰি কাটি পলাই যাবলৈ বাধ্য হ'ল। আন ৰথত উঠিবলগীয়া হোৱাত কৰ্ণৰ মুখৰ আনন্দ মলিন হৈ পৰিল। লাজে-অপমানে অমাৱস্যাৰ দিনা উথাউল হৈ উঠা সাগৰৰ ঢৌৰ দৰে খঙে-বিষে ৰুদ্ৰ মূৰ্ত্তি ধৰি কৰ্ণই ভীমসেনক প্ৰবল পৰাক্ৰমেৰে আক্ৰমণ কৰিবলৈ ধৰিলে। শৰীৰৰ শক্তি দুয়োজনৰে বাঘৰ দৰে আছিল, লক্ষ্য আছিল শেন চৰাইৰ দৰে আৰু খং আছিল ফেঁটী সাপৰ দৰে। দুয়োৰে মাজত তুমুল ৰণ লাগি উঠিল। তেতিয়া ভীমসেনৰ মনত আগৰ দুখৰ কথাবিলাক জাগিবলৈ ধৰিলে—পাণ্ডৱসকলৰ লাঞ্ছনা, দ্ৰৌপদীৰ লাঞ্ছনাৰ কথা। তেতিয়া ভীমসেনে প্ৰাণৰ মায়া এৰি প্ৰাণ টাকি যুদ্ধ কৰিবলৈ ধৰিলে। দুয়োৰে ৰথে ৰথে ঘঁহনি লাগি উঠিল। কৰ্ণৰ বগা ঘোঁৰাৰ লগত ভীমৰ কলা ঘোঁৰাৰ জোঁটা-পুতি লাগিবলৈ ধৰিলে—যেন বগা মেঘৰ লগত কলা মেঘৰ হে সংঘৰ্ষ হৈছে।

কৰ্ণৰ ধনু ভাগি গ'ল। কৰ্ণৰ সাৰথি আহত হৈ মাটিত বাগৰি পৰিল। তেতিয়া কৰ্ণই ভীমলৈ এপাত শক্তিশেল মাৰি পঠিয়ালে। ভীমসেনে চকুৰ পচাৰতে সেই শেল বোধ কৰি ধনুত শৰ জুৰিলে। কৰ্ণই আন এখন ধনু লৈ ভীমৰ ওপৰত শৰ বৰষিবলৈ ধৰিলে। কৰ্ণৰ ৰথ পুনৰ চুৰ্ণীকৃত হ'ল।

কৰ্ণৰ সঙ্কট অৱস্থা লক্ষ্য কৰি দুৰ্য্যোধনে তেওঁৰ ভায়েক দুৰ্জ্জয়ক কলে "এই পাপিষ্ঠ পাণ্ডৱে কৰ্ণৰ প্ৰাণ নাশ কৰিব বুলি অনুমান হৈছে। তুমি তুৰন্তে গৈ ভীমক আক্ৰমণ কৰি কৰ্ণক ৰক্ষা কৰাগৈ।" সেই আজ্ঞা পাই দুৰ্জ্জয়ে তেতিয়াই ভীমক আক্ৰমণ কৰিলেগৈ। খঙে-বিষে জৰ্জ্জৰিত হৈ থকা বৃকোদৰে সাতপাত বাণ মাৰি দুৰ্জ্জয় আৰু তেওঁৰ ৰথৰ ঘোঁৰা সাৰথি সকলোৰে প্ৰাণ বধ কৰিলে। দুৰ্জ্জয়ৰ মৃতদেহ মাটিত বাগৰি পৰা দেখি কৰ্ণৰ আৰু সহ্য নহল। চকুলো টুকি টুকি কৰ্ণই দুৰ্জ্জয়ৰ মৃতদেহ প্ৰদক্ষিণ কৰিলে। ভীমসেন কিন্তু ক্ষান্ত নহল। আকৌ কৰ্ণৰ ওপৰত শৰ হানি কৰ্ণক বিতত কৰি পেলালে।

ৰথবিহীন কৰ্ণই আকৌ এখন ৰথ সংগ্ৰহ কৰি ভীমক পুনৰ আক্ৰমণ কৰিলে। কৰ্ণৰ শৰৰ প্ৰকোপত এইবাৰ ভীমসেন বৰ বেয়া ভাৱে আহত হ'ল। খঙত বলিয়া হৈ ভীমে কৰ্ণৰ গালৈ এডাল গদা ঘূৰাই মাৰি পঠিয়ালে। সেই গদাৰ প্ৰহাৰত কৰ্ণৰ ঘোঁৰা আৰু সাৰথি দুয়ো বাগৰি পৰিল আৰু ধ্বজদণ্ডও ভাগি গল। তেতিয়া কৰ্ণই হাতত ধনু-শৰ লৈ মাটিত জপিয়াই পৰিল।

এই অৱস্থা দেখা পাই দুৰ্য্যোধনে ভায়েক দুৰ্মুখক আদেশ কৰিলে "ভীমৰ হাতত কৰ্ণৰ ৰথ আকৌ চুৰমাৰ হ'ল। এই মুহূৰ্ত্তে তুমি গৈ তেওঁক তোমাৰ ৰথত তুলি লোৱাগৈ।" সেই আদেশ পাই দুৰ্মুখে কৰ্ণৰ ফালে ৰথ লৈ আগবাঢ়ি গল।

ধৃতৰাষ্ট্ৰৰ আৰু এটি পুতেক আগ বাঢ়ি অহা দেখা পাই ভীমে আনন্দতে ওঁঠ চেলেকি চেলেকি দুৰ্মুখৰ ওপৰত ন পাত শৰ মাৰি পঠিয়ালে। কৰ্ণই গৈ ৰথত উঠাৰ লগে লগে দুৰ্মুখৰ কৱচ ভেদ হৈ গল। দুৰ্মুখৰ প্ৰাণহীন দেহা মাটিত বাগৰি পৰিল। দুৰ্মুখক শৰীৰ তেজেৰে ৰাঙলী হৈ মাটিত পৰি থকা দেখি কৰ্ণৰ চকু চুলচুলীয়া হৈ পৰিল। তেওঁ খন্তেক পৰ থৰ লাগি ৰল। ভীমসেনে কিন্তু তালৈ লক্ষ্য নকৰি চোকা চোকা শৰ বৰষিবলৈ ধৰিলে। তেতিয়া কৰ্ণয়ো ভীমৰ ওপৰত শৰ হানিবলৈ ধৰিলে। শৰাঘাতৰ প্ৰকোপত যন্ত্ৰণা পাই আৰু তেওঁৰ কাৰণেই দুৰ্য্যোধনৰ দুজনকৈ ভায়েকৰ মৃত্যুত শোকগ্ৰস্ত কৰ্ণ বিহ্বল হৈ যুদ্ধক্ষেত্ৰ এৰি পলাই যাবলৈ বাধ্য হ'ল।

তেতিয়া ভীমসেনে আহত অৱস্থাত নুমাবলৈ ধৰা জুইৰ দৰে যুদ্ধক্ষেত্ৰত থিয় দি বিজয় ধ্বনি কৰিবলৈ ধৰিলে। সেই ধ্বনি কাণত পৰাত কৰ্ণই পুনৰ উলটি আহি যুদ্ধৰ নিমিত্তে সাজু হ'ল।

# কুন্তীদেবীৰ আগত প্ৰতিজ্ঞা

## প্ৰতিজ্ঞা প্ৰতিপালন

ধৃতৰাষ্ট্ৰই তেখেতৰ সন্তানসকলৰ মৃত্যু আৰু কৰ্ণৰ বিপত্তিৰ কথা শুনি সঞ্জয়ৰ আগত হতাশভাৱে কবলৈ ধৰিলে "হায়, হায়, জুইত পৰি মৰা পতঙ্গৰ দৰে মূৰ্খ দুৰ্য্যোধনৰ কথা মতে তেওঁৰ মৰমৰ ভায়েক দুৰ্মুখ আৰু দুৰ্জ্জই দুয়ো গৈ যুদ্ধ কৰি মৰণৰ মুখত জাহ গ'ল। 'কৰ্ণৰ সমান বীৰ জগতত আৰু নাই। কৰ্ণ সহায় থাকিলে যুদ্ধত দেৱতাসকলেও আমাক পৰাজিত কৰিব নোৱাৰে। পাণ্ডৱ কোন কুটা? তেওঁলোকে আমাক কি সাধ্যে জয় কৰিব?' ইত্যাদি ৰকমে মূৰ্খ দুৰ্য্যোধনে বৰ বৰ কথা কৈ আছিল। এতিয়া ভীমৰ হাততে পৰাজিত হৈ সেই কৰ্ণই পৃষ্ঠভঙ্গ দি লৰ মাৰিলে। দুৰ্য্যোধনৰ এতিয়াও জ্ঞান নহবনে? সঞ্জয়, কৰাল কাল সদৃশ মহাবলী মহা পৰাক্ৰমী বায়ুপুত্ৰৰ লগত দুৰ্য্যোধনে চিৰকলীয়া শত্ৰুতা কৰিছে হায়, আমি সঁচাকৈয়ে অধঃপাতে যাব খুজিছো।"

বৃদ্ধ ৰজাৰ এনে অনৰ্থক শোক বেজাৰত সান্ত্বনা দিবলৈ সঞ্জয়ে কবলৈ ধৰিলে "বুদ্ধিভ্ৰষ্ট পুতেকৰ কথা শুনি আপুনি পাণ্ডৱসকলৰ লগত চিৰ শত্ৰুতাৰ সূত্ৰপাত কৰিছিল নহয়? ভীষ্মদেৱ আদি কৰি জ্ঞানীসকলৰ উপদেশ অৱহেলা কৰি আপুনি যি বিপদ চপাই ললে তাৰেই ফল এতিয়া আপুনি ভোগ কৰিবলৈ ধৰিছে। আপুনি এতিয়া নিজক ধিক্কাৰ দিবলৈ এৰি অনাহকত কৰ্ণ প্ৰভৃতি যোদ্ধাসকলক ধিক্কাৰ দিছে কিয়?" এইবুলি অন্ধ নৰপতিক দোষাৰোপ কৰি সঞ্জয়ে পুনৰ যুদ্ধৰ কাহিনীবিলাক বৰ্ণাবলৈ ধৰিলে।

ভীমসেনৰ হাতত কৰ্ণৰ পৰাজয় হোৱা দেখি ধৃতৰাষ্ট্ৰৰ পুতেক দুৰ্মৰ্ষণ, দুঃসহ, দুৰ্মদ, দুৰ্দ্ধৰ আৰু জয় এই পাঁচ বীৰে গৈ ভীমক আক্ৰমণ কৰিলে। এওঁলোকৰ আগমনত কৰ্ণই সাহ পাই ভীমসেনৰ ওপৰত পুনৰ শৰ বৰষিবলৈ ধৰিলে। তেতিয়া ভীমসেনে ধৃতৰাষ্ট্ৰৰ লৰাইঁতলৈ আওকাণ কৰি কৰ্ণকে আক্ৰমণ কৰিলে। কিন্তু ধৃতৰাষ্ট্ৰৰ লৰা কেইজনে কৰ্ণক চাৰিওফালে আগুৰি ৰক্ষা কৰি ভীমসেনৰ ওপৰত আক্ৰমণ চলোৱা দেখি ভীমসেনে উগ্ৰমূৰ্ত্তি ধৰি তেওঁলোকৰ ওপৰত তীব্ৰভাৱে বাণ প্ৰহাৰ কৰি আটাই কেইটিকে যমপুৰীলৈ পঠালে। পাঁচোজন বীৰ সন্তানে তেওঁলোকৰ বধ

ঘোঁৰা সাৰথি সকলো হেৰুৱালে। বতাহত উঘলি পৰা পাঁচ জোপা ফুল গছহে ফুলে-ফলে জাতিকাৰ হৈ ৰণস্থলত উভলি পৰি আছে যেন দেখা গল।

ভীমসেনৰ হাতত আৰু পাঁচোটি কুমাৰ নিহত হোৱা দেখি কৰ্ণৰ খঙে চুলিৰ আগ পালেগৈ। প্ৰবল পৰাক্ৰমেৰে কৰ্ণই ভীমক আকৌ আক্ৰমণ কৰাত ভীমসেনেও কৰ্ণৰ পূৰ্ব্বৰ কুকৰ্ম্মবিলাক স্মৰণ কৰি পূৰ্ণবেগে কৰ্ণৰ ওপৰত চোকা চোকা বাণ বৰিষণ কৰিবলৈ ধৰিলে। কৰ্ণৰ ধনু ভাগি পৰিল, লগে লগে ঘোঁৰা আৰু সাৰথিও মৰিল। কৰ্ণই তৎক্ষণাৎ ৰথৰপৰা জপিয়াই পৰি গদা এডাল মাৰি পঠিয়ালে। ভীমসেনে শৰ মাৰি সেই গদা ৰোধ কৰি কৰ্ণৰ ওপৰত বাণ বৰিষণ কৰিবলৈ ধৰিলে। এইবাৰো কৰ্ণই পিছু হুঁহকি পলাই সাৰিল।

কৰ্ণৰ এনে দুৰৱস্থা দেখি দুৰ্য্যোধন বিয়াকুল হৈ পৰিল। চিত্ৰ, উপচিত্ৰ, চিত্ৰাক্ষ, চাৰুচিত্ৰ, শৰাসন, চিত্ৰায়ুধ আৰু চিত্ৰবৰ্ম এই সাতোজন ভায়েকক কৰ্ণৰ সহায়ৰ কাৰণে পঠাই দিলে। নানা অদ্ভুত কৌশলেৰে তেওঁলোকে ভীমক আক্ৰমণ কৰাত ভীমে গদাৰে কোবাই এটা এটাকৈ সাতোজন বীৰৰে প্ৰাণ বধ কৰিলে। পুনৰ কৰ্ণ আৰু তেওঁৰ ভিতৰত প্ৰচণ্ডভাৱে যুদ্ধ লগাত বিজুলী সহিত বজ্ৰপাতৰ শব্দ আৰু চক্‌মকনিত পোহৰ হৈ উঠা মেঘৰ দৰে দেখা গল। সাত্যকি, শ্ৰীকৃষ্ণ আৰু অৰ্জ্জুনে ভীমৰ সেই পৰাক্ৰম দেখি বৰ আনন্দ লাভ কৰিলে। কৌৰৱ পক্ষৰ ভূৰিশ্ৰৱা, কৃপ, অশ্বত্থামা, শল্য, জয়দ্ৰথ আৰু অনান্য সকলো বীৰে ভীমৰ পৰাক্ৰম দেখি তবধ মানিলে।

এই ঘটনা দেখি দুৰ্য্যোধন অধীৰ হৈ পৰিল। কৰ্ণৰ কাৰণে বৰ চিন্তান্বিত হৈ কবলৈ ধৰিলে "সোৱা, চোৱা ভীমৰ শৰত কৰ্ণৰ প্ৰাণ যায় হে লাগে। কোন ক'ত আছা যোৱাহঁক, এই মুহূৰ্ত্তে গৈ ভীমক বেঢ়ি ধৰি আক্ৰমণ কৰাগৈ।" এইবুলি মুখৰ আগত থকা শত্ৰুঞ্জয়, বিকৰ্ণ আদি আৰু সাতজন ভায়েকক ভীমসেনৰ বিৰুদ্ধে পঠাই দিলে। তেওঁলোকে গৈ ভীমক চাৰিওফালৰপৰা বেঢ়ি ধৰি শৰ হানি অস্থিৰ কৰি তুলিলে। কিন্তু শেষত এই সাতজন বীৰো ভীমসেনৰ হাতত নিহত হল।

সকলোৰে আদৰৰ বিকৰ্ণই অবিচলিত-চিত্তে যুদ্ধ কৰি প্ৰাণ ত্যাগ কৰা দেখা পাই ভীমসেনে ব্যাকুলভাৱে কলে "হে ধৰ্ম্মবেত্তা, ন্যায় পৰায়ণ বিকৰ্ণ, ক্ষত্ৰিয় ধৰ্ম্ম ৰক্ষা কৰিবলৈ গৈ যুদ্ধত আজি তুমি প্ৰাণ এৰিলা। তুমি জানো মোৰ হাতত বধ হলা? যি যুদ্ধত তোমাৰ আৰু পিতামহৰ প্ৰাণ গল, সেই যুদ্ধ সঁচাকৈয়ে বৰ হীন যুদ্ধ।"

দুৰ্য্যোধনৰ ভায়েক কেইজনে তেওঁৰ ৰক্ষাৰ কাৰণেই এটি] এটিকৈ প্ৰাণ হেৰুৱা দেখি কৰ্ণ শোকত বিহ্বলভাৱে চকু মুদি ৰথৰ ওপৰতে শুলে। অলপ পিচত পুনৰ চকু মেলি ধৈৰ্য্য ধৰি যুদ্ধ কৰিবলৈ ধৰিলে।

ভীমৰ বাণত এইবাৰো কৰ্ণৰ ধনু ভাগি পৰাত পুনৰ আন এখন ধনু লৈ যুদ্ধ কৰিবলৈ ধৰিলে। এইদৰে সেই দিনৰ যুদ্ধত ওঠৰ বাৰ কৰ্ণৰ ধনু ভাগি পৰিছিল। ইয়াৰ পিচত কৰ্ণই শান্তভাৱ পৰিহাৰ কৰি গা-জোকাৰি খঙত হুঙ্কাৰ কৰি উঠিল। দুয়ো দুয়োৰে ফালে চকু ৰঙা কৰি ভীষণভাৱে যুদ্ধ কৰিবলৈ ধৰিলে। সেই সময়ত ভীমসেনে যি সিংহ-নাদ কৰিছিল সেই নাদৰ ধ্বনি যুধিষ্ঠিৰৰ কাণত পৰিলগৈ। তেতিয়া ধৰ্ম্মপুত্ৰই দুগুণ উৎসাহেৰে দ্ৰোণক আক্ৰমণ কৰিবলৈ ধৰিলে।

কৰ্ণ আৰু ভীমৰ ৰণে ঘোৰতৰ ৰূপ ধাৰণ কৰিলে। এইবাৰ কৰ্ণৰ হাতত ভীমৰ ৰথ আৰু সাৰথি হেৰাল। পিচত ৰথখনো ভাগি চৰমাৰ হল। অন্তত গৈ ধনুখনো ভাগি পৰিল। তেতিয়া ভীমে কৰ্ণৰ ৰথৰ ওপৰলৈ শক্তিশেল মাৰি পঠিয়ালে। কৰ্ণই শৰ মাৰি সেই অস্ত্ৰ ৰোধ কৰিলে। তাৰ পিচত ভীমে ঢাল-তৰোৱাল লৈ কৰ্ণক আক্ৰমণ কৰিলে। চকুৰ পঁচাৰতে ভীমে কৰ্ণৰ শৰত ঢাল হেৰুৱালে। ঢাল হেৰোৱাত ভীমে কৰ্ণৰ গালৈ তৰোৱালখন মাৰি দিলে। তৰোৱালৰ কোব লাগি কৰ্ণৰ ধনুখন ভাগি থাকিল। কৰ্ণই আন এখন ধনু লৈ অপূৰ্ব্ব কৌশলেৰে ভীমসেনৰ গাত শৰ হানিবলৈ ধৰিলে। ভীমে তেতিয়া কালান্তক মূৰ্ত্তি ধৰি কৰ্ণৰ ৰথৰ ওপৰত জপিয়াই পৰিল। কৰ্ণই লৰালৰিকৈ ধ্বজৰ খুটা এটাৰ আঁৰত লুকাই ভীমৰ হাতৰপৰা ৰক্ষা পৰিল। পিচত ভীমসেন মাটিলৈ নামি গৈ মৰা হাতী এটাৰ আঁৰ লৈ বিচিত্ৰ কৌশলেৰে যুদ্ধ কৰিবলৈ ধৰিলে। হাতত আন অস্ত্ৰ নথকাত পৰি থকা ভগা ৰথৰ চকা, মৰা ঘোঁৰা হাতী আদি দলিয়াই ফৰ্ম্মুটিয়াই কৰ্ণক ভেটা দিবলৈ ধৰিলে। অৱশেষত ভীম নিতান্ত অস্ত্ৰহীন হৈ সঙ্কীৰ্ণ অৱস্থাত পৰাত কৰ্ণই আগৰ প্ৰতিজ্ঞা স্মৰণ কৰিলে। তেওঁ কুন্তী দেৱীৰ ওচৰত প্ৰতিজ্ঞা কৰা আছিল যে একমাত্ৰ অৰ্জ্জুনৰ বাহিৰে তেওঁ আন কোনো সন্তানকে বধ নকৰে।

তেতিয়া কৰ্ণই ভীমসেনক উচটাবৰ মনেৰে মস্কৰা কৰি কলে "মূৰ্খ, কেঁচাই খোৱা, যুদ্ধ শাস্ত্ৰৰ কথা তুমি কি বুজিবা? বনলৈ গৈ তুমি ফলমূল খাই থাকাকৈ যোৱা। ক্ষত্ৰিয়ৰ যুদ্ধনীতিৰপৰা তুমি এতিয়াও বহুত আঁতৰত আছা। গুচি যোৱা।" কৰ্ণই বিদ্ৰূপাত্মক আৰু মৰ্ম্মাহত হোৱা কথাৰে অসহায় ভীমৰ ভীষণ খং তুলি জলাই মাৰিলেও পূৰ্ব্বতে কুন্তী দেৱীক

দিয়া প্ৰতিশ্ৰুতি মনত ৰাখি বধ কৰাৰ পৰা নিৰাস্ত থাকিল। তেনে অৱস্থা দেখা পাই শ্ৰীকৃষ্ণই অৰ্জ্জুনক কলে "চোৱা, কৰ্ণৰ হাতত ভীমসেন বেয়াকৈ আহত হৈ পৰিছে।" বীৰ ভায়েকৰ সেই দৃশ্য দেখি ধনঞ্জয়ৰ চকু খঙত ৰঙা পৰি উঠিল। অৰ্জ্জুনে তেতিয়া গাণ্ডীৱত শৰ জুৰি কৰ্ণক আক্ৰমণ কৰিলে আৰু কৰ্ণয়ো এতিয়া ভীমক পৰিত্যাগ কৰি অৰ্জ্জুনৰ লগত যুদ্ধ কৰিব ধৰিলে। কৰ্ণৰ কুন্তী দেবীৰ ওচৰত কৰা প্ৰতিজ্ঞাৰ কথালৈ মনত পৰিল আৰু এজন মাথোন পুত্ৰহে বধ কৰিব বুলি দিয়া কথামতে অৰ্জ্জুন-লৈকে সেই বধ কৰাৰ পণ ৰাখি ভীমসেনক অব্যাহতি দিলে।

## ভূৰিশ্ৰৱা বধ

শ্ৰীকৃষ্ণই অৰ্জ্জুনক কলে "অৰ্জ্জুন চোৱা, তোমাৰ শিষ্য আৰু সখা বহু পৰাক্ৰমী সাত্যকিয়ে শত্ৰুসেনাৰ বেহু ভেদ কৰি বিজয় গৌৰৱে তোমাৰ সহায়ৰ কাৰণে আগ বাঢ়ি আহিছে।"

অৰ্জ্জুনে কলে "মাধৱ, ধৰ্ম্মপুত্ৰক অকলে এৰি সাত্যকি গুচি অহাটো মই ভাল নাপালোঁ। দ্ৰোণে সেই ঠাইতে এনে এটা সুযোগৰ কাৰণেই অপেক্ষা কৰি আছে। ধৰ্ম্মপুত্ৰৰ ৰক্ষাৰ কাৰণে তাত নাথাকি তেওঁ এইফালে গুচি অহাটো উচিত হোৱা নাই। জয়দ্ৰথ এতিয়াও জীৱিত। সৌৱা চাওক, ভূৰিশ্ৰবাই সাত্যকিক আক্ৰমণ কৰিছেহি। ধৰ্ম্মপুত্ৰই সাত্যকিক ইয়ালৈ পঠাই দি নিতান্ত ভুল কাম কৰিছে।" ভূৰিশ্ৰৱা আৰু সাত্যকিৰ ভিতৰত আগৰে পৰা বংশগত কাজিয়া আছিল।

শ্ৰীকৃষ্ণৰ ভাবী জননী দৈৱকী পৃথিৱীত অৱতীৰ্ণ হ'ল। তেওঁৰ স্বয়ম্বৰত সোমদত্ত আৰু শিনিৰ মাজত এখন ভয়ানক যুদ্ধ লাগিল। বসুদেৱৰ নিমিত্তে শিনিয়ে সোমদত্তক পৰাস্ত কৰি দৈৱকীক তেওঁৰ ৰথত তুলি লৈ গুচি গল। তেতিয়াৰে পৰাই দুয়ো বংশৰ মাজত কাজিয়াৰ সূত্ৰপাত হয়। সেই শিনিৰে নাতি এই সাত্যকি। সোমদত্তৰ পুতেক ভূৰিশ্ৰৱা আৰু সৌমিদত্ত। সাত্যকিক দেখা পাই পৰ্ব্বৰ শত্ৰুতা স্মৰণ কৰি ভূৰিশ্ৰৱাই তেওঁক যুদ্ধলৈ আহ্বান কৰিছে।

ভূৰিশ্ৰৱাই সাত্যকিক মাত দি কলে "সাত্যকি, তুমি নিজকে মহাবীৰ

বুলি ৰৰাই কৰি ফুৰা। চাই লোৱাঁ, এতিয়া মোৰ হাতত তোমাৰ প্ৰাণ যাব। বহুদিনৰপৰা তোমাক এইদৰে যুদ্ধত পাবলৈ আশা কৰি আছোঁ। দশৰথ-পুত্ৰ লক্ষ্মণে যেনেকৈ মেঘনাদক বধিছিল সেইদৰে আজি তুমিও মোৰ হাতত যমপুৰী দেখা পাবা। তোমাৰ মৃত্যুত তোমাৰ হাতত হত হোৱা বীৰসকলৰ বিধবাসকলে আনন্দ পাব।"

সাত্যকিয়ে ইতিকিং কৰি হাঁহি মাৰি কলে "অনাহকত চুপটি মাৰি লাভ কি? কথাৰে কাম নহয় আৰু যোদ্ধাক ভয় দেখুৱাবলৈ নাযাবা। কথা এৰি যুদ্ধ কৰি পৰাক্ৰম দেখুৱা। শৰৎকালৰ নিস্ফল মেঘ গৰ্জ্জনৰ দৰে মিছাতে গাজি-গুমৰি মৰিছা কিয়?"

এই বুলি দুয়ো তুমুল সংগ্ৰামত প্ৰবৃত্ত হল। দুয়ো সিংহ বিক্ৰমে যুদ্ধ কৰিবলৈ ধৰিলে।

দুয়োৰে ঘোঁৰা মৰিল। ধনু ঠান ঠান হল। দুয়োৰে ৰথ দুখনো চুৰমাৰ হোৱাত দুয়ো মাটিৰ পৰাই খড়্গ আৰু ঢাল লৈ যুদ্ধ কৰিবলৈ ধৰিলে। অদ্ভুত কৌশলেৰে দুয়ো দুয়োকে আঘাত কৰিবলৈ ধৰিলে। এইদৰে কিছু সময় খড়্গ যুদ্ধ চলিল। পিচত দুয়োৰে খড়্গ ভাগি যোৱাত মুষ্টি যুদ্ধ আৰম্ভ হল।

দুয়ো দুয়োকে আক্ৰমণ কৰি কৰি মাটিত বাগৰি পৰিল। মাটিত পৰি ইজনৰ ওপৰত এবাৰ সিজন আৰু সিজনৰ ওপৰত এবাৰ ইজন এইদৰে বগৰা বগৰি কৰি দুয়ো ভীষণভাৱে যুদ্ধ কৰিলে। এইদৰে ভালেমান বেলি পাৰ হৈ গল। সেই সময়ত অৰ্জ্জুন সিন্ধুৰাজৰ লগত যুদ্ধ কৰি থকাত এইকালে সাত্যকি আৰু সোমদত্তৰ পুত্ৰ ভূৰিশ্ৰৱাৰ মাজত হোৱা যুদ্ধলৈ মন দিব পৰা নাছিল। কিন্তু সাৰথি শ্ৰীকৃষ্ণই পূৰ্ব্বৰ কথা জনাত অলপ চিন্তিত হৈছিল আৰু অৰ্জ্জুনক কলে "অৰ্জ্জুন, সাত্যকি ভাগৰি পৰিছে। ভূৰিশ্ৰৱাই সাত্যকিক হত্যা কৰিব বুলি অনুমান হৈছে।" তথাপিও অৰ্জ্জুনে জয়দ্ৰথৰ লগত যুদ্ধত হে ব্যস্ত হৈ আছিল।

শ্ৰীকৃষ্ণই আকৌ কলে "কুৰুসেনাৰ লগত যুদ্ধ কৰি যেতিয়া সাত্যকিৰ ভাগৰ লাগি আহিছিল সেই সময়তে ভূৰিশ্ৰৱাই তেওঁক যুদ্ধলৈ আহ্বান কৰিছিল। সেই কাৰণেই এই যুদ্ধ সমানে সমানে হোৱা নাই। সাত্যকিৰ ৰক্ষাৰ কাৰণে ততালিকে আগ বাঢ়িব লগা হৈছে নতুবা আমাৰ প্ৰিয় সাত্যকিক ভূৰিশ্ৰৱাই যি কোনো মুহূৰ্ত্ততে বধ কৰিব।"

শ্ৰীকৃষ্ণৰ কথা নৌ শেষ হওঁতেই ভূৰিশ্ৰৱাই সাত্যকিক ধৰি ওপৰলৈ

তুলি পিচত মাটিত থেকেছা মাৰি পেলাই দিলে। 'যুযুধান মৰিল' বুলি কুৰু সৈন্যই কোলাহল কৰি উঠিল।

শ্ৰীকৃষ্ণই অৰ্জ্জুনক দোহাৰি কবলৈ ধৰিলে "চোৱাঁ চোৱাঁ, বীৰকুল চূড়ামণি সোৱা মাটিত বাগৰি পৰিল। তোমাৰ ৰক্ষাৰ কাৰণেই তেওঁ ইয়ালৈ আহিছিল। তোমাৰ চকুৰ আগতে তেওঁ মৃত্যু মুখত পতিত হৈছে। আজি তোমাৰ আগতে তোমাৰ সখাৰ প্ৰাণ যায়। তুমি সেইফালে চায়ে আছা কিন্তু একো কৰা নাই।"

সিংহই যেনেকৈ মাটিত পৰি থকা হাতীক বল দি টানি আজুৰি থাকে ভূৰিশ্ৰৱায়ো সেইদৰে মাটিত পৰি থকা সাত্যকিক হাতেৰে টানি টানি আজুৰিবলৈ ধৰিছে।

অৰ্জ্জুন উভয় সঙ্কটত পৰি বিমোৰ হল।

অৰ্জ্জুনে শ্ৰীকৃষ্ণৰ ফালে চাই কলে "মোৰ লগত যুদ্ধ দিবলৈ ভূৰিশ্ৰৱা অহা নাই বা ময়ো তেওঁক আহ্বান কৰা নাই। বিশেষ তেওঁ যেতিয়া সাত্যকিৰ লগত যুদ্ধত লিপ্ত সেই অৱস্থাত ভূৰিশ্ৰৱাৰ ওপৰত শৰ হনা মোৰ পক্ষে অন্যায় কথা হব। অৱশ্যে মোৰ চকুৰ আগতে মোৰ কাৰণেই সাত্যকিৰ জীৱন বিপন্ন হোৱাটোও সহ্য কৰিব নোৱাৰোঁ। মোৰ পক্ষে উভয় সঙ্কট।"

অৰ্জ্জুনে এই কথা কোৱাৰ লগে লগেই জয়দ্ৰথৰ এজাক শৰে আকাশ ছাটি পেলালে। অৰ্জ্জুনেও নিৰুপায় হৈ জয়দ্ৰথৰ ওপৰত শৰ বৰষিবলৈ ধৰিলে। মাজে মাজে সাত্যকিৰ ফালে কেৰাহিকৈ চাই তেওঁৰ সঙ্কটাৱস্থা দেখি বেজাৰো কৰিবলৈ ধৰিলে।"

শ্ৰীকৃষ্ণই পুনৰ অৰ্জ্জুনক কলে "অসংখ্য বীৰৰ লগত যুদ্ধ দি আজি সাত্যকি কাতৰ হৈ পৰিছে। এতিয়া একেবাৰে নিৰস্ত্ৰ হৈ ভূৰিশ্ৰৱাৰ হাতত প্ৰাণ যায় যায়। ইও সমানে সমানে যুদ্ধ নহয়।

অৰ্জ্জুনে এক মুহূৰ্ত্ত মুখ ঘূৰাই দেখা পালে যে ভূৰিশ্ৰৱাই মাটিত বাগৰি পৰা অৱস্থাত সাত্যকিক গোৰ মাৰি খড়্গৰে কাটিবলৈ হাত দাঙিছে। সেই দৃশ্য চাব নোৱাৰি চকুৰ পঁচাৰতে অৰ্জ্জুনে ভূৰিশ্ৰৱালৈ টোৱাই এপাট শৰ মাৰি পঠিয়ালে। সেই শৰত ভূৰিশ্ৰৱাৰ খড়্গসহ হাত দুটুকুৰা হৈ মাটিত খহি পৰিল। হাত কটা অৱস্থাত ভূৰিশ্ৰৱাই পিচফালে উলটি অৰ্জ্জুনলৈ চাই চিঞৰি কবলৈ ধৰিলে "কৌন্তেয়, তুমি আজি এনে বীৰৰ গৰ্হিত কাম কৰিবা, মই সেইটো আশা কৰা নাছিলো। তোমাক নেদেখি মই আনৰ লগত যুদ্ধত লিপ্ত আছিলো—এনে অৱস্থাতে তুমি গুপ্তভাৱে

শৰ মাৰি মোৰ হাত দ্বিখণ্ড কৰিলা। হায়! তোমাৰ এনে কুকৰ্ম্মৰপৰা এয়ে প্ৰমাণ পালোঁ যে সঙ্গৰ দোষত সদায় এনে ঘটনাই ঘটে। ধনঞ্জয়, তুমি তোমাৰ জ্যেষ্ঠ সহোদৰ ধৰ্ম্মপুত্ৰৰ ওচৰলৈ গৈ আনৰ লগত যুদ্ধত লিপ্ত হৈ থকা অৱস্থাত মোৰ হাত খন কি বুলি কাটিলা তাৰ কি সমিধান দিবাগৈ? কোনে তোমাক এনে ধৰণৰ যুদ্ধনীতি শিক্ষা দিছিল? পিতা ইন্দ্ৰ নাইবা আচাৰ্য্য দ্ৰোণ বা কৃপই? তোমাৰ লগত তো মোৰ যুদ্ধ হোৱা নাই? আনৰ লগত যুদ্ধ কৰি থকা অৱস্থাত তুমি কোন ধৰ্ম্মমতে এই কাম কৰিলা? আজি কিয় এনে হীন কৰ্ম্মত হাত দিলা? আজি তোমাৰ কীৰ্ত্তিত কলঙ্ক সানিলা কিয়? নিশ্চয় তুমি নিজে এনে অধৰ্ম্ম কাম কৰা নাই। বাসুদেৱৰ উচটনিত এনে কাম কৰিলা বুলি মনে ধৰিছে। এই কাম অন্ততঃ তোমাৰ প্ৰকৃতি বিৰুদ্ধ বুলি মই জানো। কোনো প্ৰকৃত বীৰে আন কাৰ্য্যত ব্যস্ত থকা আৰু অসাবধান অৱস্থাত থকা ৰাজবংশধৰে কোনো বীৰক কেতিয়াও গোপনে আক্ৰমণ নকৰে। আজি তুমি গোৱাল কৃষ্ণৰ উচটনিত হে এনে হীনকাম সমাধা কৰিলা—মই ধুৰুপ জানিলোঁ।" সোঁহাতখন হেৰুৱাই ভূৰিশ্ৰৱাই যুদ্ধক্ষেত্ৰত থিয় দি শ্ৰীকৃষ্ণ আৰু অৰ্জ্জুনক এনেভাৱে নিন্দাবাদ কৰিবলৈ ধৰিলে।

পাৰ্থই তেতিয়া উত্তৰ দিলে "ভূৰিশ্ৰৱা, বাৰ্দ্ধক্যত ভৰি দি আপোনাৰ বুদ্ধি ভ্ৰম ঘটিছে। যুদ্ধৰীতি আপোনাৰ সুবিদিত। আপুনি অনৰ্থক শ্ৰীকৃষ্ণ আৰু মোক নিন্দা কৰিছে। মোক ৰক্ষা কৰিবলৈ আহি সাত্যকিৰ প্ৰাণ বিপন্ন হৈছে; তেওঁ মোৰ প্ৰাণৰ বন্ধু। তেওঁ যেতিয়া শক্তিহীন সংজ্ঞাহীন অৱস্থাত মাটিত বাগৰি পৰিছিল তেতিয়ানো আপুনি কোন ধৰ্ম্মমতে তেওঁৰ প্ৰাণ বধ কৰিবলৈ উদ্যত হৈছিল? সেই দৃশ্য মই কোন প্ৰাণে চাই থাকিম? বিপদত বন্ধুক ৰক্ষা নকৰিলে যে মই নৰকত পৰিব লাগিব। মাধৱৰ সঙ্গত পৰি মই অধৰ্ম্মী হৈছোঁ বুলি কৈছে? মাধৱৰ সঙ্গত থাকিলে যদি অধৰ্ম্মহে হয় তেন্তে সকলো জীৱই মাধৱৰ সঙ্গলাভ কৰিবলৈ বাঞ্ছা কৰে কিয়? নিশ্চয় আজি আপোনাৰ বুদ্ধি ভ্ৰম ঘটাত এনে প্ৰলাপ বকিবলৈ ধৰিছে। কেবাজনো মহাৰথীৰ সৈতে যুদ্ধ কৰি দুখে-ভাগৰে জৰ্জ্জৰিত আৰু অস্ত্ৰহীন অৱস্থাত সাত্যকিক পৰাজিত কৰি আপুনি বিজয়ী বুলি গৰ্ব্বিত হৈছে। মাটিত পৰি থকা অৱস্থাত জয়ী হৈছে বুলি ভাবি কোন ধৰ্ম্মমতে তেওঁক বধ কৰিবলৈ হাত দাঙিছিল? অস্ত্ৰহীন, ভঙ্গ কৱচধাৰী, ভাগৰত জলাকলা হৈ থকা পুত্ৰ মোৰ অভিমন্যুক বধ কৰা কাৰ্য্যক আপোনালোকে কেনেকৈ সমৰ্থন কৰিছিল?"

অৰ্জ্জুনৰ এই উত্তৰ শুনি ভূৰিশ্ৰৱাই সাত্যকিক পৰিত্যাগ কৰি বাওঁ হাতেৰে ধৰি থকা খড়্গখন মাটিত দলিয়াই পেলাই দি ততালিকে যোগাসনত বহি প্ৰণয়োপৱেশনত কুম্ভক কৰি পৰম ব্ৰহ্মক ধ্যান কৰিবলৈ ধৰিলে। তাকে দেখি কুৰুসৈন্যই তেওঁক প্ৰশংসা কৰিলে আৰু কৃষ্ণাৰ্জ্জুনৰ নিন্দাবাদ কৰিবলৈ ধৰিলে।

অৰ্জ্জুনে তেতিয়া বীৰসকলৰ ফালে চাই কলে "হে বীৰসকল, মোৰ এয়ে ব্ৰত যে মোৰ শৰৰ গতি যিমান দূৰ যায় সেই গণ্ডীৰ ভিতৰত থকা কোনো পাণ্ডৱ সৈন্যৰ কোনো প্ৰকাৰ অনিষ্ট ঘটাবলৈ নিদিওঁ। মোক অনাহকত নিন্দা কৰা আপোনালোকৰ উচিত হোৱা নাই। ধৰ্ম্মৰ প্ৰকৃত অৰ্থ নাজানি এনে নিন্দাবাদ কৰিছে। সাত্যকিক ৰক্ষা কৰা মোৰ ধৰ্ম্ম।" তাৰ পিচত তেওঁ ভূৰিশ্ৰৱালৈ চাই কলে "হে শৰণাগত ত্ৰাতা পুৰুষশ্ৰেষ্ঠ বীৰ, আপোনাৰ কৃতকৰ্ম্মৰ ফলত আজি আপোনাৰ এনে দশা হৈছে। মোক নিন্দা কৰি লাভ নাই। সকলো প্ৰকাৰ অনৰ্থৰ কাৰণে মই তেতিয়া হলে ক্ষত্ৰিয় ধৰ্ম্মটোকে নিন্দা কৰিব লাগিব।"

অৰ্জ্জুনৰ কথা শুনি ভূৰিশ্ৰৱাই মৌন হৈ শিৰ নত কৰি ভূমি স্পৰ্শ কৰিলে।

অলপ বেলি পিচত ভাগৰ পলোৱাত সাত্যকি থিয় দি উঠিল। চকুৰ আগত ভূৰিশ্ৰৱাক দেখা পাই খঙত অগ্নিমূৰ্ত্তি ধৰি হাতত খড়্গ লৈ তেওঁক খেদি গল। তাকে দেখি সেনাসকলে হায়, হায়! কৰি উঠিল। শ্ৰীকৃষ্ণ আৰু অৰ্জ্জুনে তেওঁক ক্ষান্ত কৰিবলৈ কলে "সাত্যকি, এনে কাম নকৰিবা, ক্ষান্ত হোৱাঁ।" কিন্তু সাত্যকিয়ে খঙৰ বেগ ৰোধ কৰিব নোৱাৰি একে কোবে গৈ যোগাসনত বহি থকা অৱস্থাতে ভূৰিশ্ৰৱাৰ মূৰটো খড়্গৰে কাটি মাটিত বগৰাই দিলে।

সিদ্ধ মহাপুৰুষ আৰু দেৱতাসকলে ভূৰিশ্ৰৱাক অনেক প্ৰশংসা কৰি সাত্যকিক নিন্দা কৰিবলৈ ধৰিলে। সেই কথাত সাত্যকিয়ে কৈ উঠিল "যুদ্ধক্ষেত্ৰত যেতিয়া মই মাটিত বাগৰি পৰিছিলো তেতিয়া সেই অৱস্থাতে ভূৰিশ্ৰৱাই মোক ভৰিৰে গুৰিয়াই বধ কৰিবলৈ চেষ্টা কৰিছিল। তেওঁ এতিয়া যি ব্ৰতকে নধৰক তেওঁ মোৰ বধ্য।" কিন্তু ভূৰিশ্ৰৱা বধৰ কথাটো দুয়ো পক্ষৰ কোনো এজনেই সমৰ্থন কৰিব নোৱাৰিলে।

ভাৰত কাব্যত এনে ধৰণৰ ভালেমান ধৰ্ম্ম সঙ্কটৰ কথা বৰ্ণনা কৰা আছে। ভূৰিশ্ৰৱা বধৰ কথাটোও এনে ধৰ্ম্ম সঙ্কটৰ কাহিনীৰে এটা। খং আৰু হিংসাৰ বশীভূত হৈ মানুহে বুদ্ধি আৰু ধৰ্ম্ম দুইটা নষ্ট কৰে।

# জয়দ্ৰথ বধ

দুৰ্য্যোধনে কৰ্ণক কলে "কৰ্ণ, আমাৰ দুটা বিষয়ৰ ভিতৰত এটাৰ মীমাংসাৰ সময় উপস্থিত। আজি সন্ধ্যাৰ আগতে অৰ্জ্জুনৰ প্ৰতিজ্ঞা অনুযায়ী জয়দ্ৰথ-বধৰ কাম শেষ হবৰ কথা, সেয়ে নহলে অৰ্জ্জুনে লাজতে প্ৰাণ ত্যাগ কৰিব। অৰ্জ্জুনৰ মৃত্যু ঘটিলে বাকী পাণ্ডৱসকলৰ নিধন অনিবাৰ্য্য। তেতিয়া হলে আমি শত্ৰুবিহীন হৈ গোটেই ৰাজ্য নিৰ্ব্বিবাদে শাসন কৰিবলৈ পাম। অৰ্জ্জুনৰ বুদ্ধিভ্ৰম ঘটাত এনে আত্মবিনাশী প্ৰতিজ্ঞাত আবদ্ধ হৈছে। এইটো আমাৰ পক্ষে মঙ্গলজনক বুলি ধৰিব লাগে। এনে সুযোগ এৰি দিয়া আমাৰ পক্ষে উচিত নহব। যি কোনো প্ৰকাৰে অৰ্জ্জুনৰ প্ৰতিজ্ঞা-পালনত বাধা জন্মাব লাগিব। আজি তুমি তোমাৰ পৰাক্ৰম দেখুৱাবলৈ সুযোগ পাইছা। সৌৱা চোৱাঁ, বেলি প্ৰায় মাৰ যায় যায়। বাকী সময়-ছোৱাৰ ভিতৰত অৰ্জ্জুন আৰু জয়দ্ৰথৰ কাষ চাপিবলৈ অক্ষম। মই, অশ্বত্থামা, কৃপ আৰু তুমি বেলি মাৰ নোযোৱালৈকে কোনো ৰকমে জয়দ্ৰথক ৰক্ষা কৰি থাকোঁগৈ বলা। ধনঞ্জয়ক আজি কোনোপধ্যে তেওঁৰ প্ৰতিজ্ঞা পালন কৰিবলৈ নিদিম।"

সেই কথা শুনি কৰ্ণই কলে "ৰজা, ভীমসেনৰ হাতত বৰ আঘাত পাই মোৰ সৰ্ব্বশৰীৰ বিষত জৰ্জ্জৰিত হৈ আছে। অতিপাত ভাগৰত শৰীৰটো বৰ গধুৰ গধুৰ লাগিছে। তথাপি মই মোৰ সাধ্যমতে কৰ্ত্তব্য সম্পাদন কৰিবলৈ ত্ৰুটী নকৰোঁ। আপোনাৰ কাৰণেইহে এই প্ৰাণ ধৰি আছোঁ।"

এইদৰে যুদ্ধক্ষেত্ৰতে কৰ্ণ আৰু দুৰ্য্যোধনে আলচ কৰিলে। ঠিক তেনে সময়তে অৰ্জ্জুনে কুৰুসেনাৰ ওপৰত প্ৰবলভাৱে আক্ৰমণ চলালে। কৌৰৱৰ বেহু ভেদ কৰি জয়দ্ৰথৰ কাষ চাপি যাবলৈ অৰ্জ্জুনে তয়াময়া যুদ্ধ কৰিবলৈ ধৰিলে।

শ্ৰীকৃষ্ণই পাঞ্চজন্য শঙ্খত ঋষভ ধ্বনি তুলি ফুঁক দিলে। সেই শব্দ শুনি পূৰ্ব্বৰ দিহামতে শ্ৰীকৃষ্ণৰ নিজৰ ৰথ লৈ তেওঁৰ সাৰথি দাৰুক বিজুলী বেগে আহি উপস্থিত হলহি। সেই ৰথত সাত্যকি উঠি লৈ কৰ্ণক সুদক্ষ-ভাৱে আক্ৰমণ কৰিবলৈ ধৰিলে। দাৰুকৰ সাৰথ্য আৰু সাত্যকিৰ সুদক্ষ অস্ত্ৰ পৰিচালনা এই দুয়োটা গোট খোৱাত যি যুদ্ধ আৰম্ভ হল সেই যুদ্ধ দেখি দেৱতাসকলেও চকু খালে। কৰ্ণৰ এটাৰ পিচত এটাকৈ চাৰিটা

যোৰাঁ যুদ্ধত পৰিল। সাৰথিও নিহত হল। তাৰ পিচত ৰথ ধ্বজ স্তম্ভ সকলো চুৰমাৰ হল। কৰ্ণই ৰথ হেৰুওৱাত কুৰু সৈন্যই হায় হায় কৰিবলৈ ধৰিলে। কৰ্ণই লৰালৰিকৈ গৈ দুৰ্য্যোধনৰ ৰথত উঠি যুদ্ধ কৰিবলৈ ধৰিলে।

এই সংবাদ সঞ্জয়ে ধৃতৰাষ্ট্ৰৰ আগত বৰ্ণনা কৰি কলে মহাৰাজ, জগতত শ্ৰীকৃষ্ণ, পাৰ্থ আৰু সাত্যকি সৰ্ব্বশ্ৰেষ্ঠ ধনুৰ্দ্ধৰ। ধনুৰ্ব্বেদত তেওঁ-লোকৰ সমকক্ষ কেও নাই।"

অৰ্জ্জুনে কুৰুসেনাৰ শ্ৰেষ্ঠ অংশটো ধ্বংস কৰি জয়দ্ৰথৰ সন্মুখীন হলগৈ। অভিমন্যু বধ আৰু পাণ্ডৱসকলৰ লঘু-লাঞ্ছনাৰ কথাবিলাক স্মৰণ কৰি জলন্ত জুইৰ দৰে খঙত জ্বলি উঠি অৰ্জ্জুনে দুই হাতেৰে গাণ্ডীৱৰ পৰা শৰ বৰষিবলৈ ধৰিলে। দুই হাতেৰে অৰ্জ্জুনে শৰমাৰিব পাৰে বুলিয়েই অৰ্জ্জুনৰ আৰু এটি নাম আছিল সব্যসাচী। ছেদেলি ভেদেলি দি যোৰা কুৰুবীৰসকল হতভম্ব হৈ অৰ্জ্জুনে সাক্ষাত কালান্তক যমৰ মূৰ্ত্তি ধৰি যুদ্ধ কৰা ৰূপটো চাই থাকিল।

সিন্ধুৰাজক ৰক্ষা কৰিবলৈ অশ্বত্থামাকে আদি কৰি যিসকল মহাৰথীয়ে তেওঁৰ চৌকাষে সাজি কাচি আছিল তেওঁলোকৰ লগত অৰ্জ্জুনৰ দুৰ্ঘোৰ ৰণ লাগি উঠিল। ব্যাসদেৱৰ বাহিৰে সেই যুদ্ধৰ বৰ্ণনা দিব পৰা আন কাৰো সাধ্য নাই।

জয়দ্ৰথক বেৰি ধৰি যুদ্ধ দিয়া সকলো মহাৰথীকে যুদ্ধত পৰাস্ত কৰি অৰ্জ্জুনে জয়দ্ৰথৰ মুখৰ আগত থিয় দিলে।

ভালেমান বেলি ধৰি যুদ্ধ চলিবলৈ ধৰিলে। দুয়ো বেলিটোৰ ফালে কেৰাহিকৈ মাজে মাজে চাবলৈ ধৰিলে। সিন্ধুৰাজ মহাপৰাক্ৰমী আছিল। অৰ্জ্জুনৰ হাতত তেওঁ সহজে পৰাজয় মনা পাত্ৰ নাছিল।

সিফালে বেলি মাৰ যাওঁ যাওঁ হল। লাহ দিয়া বেলিয়ে ৰঙা বং ধৰিলে। যুদ্ধ তেতিয়াও চলি আছে।

দুৰ্য্যোধনে কথাটো টং কৰি পেটে পেটে ৰং পালে। ভাবিলে নিচেই অলপ সময় মাথোঁ বাকী। জয়দ্ৰথ ৰক্ষা পৰিল। আজি অৰ্জ্জুনৰ প্ৰতিজ্ঞা অথলে গল।" সেই সময়ত হঠাতে চৌদিশ আন্ধাৰে ঢাকি পেলালে।

পাণ্ডৱ সেনাসকলে চিঞৰি কবলৈ ধৰিলে হায় হায় বেলি মাৰ গল— জয়দ্ৰথ বধ নহল—অৰ্জ্জুনৰ প্ৰতিজ্ঞা ৰক্ষা নহল।" আনফালে কৌৰৱ সেনাই আনন্দত কিৰিলি পাৰিবলৈ ধৰিলে।

জয়দ্ৰথেও বেলিৰ ফালে চাই মনতে ভাবিলে "মই আজি ৰক্ষা পৰিলোঁ।" তেতিয়া বেলি দেখা নগৈছিল আৰু অৰ্জ্জুনৰ প্ৰতিজ্ঞাৰ সময় পাৰ হল। সেই সময়ত শ্ৰীকৃষ্ণই অৰ্জ্জুনক ইঙ্গিত দি কলে "ধনঞ্জয়, সিন্ধুৰাজে বেলিৰ ফালে দৃষ্টি দিছে। এই অন্ধকাৰময়ে সৃষ্টি কৰিছোঁ—আচলতে বেলি এতিয়াও মাৰ যোৱা নাই। এই সুযোগতে তুমি তোমাৰ প্ৰতিজ্ঞা পূৰ্ণ কৰা।"

তেতিয়া খন্তেকতে ধনঞ্জয়ে গাণ্ডীৱৰপৰা বাছি থোৱা এপাত শৰ জয়দ্ৰথলৈ মাৰি পঠিয়ালে। শেন চৰায়ে যেনেকৈ চোঁ মাৰি মাছৰ মূৰ ছিঙি পেলায়, গাণ্ডীৱৰ সেই শৰপাতেও সেইদৰে গৈ জয়দ্ৰথৰ মুণ্ড ছেদ কৰি পেলালে।

তৎমুহূৰ্ত্তে শ্ৰীকৃষ্ণই অৰ্জ্জুনক কলে "অৰ্জ্জুন, সাৱধান, জয়দ্ৰথৰ মূৰটোৱে যেন ভূমি স্পৰ্শ নকৰে। সেই মূৰটো শৰেৰে আলাসতে তুলি লৈ গৈ তেওঁৰ পিতাক বৃদ্ধক্ষত্ৰৰ কোলাত পেলাই দিয়াঁ।" অৰ্জ্জুনৰ শৰে সেই মতে জয়দ্ৰথৰ মূৰটো আলাসতে লৈ আকাশলৈ উঠি গল। এই দৃশ্য অতি চমক্‌লগা হৈছিল।

ৰজা বৃদ্ধক্ষত্ৰ তেওঁৰ আশ্ৰমত সন্ধ্যাপূজাত মগ্ন হৈ আছিল। আচম্বিতে কলা চুলি টাঁৰিৰে, সোণৰ কুণ্ডলযুক্ত কাণেৰে জয়দ্ৰথৰ মূৰটো ধ্যানমগ্ন পিতাকৰ কোলাত পৰিলগৈ। সন্ধ্যাজপ শেষ কৰি বৃদ্ধক্ষত্ৰই চকু মেলি থিয় হলত কোলাৰপৰা পুতেকৰ মূৰটো মাটিত সৰি পৰিল। সেই মুহূৰ্ত্তে বৃদ্ধক্ষত্ৰৰ মূৰটোও টুকুৰা টুকুৰ হৈ ভাগি পৰিল। পুতেক জয়দ্ৰথ মূৰৰ লগতে পিতাকৰ মূৰটোও লগ লাগি বীৰৰ যোগ্য স্বৰ্গ লাভ কৰিলে।

তেতিয়া কৃষ্ণ, ধনঞ্জয়, ভীম, সাত্যকি, যুধামন্যু, উত্তমৌজা আদি সকলোৱে বিপুল শঙ্খধ্বনি কৰি জয় ঘোষণা কৰিলে। সেই ধ্বনি শুনি ধৰ্ম্মপুত্ৰই অৰ্জ্জুনৰ হাতত সিন্ধুৰাজৰ নিধন হল বুলি স্থিৰ কৰি বৰ আনন্দ লাভ কৰিলে।

তাৰ পিচত সমস্ত পাণ্ডৱ সৈন্য সংগ্ৰহ কৰি লৈ যুধিষ্ঠিৰে দ্ৰোণক প্ৰবলভাৱে আক্ৰমণ কৰিলে। চতুৰ্দ্দশ দিনৰ যুদ্ধ ৰাতিলৈকে চলি আছিল। যুদ্ধই শেষত প্ৰবল আকাৰ ধাৰণ কৰিলে। শেষত গৈ যুদ্ধৰ নীতি-নিয়ম-বিলাকে মৰ্য্যাদা চেৰাই এটি এটিকৈ লোপ পাবলৈ ধৰিলে।

# দ্ৰোণাচাৰ্য্যৰ মৃত্যু

মহাভাৰতৰ পাঠক মাত্ৰেই জানে যে ঘটোৎকচ ভীমৰ অসুৰপত্নীৰ গৰ্ভজাত সন্তান। মহাভাৰতত বৰ্ণনা কৰা লোকসকলৰ ভিতৰত বীৰত্ব, শৌৰ্য্য-বীৰ্য্য আৰু কীৰ্ত্তি আদি সকলোবোৰ গুণ কেৱল মাত্ৰ দুজন সন্তানৰ গাত প্ৰকাশ পোৱা দেখা যায়। এজন অৰ্জ্জুনৰ পুত্ৰ অভিমন্যু আৰু আনজন ভীমৰ পুত্ৰ ঘটোৎকচ। এই দুয়োটি বীৰ পুত্ৰই পাণ্ডৱপক্ষ অবলম্বন কৰি যুদ্ধত সকলোকে চমক্ লগাই কীৰ্ত্তি লাভ কৰিছিল।

দুয়োপক্ষৰ ভিতৰত হোৱা দ্বেষ, খং, হিংসাৰ প্ৰকোপত দিনৰ যুদ্ধতে অন্ত নপৰি ৰাতিৰ কালতো যুদ্ধ চলিবলৈ ধৰিছিল। চৌদ্ধ দিনৰ দিনা বেলি মাৰ যোৱাৰ পিচতো যুদ্ধ চলাই থাকিবলৈ ভোটা জ্বলাই পোহৰ কৰি লোৱা ব্যৱস্থা হৈছিল। ৰাতিৰ যুদ্ধ অসুৰসকলৰ পক্ষে বৰ সুবিধাজনক আছিল। এনে সুযোগ পাই ঘটোৎকচে তেওঁৰ সঙ্গীসকলক লৈ কুৰুসৈন্যক বৰ পৰাক্ৰমেৰে আক্ৰমণ কৰিছিল। ৰাতিৰ যুদ্ধ অদ্ভুত ধৰণৰ আছিল। তেতিয়ালৈকে ভাৰতত এনে ঘটনা ঘটা নাছিল। হাজাৰ হাজাৰ ভোটা জ্বলাই লৈ দুয়ো পক্ষৰ বীৰসকলে যুদ্ধত প্ৰবৃত্ত হৈছিল।

কৰ্ণ আৰু ঘটোৎকচৰ ভিতৰত এখন তয়াময়া ৰণ লাগি উঠিল। ঘটোৎকচ আৰু তেওঁৰ সঙ্গীসকলে কৰা আক্ৰমণত অসংখ্য বীৰৰ পতন হোৱা দেখি দুৰ্য্যোধনৰ বুকু কঁপি উঠিল। সকলো কুৰুবীৰ লগ লাগি কৰ্ণৰ ওচৰলৈ গৈ অনুৰোধ কৰিলে "হে কৰ্ণবীৰ, এই অসুৰক সোনকালে বধ কৰিব লাগে। নতুবা আমাৰ সকলো সৈন্য শেষ হব। ইয়াৰ এটা ব্যৱস্থা ততালিকে কৰক।"

ঘটোৎকচৰ ওপৰত কৰ্ণৰো বৰ খং উঠি আছিল। ঘটোৎকচৰ কোব খাই কৰ্ণৰ খং আৰু এখোপ চৰি উঠিল। তেওঁ পেটে পেটে ভাবিলে যে ইন্দ্ৰদত্ত অস্ত্ৰ পাতেৰে ঘটোৎকচক শেষ কৰিম। কৰ্ণই সেইপাত অস্ত্ৰ অৰ্জ্জুনৰ ওপৰত প্ৰয়োগ কৰিবলৈ বৰ যত্নেৰে সাঁচি থৈছিল। কিন্তু এতিয়া বাধ্য হৈ তেওঁ সেই অস্ত্ৰপাত ঘটোৎকচলৈ মাৰি পঠিয়ালে। তাৰ ফলত অৰ্জ্জুন ৰক্ষা পৰিল। অৰ্জ্জুনৰ সলনি ভীমৰ চেনেহৰ সন্তান ঘটোৎকচৰ প্ৰাণ গ'ল। সেই অস্ত্ৰাঘাতত ঘটোৎকচৰ প্ৰাণহীন দেহা মাটিত বাগৰি পৰিল। পাণ্ডৱসকলে সেই কথাত বৰ বেজাৰ পালে।

যুদ্ধ চলিয়েই থাকিল। দ্ৰোণৰ ধনুৰপৰা অনৰ্গল শৰ বৰষি থকাত

পাণ্ডৱসকলে ভয় খালে। তেতিয়া শ্ৰীকৃষ্ণই অৰ্জ্জুনক কলে "অৰ্জ্জুন, দ্ৰোণক জয় কৰিব পৰা বীৰ এই জগতত নাই। এওঁ যি মুহূৰ্ত্তলৈকে হাতত অস্ত্ৰ ধাৰণ কৰিবলৈ সক্ষম হৈ থাকিব সেই পৰ্য্যন্ত তেওঁক জয় কৰা অসম্ভৱ। ধৰ্ম্মাধৰ্ম্ম বিচাৰ নকৰি আন উপায় অৱলম্বন কৰিবলগীয়া হ'ল। নতুবা অন্য গতি নাই। 'অশ্বত্থামা হত' বুলি এটা বাতৰি তেওঁৰ কাণত পেলাই দিব লাগিব।"

এই কথা শুনি অৰ্জ্জুন বিচুত্তি হ'ল। অসত্য ৰীতি এটাৰ আশ্ৰয় লবলৈ তেওঁ কোনো পধ্যে মান্তি নহ'ল। অৰ্জ্জুনৰ আন সঙ্গীসকলেও সেই কথা মানি লবলৈ বৰ টান পালে। এনে অধৰ্ম্মৰ কথামতে চলিবলৈ ঘিণ লগা যেন অনুভৱ কৰিলে।

যুধিষ্ঠিৰে ভালেমান পৰ গভীৰভাৱে চিন্তা কৰি শেষত তেৱেঁই সেই কাম কৰিবলৈ গাত ললে।

সমুদ্ৰ মন্থনৰ সময়ত দেৱতাসকলৰ কাৰণে মহাদেৱে বিষ পান কৰিছিল। বিশ্বাসী সুগ্ৰীৱক ৰক্ষা কৰিবলৈ শ্ৰীৰামচন্দ্ৰই অগত্যা অন্যায় যুদ্ধ কৰি বালীক বধ কৰিছিল। সেইদৰেই ধৰ্ম্মপুত্ৰয়ো তেওঁৰ সজ কীৰ্ত্তিৰ মৰ্য্যদা পৰিহাৰ কৰি দ্ৰোণৰ ওচৰলৈ গৈ অশ্বত্থামাৰ মিছা মৃত্যু সংবাদ প্ৰচাৰ কৰিবলৈ সঙ্কল্প কৰিলে।

ভীমসেনে লোহাৰ গদাৰে অশ্বত্থামা নামৰ এটা বৰ ডাঙৰ বুঢ়া হাতী মাৰি পেলালে। তাৰ পিচত তেওঁ দ্ৰোণৰ সৈন্যবিলাকক শুনাই কৰলৈ ধৰিলে "মই অশ্বত্থামাক বধ কৰিলোঁ।"

ব্যাসদেৱে পৰিষ্কাৰকৈ বৰ্ণনা কৰি কৈছে যে যি ভীমসেনে স্বপ্নতো মিছা কথা কোৱা নাই, সেই ভীমসেনে আজি এই কথা উচ্চাৰণ কৰি বৰ লাজ পালে।

তেনে সময়তে দ্ৰোণই পাণ্ডৱ সেনাৰ ওপৰত ব্ৰহ্মাস্ত্ৰ প্ৰয়োগ কৰিব খুজিছিল। পুতেক হত হোৱা বাতৰি পাই আচৰিত হৈ উঠিল। সেই কথা কেতিয়াও সঁচা নহয় বুলি তেওঁৰ সন্দেহ হ'ল। মনৰ সন্দেহ দূৰ কৰিবলৈ দ্ৰোণই যুধিষ্ঠিৰক সুধিলে "হে ধৰ্ম্মপুত্ৰ, পুত্ৰ অশ্বত্থামা সঁচাকৈয়ে নিহত নেকি?" ত্ৰিলোকৰ আধিপত্যৰ বিনিময়তো যুধিষ্ঠিৰে মিছা কথা নকয়—দ্ৰোণে এই কথা ভালকৈ জানে।

সেই সময়ত শ্ৰীকৃষ্ণক বৰ ব্যাকুল হোৱা দেখা গৈছিল। তেওঁ ভাবি আছিল "যুধিষ্ঠিৰে ধৰ্ম্ম পৰিত্যাগ কৰিবলৈ ভয় কৰিলে পাণ্ডৱসকলৰ পতন অৱশ্যম্ভাৱী। দ্ৰোণৰ ব্ৰহ্মাস্ত্ৰ অব্যৰ্থ।"

মিছা কথাৰ আশ্ৰয় লবলগীয়া হোৱাত যুধিষ্ঠিৰেও বৰ লাজ অনুভৱ কৰিলে। আনফালে যুদ্ধত জয়লাভৰ আশাও এৰিবলৈ টান পালে।

'মোৰ পাপেই হওক' বুলি ভাবি যুধিষ্ঠিৰে বৰ বৰকৈ কলে 'অশ্বথামা নিহত হোৱা সঁচা'। কিন্তু মিছা কথাষাৰ উচ্চাৰণ কৰিবৰ সময়ত অধৰ্ম্মলৈ ভয় কৰি তেওঁ সৰু মাতেৰে তাতে এটি কথা লগাই দিলে যে 'অশ্বথামা নামৰ হাতী এটাহে নিহত হৈছে' (অশ্বথামা হত ইতিগজঃ)।

সঞ্জয়ে ধৃতৰাষ্ট্ৰৰ আগত এই কথা বৰ্ণনা কৰোঁতে কলে "ৰজা, এইদৰে অধৰ্ম্মৰ কাম এটা সমাধা হ'ল।"

যুধিষ্ঠিৰৰ মুখেদি এই মিছা কথাষাৰ ওলোৱা মাত্ৰে তেওঁৰ ৰথৰ চকা মাটিত লাগি ধৰিলে। ইতিপূৰ্ব্বে ধৰ্ম্মপুত্ৰৰ ৰথৰ চকা মাটিৰপৰা সদায় চাৰি আঙুল ওপৰত আছিল।

অধৰ্ম্মই এই জগতত প্ৰকৃতিগত হৈছে। ধৰ্ম্মপুত্ৰ কেৱল সত্যৰ কাৰণেই এতিয়ালৈকে অসত্যপূৰ্ণ জগতত এখোপ ওপৰত আছিল। ব্যাস-দেৱে বৰ্ণনা কৰিছে "জয়লাভৰ আশাত ধৰ্ম্মপুত্ৰই যেতিয়াই মিছাৰ আশ্ৰয় ললে তেতিয়াই তেওঁৰ ৰথে সাধাৰণ লোকৰ শাৰীত পৰিণত হোৱাৰ চিন স্বৰূপে ৰথেও একে পথকে অৱলম্বন কৰি পৃথিৱী স্পৰ্শ কৰি চলিবলৈ ধৰিলে।

অশ্বথামা হত হোৱাৰ বাতৰি পাই দ্ৰোণৰ সকলো আকাংক্ষা লুপ্ত হ'ল আৰু প্ৰাণৰ মমতা পৰিত্যাগ কৰি হাতৰ শৰ পৰিত্যাগ কৰি ৰথত স্থিৰ হৈ ৰ'ল। তাকে দেখি ভীমসেনে কৰ্কশ মাতেৰে তেওঁক মৰ্ম্মাহত কৰি কবলৈ ধৰিলে আপুনি ব্ৰাহ্মণ হৈও স্বধৰ্ম্ম ত্যাগ কৰি ক্ষত্ৰিয় বৃত্তি অৱলম্বন কৰাৰ কাৰণেই বহুতো ৰজাৰ মৃত্যুৰ কাৰণ হৈছে। ব্ৰাহ্মণ কুলত জন্ম লৈ জন্মগত বৃত্তি লৈ যদি আপুনি বিপথগামী নহলহেঁতেন তেন্তে যুদ্ধত ইমানবোৰ ৰজা নমৰিলহেঁতেন। আপুনি অহিংসা পৰম ধৰ্ম্ম বুলি জানে আৰু সেই অহিংসা ধৰ্ম্মৰ প্ৰতিপালক ৰক্ষক আৰু প্ৰসাৰক হল ব্ৰাহ্মণসকল। এনেস্থলত আপুনি সেই ব্ৰাহ্মণ কুলোদ্ভৱ হৈ নিৰ্লজ্জৰ দৰে হিংসাবৃত্তি গ্ৰহণ কৰিছেহি। আমাৰে দুৰ্ভাগ্যৰ কাৰণে আপুনি এই পাপত নিমগ্ন হ'ল।"

এনেয়ে পুতেকৰ মৃত্যু বাতৰিয়ে দ্ৰোণৰ প্ৰাণলৈ মমতা নোহোৱা কৰিলে তাতে ভীমৰ এনে কঠুৱা মাত শুনি মৰ্ম্মাহত হ'ল। সেই মুহূৰ্ত্তে তেওঁ ধনু-শৰ দলিয়াই পেলাই ৰথৰ ওপৰতে স্থিৰভাৱে ধ্যানমগ্ন হৈ ৰহিল। ঠিক তেনে সময়তে ধৃষ্টদ্যুম্নই হাতত খড়্গ লৈ দ্ৰোণৰ ৰথত জপিয়াই

পৰিলগৈ। 'হায় হায়' বুলি সৈন্যসকলে কোঢ়াল লগাই দিলে। সেই কোৰ্হালৰ মাজতে ধৃষ্টদ্যুম্নই খড়্গৰে দ্ৰোণৰ মূৰ কাটি পেলালে। ভৰদ্বাজ পুত্ৰৰ আত্মা ৰণস্থলীৰ দৰ্শকসকলৰ চকুৰ আগতে জ্যোতিৰ্ম্ময় ৰূপ ধৰি স্বৰ্গলৈ গতি কৰিলে।

মহাভাৰতত মনুষ্য জগতৰ দুঃখ কষ্টৰ সকলোবোৰ কাহিনী অদ্ভুত কৌশলেৰে চিত্ৰিত কৰি থোৱা আছে। এই ধৰ্ম্মগ্ৰন্থখনিয়ে মানুহৰ দুঃখ-তাপবিলাক পৰিষ্কাৰ ৰূপে দেখুৱাই দি উৰ্দ্ধলোকৰ পোহৰৰ সন্ধান দিছে। সেই পোহৰে আমাৰ অন্তৰো পোহৰ কৰি উন্নতি পথত আগুৱাই নিছে। সাধাৰণ গল্পবিলাকৰ ৰীতি একৰকম আৰু মহাভাৰতৰ কাহিনীবিলাকৰ ৰীতি আন ৰকম। সাধাৰণ কথা কাহিনীৰ এয়ে যে লেখকসকলে কিছুমান চমক্ লগোৱা বৰ্ণনা দি তেওঁলোকক মুগ্ধ কৰিবৰ মনেৰে গল্পৰ নায়কজনক নানান দুঃখ কষ্টৰ মাজেদি লৈ গৈ শেষত আকৌ সেইবোৰ দুঃখ কষ্টৰ পৰা উদ্ধাৰ কৰি নায়িকাৰ লগত মিলনৰ ব্যৱস্থা কৰি দিয়ে। নায়কক সুখেৰে দিন কটাবলৈ সুযোগ দি দেখুৱায় বা নায়কক নানান আশা-নিৰাশাৰ মাজত পেলাই অৱশেষত তেওঁক সকলো প্ৰকাৰে বঞ্চিত কৰি দুখৰ সাগৰত বুৰাই দিয়ে। কিন্তু ৰামায়ণ মহাভাৰত আদি ধৰ্ম্মগ্ৰন্থৰ এয়ে ৰীতি যে সেইসকলে পাঠকৰ মন কোমলাই দি আনন্দ আৰু দুখৰ ভাব জগাই তোলে আৰু জাগতিক সুখ-দুখৰ অসাৰতা আৰু অনিত্যতা প্ৰতিপন্ন কৰি তেওঁলোকৰ পৰম সত্য আৰু নিত্য বস্তু উপলব্ধি কৰিবলৈ একান্তভাৱে সহায় কৰে।

## দুঃশাসনৰ ৰক্তপান আৰু কৰ্ণ-বধ

দ্ৰোণাচাৰ্য্যৰ পতনৰ পিছত কৌৰৱপক্ষৰ ৰজাসকলে কৰ্ণক সেনাপতি পদত বৰণ কৰিলে। শল্যই পৰিচালনা কৰা এখন দিব্যৰথত কৰ্ণ উঠিল। কৰ্ণৰ তেজস্বিতা তীব্ৰভাৱে তেওঁৰ মুখমণ্ডলত ফুটি উঠিল। তেওঁৰ নেতৃত্বত যুদ্ধই আৰু ভীষণাকাৰ ধাৰণ কৰিলে।

জ্যোতিষীসকলৰ গণনা অনুসৰি এটি শুভমুহূৰ্ত্ত চাই অৰ্জ্জুন আৰু গাৰখীয়া হিচাপে তেওঁৰ সহোদৰ ভীমসেন এই দুয়ো ৰথত উঠি একেলগে কৰ্ণক আক্ৰমণ কৰিলে।

দুঃশাসনে সেইটো দেখা পাই ভীমৰ ওপৰত শৰ বৰষিবলৈ ধৰিলে। ভীমে কলে "দুঃশাসন, আজি তুমি মোৰ হাতত পৰিছা। সুদে সৈতে আজি সকলো ঋণ পৰিশোধ কৰিম। দ্ৰৌপদীক অপমান কৰিবৰ সময়ত মই যি প্ৰতিজ্ঞা কৰিছিলোঁ তাক পালন কৰা দিন আজি উপস্থিত।" পূৰ্ব্বৰ লাঞ্ছনাৰ কথাবিলাক মনলৈ অহাত ভীমে একে জাপে দুঃশাসনৰ ৰথৰ ওপৰত উঠিলগৈ। আৰু চকুৰ পঁচাৰতে দ্ৰৌপদীৰ অপমানকাৰী পাপিষ্ঠ দুঃশাসনক ৰথৰপৰা একে চোঁচাই টানি মাটিত বগৰাই লৈ ভীমে তেওঁৰ হাত-ভৰিবিলাক খচকি মোহাৰি ভাঙি পেলাবলৈ ধৰিলে। তাৰ পিচত কলে "হেৰ পাপিষ্ঠ, এই হাতেৰেই তই দ্ৰৌপদীৰ চুলিত ধৰিছিলি, এতিয়া এই হাত ছিঙি দূৰলৈ দলিয়াই পেলাম। তোক সহায় কৰিবলৈ আজি যেয়ে আহিব তাৰো সেই একে দশা হব। কাৰ শক্তি আছে তোক ৰক্ষা কৰিবলৈ আগবাঢ়ি আহক, চাওঁ আজি।" দুৰ্য্যোধনক শুনাই শুনাই ভীমসেনে এইদৰে আস্ফালন কৰিবলৈ ধৰিলে। তাৰ পিচত তেওঁ খণ্ডৰ কোবত দুঃশাসনৰ হাত দুখন ভাঙি গুৰি কৰিলে। আৰু লগে লগে দুই হাতেৰে নখ বহুৱাই দুঃশাসনৰ বুকুখন ফালি তেজ পিবলৈ ধৰিলে। সকলোৰে মনত তেতিয়াৰ এই দৃশ্যটো দেখা পাই বনৰীয়া হিংস্ৰক প্ৰাণীৰ আচৰণৰ দৰে লাগিছিল। ভীমসেনে কলে "মোৰ কাৰ্য্য শেষ হ'ল। এই পাপিষ্ঠৰ ৰক্ত পান কৰিম বুলি মই যি প্ৰতিজ্ঞা কৰিছিলোঁ সেইটো আজি পালন কৰিলোঁ। এতিয়া বাকী মাত্ৰ দুৰ্য্যোধনক বধ কৰা প্ৰতিজ্ঞা পালন। সেই যজ্ঞপশুকো সাজু হবলৈ সাৱধান কৰিলোঁ।" এই বুলি কৈ ভীমসেনে যুদ্ধক্ষেত্ৰত কালৰূপী যমৰ দৰে তাণ্ডৱনৃত্য কৰিবলৈ ধৰিলে। সেই ভয়াবহ দৃশ্য দেখি সকলোৰে অন্তৰ কঁপি উঠিল। কৰ্ণৰ শৰীৰো কঁপিবলৈ ধৰিলে।

তেতিয়া শল্যই কৰ্ণক প্ৰবোধ আৰু উৎসাহ দি কলে "আপোনাৰ নিচিনা এজন মহাৰথীৰ পক্ষে এনেকৈ ভয়ত কঁপা উচিত হোৱা নাই। দুৰ্য্যোধনৰ মন ভাগি গৈছে। এনে সময়ত আপুনি সাহস হেৰুৱাই অন্যায় কৰিছে। দ্ৰোণৰ মৃত্যুৰ পিচত সকলোৱে আপোনাৰ ওপৰতে নিৰ্ভৰ কৰি আছে। সকলো ভৰসা আপোনাতে। ক্ষত্ৰিয় ধৰ্ম্ম পালন কৰক। অৰ্জ্জুনক আক্ৰমণ কৰি জয়ী হৈ স্বৰ্গ লাভ কৰক।"

সাৰথি শল্যৰ কথাত কৰ্ণৰ চকু মেল খালে আৰু খণ্ডত ৰঙা পৰি উঠিল। তেতিয়াই উগ্ৰমূৰ্ত্তি ধৰি অৰ্জ্জুনক আক্ৰমণ কৰিবলৈ খেদা মাৰি গ'ল। অশ্বত্থামাই কলে "এই যুদ্ধ বৰ্ত্তমানে স্থগিত ৰখা উচিত। শত্ৰুক

পৰিহাৰ কৰা। বাছা দুৰ্য্যোধন, পাণ্ডৱসকলৰ সৈতে মিত্ৰতা স্থাপন কৰা। যুদ্ধ এৰি পেলোৱাঁ।"

দুৰ্য্যোধনে কলে "মূৰ্খ ভীমসেনে বনৰীয়া পশুৰ দৰে দুঃশাসনৰ ৰক্ত পান কৰি যি কৰ্কশ বচনেৰে বিদ্ৰূপ কৰিছে সেই কথা কি আপোনাৰ কাণত পৰা নাই? আপুনিতো কাষতে আছিল। ইয়াত সন্ধি আৰু শান্তিৰ থল কত? অনৰ্থক এইবিলাক কথা কৈ লাভ নাই।" এইবুলি কৰুসৈন্য লৈ বেহু ৰচনা কৰি দুৰ্য্যোধনে পাণ্ডৱ সেনাক আক্ৰমণ কৰিবলৈ আজ্ঞা দিলে। কৰ্ণ আৰু অৰ্জ্জুনৰ মাজত তুমুল ৰণ আৰম্ভ হল। বিষধৰ সৰ্পৰ দৰে কৰ্ণই এপাত অগ্নিবাণ অৰ্জ্জুনলৈ মাৰি পঠিয়ালে। সেই মুহূৰ্ত্ততে শ্ৰীকৃষ্ণই ভৱিৰে ৰথখন হেঁচা মাৰি ধৰি পাঁচোটা আঙুলিৰে মাটিত খোপনি লৈ ৰথখন ৰাখি অৰ্জ্জুনক সেই শৰাঘাতৰপৰা ৰক্ষা কৰিলে। অৰ্থাৎ ৰথখন সেইভাৱে চপৰাই দিয়াত সেই অগ্নিবাণ অৰ্জ্জুনৰ মূৰৰ ওপৰেদি তেওঁৰ কিৰীটি স্পৰ্শ কৰি গুচি গল। সেই ঘটনাত অৰ্জ্জুনৰ খং উঠি ধনুত কাঁড় জুৰি ললে। সেই সময়তে কৰ্ণৰ ৰথখন মাটিত পোত খাই তললৈ বহি গল।

তেতিয়া কৰ্ণই কলে "অৰ্জ্জুন, ক্ষন্তেক ৰবা—মোৰ ৰথৰ চকা মাটিত বহি গৈছে। ৰথখন তুলি ঠিক কৰি লবলৈ দিয়াঁ। মাত্ৰ অলপ সময়। ক্ষত্ৰিয় ধৰ্ম্ম মানি যুদ্ধ কৰা বুলি তোমাৰ খ্যাতি আছে, সেই খ্যাতি নষ্ট নকৰিবা। তুমি ৰথৰ ওপৰত আছা আৰু মই মাটিত থিয় দিছোঁ—এনে অৱস্থাত মোৰ ওপৰত শৰ হনা উচিত নহব। এই মুহূৰ্ত্তে মই ৰথৰ চকা তুলি লম। সেই মুহূৰ্ত্তটো মাত্ৰ তুমি ক্ষান্ত হোৱা।"

শ্ৰীকৃষ্ণই কৰ্ণৰ সেই কথাত উত্তৰ কৰিলে "হে কৰ্ণ, তোমাৰ এতিয়া ধৰ্ম্মৰ কথা মনত পৰিল নেকি? সঙ্কটত পৰি ধৰ্ম্ম চিন্তা কৰিবলগীয়া হ'ল নেকি? তুমি, দুৰ্য্যোধন, দুঃশাসন আৰু শকুনি এই চাৰি বীৰ গোট খাই দ্ৰৌপদীক সভাৰ মাজত যেতিয়া অপমান কৰিছিলাহক তেতিয়ানো ধৰ্ম্ম চিন্তা ক'ত লুপ্ত হৈ আছিল? প্ৰতিজ্ঞা অনুযায়ী বাৰটা বছৰ বনবাস আৰু তাৰ পিচতো এবছৰ কাল অজ্ঞাত বাসত কটাই পাণ্ডৱসকলে তেওঁ-লোকৰ প্ৰাপ্য ৰাজ্য প্ৰাৰ্থনা কৰোঁতে তোমালোকে সেই ৰাজ্য ওলটাই দিবলৈ টান পাইছিলা? সেই সময়তে বা তোমাৰ ধৰ্ম্মভাৱ কলৈ গৈছিল? ভীমক বিষপান কৰাই হত্যা কৰিবলৈ চেষ্টা কৰোঁতে তুমিও দুৰ্য্যোধনৰ সহযোগ কৰা নাছিলা জানো? পাণ্ডৱসকল জতুগৃহত শুই থকা অৱস্থাত তেওঁলোকক জীয়ন্তে পুৰি মাৰিবলৈ জুই লগাই দিছিলা নহয়? সেই

সময়ত ধৰ্ম্মৰ কথা পাহৰি গৈছিলা নেকি? দ্ৰৌপদীক অপমান কৰাৰ সময়ত দেখোন তুমি সেই দুটা চকুৰে দেখিও আনন্দত নাচি-বাগি বিদ্ৰূপ হে কৰিছিলা? তেতিয়া ধৰ্ম্মৰ কথা মনলৈকে নাহিল নহয় জানো? নিৰ্লজ্জৰ দৰে শিশু অভিমন্যুক সপ্তৰথীয়ে বেৰি ধৰি বধ কৰিছিল। তাৰে এজন তুমি জানো নহয়? সেই সময়ত এই ধৰ্ম্মভাব মনলৈ কিয় নানিছিলা? পাপিষ্ঠ কৰ্ণ, এতিয়া ধৰ্ম্মৰ কথা আনক সোঁৱৰাবলৈ আহিছা?"

শ্ৰীকৃষ্ণৰ মুখত এই কথাবিলাক শুনি কৰ্ণই তলমূৰ কৰি নিৰুত্তৰ হৈ ৰ'ল। তাৰ পিচত পোত খাই থকা ৰথৰ ওপৰত উঠি যুদ্ধ কৰিবলৈ ধৰিলে। কৰ্ণই অব্যৰ্থ সন্ধানেৰে এপাত তীক্ষ্ণ বাণ হানি অৰ্জ্জুনক খন্তেকৰ কাৰণে নিশকতীয়া কৰি থলে। সেই ছেগতে কৰ্ণই ৰথৰপৰা নামি চকা আজুৰি ওপৰলৈ টানি উলিয়াবলৈ চেষ্টা কৰিলে। আপ্ৰাণ চেষ্টা কৰিও কৰ্ণই ৰথৰ চকা টানি উলিয়াবলৈ অসমৰ্থ হ'ল।

তেতিয়া কৰ্ণই পৰশুৰামৰ বৰত লাভ কৰা অস্ত্ৰৰ কথা স্মৰণ কৰিবলৈ চেষ্টা কৰিলে। কিন্তু পূৰ্ব্বৰ অভিশাপৰ ফলত সেই অস্ত্ৰৰ কথা একোপধ্যে মনলৈ নাহিল।

মাধৱে সেই মুহূৰ্ত্ততে অৰ্জ্জুনক কলে "অৰ্জ্জুন এয়ে উত্তম সুযোগ। অলপো পলম নকৰিবা। একেপাত শৰতে যাতে এই পাপিষ্ঠৰ মূৰ ছিগি মাটিত বাগৰি পৰে, অব্যৰ্থ সন্ধানেৰে এনে এপাত শৰৰ সন্ধান কৰা।"

প্ৰভুৰ সেই আদেশ পাই অৰ্জ্জুনে এপাত শৰ হানি কৰ্ণৰ মূৰ কাটি মাটিত পেলাই দিলে। এই ধৰ্ম্ম বিৰুদ্ধ কাম অৰ্জ্জুনৰ দ্বাৰা সংঘটিত হল এই কথা কোনেও সমৰ্থন কৰিব নোৱাৰিলে। ইও এটা ভগৱানৰে লীলা বুলি ব্যাসদেৱে বৰ্ণনা কৰিছে। কৰ্ণই অৰ্জ্জুনৰ গালে মৰা শৰৰপৰা ৰক্ষা কৰিবলৈ শ্ৰীকৃষ্ণয়ে ৰথৰ চকা তললৈ হেঁচি বহুৱাই দিছিল। মাটিত পোত যোৱা ৰথৰ চকা তুলিবলৈ যত্ন কৰি থকা অৱস্থাৰ সুযোগ লৈ শ্ৰীকৃষ্ণৰেই উচটনিত অৰ্জ্জুনে কৰ্ণক বধ কৰিলে। সেই কালতো যুদ্ধ-বিগ্ৰহৰ ভিতৰত এনেবোৰ কাম ধৰ্ম্ম-বিৰুদ্ধ বুলিয়েই গণ্য হৈছিল। তেনে ধৰণৰ অধৰ্ম্মৰ ভাব গ্ৰহণ কৰিব পৰা শক্তি স্বয়ং ভগৱানৰ বাহিৰে আন কাৰো নাছিল।

কেৱল শাৰীৰিক শক্তিৰ যোৰত যুদ্ধ কৰি আক্ৰমণ প্ৰতিৰোধ কৰা চেষ্টা মিছা। ধৰ্ম্মৰ কাৰণে যুদ্ধ কৰিলেও অধৰ্ম্ম ঘটা স্বাভাৱিক। মুঠতে এনেবোৰ ঘটনাৰপৰা জগতত অধৰ্ম্ম বৃদ্ধি হোৱাটো আচৰিত নহয়।

# দুৰ্য্যোধন-বধ

কৰ্ণ যুদ্ধত পৰা শুনি অসহনীয় শোকত দুৰ্য্যোধন ম্ৰিয়মান হৈ পৰিল দুৰ্য্যোধনৰ অৱস্থা দেখি কৃপাচাৰ্য্যই সহানুভূতি দেখুৱাই কলে "ৰাজ্যলোভৰ বশৱৰ্ত্তী হৈ যিসকল লোকৰ হাতত যিবিলাক কৰ্ত্তব্য সম্পাদন কৰিবলৈ ভাৰ দিছিলা সেই সকলোজনে যথাৰীতি ৰংমনে সেই সকলো কাম সমাপন কৰিবলৈ যাওঁতে যুদ্ধক্ষেত্ৰত প্ৰাণ আহুতি দি উৰ্দ্ধলোকলৈ গতি কৰিলে। এতিয়া একমাত্ৰ তোমাৰ কৰ্ত্তব্য বাকী। পাণ্ডৱসকলৰ লগত শান্তি স্থাপন কৰাই একমাত্ৰ পন্থা বুলি আমি ভাবোঁ। হে ৰাজন, আৰু যুদ্ধ কৰা উচিত নহয়।"

দুৰ্য্যোধনৰ মন ভাগি গ'লেও কৃপাচাৰ্য্যৰ পৰামৰ্শ তেওঁৰ মুঠেই ভাল নালাগিল। দুৰ্য্যোধনে কলে "ভয়ত পিচ হুহঁকিবৰ সময় এইটো নহয়। এতিয়া মোৰ যুদ্ধ কৰি থকাটোহে কৰ্ত্তব্য। মিত্ৰ-কুটুম্ব সকলো হেৰুৱাই মই অকলে এই জীৱন ধাৰণ কৰি লাভ কি? তাত লোকনিন্দাৰ বাহিৰে একো নহব। নিন্দাৰ পাত্ৰ হৈ জীৱন ধাৰণত একো সুখ নাই। ভাই-সকল আৰু বন্ধুসকলৰ মৃত্যুৰ পিচত শান্তিৰ নাম কৰি ৰাজ্য ৰক্ষা কৰি ফল কি? তাত মই কি সুখ ভোগ কৰিম?"

দুৰ্য্যোধনৰ এই কথা তেওঁৰ পক্ষৰ আন বীৰসকলেও অনুমোদন কৰিলে। সকলোৱে দুৰ্য্যোধনৰ কথা ন্যায়সঙ্গত বুলি ভাবিলে। তাৰ পিচত সক-লোৰে পৰামৰ্শত শল্যক সেনাপতি বৰণ কৰা হ'ল। শল্য এজন মহা পৰাক্ৰমী বীৰ আছিল। তেওঁৰ পৰাক্ৰম আন বজাসকলতকৈ কোনো গুণে কম নাছিল। তেওঁৰ নেতৃত্বত ভীষণ যুদ্ধ আৰম্ভ হ'ল।

পাণ্ডৱপক্ষত যুধিষ্ঠিৰেই নেতৃত্ব গ্ৰহণ কৰি নিজে গৈ শল্যক আক্ৰমণ কৰি আগভেটা দিলে। সেই সময়লৈকে যাক শান্তিৰ প্ৰতীক বুলি সকলোৱে বিশ্বাস কৰি আছিল এতিয়া তেওঁ ঘোৰতৰভাৱে যুদ্ধত প্ৰবৃত্ত হোৱা দেখি সকলোৱে বিস্ময় মানিলে। ভালেমান বেলি ধৰি যুদ্ধ চলিল। পিচত যুধিষ্ঠিৰে শল্যৰ গালৈ শক্তিশেল মাৰি পঠিয়ালে। সেই শেলৰ আঘাতত উভলি পৰা গছৰ দৰে শল্য মাটিত বাগৰি পৰি প্ৰাণত্যাগ কৰিলে।

শল্য নিধনৰ পিচত আৰু যুদ্ধ কৰি একো ফল নহব বুলি আশঙ্কা কৰি কৌৰৱসকল হতাশ হ'ল। কিন্তু বাকী থকা ধৃতৰাষ্ট্ৰৰ পুত্ৰইত গোট বান্ধি চৌদিশৰপৰা আহি ভীমসেনক বেঢ়ি লৈ আক্ৰমণ কৰিলে। ভীমসেনৰ

হাতত এটি এটিকৈ সকলোটিয়ে প্ৰাণ দিলে। তেৰবছৰ ধৰি যিকুৰা জুয়ে বায়ুপুত্ৰৰ বুকু দহি আছিল সেইকুৰা জুইৰ তাপ আজি শাঁত পৰিল। জীৱন সফল হ'ল বুলি ভাবি ভীমসেনে আজি অপাৰ আনন্দ লাভ কৰিলে।

ইয়াৰ পিচত শকুনিয়ে সহদেৱক আক্ৰমণ কৰিলে। সহদেৱে এপাত তীক্ষ্ণ শৰ ধনুত জুৰি লৈ শকুনিক ক'লে, "মূৰ্খ, তোমাৰ পাপৰ ফল এইবাৰ ভোগ কৰা।" এই বুলি সেই তীক্ষ্ণ বাণৰ প্ৰহাৰত কুৰুকুলৰ সকলো পাপৰ মূল শকুনিৰ মূৰটো ছিঙি মাটিত বগৰাই পেলালে।

সাৰথিহীন হোৱাত কুৰুপক্ষৰ সৈন্যসকল হতাশ হৈ চাৰিওফালে ছেদেলি-ভেদেলি হৈ পলাবলৈ ধৰিলে আৰু তেনে পলাতক সৈন্যবিলাক পাণ্ডৱপক্ষই খেদি যাক যতে পায় বধ কৰিবলৈ ধৰিলে। এইদৰে শত্ৰুসৈন্য প্ৰায় নিঃশেষ হ'ল। সঞ্জয়ে অন্ধ ধৃতৰাষ্ট্ৰক বৰ্ণনা কৰি কলে, "হে ভাৰত, আপোনাৰ পক্ষ সমৰ্থনকাৰী হাজাৰ হাজাৰ ৰাজন্যবৰ্গই তেওঁলোকৰ শক্তি আৰু সামৰ্থ্য অনুযায়ী যুদ্ধ কৰি নিঃশেষ হ'ল। কেৱল মাত্ৰ বিষাদগ্ৰস্ত আৰু ক্ষত-বিক্ষত দেহা লৈ দুৰ্যোধনক যুদ্ধক্ষেত্ৰত বিচৰণ কৰা দেখা গৈছে। দুৰ্য্যোধনে পলাই যোৱা সৈন্যবোৰ গোটাবলৈ চেষ্টা কৰি বিফল হ'ল। বিশেষতঃ দুৰ্য্যোধনৰ বাহিৰে তেওঁৰ সকলোটি ভায়েক যুদ্ধত পৰি অন্ত হ'ল।" তেতিয়া সৈন্যহীন, ৰথহীন, শোকাকুল দুৰ্য্যোধনে হাতত গদা ধৰি এখোজ দোখোজকৈ এটা পানীৰ পুখুৰী বিচাৰি গ'ল। গৈ গৈ বাটৰ কাষতে এটা পুখুৰী দেখা পাই শৰীৰৰ পোৰণি মাৰিবলৈ সেই পুখুৰীৰ পানীলৈ নামি গ'ল।

"মহাজ্ঞানী বিদুৰে ভবিষ্যতৰ কথা আগতে কৈ থৈছিল"—এইষাৰ কথা তেতিয়া মনে মনে ভাবি ভাবি পানীত নামি যাবলৈ ধৰিলে। কিন্তু হায়, অসময়ত প্ৰকৃত জ্ঞানৰ সন্ধান পালে তাৰ কোনো ফল নহয়। কৃত-কৰ্ম্মৰ ফল ভোগ কৰিবই লাগিব। এয়েতো বিধান।

দুৰ্য্যোধনক আক্ৰমণ কৰিবৰ মনেৰে যুধিষ্ঠিৰে আন আন পাণ্ডৱসকলক লগত লৈ বিচাৰি বিচাৰি সেই পুখুৰীত পালেগৈ।

পুখুৰীৰ পানীৰ মাজত দুৰ্য্যোধনক দেখি যুধিষ্ঠিৰে মাত লগালে "হেৰা দুৰ্য্যোধন, মিত্ৰ-কুটুম্ব আৰু বংশ সকলো নাশ কৰি তুমি এতিয়া পুখুৰীৰ পানীৰ আশ্ৰয় লৈ প্ৰাণ ৰক্ষা কৰিবলৈ বিচাৰিছা নে? আহাচোন পুখুৰীৰ পৰা উঠি আহি যুদ্ধ দিয়াহি। ক্ষত্ৰিয় বংশত জন্ম লৈ যুদ্ধক্ষেত্ৰৰপৰা পলাই আহি প্ৰাণৰক্ষাৰ উপায় বিচৰা উচিত নহয়।"

যুধিষ্ঠিৰৰ কথাত দুৰ্য্যোধনে মনত আঘাত পালে আৰু নিজৰ সম্ভ্ৰম ৰাখি উত্তৰ দিলে "ধৰ্ম্মপুত্ৰ, প্ৰাণ ৰক্ষাৰ কাৰণে মই ইয়ালৈ অহা নাই। কাৰবাৰ ভয়ত যে মই এই ঠাই পাইছোঁহি সেই কথা নাভাবিব। মই শৰীৰৰ ভিতৰৰ ভীষণ তাপ শান্ত কৰিবলৈহে এই শীতল পানীত পৰিছোঁ। যুধিষ্ঠিৰ, মই যুদ্ধলৈকো সমূলি ভয় নকৰোঁ আৰু প্ৰাণৰ মমতাও মোৰ নাই। গতিকে মোৰ আৰু যুদ্ধ কৰিবলৈ ইচ্ছা যোৱা নাই। মোৰ আত্মীয়-স্বজন আৰু মোৰ পক্ষৰ সঙ্গী সকলো বীৰ মৰি উপান্ত হ'ল। ৰাজ্য লাভৰ আশা পৰিত্যাগ কৰিলোঁ। এতিয়া সমস্ত ৰাজ্য নিষ্কণ্টকভাৱে আপোনাৰেই হ'ল। নিশ্চিন্ত মনে এতিয়া সেই সমুদায় ৰাজ্য ভোগ কৰক।"

ধৰ্ম্মপুত্ৰই তেতিয়া সোঁৱৰাই ক'লে "কেলেই ? বেজীৰ আগ এটামানো ৰাজ্য নিদিম বুলি এসময়ত কৈছিলা নহয় ? শান্তিৰ কাৰণে প্ৰাৰ্থনা কৰোঁতে তুমি দেখোন গৰিহনাহে দিছিলা ? এতিয়া চোন গোটেই ৰাজ্যকে উপযাচি দিছা ? তোমাৰ পাপৰ কাহিনীবোৰ দোহাৰি কব লাগিব নেকি ? আমাৰ ওপৰত তুমি যিবিলাক অত্যাচাৰ কৰি আছিলা, দ্ৰৌপদীক যি লাঞ্ছনা দিছিলা, তোমাৰ প্ৰাণৰ বিনিময়তহে তাক পৰিশোধ কৰিব লাগিব। আমি যুদ্ধ ত্যাগ নকৰোঁ।"

সঞ্জয়ে ধৃতৰাষ্ট্ৰক কলে "যুধিষ্ঠিৰৰ মুখৰপৰা এনে কটূক্তি শুনি আপোনাৰ পুতেকে হাতত গদা লৈ পুখুৰীৰপৰা পাৰলৈ উঠি আহিল।"

পাৰলৈ উঠি আহি দুৰ্ভগীয়া দুৰ্য্যোধনে কলে "যুধিষ্ঠিৰ, আহক, সকলোটি আহক বা এজন এজনকৈয়ে আহক মই কিন্তু অকলেই আছোঁ। কিন্তু আপোনালোকৰ পাঁচোজনে গোটখাই মোক আক্ৰমণ নকৰে যেন। তেতিয়া হলে অন্যায় হব। মোৰ গাত কৱচ নাই আৰু মই ক্লান্ত। শৰীৰৰ কেইবা ঠাইটো ঘা লাগি আছে।"

যুধিষ্ঠিৰে উত্তৰ দিলে "এজনক বহুতে বেঢ়ি ধৰি বধ কৰা অন্যায় বুলি জানাই যদি অভিমন্যুৰ মৃত্যুটোনো কেনেভাৱে হৈছিল বুলি কব খোজা ? তোমাৰ অভিসন্ধিমতেই জানো সকলোবোৰে বেৰি ধৰি সেই শিশুটিক অন্যায়কৈ বধ কৰা নাছিলা ? নিজৰ বেলিকা হলে ধৰ্ম্মশাস্ত্ৰৰ উপদেশ বিলাকলৈ মনত পৰে নহয় জানো ? ভাল কথা, কৱচ ধাৰণ কৰি আমাৰ ভিতৰত যি কোনো এজনক বাচি লৈ যুদ্ধ কৰাঁহি বাৰু। হয় মৃত্যুবৰণ কৰি স্বৰ্গলৈ গতি কৰাঁ নতুবা জয়ী হৈ ৰাজ্য ভোগ কৰাঁ।"

তেতিয়া ভীম আৰু দুৰ্য্যোধনৰ ভিতৰতে গদা যুদ্ধ আৰম্ভ হ'ল।

দুয়ো মৰোঁ৷ জীওঁ-সোঁ-আধিকৈ যুদ্ধ কৰিলে। একো একোবাৰ দুই গদাৰ ঘৰ্ষণত জুইৰ ফিৰিঙতি উঠিবলৈ ধৰিলে। ভালেমান বেলি যুদ্ধ চলিল। জয় পৰাজয় একো খাটাং নহ'ল।

দৰ্শকসকলে দুয়োৰে ভিতৰত কোন জিকিব এই কথালৈ বাদানুবাদ কৰিবলৈ ধৰিলে। দুৰ্য্যোধনৰ উৰু ভঙ্গ কৰি ভীমে তেওঁৰ প্ৰতিজ্ঞা পূৰণ কৰিবই এনে আষাৰ কথা শ্ৰীকৃষ্ণই কোৱা যেন ভীমে শুনিবলৈ পালে। সেই মুহূৰ্ত্ততে ভীমসেনে সিংহৰ দৰে জপিয়াই দুৰ্য্যোধনৰ ওপৰত পৰিল। আৰু লগে লগে গদাৰে কোবাই দুৰ্য্যোধনৰ উৰু ভঙ্গ কৰি দিলে। দুৰ্য্যোধন তেতিয়াই মাটিত বাগৰি পৰিল। খঙৰ কোঁবত ভীমে পৰিথকা অৱস্থাত দুৰ্য্যোধনৰ মূৰত গোৰ মাৰি দিলে।

তেতিয়া ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰে ভীমক নিন্দা কৰি কলে—"ছিঃ ছিঃ ভীম, এইটো বৰ অন্যায় কাম কৰিলা। তোমাৰ ঋণ পৰিশোধ হৈ গ'ল। তাৰ পিচতো তুমি তেওঁৰ মূৰত গোৰ মাৰি বৰ গৰ্হিত কাম কৰিলা। দুৰ্য্যোধন হাজাৰ হলেও ৰাজবংশত জন্ম গ্ৰহণ কৰা পুৰুষ, তদুপৰি তেওঁ আমাৰ ভাই। ই তোমাৰ অন্যায় হৈছে।"

তাৰ পিচত শ্ৰীকৃষ্ণই ক'লে "এই পাপিষ্ঠৰ প্ৰাণবায়ু এতিয়াই ওলাই যাব। পাণ্ডৱসকল, এতিয়া দুৰ্য্যোধন আৰু তেওঁৰ সকলো বন্ধুবৰ্গ মৰি অন্ত হ'ল। ইয়াত আৰু বৈ থকাৰ সকাম নাই, এতিয়া ৰথত উঠাহঁক।"

সেই সময়ত ভগ্নপদ অৱস্থাত পৰিথকা দুৰ্য্যোধনৰ মুখখন খঙে-বিষে আৰু ঘৃণা ভাৱে ভৰপূৰ হৈ ৰঙা পৰি উঠিল। তেওঁ শ্ৰীকৃষ্ণৰ ফালে কেৰাহীকৈ চাই কলে "ধৰ্ম্ম-নীতিৰে যুদ্ধ আৰম্ভ কৰি ভালেমান বীৰক অন্যায়ভাৱে বধ কৰাৰ মূলত তুমিয়েই। তুমি নিতান্ত নিলাজ। ভীষ্মদেৱ, দ্ৰোণ আৰু কৰ্ণ এই তিনিজন বীৰৰ লগত ন্যায়ভাৱে যুদ্ধ কৰা হলে তেওঁলোকক পৰাজিত কৰা কাৰো সাধ্য নাছিল।"

মুমূৰ্ষু দুৰ্য্যোধনৰ মুখত এই বিদ্ৰূপৰ কথা শুনি শ্ৰীকৃষ্ণই ক'লে "অনৰ্থক প্ৰলাপ বকিছা কিয়? ৰাজ্যলোভত আৰু অহঙ্কাৰত ওফন্দি পৰি যিমানবিলাক পাপ কাৰ্য্য কৰিছিলা তাৰ সীমাসংখ্যা নাই। তাৰেই ফল তুমি আজি ভোগ কৰিছা।"

দুৰ্য্যোধনে কলে "নিলাজ, জীৱন্ত কালত মই প্ৰখ্যাত ৰজা, উদাৰ বন্ধু আৰু শত্ৰুৰ যম স্বৰূপ আছিলোঁ। মোৰ ভাগ্যত মই ক্ষত্ৰিয়োচিত মৰণকে লাভ কৰিছোঁ। মই জীৱনত ৰাজ সুখতকৈ অধিক সুখ ভোগ কৰিছোঁ সেই সুখ দেৱতায়ো অৱজ্ঞা নকৰে। একশত বীৰৰ দৰে মোৰ মৃত্যু

হৈছে। মোতকৈ আৰু ভাগ্যবান নাই। আজি মোৰ আত্মীয়-কটুম্ব সকলোবে লগত স্বৰ্গলৈ যাবলৈ ওলাইছোঁ। তুমি হীন আৰু ঘৃণিত— সেই কাৰণেই এতিয়াও জীয়াই আছা। মই মাটিত পৰি আছোঁ। এনে অৱস্থাত ভীমে মোৰ মূৰত পদাঘাত কৰিছে। তাত মোৰ কোনো বেজাৰ নাই। খন্তেক পিচতে গৰু আৰু শগুণবোৰেও আহি মোৰ মূৰত গোৰ লাঠি মাৰিবহি।"

দুৰ্য্যোধনে এনে বীৰোচিত কথা কোৱাৰ লগে লগে আকাশৰপৰা পুষ্পবৃষ্টি হবলৈ ধৰিলে। এইবুলি ব্যাসদেৱে বৰ্ণনা কৰিছে।

ৰাজ্য লোভত দুৰ্য্যোধন অধৰ্ম্মৰ বাটেদি গৈছিল আৰু তাৰ ফল স্বৰূপে খঙৰ বশবৰ্ত্তী হৈ দুয়োপক্ষৰে অশেষ অধৰ্ম্ম ঘটিবলৈ পাইছিল। তথাপি সকলোৱে স্বীকাৰ কৰিব লাগিব যে ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলৰ অজেয় পৰাক্ৰম আছিল।

## পাণ্ডৱসকলৰ অপমান

যুদ্ধ চমু চাপি অহাৰ লগে লগে বলৰামে তীৰ্থ ভ্ৰমণ শেষ কৰি আহি কুৰুক্ষেত্ৰত উপস্থিত হ'ল। সেই সময়ত ভীম আৰু দুৰ্য্যোধনৰ মাজত গদাযুদ্ধ চলি আছিল। ভীমে গদাঘাতত দুৰ্য্যোধনৰ উৰু ভঙ্গ কৰা দেখি বলৰামে সেইখন ধৰ্ম্মযুদ্ধ নহয় বুলি জানি খঙত জলি-পকি উঠিল।

তোমালোক সকলোকে ধিক্। কোনো ক্ষত্ৰিয়ই নাভিদেশৰ তলত অস্ত্ৰাঘাত কৰিব নাপায়। ভীমে নিলাজভাৱে সেই নিয়ম ভঙ্গ কৰিছে বুলি বলৰামে খঙতে চিঞঁৰি কলে। তাৰ পিচত শ্ৰীকৃষ্ণৰ ওচৰ পাই কলে "তুমি নিজে এনে অন্যায় আচৰণ দেখিও নিৰ্ব্বিকাৰ হৈ আছা কিয়? মই কিন্তু এইটো সহ্য কৰিব নোৱাৰোঁ।" বুলি বলৰামে তেওঁৰ নাঙলটো দাঙি লৈ ভীমলৈ খেদা মাৰি গল। শ্ৰীকৃষ্ণৰ হাতত চক্ৰৰ দৰে বলৰামৰ বাই অস্ত্ৰ নাঙলটোৱেই।

বলৰামে উগ্ৰমূৰ্ত্তি ধৰি খঙেৰে ভীমক আক্ৰমণ কৰিবলৈ যোৱা দেখি শ্ৰীকৃষ্ণই ভয় খাই বলৰামক আগচি ধৰিলে।

শ্ৰীকৃষ্ণই কলে "পাণ্ডৱসকল আমাৰ পুৰণি বন্ধু আৰু নিচেই আপোন

মানুহ। দুৰ্য্যোধনে তেওঁলোকক অতিপাত লাঞ্ছনা অসহনীয় কষ্ট দিছে। দ্ৰৌপদীক সভাৰ মাজত অপমান কৰাত ভীমে প্ৰতিজ্ঞা কৰিছিল যে "এই গদাৰে দুৰ্য্যোধনৰ উৰু ভঙ্গ কৰি বধ কৰিম।" সেই কথা সকলোৱে জানে। যিভাৱে প্ৰতিজ্ঞা কৰা হয় তাক সেইভাৱে পালন নকৰাটো পাপৰ কথা। আমাৰ আত্মীয় নিৰ্দ্দোষী পাণ্ডৱসকলৰ ওপৰত বিনা বিচাৰে খং নকৰিবা। কৌৰৱসকলে কৰা লাঞ্ছনা আৰু অত্যাচাৰবিলাকলৈ লক্ষ্য কৰি বিচাৰ কৰিব লাগিব। ঘটনাবিলাকৰ ভিতৰত পূৰ্ব্বৰ ঘটনাৰ কথা পাহৰি কেৱল শেষৰ এটা কাম দেখিয়েই ধৰ্ম্মাধৰ্ম্ম বিচাৰ কৰাটো ভুল হব। বৰ্ত্তমান সময়ত কলিকাল ওচৰ চাঁপিছে। দুৰ্য্যোধনে বহুবাৰ লাঞ্ছনা কৰি আহিছে। সেই দুৰ্য্যোধনৰ নাভিৰ তলছোৱাত ভীমে আঘাত কৰা কথাটো কোনো অন্যায় হব নোৱাৰে। দুৰ্য্যোধনৰ উচটনিত কৰ্ণই অন্যায় যুদ্ধত পিচৰ ফালৰপৰা আক্ৰমণ কৰি অভিমন্যুৰ ধনু ভাঙি পেলাইছিল। ৰথ আৰু ধনু হেৰুৱাই অৰ্জ্জুন কুমাৰ থিয় দিলত কুৰুবীৰ-সকলে একেলগে সপ্তৰথী গোট খাই তেওঁক বেৰি ধৰি বধ কৰিলে। জন্মৰধি দুৰ্য্যোধনে বঞ্চনা নীতিকে অনুসৰণ কৰি আহিছে। তেওঁ কুলনাশকাৰী মহা পাপিষ্ঠ। এনে পাপিষ্ঠক ভীমে বধ কৰাটো একো অধৰ্ম্মৰ কথা নহয়। সভাৰ মাজত কৰা প্ৰতিজ্ঞাৰ কথা ভীমে আজি তেৰ বছৰ ধৰি পেটত সাঁচি থৈছিল। উৰুভঙ্গ কৰি ভীমসেনে যে তেওঁক বধ কৰিব এইকথা দুৰ্য্যোধনে ভালকৈ জানি আছিল। অমানুষিক অত্যাচাৰত জলাকলা পাণ্ডৱসকলৰ লগত যুদ্ধ কৰি থকা অৱস্থাতো দুৰ্য্যো-ধনৰ সেইকথা স্মৰণ হৈ আছিল। গতিকে ভীমৰ এনে কাৰ্য্যত তেওঁক নিন্দা কৰা বা অন্যায় হৈছে বুলি কোৱাটো অযুক্তিকৰ।" এইদৰে কৈ শ্ৰীকৃষ্ণই বলৰামৰ খন্তেকতে জ্বলি উঠা খং মাৰ নিয়াবলৈ যত্ন কৰিলে।

শ্ৰীকৃষ্ণৰ এনে যুক্তিপূৰ্ণ কথা শুনিও বলৰামৰ মতৰ কোনো সালসলনি নহল। কিন্তু তেওঁৰ সেই উগ্ৰ খং মাৰ গল।

বলৰামে কলে "দুৰ্য্যোধনে কিন্তু বীৰোচিতভাৱেই স্বৰ্গ লাভ কৰিব। ভীমৰ চিৰকালৰ কাৰণে কলঙ্ক বল। পাণ্ডুপুত্ৰই অন্যায়ভাৱে দুৰ্য্যোধনক বধ কৰিছে—লোকে এইবুলি তেওঁৰ এই কুযশ চিৰকাল কব আৰু তেওঁৰ নিন্দাই হৈ থাকিব। মোৰ এই ঠাইত থাকিবলৈ ঘৃণাবোধ হৈছে।" এই বুলি বিৰক্তভাৱে বলৰামে সেই মুহূৰ্ত্ততে দ্বাৰকাৰ ফালে খোজ ললে।

তেতিয়া শ্ৰীকৃষ্ণই যুধিষ্ঠিৰক সুধিলে "যুধিষ্ঠিৰ, আপুনি কি ভাবি এইদৰে নীৰৱে আছে ?

ধৰ্ম্মপুত্ৰই কলে "হে মাধৱ, মাটিত বাগৰি পৰি থকা মৃতপ্ৰায় ভাই দুৰ্য্যোধনৰ গাত ভীমে জাপ্ মাৰি উঠিল আৰু মূৰত পদাঘাত কৰিলে। এই কাৰ্য্যত মই অতিশয় দুঃখিত। আমাৰ বংশ গৌৰৱ নাশ হোৱা মই দেখা পাইছোঁ। কৌৰৱসকলে আমাক বঞ্চিত কৰিছে। বৃকোদৰৰ অন্তৰখন অতিপাত ৰকমে দুখ আৰু খঙে দহি আছিল—সেইটো মই জানো। সেই কাৰণে যুক্তিহীনভাৱে তেওঁক দোষাৰোপ নকৰোঁ। দুৰ্য্যোধনক আমি বধ কৰিলোঁ। তেওঁৰ অতিপাত লোভ আছিল আৰু বোধশক্তি কম আছিল। এতিয়া তাৰ যুক্তি-যুক্ততা বিচাৰ কৰি লাভ নাই; বিশেষতঃ চূড়ান্ত অন্যায়ৰ প্ৰতিশোধ লোৱা কাৰ্য্যৰ সূক্ষ্ম বিচাৰত লাভ কি ?" যুধিষ্ঠিৰে কিন্তু মনত বৰ কষ্ট পাইছিল। সময়ত মানুহে অধৰ্ম্মৰ কাম কৰিও তাত যে কোনো অন্যায়ৰ চেকা থাকিব নোৱাৰে এইকথা প্ৰমাণ কৰিবলৈ নানা প্ৰকাৰ যুক্তি দেখুৱালেও তাত প্ৰকৃত শান্তিৰ থল নাই। মহা বুদ্ধিমান অৰ্জ্জুন মৌন হৈ ৰল। তেওঁ ভীমৰ কাৰ্য্য সমৰ্থন কৰি একো নকলে। বেয়া বুলিও নকলে। কিন্তু ওচৰত থকা আন সকলোৱে দুৰ্য্যোধনৰ দোষবিলাক ফঁহিয়াই ফঁহিয়াই দুৰ্য্যোধনক নিন্দা কৰিলে আৰু দোষাৰোপ কৰি মত প্ৰকাশ কৰিবলৈ ধৰিলে।

শ্ৰীকৃষ্ণই তেওঁলোকৰ ফালে চাই কলে "হে ক্ষত্ৰিয় বীৰসকল, আহত, নিহত, মুমূৰ্ষু আৰু ভূলুণ্ঠিত শত্ৰুৰ নিন্দাবাদ কৰা অনুচিত। মূৰ্খ নিজৰ দোষত নিহত হৈছে। লগৰীয়াহঁতৰ দোষত এওঁৰ মৃত্যু ঘটিছে। এই অৱস্থাত কোনো কথাৰে দোষাৰোপ কৰি থকা অন্যায়। বলা আমি এতিয়া ইয়াৰপৰা যাওঁ।"

ভগ্নপদে আৰু অতিশয় বিষত জৰ্জ্জৰিত হৈ পৰি থকা দুৰ্য্যোধনে শ্ৰীকৃষ্ণৰ কথাবিলাক শুনি খঙতে গুজৰি-গুমৰি দুইহাতেৰে মাটিত হেঁচা মাৰি ধৰি কোনোমতে মূৰটো দাঙি শ্ৰীকৃষ্ণক কবলৈ ধৰিলে "হে নীচ, হে দাসপুত্ৰ! তোমাৰ পিতা বসুদেৱ কংসৰ দাস নাছিল নে ? তুমি ৰজাসকলৰ লগত শাৰী পুৱাবৰ অযোগ্য। নিলাজৰ দৰে তুমি কি কথাবোৰ কৈছা ? মোৰ উৰুভঙ্গ কৰিবলৈ তুমিয়েই ভীমক ইঙ্গিত দিছিলা ? মই আৰু ভীমে সমানভাৱে যুদ্ধ কৰি আছিলোঁ। অৰ্জ্জুনৰ লগত কথা পতাৰ সময়ত তুমি ভীমলৈ চাই উৰু দেখুৱাই দিছিলা। তোমাৰ সেই ইঙ্গিত মোৰ দৃষ্টি সাৰি গৈছিল বুলি ভাবিছা হবলা ? তোমাৰ লাজ বুলি কথা

একো নাই। পিতামহ ভীষ্মদেৱ তোমাৰ ছলনাতে আহত হৈ পৰিছিল। শিখণ্ডীৰ আঁৰ লৈ যুদ্ধ কৰিবলৈ অৰ্জ্জুনক তুমিয়েই বুদ্ধি দিয়া নাছিলা জানো? ধৰ্ম্মপুত্ৰক মিছা কথা কবলৈ শিকাই দি দ্ৰোণক বধ কৰাৰ মূলত তুমিয়েই নহয় জানো? যুধিষ্ঠিৰৰ কথাতে প্ৰত্যয় গৈ দ্ৰোণে ধনু-কাঁড় দলিয়াই পেলালে। কোৰাঁচোন বাৰু এইবোৰৰ কৰ্ত্তা তুমিয়েই নহয় নে? অস্ত্ৰহীন অৱস্থাত ধ্যানমগ্ন আচাৰ্য্যক বধ কৰিবলৈ তোমাৰ ষড়যন্ত্ৰতে পাপী ধৃষ্টদ্যুম্ন আগ বাঢ়ি গল। তুমিতো তেতিয়া বাধা নিদি আনন্দহে প্ৰকাশ কৰিছিলা। অৰ্জ্জুনক বধ কৰিবলৈ কৰ্ণই যিপাত শক্তি অস্ত্ৰ সাঁচি থৈছিল তোমাৰ ছলনাতে সেইপাত অস্ত্ৰৰে ঘটোৎকচক বধ কৰালা। অৰ্জ্জুন সাৰিল। পাপিষ্ঠ, প্ৰায়োপবেশন কৰি থকা অৱস্থাত ভূৰিশ্ৰৱাক তোমাৰ উদগনিতে সাত্যকিয়ে নিষ্ঠুৰভাৱে হত্যা কৰিলে। কৰ্ণই যেতিয়া মাটিত পোত খাই থকা ৰথৰ চকা তুলিবলৈ চেষ্টা কৰিছিল সেই অৱসৰতে তুমি অৰ্জ্জুনক ইঙ্গিত দি কৰ্ণক বধ কৰালা। অযোগ্য পুৰুষ, তুমিয়েই আমাৰ সকলোৰে সৰ্ব্বনাশৰ মূল। সিন্ধুৰাজ জয়দ্ৰথ তোমাৰ ঐন্দ্ৰজালিক ছলনাতে বঞ্চিত হৈ বেলি মাৰ গল বুলি অনুমান কৰি অসাৱধান হোৱা ছেগ চাই অৰ্জ্জুনে তেওঁক অনায়াসে বধ কৰিব পাৰিলে। পৃথিৱীৰ সকলো লোকে এনেবোৰ কাৰ্য্যৰ বাবে তোমাক নিন্দা কৰি থাকিব ঠিক জানিবা।" এইদৰে নিন্দাবাদ কৰি দুৰ্য্যোধন আহত অৱস্থাৰ বিষত আকৌ মাটিত বাগৰি পৰিল।

শ্ৰীকৃষ্ণই কলে "হে গান্ধাৰী পুত্ৰ, তুমি মিছাতে মৰণকালৰ দুখৰ ওপৰত খং তুলি দুখৰ বোজা বঢ়াইছা। তোমাৰ পূৰ্ব্বকৃত পাপ কৰ্ম্মবিলাকেই হে তোমাৰ বিনাশৰ কাৰণ। তোমাৰ পাপতে ভীষ্মদেৱ আৰু দ্ৰোণে প্ৰাণ হেৰুৱালে। সেইদৰে কৰ্ণ আৰু আন আন বীৰসকলেও তোমাৰ পাপৰে ভাগী হৈ মৰণ বৰণ কৰিলে। পাণ্ডু পুত্ৰসকলৰ প্ৰতি তুমি যিবোৰ অমানুষিক অত্যাচাৰ কৰিছিলা সেইবোৰ কথা সোঁৱৰাই দিব লাগিব নেকি? দ্ৰৌপদীৰ অপমানৰ প্ৰায়শ্চিত্ত কোন শাস্তিয়ে পূৰাব পাৰে? তোমাৰ শত্ৰুভাৱ আৰু কু-প্ৰবৃত্তিবিলাকৰ নিমিত্তে যি ফল ভোগ কৰিছা তাৰ কাৰণে আনক দোষাৰোপ কৰা অন্যায়। আমাৰ প্ৰবঞ্চনা প্ৰভৃতি যিবোৰ কথা কৈছা সিও একমাত্ৰ তোমাৰ পাপৰ ফল স্বৰূপেহে ঘটিবলৈ পাইছে। তোমাৰ পাপৰ শাস্তি তুমি ভোগ কৰিছা। সেই শাস্তিয়েই এই যুদ্ধৰ এটা ৰূপ মাত্ৰ। কিন্তু হে বীৰ দুৰ্য্যোধন, তুমি প্ৰকৃত বীৰৰ মৃত্যুকে বৰণ কৰিছা। তুমি ক্ষত্ৰিয়োচিত বীৰৰ দৰে স্বৰ্গলাভ কৰিবা।"

"হে কৃষ্ণ, মই আত্মীয় বন্ধু-বান্ধৱসকলৰ লগতে স্বৰ্গলৈ গতি কৰিম।

কিন্তু তোমালোকে বন্ধু-বান্ধৱৰে সৈতে এতিয়া জগতত সুখ-ভোগ কৰি প্ৰাণ ধাৰণ কৰি থাকা।" এই বুলি অবিচলচিত্ত দুৰ্য্যোধনে কলে। আকৌ তেওঁ কলে "মই বেদ পাঠ কৰিছিলোঁ। বিধিবৎ মই দান কৰিছিলোঁ আৰু সসাগৰা পৃথিৱীৰ ওপৰত আধিপত্য বিস্তাৰ কৰিছিলোঁ। মোৰ জীৱন্ত কালত শত্ৰুক পদতলত ৰাখিছিলোঁ। দেৱতাসকলৰ কাৰণেও দুষ্প্ৰপ্য সুখ মই জীৱনত ভোগ কৰিলোঁ—মানুহৰতো কথাই নাই। এতিয়াও মই বীৰ ক্ষত্ৰিয়ৰ উপযোগী মৃত্যুকে লাভ কৰিছোঁ। স্বৰ্গত মোৰ আগতে যোৱা বন্ধু-বান্ধৱ আৰু আত্মীয়-স্বজনে মোক আগ বঢ়াবলৈ অপেক্ষা কৰি আছে। কাৰ ভাগ্য ভাল—তোমাৰ নে মোৰ? তুমি সংসাৰত পৰি থাকি শোক আৰু দুখ বুটলি থাকিব লাগিব, জয় লাভ হলেও তোমালোকৰ মুখত ছাই পৰিল।" এইদৰে দুৰ্য্যোধনে কোৱাৰ পিচতে আকাশৰপৰা মৃত্যু মুখত পৰি থকা বীৰ যোদ্ধাজনৰ মূৰত পুষ্পবৃষ্টি হবলৈ ধৰিলে, গন্ধৰ্ব্ব-সকলে সঙ্গীত গালে, আকাশে উজ্জ্বল বৰণ ধৰিলে। বাসুদেব আৰু পাণ্ডৱসকল ম্ৰিয়মান হৈ ৰল।

তেতিয়া শ্ৰীকৃষ্ণই কলে "দুৰ্য্যোধনৰ কথাবিলাক তেনেই সঁচা। বঞ্চনাৰ আশ্ৰয় নললে তোমালোকে তেওঁক জয় কৰিব নোৱাৰিলাহেঁতেন। এই দুৰ্ম্মতি যুদ্ধত অপৰাজেয়।"

## অশ্বত্থামা

দুৰ্য্যোধন-বধৰ আদ্যোপান্ত বাতৰিটো পাই অশ্বত্থামা জোৱাৰৰ সময়ত সাগৰ ওফন্দি উঠাদি খঙে-বিষে ওফন্দি উঠিল। ছলনাত পৰি পিতা দ্ৰোণাচাৰ্য্য নিহত হল, অন্যায় আৰু দ্বন্দ্ব যুদ্ধৰ নীতি বিগৰ্হিত যুদ্ধত দুৰ্য্যোধনৰ পতন হল, এইদৰে ভাবি-চিন্তি অশ্বত্থামা বেজাৰ মনেৰে দুৰ্য্যো-ধনৰ ওচৰলৈ গল। কাষত থিয় দি অশ্বত্থামাই শপত খাই কলে "আজি ৰাতিৰ ভিতৰতে মই পাণ্ডৱসকলক বিনাশ কৰিম।"

অশ্বত্থামাৰ প্ৰতিজ্ঞা শুনি দুৰ্য্যোধনে বৰ আনন্দ পালে। তেতিয়া ওচৰত থকা কুৰুসৈন্যসকলক আহ্বান কৰি দুৰ্য্যোধনে অশ্বত্থামাক সেনাপতি পদত বৰণ কৰিলে। ইয়াৰ পিচতহে দুৰ্য্যোধনে অশ্বত্থামাক কলে "হে গুৰুপুত্ৰ, আপোনাৰ ওপৰতে মোৰ ভৰসা।"

তেতিয়া সূৰ্য্যাস্ত হল। আন্ধাৰে যোপ মাৰি ধৰা এখন হাবিৰ এজোপা আঁহত গছৰ তলত কৃপাচাৰ্য্য, কৃতবৰ্ম্মা আৰু অশ্বত্থামা লুকাই বিশ্ৰাম কৰি আছিল। বেলি মাৰ যোৱাৰ পিচত ভাগৰ পলাবলৈ তাতে দীঘল দিয়াত কৃপ আৰু কৃতবৰ্ম্মাৰ সেই অৱস্থাতে মাটিতে টোপনি গল। অশ্বত্থামাৰ চকুত কিন্তু টোপনি নাহিল। তেওঁৰ অন্তৰ খং আৰু হিংসাৰ জুইত দহি-পুৰি আছিল। মাজৰাতি বনৰীয়া জীৱজন্তুৰ কোলাহল শুনি তেওঁ চিন্তা কৰিবলৈ ধৰিলে কি উপায়ে তেওঁৰ প্ৰতিজ্ঞা ৰক্ষা কৰিব।

সেই আঁহত গছজোপাৰ ওপৰত কেইটামান কাউৰীয়ে ৰাতি জিৰণি লৈছিল। এটা ডাঙৰ ফেঁচা আহি শুই থকা অৱস্থাতে কাউৰী কেইটাক এটা এটাকৈ মাৰি পেলালে। অশ্বত্থামাৰ চকুত সেই দৃশ্যটো পৰাত তেওঁৰ মনতো এটা ফন্দী জাগি উঠিল। "এই ডাঙৰ চৰাইটোৱে কাউৰীকেইটাক এইদৰে হত্যা কৰাৰ নিচিনাকৈয়ে ময়ো এই পাপিষ্ঠ পাণ্ডৱহঁতক পিতৃঘাতক পাঞ্চাল আৰু তেওঁৰ আত্মীয়-কুটুম্ব সকলোকে ৰাতি এন্ধাৰে মুধাৰে তেওঁ-লোকৰ ছাউনীত সোমাই আটাইকেইজনকে হত্যা কৰিম আৰু পাণ্ডৱসকলৰ এই অন্যায় যুদ্ধৰ প্ৰতিশোধ লৈ সুনাম অৰ্জন কৰিম। আজি এই চৰাইটোৰ কাৰ্য্যৰপৰা যি হওক এই শিক্ষাটো পালোঁ। অৱস্থা বুজি ব্যৱস্থা কৰিলে নিশ্চয় একো অন্যায় নহ'ব। শাস্ত্ৰতো উল্লেখ আছে যে শত্ৰুৰ অৱসাদ অৱস্থাতো বা দুৰ্ব্বল হলেও তেওঁলোকক আক্ৰমণ কৰি আঘাত কৰিব পাৰে। আমি এতিয়া দুৰ্ব্বল। ৰাতিৰ এন্ধাৰত শত্ৰুক আক্ৰমণ কৰাত কোনো দোষ নহয়। এনে কৰিলেই অন্যায় যুদ্ধ বিজেতা পাণ্ডৱসকলক জয় কৰিব পাৰিম।"

ইয়াকে স্থিৰ কৰি অশ্বত্থামাই কৃপক টোপনিৰপৰা জগাই লৈ তেওঁৰ সঙ্কল্পৰ কথা প্ৰকাশ কৰি কলে। কৃপই সেইকথা শুনি ক'লে "এনে কাম কৰা নিতান্ত অন্যায় হ'ব। এনেভাবে কাম কৰিলে সংসাৰে নিন্দা কৰিব। যাৰ কাৰণে আমি যুদ্ধত যোগদান কৰিছোঁহি সেই ৰজা আজি নাই। আমাৰ কৰ্ত্তব্য আমি যথাৰীতি পালন কৰিলোঁহঁক। লোভী আৰু মূৰ্খ দুৰ্য্যোধনৰ কাৰণেই যুদ্ধ কৰি আছিলোঁ। আমি পৰাজিত হলোঁ। এতিয়া আৰু তোমাৰ সঙ্কল্পই একো কাম নিদিয়ে। ব'লা এতিয়া, ধৃতৰাষ্ট্ৰ আৰু তেওঁৰ নিষ্পাপা ৰাণী গান্ধাৰীৰ ওচৰলৈ গৈ পৰামৰ্শ কৰোঁ। তেওঁলোকৰ উপদেশ মতে কাম কৰা ভাল হ'ব। মহাবুদ্ধিমান বিদুৰৰ পৰামৰ্শ লওঁহঁক। তেওঁলোকে আমাক যথোচিত পৰামৰ্শকে দিব আৰু সেইমতে কাম কৰাটোৱে উচিত হ'ব।"

সেই কথা শুনি অশ্বত্থামাৰ খং বাঢ়িহে উঠিল। তেওঁ কলে "সংসাৰত সকলোৱে নিজৰ নিজৰ বুদ্ধি বিবেচনাকে ঠিক হৈছে বুলি ভাবে। এই পাণ্ডৱসকলে দুৰ্য্যোধন আদি বীৰসকলক আৰু মোৰ পিতৃদেৱক দুৰ্ঘোৰ অন্যায় উপায়েৰে বধ কৰিলে। তাৰে পোতক তুলিবলৈ মোৰ সঙ্কল্পমতে কাম কৰাটো উচিত বুলি ভাবোঁ। এনে কৰিলেই পিতাৰ প্ৰতি পুত্ৰৰ কৰ্ত্তব্য সম্পাদন কৰা হব এয়ে মোৰ স্থিৰ সিদ্ধান্ত। আজি ৰাতিতে এন্ধাৰৰ আশ্ৰয় লৈ পাণ্ডৱৰ ছাউনীত সোমাই কৱচহীন অৱস্থাত ধৃষ্টদ্যুম্ন আৰু পাণ্ডৱসকলক বধ কৰিম।"

অশ্বত্থামাই কলে "আপুনি কয় কি? এই পাণ্ডৱসকলে ইতিপূৰ্ব্বে কৰি অহা কামবিলাক কঁহিয়াই চাওকচোন। অস্ত্ৰহীন যোগমগ্ন অৱস্থতা ধৃষ্টদ্যুম্নই পিতৃদেৱক নিষ্ঠুৰভাৱে হত্যা কৰিলে। তেওঁলোকে ধৰ্ম্মৰ সীমা চেৰাই গৈছে। ধৰ্ম্ম আৰু থাকিল ক'ত? মাটিত পোত গৈ থকা ৰথৰ চকা তুলিবলৈ চেষ্টা কৰি থকা অৱস্থাত কৰ্ণক অধৰ্ম্ম নীতিৰে অৰ্জ্জুনে বধ কৰিলে। ভীমে দুৰ্য্যোধনক নাভিৰ তল খণ্ডত আঘাত কৰিলে। ধৰ্ম্মৰ আৰু ঠাই ক'ত? পাণ্ডৱসকলে ধৰ্ম্মৰ পাৰ ভাঙি দিলে। অধৰ্ম্মী এই হীন পাণ্ডৱসকলৰ বিষয়ে ধৰ্ম্মৰ কথা কোৱা নিৰৰ্থক। পিতৃহন্তা এই পাঞ্চালক শুই থকা অৱস্থাতে বধ কৰি পৰজন্মত কীট পতঙ্গৰ জন্ম লবলৈকো সন্মত আছোঁ।" এইদৰে অশ্বত্থামাই দৃঢ়সঙ্কল্প লৈ ৰথত উঠি শত্ৰুৰ ছাউনীৰ ফালে উচাৎ মাৰি গুচি গ'ল।

কৃপ আৰু কৃতবৰ্ম্মাই লৰালৰিকৈ উঠি পিচ লৈ ক'বলৈ ধৰিলে "হে অশ্বত্থামা, কি কৰিবলৈ ওলাইছা? তুমি অকলশৰে যাব পাৰিবা জানো? ৰ'বাঁ, তোমাৰ লগত আমিও গৈছোঁ। যি হল হ'ল, তোমাৰ পাপৰ ভাগী আমি হ'ম বাৰু।" এই বুলি তেওঁলোকো অশ্বত্থামাৰ পিছ ললে। এইদৰেই পাপবুদ্ধি বাঢ়ে। এটা অপকৰ্ম্মই আন এটা অপকৰ্ম্ম কৰায় এইদৰে সি বাঢ়ি গৈ থাকে। প্ৰধানতঃ প্ৰতিহিংসাতে অধৰ্ম্ম বাঢ়ে।

তিনিওজন ধৃষ্টদ্যুম্নৰ ছাউনীত সোমালগৈ। কৱচবিহীন হৈ ধৃষ্টদ্যুম্ন নিশ্চিন্তমনে টোপনিত অসাৰ ভাবে শুই আছিল। অশ্বত্থামাই চকুৰ পঁচাৰতে তেওঁৰ ওপৰত জপিয়াই পৰি তেওঁক নিষ্ঠুৰভাৱে হত্যা কৰিলে। এই দৰে ৰাতি আন্ধাৰত গা ঢাকি তেওঁ আন আন পাঞ্চাল বীৰসকলক আৰু দ্ৰৌপদীৰ পাঁচোটা লৰা হত্যা কৰি শেষ কৰিলে। ক্ষত্ৰিয়ৰ কাৰণে কল্পনা অগোচৰ আৰু কেতিয়াও নোহোৱা নোপোজা এনে নিষ্ঠুৰ কাম শেষ কৰি

তেওঁলোকে ছাউনীত জুই লগাই দিলে। জুই লগা গম পাই তাত শুই থকা সৈন্য সামন্তবিলাকে কোনো ৰকমে ছাউনীৰ বাহিৰ ওলাই যেনি তেনি কঁৰিং চিটিকা দিবলৈ ধৰিলে। গছৰ চৰাইবিলাকৰ দৰে পলাই যোৱা সৈন্য সামন্তবিলাকৰো যাকে যতে পালে অশ্বত্থামাই খেদি গৈ হত্যা কৰিলে। দ্ৰোণাচাৰ্য্যৰ পুত্ৰই হুঙ্কাৰ দি কবলৈ ধৰিলে আমি আমাৰ কৰ্ত্তব্য কৰিলোঁ। মোৰ পিতৃঋণ পৰিশোধ হ'ল। বলা এতিয়া আমি ৰং মনেৰে দুৰ্য্যোধনৰ কাষলৈ যাওঁ। তেওঁক জীৱন্ত অৱস্থাত পালেগৈ তেওঁৰ আগত এই বাতৰি প্ৰকাশ কৰি তেওঁৰ তৃপ্তি সাধন কৰিম।" এই বুলি তিনিও বীৰ দুৰ্য্যোধনৰ কাষলৈ গুচি গ'ল।

## প্ৰতিশোধ

দুৰ্য্যোধনৰ কাষ চাপি গৈ অশ্বত্থামাই কলে "দুৰ্য্যোধন, আপুনি জীয়াই আছে যদি আমাৰ কথা শুনক, আনন্দ পাব আৰু প্ৰাণ শীতল পৰিব। পাঞ্চালসকলক বধ কৰি আহিলোঁ। পাণ্ডৱকুমাৰ আটাইকেইটাকে শেষ কৰিলোঁ। ছাউনীত শুই থকা প্ৰায়বিলাকক মাৰি অন্ত কৰিলোঁ। পাণ্ডৱপক্ষত কেৱল সাতজন প্ৰাণী জীয়াই আছেগৈ। আমাৰ পক্ষত মই, কৃতবৰ্ম্মা আৰু কৃপ জীয়াই থাকিলোঁ।"

দুৰ্য্যোধনে লাহে লাহে মাত দি ক'লে "হে অশ্বত্থামা, পিতামহ ভীষ্মদেৱ আৰু কৰ্ণৰ অসাধ্য কাম আপুনি সাধন কৰিলে। মই বৰ আনন্দ পালোঁ আৰু সেই আনন্দতে মোৰ মৃত্যু" এই বুলি কৈ দুৰ্য্যোধনে আনন্দ মনেৰে প্ৰাণত্যাগ কৰিলে।

ৰাতি অতৰ্কিতে অভাৱনীয়ভাৱে আক্ৰান্ত হোৱাৰ ফলত নিজৰ ফলীয়া সকলো সৈন্য নিহত হোৱা দেখি যুধিষ্ঠিৰে বৰ ব্যাকুল হৈ ক'বলৈ ধৰিলে "আমাৰ বিজয় লাভৰ ঠিক পিচতো আমি পৰাজিত হবলগীয়া হ'ল আৰু পৰাজিত হোৱা সকল বিজয়ী হ'ল। মহাশূৰ কৰ্ণৰ হাতৰপৰা দ্ৰৌপদীৰ পুত্ৰসকল ৰক্ষা পৰিল যদিও আজি আমাৰ অসাৱধানতাৰ ফলত তেওঁলোক পোক পৰুৱাৰ দৰে মৰা পৰিল। মহাসমুদ্ৰ পাৰ হৈ আহিও বণিজৰ নাওখন সাধাৰণ এটা ভোঙৰ পানীতে বুৰিল। আমিও সেই অৱস্থাতে পৰিলোঁ।"

পুত্ৰহীনা দ্ৰৌপদী পুত্ৰ-বিৰহৰ জুইত দগ্ধ হবলৈ ধৰিলে। "পাপী অশ্বত্থামাক বধিবলৈ কেও নাইকিয়া হল নেকি ?" এই বুলি দ্ৰৌপদীয়ে যুধিষ্ঠিৰৰ আগত বিলাপ কৰিবলৈ ধৰিলে।

দ্ৰৌপদীৰ কাতৰ বিলাপ শুনি পাণ্ডৱসকলে সহি থাকিব নোৱাৰি সেই মুহূৰ্ত্ততে অশ্বত্থামাক বিচাৰি খেদি গ'ল। নানান ঠাইত অনুসন্ধান কৰি গৈ শেষত তেওঁলোকে গঙ্গা নদীৰ পাৰত ব্যাসদেৱৰ আশ্ৰয় লৈ অশ্বত্থামাক লুকাই থকা অৱস্থাত দেখা পালে। পাণ্ডৱসকল আৰু শ্ৰীকৃষ্ণক দেখা পাই অশ্বত্থামাই মাটিৰপৰা এপাত কুশ বুটলি লৈ "ইয়াৰেই পাণ্ডৱ বংশ নিৰ্ম্মূল হওক" বুলি কুশপাত মন্ত্ৰপুত কৰি অস্ত্ৰৰ দৰে মাৰি পঠিয়ালে। সেই কুশপাত গৈ তেতিয়াই উত্তৰাৰ গৰ্ভত প্ৰৱেশ কৰিলে। সেই মন্ত্ৰপুত অস্ত্ৰতে পাণ্ডৱ কুল ধ্বংস হ'লহেঁতেন কিন্তু শ্ৰীকৃষ্ণৰ অনুগ্ৰহত উত্তৰাৰ গৰ্ভজাত সেই শিশুটিয়েই জগতত পৰীক্ষিত নাম লৈ পাণ্ডৱ বংশ ৰক্ষা কৰিলে। যুধিষ্ঠিৰ সহিতে পাণ্ডৱসকল যেতিয়া বনবাসলৈ যায় তেতিয়া এই পৰীক্ষিতৰ হাততে ৰাজ্যভাৰ অৰ্পণ কৰি যায়।

ইয়াৰ পিচত অশ্বত্থামাই তেওঁৰ পৰাজয়ৰ চিন স্বৰূপে তেওঁৰ শিৰৰ মণিটো ভীমৰ হাতত অৰ্পণ কৰি বনলৈ গুচি গ'ল। সেই মণিটো ভীমে দ্ৰৌপদীৰ হাতত তুলি দি ক'লে "কল্যাণি, তোমালৈ এই মণিটো লৈ আহিছোঁ। তোমাৰ পুত্ৰহন্তা পৰাজিত হৈছে। দুৰ্য্যোধনে প্ৰাণত্যাগ কৰিলে। দুঃশাসনৰ ৰক্ত মই পাণ কৰিলোঁ। মোৰ ঋণ পৰিশোধ হ'ল।" দ্ৰৌপদীয়ে সেই মণি যুধিষ্ঠিৰৰ হাতত সঁপি দি নতশিৰে জনালে হে ধৰ্ম্মপুত্ৰ, এই মণি আপোনাৰ দৰে নিষ্পাপ, নিষ্কলঙ্ক ৰজাৰ শিৰৰ ভূষণ হৈ থকাহে উপযুক্ত।"

## কোনে সান্ত্বনা দিব ?

যুদ্ধৰ অন্তত হস্তিনাপুৰৰ ঘৰে ঘৰে তিৰুতা আৰু লৰা-ছোৱালীৰ আপোনজন হেৰুৱাই কান্দোনৰ ৰোল উঠিল। শোকত বিয়াকুল হৈ পৰা হাজাৰে হাজাৰে তিৰুতা লগত লৈ ধৃতৰাষ্ট্ৰ যুদ্ধক্ষেত্ৰ পালেগৈ। যুদ্ধখনৰ লীলাভূমি সেই ভীষণাকাৰ কুৰুক্ষেত্ৰত অন্ধ মহাৰাজে এখোজ দুখোজ কৈ

খোজ কাঢ়ি ঘূৰি ফুৰি সকলো বৃত্তান্ত মনত পেলাই বিলাপ কৰিবলৈ ধৰিলে। কিন্তু বিলাপ কৰি আৰু ফল কি ?

ধৃতৰাষ্ট্ৰৰ আগত সঞ্জয়ে কলে "শোকগ্ৰস্ত মানুহক শান্তিৰ কথা কলে তেওঁৰ শোক নাতবে বা লাঘব নহয়। বহু হাজাৰ ৰজাই আপোনাৰ পুতেকৰ কাৰণেই যুদ্ধত প্ৰাণত্যাগ কৰিলে। এতিয়া তেওঁলোকৰ আৰু আন আন মৃতকসকলৰ আত্মাৰ সদ্‌গতিৰ কাৰণে সৎকাৰৰ দিহা কৰা উচিত।'

বিদুৰো আহি ধৃতৰাষ্ট্ৰৰ শোক পাতলাবলৈ চেষ্টা কৰি কলে "মহাৰাজ, যুদ্ধত মৃত লোকসকলৰ কাৰণে শোক কৰা অনুচিত। যিসকল নিহত হল তেওঁলোকৰ লগত এতিয়া ভ্ৰাতৃত্ব বন্ধুত্ব আদি পৰস্পৰৰ সম্বন্ধ ছিগি গৈছে। বৰ্ত্তমানে আপোনাৰ পুত্ৰসকলৰ লগত আপোনাৰ আৰু কোনো সম্পৰ্ক নাই। শাৰীৰিক সম্বন্ধটো মৃত্যুৰ লগে লগে শেষ হল। জীৱসকলে অনন্তৰপৰা এই পৃথিৱীতে জন্ম গ্ৰহণ কৰি আকৌ ঘূৰি অনন্তলৈকে গতি কৰে। গতিকে মৃতসকলৰ কাৰণে অনাহকত শোক কৰি থকা অনুচিত। যিসকল বীৰ পুৰুষে যুদ্ধত প্ৰাণত্যাগ কৰিলে সেইসকল এতিয়া ইন্দ্ৰৰ অতিথি ৰূপে স্বৰ্গত বিৰাজ কৰিছেগৈ। অতীতৰ কাৰণে অনুশোচনা কৰি ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ একোকে লাভ কৰিব নোৱাৰি।" এইদৰে বিদুৰে ধৃতৰাষ্ট্ৰক আন আন ভালেমান তত্ত্ব কথাৰে উপদেশ দি শোক পাতলাবলৈ চেষ্টা কৰিলে।

ব্যাসদেৱো ধৃতৰাষ্ট্ৰৰ ওচৰলৈ আহি চেনেহৰ মাত দি কলে "প্ৰিয় বৎস, তুমি সকলো কথা ভালকৈ জানা। তোমাক প্ৰবোধ দিবলৈ একো নাই। প্ৰাণীমাত্ৰৰে জীৱনটো অনিত্য এইটো কথা জানাই। ভূ-ভাৰ লাঘৱ কৰিবলৈকে এইখন যুদ্ধৰ অৱতাৰণা। সাক্ষাত মহা বিষ্ণুৱে এই সম্বন্ধে যি কৈছে সেইটো মই শুনিছোঁ। সেই কাৰণে এই যুদ্ধ বন্ধ কৰিবলৈ কোনো সক্ষম নহল। এতিয়া যুধিষ্ঠিৰেই তোমাৰ পুত্ৰ।, তেওঁকে পুত্ৰৰ দৰে চেনেহ কৰি প্ৰাণ ধাৰণ কৰি থাকা। শোক নকৰিবা।"

তাৰ পিচত যুধিষ্ঠিৰ উপস্থিত হলগৈ। তেওঁ বিলাপ কৰি থকা তিৰুতা-সকল এৰাই গৈ ধৃতৰাষ্ট্ৰক সেৱা জনাই থিয় হৈ ৰ'ল। শোকসন্তপ্ত ধৃত-ৰাষ্ট্ৰই যুধিষ্ঠিৰক দেখা পাই আকোঁৱালি ধৰিলে। কিন্তু তেওঁৰ সেই আলি-ঙ্গনৰ ভিতৰত মৰমৰ লেশমাত্ৰও নাছিল।

তাৰ পিচত ভীমসেনক তেওঁৰ ওচৰলৈ অহা কথা শুনি ধৃতৰাষ্ট্ৰই মাত লগালে "আহা বাছা।" কিন্তু বাসুদেৱৰ ইঙ্গিত পাই ভীম আগবাঢ়ি নগ'ল। বাসুদেৱে তাৰ ঠাইত এটা লোহাৰে গঢ়া ভীমৰ মূৰ্ত্তি চকুৰ

পচাৰতে সংগ্ৰহ কৰি অন্ধ ধৃতৰাষ্ট্ৰৰ মুখৰ আগত থিয় কৰি দিয়া হ'ল। ভীমলৈ ধৃতৰাষ্ট্ৰৰ ভয়ানক খং উঠি থকা বুলি জানি শ্ৰীকৃষ্ণই তাৰ ব্যৱস্থা আগতে কৰি থৈছিল। লোহাৰ ভীমকে আচল ভীম বুলি অনুমান কৰি ধৃতৰাষ্ট্ৰই সেই মূৰ্ত্তিটো আঁকোৱালি ধৰি 'এই ভীমেই মোৰ পুত্ৰহন্তা' বুলি মনতে চিন্তা কৰি চেপা মাৰি ধৰি ভাঙি ঠান ঠান কৰি পেলালে।

ধৃতৰাষ্ট্ৰই তেতিয়া ভীম সঁচাসঁচিকৈ গুৰি হৈ গ'ল বুলি বিলাপ কৰিবলৈ ধৰিলে "হায়! হায়! মই খঙত বিতাৰিত হৈ আজি এনে ধৰণৰ অনৰ্থক কাম এটা কৰি পেলাবলৈ প্ৰবৃত্ত হলোঁ। উঃ ভীমসেন নিহত হ'ল!"

তেতিয়া শ্ৰীকৃষ্ণই অন্ধৰাজক কলে "মহাৰাজ, আপোনাৰ খঙে যে সময়ত আপোনাক বঞ্চনা কৰিব সেই কথা জানিয়েই মই তাৰ যথাযথ ব্যৱস্থা কৰি থৈছিলোঁ। আপুনি ভীম বুলি যি বস্তু গুৰি কৰিলে সেইটো এটা লোহাৰ মূৰ্ত্তিহে, আচল ভীম নহয়। ভীমসেন এতিয়াও জীৱিত আছে চিন্তা নকৰিব।"

এই কথা শুনি খং মাৰ যোৱাত বৃদ্ধ অন্ধৰাজে পাঁচপাণ্ডৱক আশীৰ্ব্বাদ কৰিলে। তেতিয়া সকলোটিয়ে ধৃতৰাষ্ট্ৰৰ অনুমতি লৈ গান্ধাৰীৰ কাষলৈ গ'ল।

ব্যাসদেৱ ইতিপূৰ্ব্বে গান্ধাৰীৰ ওচৰতে বহি তেওঁক কৈ আছিল "আই, গান্ধাৰী, পাণ্ডৱসকলৰ ওপৰত অযথা ৰোষ নকৰিবা। যুদ্ধৰ পূৰ্ব্বেই তুমি দেখোন কৈছিলা যে "যতো ধৰ্ম্মস্ততো জয়ঃ"। পৰিণামতো সেয়েহে ঘটিল। হৈ যোৱা কথাত শোক বা খং কৰা অনুচিত। তোমাৰ সহজাত ক্ষমাগুণ আৰু সত্যগুণ এতিয়া কাৰ্য্যৰ মাজেদি প্ৰকাশ কৰা।"

গান্ধাৰীয়ে কলে, "প্ৰভু, পাণ্ডৱসকলক দেখি মোৰ অন্তৰত প্ৰতিহিংসাৰ ভাব হোৱা নাই। কিন্তু পুত্ৰশোকত যে মই অধীৰ হৈ পৰিছোঁ সেইটো স্বীকাৰ কৰোঁ। পাণ্ডৱসকলো মোৰেই পুত্ৰ। মই জানো—দুঃশাসন আৰু শকুনি এই দুয়ো হল বংশনাশৰ মূলত। অৰ্জ্জুন আৰু ভীম নিৰ-পৰাধ। কেৱল মাত্ৰ অহঙ্কাৰৰপৰাই এই যুদ্ধ ঘটিবলৈ পালে। মোৰ লৰাইঁত নিহত হোৱাটো উচিত কথাই হৈছে। সেইকথা লৈ আৰু মই আলোচনা কৰিব নোখোজোঁ। কিন্তু বাসুদেৱৰ সাক্ষাততে ভীমে দুৰ্য্যোধনক যুদ্ধলৈ আহ্বান কৰিলে। দুৰ্য্যোধন ভীমতকৈ গদাযুদ্ধত বেছি পাকৈত বুলিয়েই ভীমে অন্যায় কৰি দুৰ্য্যোধনৰ নাভিৰ তলখণ্ডত আঘাত কৰিলে সেইটো কথা মই সহিবলৈ টান পাইছোঁ।

সেইকথা ভীমৰ কাণত পৰাত ভীমসেনে কাষ চাপি গৈ কলে "আই, মই মোৰ প্ৰাণৰক্ষাৰ নিমিত্তেই তেনে কৰিবলৈ বাধ্য হলোঁ। ধৰ্ম্মই হওক বা অধৰ্ম্মই হওক আপুনি মোক ক্ষমা কৰক। আপোনাৰ পুত্ৰক গদা যুদ্ধত কোনেও পৰাজিত কৰিব নোৱাৰিলেহেঁতেন। সেই কাৰণেই মই অন্যায়ৰ আশ্ৰয় লৈ তেওঁক বধ কৰিলোঁ। কিন্তু তেওঁ যুধিষ্ঠিৰক চক্ৰান্তমূলক পাশাখেললৈ মাতি আনি ৰাজ্যৰপৰা বঞ্চিত কৰিলে। তাত বাজেও আমি দুৰ্য্যোধনৰ হাতত বহুবাৰ লজ্জিত হৈছোঁ। অন্যায়ভাৱে ৰাজ্য কাঢ়ি লৈ তাক ওলটাই দিবলৈ দুৰ্য্যোধনে কোনো পথ্যেই মান্তি নহ'ল। পতি-ব্ৰতা দ্ৰৌপদীক আপোনাৰ পুত্ৰসকলে কেনে ঘিণলগা ব্যৱহাৰ কৰিছিল সেই কথা ভাবি চাওকচোন। সেই সময়ত আপোনাৰ পুত্ৰসকলক বধ কৰাহলে অধৰ্ম্মৰ কাম বুলি নাভাবিলেহেঁতেন। আমি একমাত্ৰ ধৰ্ম্মপুত্ৰৰ প্ৰতিজ্ঞালৈ লক্ষ্য কৰি সেই সময়ত খং দমন কৰি সহি থাকিলোঁ। যুদ্ধত আমাৰ ওপৰত কৰি অহা অত্যাচাৰৰ পোতক তুলিলোঁ মাত্ৰ। আই, আমাক ক্ষমা কৰক। আপুনি আৰু শোক নকৰিব।"

গান্ধাৰীয়ে কলে "বাছা, মোৰ এশটা লৰাৰ ভিতৰত এটিমান লৰা জীয়াই ৰাখি বাকী সকলোকে বধ কৰা হলে সেয়ে মোৰ লাই খুটা হৈ থাকিলহেঁতেন। ধৰ্ম্মপুত্ৰ কলৈ গ'ল ? তেওঁক মোৰ ওচৰলৈ মাতাচোন।"

গান্ধাৰীৰ আহ্বান শুনি যুধিষ্ঠিৰে কম্পিত হাতেৰে কৃতাঞ্জলি কৰি ওৰণিৰে মুখ ঢাকি বহি থকা গান্ধাৰীৰ কাষ চাপি কলে "আই মাতৃ, আপোনাৰ পুত্ৰহন্তা নিষ্ঠুৰ যুধিষ্ঠিৰে আপোনাৰ মুখৰ আগতে থিয় দিছেহি। ময়ে আপোনাৰ অভিসম্পাতৰ যোগ্য। মোকে অভিশাপ দিয়ক। ময়ে সকলো অন্যায়ৰ মূল। মোৰ আৰু প্ৰাণ ধাৰণ বা ৰাজ্য লাভ কৰাত কোনো সফল নাই।" এই বুলি যুধিষ্ঠিৰে গান্ধাৰীৰ ভৰিত পৰি সেৱা কৰিলে।

গান্ধাৰীয়ে এটা দীঘলকৈ হুমুনিয়াহ কাঢ়িলে মাত্ৰ, মুখেৰে একো মাতিব নোৱাৰিলে। যুধিষ্ঠিৰৰ ফালে দৃষ্টিপাত কৰিলেই জানোঁৱা যুধিষ্ঠিৰ ভস্মীভূত হয় এই আশঙ্কাত গান্ধাৰীয়ে আনফালে মুখ ঘূৰাই মৌন হৈ ৰ'ল। পুৰাণ ৰচোঁতাই উল্লেখ কৰিছে যে কেনেবাকৈ গান্ধাৰীৰ কটাক্ষ দৃষ্টি যুধিষ্ঠিৰৰ ভৰিৰ আঙুলি কেইটাত পৰা মাত্ৰকে আঙুলিকেইটা আধাপোৰাৰ দৰে বিকৃত হৈ গ'ল।

দুখে বেজাৰে ক'লা ম'লা পৰি থকা গান্ধাৰীৰ মুখখনৰ ভয়াবহ মূৰ্ত্তিটো দেখি ভয়ত অৰ্জ্জুনে ব্যাসদেৱৰ আঁৰত কোচমোচ খাই বহি থাকিল।

পিচত মহা জ্ঞানৱতী আৰু পুণ্যৱতী গান্ধাৰীয়ে তেওঁৰ শোক দমন কৰি পাঁচপাণ্ডৱক আশীৰ্ব্বাদ দি কুন্তীদেবীৰ ওচৰলৈ যাবলৈ উপদেশ দিলে।

তাৰ পাচত গান্ধাৰীয়ে পুত্ৰশোকাতুৰা দ্ৰৌপদীলৈ চাই কলে "আই, শোক নকৰিবা, তোমাক আৰু মোক আজি কোনে ৰক্ষা কৰিব পাৰে, সান্ত্বনাই বা দিবলৈ সাধ্য আছে কাৰ? মোৰ অপৰাধতে আজি বংশনাশ হবলৈ পালে।"

## যুধিষ্ঠিৰৰ বিলাপ

যুদ্ধত স্বৰ্গী হোৱা বীৰসকলৰ আত্মাৰ তৃপ্তিৰ কাৰণে তিল-তৰ্পণ কৰি পাণ্ডৱসকলে গঙ্গাৰ পাৰতে এটা মাহ বাস কৰিবলৈ ললে।

এদিন নাৰদ মুনি আহি কলেহি "ধৰ্ম্মপুত্ৰ, শ্ৰীকৃষ্ণৰ আশীৰ্ব্বাদত, অৰ্জ্জুনৰ শক্তিৰ প্ৰভাৱত আৰু তোমাৰ ধৰ্ম্মবলত তোমালোকে জয় লাভ কৰিলা। গোটেই ৰাজ্য এতিয়া তোমাৰ অধীন। তাত তুমি সন্তুষ্ট হৈছা নে নাই?"

ধৰ্ম্মপুত্ৰই উত্তৰ দিলে "মহৰ্ষি, পৃথিৱীখনেই মোৰ অধীনলৈ আহিছে সঁচা, কিন্তু মোৰ যে আত্মীয়-স্বজন সকলোৱেই মৃত্যুবৰণ কৰিলে। মৰমৰ কুমাৰসকলক যুদ্ধক্ষেত্ৰত বলি দিলোঁ। এনে বিজয় মোৰ মানত পৰাজয়হে হৈছে। মুনিবৰ, অচল নিষ্ঠা, কল্পনাতীত অদ্ভুত সামৰ্থ্য যাৰ আছিল সেই অগ্ৰজ কৰ্ণকে আমি শত্ৰু জ্ঞান কৰি বধ কৰিলোঁ। ৰাজ্যৰ লোভত পৰি এনে মহাপাপত লিপ্ত হলোঁ। তেওঁ কিন্তু মাতৃৰ ওচৰত যি প্ৰতিজ্ঞা কৰিছিল সেই অনুযায়ী আমাক বধ নকৰি আমাক জীৱন দান দি গ'ল। আমি ৰাজ্যলোভত হীন ভাবাপন্ন হৈয়েই সেই গৰাকী জ্যেষ্ঠভাইৰ প্ৰাণ বধ কৰিলোঁ। সেইকথা লৈ অনুতাপানলত মোৰ অন্তৰ দহি আছে। কৰ্ণৰ পাচু দুখনি মাতৃ কুন্তীদেবীৰ পাও দুখনিৰ দৰেই আছিল। সভাত আমাক অপমান কৰোঁতে তেওঁৰ পাও দুখনিত চকু পৰা মাত্ৰে মোৰ খং মৰি গল—এই কথা আজিও মনত পৰাত বিশেষ শোকাৰ্ত্ত হৈছোঁ।

এই বুলি কৈ যুধিষ্ঠিৰে হুমুনিয়াহ কাঢ়ি অতি শোকাকুল হৈ পৰিল। তাৰ পিচত মহৰ্ষি নাৰদে কৰ্ণৰ জীৱন বৃত্তান্ত আৰু তেওঁ যি যি কথাৰ

কাৰণে শাপগ্ৰস্ত হৈছিল সেইবোৰ বৰ্ণনা কৰিবলৈ ধৰিলে। মহৰ্ষিয়ে কৈ গ'ল —

"অৰ্জ্জুন তেওঁতকৈ বেছি দক্ষ আৰু ধনুৰ্বিদ্যা-বিশাৰদ বুলি গম পাই কৰ্ণই দ্ৰোণৰ ওচৰত ব্ৰহ্মাস্ত্ৰ বিদ্যা লাভৰ কাৰণে প্ৰাৰ্থনা কৰিছিল। দ্ৰোণে সেই কথাত অমান্তি হৈ কৈছিল নিষ্ঠাবান ব্ৰাহ্মণ নতুবা মহাতপস্বী বিশুদ্ধ ক্ষত্ৰিয়হে এই বিদ্যা লাভৰ যোগ্য। সেইকথাত কৰ্ণই তেতিয়াই মহেন্দ্ৰ পৰ্ব্বতলৈ গৈ পৰশুৰামৰ আগত ব্ৰাহ্মণ বুলি পৰিচয় দি তেওঁৰ শিষ্য হ'ল আৰু তেওঁৰ ওচৰত ধনুৰ্বিদ্যা শিক্ষা কৰিলে।

এদিন কৰ্ণই অকলে অকলে অস্ত্ৰ পৰিচালনা অভ্যাস কৰি থাকোঁতে দৈবাৎ সেই আশ্ৰমৰ কাষতে এজন ব্ৰাহ্মণৰ চৰি থকা গৰু এজনীৰ গাত কৰ্ণৰ অস্ত্ৰ লাগি গৰুজনী মৰি থাকিল। ব্ৰাহ্মণজনে তাকে দেখা পাই খঙত কৰ্ণক অভিশাপ দি কলে "যুদ্ধত তোমাৰ ৰথৰ চকা মাটিত পোট খাই যাব আৰু তাক তুলিবলৈ যাওঁতে মোৰ গৰুজনীৰ দৰেই তোমাকো কোনো-বাই অস্ত্ৰ হানি বধ কৰিব।"

কৰ্ণৰ অস্ত্ৰবিদ্যা শিক্ষাৰ আগ্ৰহত সন্তুষ্ট হৈ পৰশুৰামে তেওঁক সকলো ৰকমৰ ধনুৰ্বিদ্যা, ব্ৰহ্মাস্ত্ৰ প্ৰয়োগ আৰু অস্ত্ৰবিদ্যা নিবাৰণৰ সকলো প্ৰকাৰ কূট কৌশল বিতংকৈ শিক্ষা দিলে। কিন্তু তেওঁ হঠাৎ এদিন বুজিব পাৰিলে যে এই বিদ্যাৰ্থীজন প্ৰকৃততে ব্ৰাহ্মণ নহয়, ক্ষত্ৰিয়হে। এদিন পৰশুৰামে কৰ্ণৰ কোলাত মূৰটো দি টোপনি গৈছিল। তেনেতে এটা বিষাক্ত পোকে কৰ্ণৰ তপিনাত কামোৰ মাৰি ছিণ্ডি তেজ উলিয়াই দিলে। গুৰুদেৱৰ টোপনি ভগাৰ ভয়ত কৰ্ণই সেই তীব্ৰ যন্ত্ৰণা সহি স্থিৰ হৈ ৰ'ল। কিন্তু যেতিয়া তেজৰ অবিৰাম সোঁতত পৰশুৰামৰ গা তিতি গ'ল তেতিয়া তেওঁ সাৰ পাই কৰ্ণক কলে "হেৰ মূৰ্খ, এনে কষ্ট সহ্য কৰিব পৰা শক্তি ক্ষত্ৰিয়ৰ বাহিৰে আন কাৰো থকা অসম্ভৱ। তুমি নিশ্চয় ব্ৰাহ্মণ নোহোৱা—সঁচা কথা কোৱাঁ। সম্ভৱতঃ মোক প্ৰতাৰণা কৰিছাঁ ? ভাল কথা তুমি মোৰ পৰা যিবোৰ অস্ত্ৰবিদ্যা শিক্ষা কৰিলা মৰণ কালত সেই সকলোবোৰ পাহৰি যাবা।" এইদৰে পৰশুৰামে কৰ্ণক অভিশাপ দিছিল। কৰ্ণৰ সহ্যগুণেই তেওঁক ক্ষত্ৰিয় বুলি চিনাকী দিছিল। ক্ষত্ৰিয় মাত্ৰে পৰশুৰামৰ অতি খঙৰ পাত্ৰ আছিল।

কৰ্ণ এজন মহাদানী পুৰুষ আছিল। এদিন ব্ৰাহ্মণৰ ভেশচন ধৰি ইন্দ্ৰই কৰ্ণৰ ওচৰত তেওঁৰ কবচ কুণ্ডল খোজাত কৰ্ণই ততালিকে তাক সোলোকাই দেবেন্দ্ৰক দান কৰিছিল। সেই দৈৱশক্তি সম্পন্ন কুণ্ডল আৰু সহজাত কবচৰ অভাৱত কৰ্ণ শক্তিহীন হৈ পৰিছিল।

কুন্তীদেবীৰ সাক্ষাতত কৰ্ণই প্ৰতিজ্ঞা কৰিছিল। সেই প্ৰতিজ্ঞা, পৰশু-ৰাম আৰু ব্ৰাহ্মণৰ অভিশাপ, কবচ কুণ্ডল দান, পিতামহ ভীষ্মদেৱৰ উপদেশ উলংঘন, সাৰথি শল্যৰ বাক্যবাণ আৰু বাসুদেৱৰ পৰামৰ্শ—এই সকলোবিলাক গোটখাই কৰ্ণবধ সংঘটন হ'ল। হে ধৰ্ম্মৰাজ, তুমিয়েই তেওঁৰ মৃত্যুৰ কাৰণ বুলি ভাবি অনুতাপ কৰা অনুচিত।"

যুধিষ্ঠিৰে তথাপি নাৰদৰ কথাত সান্ত্বনা লাভ কৰিব নোৱাৰিলে।

কুন্তীদেবীয়ে কলে "বাছা কৰ্ণৰ কাৰণে শোক নকৰিবা। দুৰ্বুদ্ধিযুক্ত দুৰ্য্যোধনক পৰিত্যাগ কৰি তোমাৰ পক্ষ লৈ যুদ্ধ কৰিবলৈ তেওঁৰ পিতৃ আদিত্যদেৱেও বৰকৈ কৈছিল, ময়ো সাধ্যমতে চেষ্টা কৰি চালোঁ কিন্তু কাৰো কথা নামানিলে। গতিকে তেওঁ নিজেই তেওঁৰ মৃত্যুৰ কাৰণ।"

যুধিষ্ঠিৰে তেতিয়া কলে "কৰ্ণৰ জন্ম-ৰহস্য গোপন কৰি আপুনি আমাক বঞ্চনা কৰিলে। গতিকে আপুনিয়েই এই মহাদুখৰ কাৰণ। এতিয়াৰ পৰা কোনো ৰহস্যৰ কথা তিৰুতাসকলে পেটত গোপন কৰি ৰাখিব নোৱা-ৰিব।" এইদৰে যুধিষ্ঠিৰে ভ্ৰাতৃবধৰ গোপন ৰহস্যৰ কথা গম পাই স্ত্ৰী জাতিক অভিশাপ দিলে। পুৰাণ ৰচোঁতাই এনেকৈ বৰ্ণনা দিছে।

মনুষ্য সমাজত তিৰুতাসকলে কোনো গোপন কথা পেটত লুকাই ৰাখিব নোৱাৰা কথাটো চলি আছে। এই কথাৰ কাৰণেই এই মনোৰম কাহিনীটো ৰচনা কৰা হৈছে। বৈষয়িক লাভ বা ক্ষতি যিয়েই নহওক ৰহস্য গোপন কৰাটো এটা প্ৰশস্ত গুণ বুলি ধৰিব নোৱাৰি। এই গুণটো তিৰুতাসকলৰ গাত নাই বুলি তেওঁলোকে বেজাৰ পোৱা উচিত নহয়। ৰহস্য প্ৰকাশ কৰিলে যে অধৰ্ম্ম হয় এনে ধাৰণা ভুল। তিৰুতাসকলৰ স্বভাৱজাত স্নেহশীল গুণৰ কাৰণেই তেওঁলোকে পেটত কথা ৰাখিবলৈ টান পায়।

কিন্তু তথাপিও কোনো কোনো তিৰুতাই পেটত কথা ৰাখিব পাৰেও। তেনেকৈ কোনো কোনো পুৰুষ মানুহৰ গাটো সেই গুণ আছে বুলি ভবাটো ভুল হব। অভ্যাস আৰু বৃত্তিৰ পাৰ্থক্যৰ কাৰণেও এনে ঘটে। এনেবোৰ কাৰণতে এইটো পুৰুষোচিত 'এইটো স্ত্ৰীজনোচিত' এনেভবে ভবাটো মানুহৰ এটা ৰীতি।

# যুধিষ্ঠিৰক সান্ত্বনা দান

বন্ধু বান্ধৱ আৰু অসংখ্য আত্মীয়স্বজনৰ তেওঁ নিজেই বধৰ ভাগী হল বুলি ভাবি ভাবি যুধিষ্ঠিৰ শোক দিনে দিনে বাঢ়িবলৈ ধৰিলে। ৰাজ্য ত্যাগ কৰি বাকী জীৱনটো তপস্যাত অতিবাহিত কৰি সমস্ত পাপৰ প্ৰায়শ্চিত্ত কৰিবলৈ মনতে সঙ্কল্প কৰি তেওঁ ভায়েক কেইজনক কাষলৈ মাতি আনি কলে, "মোক আৰু ৰাজ্য বা সংসাৰৰ সুখ ভোগ নালাগে। তোমালোকেই ৰাজ্য পালন কৰাহঁক মোক বনলৈ যাবলৈ দিয়া।"

সেইকথা শুনি অৰ্জ্জুনে গাৰ্হস্থ্য ধৰ্ম্মৰ শ্ৰেষ্ঠতা আৰু গৃহী হৈ থাকি যিবিলাক পুণ্যকাম সমাধা কৰিব পাৰি সেই সম্বন্ধে অগ্ৰজৰ আগত ব্যাখ্যা কৰি কবলৈ ধৰিলে। ভীমে অলপ টানি কথা শুনাই দিলে। তেওঁ কলে "শাস্ত্ৰ কেৱল মুখেৰে আওৰাই, সত্যৰপৰা আঁতৰি থাকি মন্দবুদ্ধিৰ মানুহে কোৱা কথাৰ দৰে আপোনাৰ মুখত তেনে কথা শোভা নাপায়।" এইদৰে বহুতো কথা কৈ শেষত কলে "সন্ন্যাস ধৰ্ম্ম অৱলম্বন কৰাটো ক্ষত্ৰিয়ৰ বিহিত নহয়। কৰ্ত্তব্য পালন কৰি জীৱন নিৰ্ব্বাহ কৰাটোহে তেওঁলোকৰ ধৰ্ম্ম।" নকুলেও কলে "দাদা, কৰ্ম্ম মাৰ্গই শ্ৰেষ্ঠ আৰু সহজ পন্থা।" সহদেৱেও নকুলৰ কথাতে হয় দি কলে "আপুনি আমাৰ পিতা, মাতা, গুৰু, সহোদৰ, সৰ্ব্বস্ব। দয়া কৰি আমাক ক্ষমা কৰক।"

দ্ৰৌপদীয়ে মাত লগালে "দুৰ্য্যোধন আৰু তেওঁৰ সহযোগী আত্মীয়সকলক বধ কৰি দেখোন ন্যায়সঙ্গত কামকে কৰিছে। তাৰ কাৰণে বেজাৰ কৰি থকা উচিত হোৱা নাই। অত্যাচাৰীক দণ্ডবিধান দিয়া ৰজাসকলৰ একান্ত কৰ্ত্তব্য। দুষ্কৃতকাৰীক আপুনি শাস্তি বিহিছে মাথোন। সেইকথা লৈ আপুনি অনৰ্থক শোক কৰা উচিত হোৱা নাই। ৰাজধৰ্ম্ম প্ৰতিপালন কৰি প্ৰজা শাসন কৰাটোহে বৰ্ত্তমানে আপোনাৰ কৰ্ত্তব্য। অঁবাবত শোক কৰি থকাৰ কোনো কাৰণ নাই। এতিয়া আৰু শোক পৰিহাৰ কৰক।"

তাৰ পিচত ব্যাসদেৱে ভালেমান ন্যায়োপদেশ আৰু নানা তৰহৰ ঐতিহাসিক উদাহৰণ দি যুধিষ্ঠিৰক শান্ত কৰিলে। ব্যাসদেৱৰ উপদেশ মতেই যুধিষ্ঠিৰে নগৰলৈ উভতি গৈ ৰাজ্যভাৰ গ্ৰহণ কৰিবলৈ সন্মতি জনালে।

হস্তিনাপুৰত যুধিষ্ঠিৰৰ ৰাজ্যাভিষেক অনুষ্ঠান সমাৰোহেৰে সম্পন্ন কৰা হল। ৰাজ্যভাৰ গ্ৰহণ কৰাৰ আগতে আকৌ এবাৰ শৰশয্যাত পৰি থকা

মুমূৰ্ষু তপস্যামগ্ন পিতামহৰ কাষলৈ গৈ যুধিষ্ঠিৰে ধৰ্ম্মোপদেশ গ্ৰহণ কৰিলে। ভীষ্মদেৱৰ এই উপদেশাৱলী মহাভাৰতত 'শান্তিপৰ্ব্ব' বুলি প্ৰসিদ্ধি লাভ কৰিছে।

পিতামহ ভীষ্মদেৱে যুধিষ্ঠিৰক যথোপযুক্ত উপদেশ প্ৰদান কৰাৰ অন্তত প্ৰাণত্যাগ কৰিলে। পূৰ্ব্বাপৰ চলি অহা ৰীতি অনুযায়ী যুধিষ্ঠিৰে পিতামহৰ আত্মাৰ সদ্‌গতিৰ কাৰণে গঙ্গালৈ গৈ তৰ্পণাদি অন্ত্যেষ্টিক্ৰিয়া সমাপন কৰিলে। ক্ৰিয়া শেষ কৰি পাৰলৈ উঠি অহাত অতীতৰ কথাবিলাক সুঁৱৰি শোকে খুন্দা মাৰি ধৰাত ব্যাধৰ শৰাহত হাতীৰ দৰে যুধিষ্ঠিৰ অকস্মাতে মাটিৰ ওপৰত বাগৰি পৰিল।

ভীমে লৰালৰিকৈ জ্যেষ্ঠসহোদৰক আঁকোৱালি ধৰি প্ৰবোধ দিবলৈ ধৰিলে। ধৃতৰাষ্ট্ৰও তালৈ আহি যুধিষ্ঠিৰক আশ্বাস দি কলে "বাছা যুধিষ্ঠিৰ, এনেকৈ শোক কৰি নাথাকিবা। উঠা, ভাইবন্ধুসকলক লৈ শান্তিৰে ৰাজ্য পালন কৰা বৰ্ত্তমান সেয়েহে তোমাৰ কৰ্ত্তব্য। গান্ধাৰী আৰু মোৰেইহে শোক কৰা শোভা পায়। তুমি জয় লাভ কৰিলা। জয়লাভৰ পিচত যি কৰ্ত্তব্য তাকেহে কৰা উচিত। মন্দবুদ্ধি মই, বিদুৰৰ উপদেশলৈ আওকাণ কৰি মহা অপৰাধ কৰিলোঁ। এই বিপদ নিজে মাতি আনিলোঁ। দুৰ্য্যোধনৰ কথাক অন্যায় আৰু অনৰ্থক প্ৰশ্ৰয় দিলোঁ। স্বপ্নলব্ধ ধনৰ দৰে এশ পুত্ৰ আজি নাইকিয়া হ'ল। এতিয়া তুমিয়েই মোৰ পুত্ৰ। তুমি শোক নকৰিবা।"

## ঈৰ্ষা

ভীষ্মদেৱৰ তৰ্পণাদি অন্ত্যেষ্টিক্ৰিয়া সম্পন্ন কৰি যুধিষ্ঠিৰ যেতিয়া শোকাকুল হৈ পৰিছিল তেতিয়া ব্যাসদেৱে উপদেশৰ ছলেৰে তেওঁক বৃহস্পতিৰ জীৱন কাহিনী এটা শুনাই কলে "মানুহ যিমানেই উচ্চ আৰু জ্ঞানী হওক তেওঁ যদি ঈৰ্ষাভাৱ জয় কৰিব নোৱাৰে তেন্তে এই একেটা ভাৱৰ দোষত সমস্ত গুণ নষ্ট হয়। দেৱগুৰু বৃহস্পতি সৰ্ব্বশাস্ত্ৰ বিশাৰদ আছিল। এসময়ত তেওঁ এনে ঈৰ্ষাৰ বশৱৰ্ত্তী হোৱাৰ ফলত বৰ অপমান পাব লগা হৈছিল। কথাটো এই—

বৃহস্পতিৰ এজন ভায়েক আছিল। তেওঁৰ নাম সম্বৰ্ত্ত। তেওঁ বৰ পণ্ডিত আৰু গুণবান লোক আছিল। এনে কাৰণতে এসময়ত ভায়েকলৈ বৃহস্পতিৰ ঈৰ্ষা ভাব উপজিল। গুণী পুৰুষৰ প্ৰতি ঈৰ্ষাভাব পোষণ কৰাটো মানুহৰ এটা স্বভাব। এনে ঈৰ্ষাৰ কথাটো আমাৰ মনত বিচিত্ৰ যেন লাগিলেও প্ৰায়েই সেইটো দেখা যায়। বৃহস্পতিয়ে ঈৰ্ষাৰ বশবৰ্ত্তী হৈ সম্বৰ্ত্তৰ ওপৰত নানান অত্যাচাৰ আৰম্ভ কৰিবলৈ ধৰিলে। জ্যেষ্ঠৰ অত্যাচাৰ লাহে লাহে বাঢ়ি যোৱা দেখি সম্বৰ্ত্তই তাৰপৰা হাত সাৰি থাকিবলৈ বলিয়াৰ ভেশচন কৰি চাৰিউফালে ঘূৰি ফুৰিবলৈ ধৰিলে।

ইক্ষ্বাকু বংশৰ মৰুত্ত নামে এজন ৰজাই মহাদেৱৰ অনুগ্ৰহ লাভৰ আশাত তপস্যামগ্ন হৈ আছিল। সেই তপস্যাৰ ফলত তেওঁ হিমালয়ৰ গৰ্ভত এটা সোণৰ খনি পালে। সেই সোণৰ খনিৰ সহায়ত তেওঁ এক মহাযজ্ঞৰ অনুষ্ঠান কৰিবলৈ মনস্থ কৰিলে। সেই যজ্ঞ কাৰ্য্য সম্পন্ন কৰিবলৈ তেওঁ বৃহস্পতিক নিমন্ত্ৰণ জনালে। মৰুত্ত ৰজাই যজ্ঞ সম্পন্ন কৰি দেৱপদ লাভ কৰিব বুলি ভাবি বৃহস্পতিয়ে সেই নিমন্ত্ৰণ গ্ৰহণ কৰিবলৈ অমান্তি হ'ল। তেতিয়া মৰুত্ত ৰজাই বহুত অনুসন্ধান কৰি সম্বৰ্ত্তৰ সম্ভেদ পাই তেওঁৰ কাষ চাপি বিনীত ভাৱে তেওঁক নিমন্ত্ৰণ জনোৱাত সম্বৰ্ত্তই পোণতে অস্বীকাৰ কৰি শেষত সন্মতি দিলে। এইটো কাৰণতে তেওঁৰ প্ৰতি বৃহস্পতিৰ ঈৰ্ষা আৰু বাঢ়ি উঠিল।

'মোৰ শত্ৰু সম্বৰ্ত্তই মৰুত্তৰ যজ্ঞ সম্পন্ন কৰিব' এইকথা ভাবি ভাবি বৃহস্পতি ঈৰ্ষানলত দগ্ধ হৈ বিবৰ্ণ হৈ পৰিল। তেওঁৰ সেই তেজস্বীৰূপ বিবৰ্ণ হৈ পৰি বিকৃত গ'ল। অন্তত তেওঁৰ অৱস্থা শোচনীয় হৈ পৰিল। সেই অৱস্থাৰ কথা দেৱৰাজ ইন্দ্ৰৰ কাণতো পৰিল।

এদিন দেৱৰাজ ইন্দ্ৰ দেৱগুৰু বৃহস্পতিৰ ওচৰলৈ গৈ তেওঁৰ অৱস্থা দেখা পাই ব্যাকুল ভাৱে কলে "প্ৰভু, আপোনাৰ শৰীৰৰ অৱস্থা এনে নিতান্ত শোচনীয় হৈছে কিয়? আপোনাৰ আহাৰ-নিদ্ৰাৰ ব্যাঘাত হৈছে নেকি? শিষ্যসকলে আপোনাক অৱহেলা কৰিছে নেকি? দেৱতা-সকলেইবা আপোনাৰ আজ্ঞা অৱমাননা কৰিছে? কওক প্ৰভু, কোনোবা-খিনিত কিবা বঢ়া-টুটা হৈছে?"

উদ্বিগ্নতা প্ৰকাশক ইন্দ্ৰৰ প্ৰশ্ন শুনি বৃহস্পতিয়ে উত্তৰ দিলে "নহয় দেৱৰাজ, উত্তম শয্যাত সুখেৰে নিদ্ৰা গৈছোঁ। শিষ্যসকলে যথাৰীতি সেৱা যত্ন লৈ আছে। দেৱতাসকলেও যথাৰীতি আজ্ঞা পালন কৰি আছে। কোনো ত্ৰুটি হোৱা নাই।" কিন্তু আচল কথা কবলৈ লোকে খুন্দা খাৰি ধৰাত মৌন হৈ বল।

ইন্দ্ৰই ভক্তিবিনম্ৰভাৱে সুধিলে "প্ৰভু, তেন্তে আপোনাৰ কি দুখত শৰীৰৰ কান্তি মলিন পৰিছে আৰু শৰীৰ ক্ষীনাই-শুকাই গৈছে কিয়?" বৃহস্পতিয়ে তেতিয়া হতাশৰ হুমুনিয়াহ কাঢ়ি দেৱৰাজৰ আগত আচল কথাটো আদ্যোপান্ত বৰ্ণনা কৰি কলে "সম্বৰ্ত্ত এক মহাযজ্ঞৰ হোতা ৰূপে ব্ৰতী হৈছে। সেইকথাটোৰ কাৰণেই মোৰ কান্তি মলিন আৰু শৰীৰ ক্ষীণ হৈছে।

সেইকথা শুনি ইন্দ্ৰ বৰ আচৰিত হ'ল। তেওঁ কলে "ব্ৰাহ্মণ, আপোনাৰ সকলো অভীষ্ট সিদ্ধি হৈছে। দেৱকুলৰ গুৰু, সজ পৰামৰ্শদাতা আৰু মহাবুদ্ধিমান বুলি আজি আপুনি সসন্মানে উচ্চাসন লাভ কৰি আছে। সম্বৰ্ত্তই আপোনাৰ কি হানি কৰিব পাৰে? অনৰ্থক ঈৰ্ষানলত কিয় দগ্ধ হৈছে?"

ইন্দ্ৰই এনেকৈ উপদেশ দিবলৈ আগবঢ়া দেখি বৃহস্পতিয়ে ইন্দ্ৰৰ আগত তেওঁৰ ইতিবৃত্ত প্ৰকাশ কৰি কলে "তোমাৰ শত্ৰু বৃদ্ধি হোৱা শুনিলে জানো তুমি মনে মনে থাকিব পাৰিবা? মোৰো তেনে অৱস্থা হৈছে। তুমি এতিয়া যি কোনো প্ৰকাৰে সম্বৰ্ত্তক এই কাৰ্য্যৰপৰা নিৰস্ত কৰি মোক ৰক্ষা কৰা দেৱৰাজ!"

সেইকথা শুনি ইন্দ্ৰই অগ্নিদেৱক মতাই আনি কলে "অগ্নিদেৱ, তুমি মৰুত্তৰ ওচৰলৈ গৈ তেওঁৰ য়জ্ঞ বন্ধ কৰা।"

অগ্নিয়ে তেওঁৰ আদেশ পালন কৰিবলৈ সন্মতি জনাই মৰুত্তৰ ওচৰত উপস্থিত হলগৈ। অগ্নিয়ে গতি কৰি যাওঁতে বাটত গছ লতা যি য'ত পালে সকলো দহি-পুৰি ভয়ঙ্কৰ ৰূপ ধৰি আগবাঢ়ি গ'ল। ৰজাৰ ওচৰ পোৱাৰ পূৰ্ব্বে দিব্যৰূপ ধৰি ৰজাৰ সন্মুখত উপস্থিত হলগৈ। অগ্নিদেৱৰ আগমনত ৰজাই বৰ ৰং পালে। ভৃত্যসকলক ততালিকে পাদ্য অৰ্ঘ্য আসন আদি আগ বঢ়াবলৈ আদেশ কৰিলে।

আসন গ্ৰহণ কৰি অগ্নিদেৱে ৰজাৰ আগত তেওঁৰ আগমনৰ কাৰণ বিবৰি কলে "তুমি সম্বৰ্ত্তক পৰিত্যাগ কৰিব লাগে। তোমাৰ ইচ্ছা হলে মই দেৱগুৰু বৃহস্পতিক তোমাৰ যজ্ঞৰ পৌৰোহিত্য কৰিবলৈ আনি দিব পাৰোঁ।" সম্বৰ্ত্ত ৰজাৰ কাষতে উপস্থিত আছিল। তেওঁ অগ্নিদেৱৰ কথা শুনি খঙত জাজ্জ্বল্যমান হ'ল। সম্বৰ্ত্ত যথাশাস্ত্ৰ ব্ৰহ্মচৰ্য্যব্ৰতধাৰী অতি শক্তিমান পুৰুষ আছিল।

সম্বৰ্ত্তই অগ্নিদেৱৰ ফালে চাই কলে "আপোনাৰ কথা বন্ধ কৰক। নতুবা মোৰ কোপদৃষ্টি পৰিবলৈ পালে আপুনি ছাৰখাৰ হৈ যাব। সাৱধান!"

ব্ৰহ্মচৰ্য্যৰ প্ৰভাৱত অগ্নিও ভস্মসাৎ হয়।

ব্ৰহ্মচাৰী সম্বৰ্ত্তৰ খঙৰ তীব্ৰ মূৰ্ত্তি দেখি ভগৱান অগ্নিদেৱ বতাহত কঁপি থকা আহত পাতৰ দৰে ভয়ত কঁপি-জপি তেতিয়াই সেই ঠাই এৰি ইন্দ্ৰৰ ওচৰলৈ ঘূৰি গৈ সকলো কথা ভাঙি-পাতি কলে।

দেৱৰাজ ইন্দ্ৰ সেই কথাত প্ৰত্যয় নগল। কলে "অগ্নি, তুমি গোটেই জগতখন পুৰি ভস্ম কৰিব পাৰা, তোমাক আকৌ পুৰি ভস্ম কৰিব পাৰে এনে সাধ্য কাৰ? এইটো নিতান্ত পৰিহাসৰ কথা।"

অগ্নিদেৱে কলে "দেৱৰাজ, আপোনাৰ ধাৰণা ভুল। ব্ৰহ্মবল আৰু ব্ৰহ্মচৰ্য্যৰ শক্তি এই দুটা কথা সম্বন্ধে আপুনি সম্পূৰ্ণ অনভিজ্ঞ।" এই বুলি অগ্নিদেৱে ব্ৰাহ্মণৰ হাতত ইন্দ্ৰৰ পূৰ্ব্বৰ লাঞ্চনা ভোগৰ কথাটো সোঁৱৰাই দিলে।

তাৰ পিচত অগ্নিক বিদায় দি ইন্দ্ৰৰাজে এজন গন্ধৰ্ব্বক মতাই আনি আদেশ কৰিলে "তুমি মোৰ দূত স্বৰূপে মৰুত্তৰ ওচৰলৈ গৈ সম্বৰ্ত্তক ত্যাগ কৰিবলৈ উপদেশ দিয়াগৈ, নতুবা মই তেওঁক ধ্বংস কৰিম বুলি ক'বা।"

গন্ধৰ্ব্বই দূত স্বৰূপে মৰুত্ত ৰজাৰ ওচৰলৈ গৈ ইন্দ্ৰই কোৱা কথামতে তেওঁক ভয় দেখুৱাই সম্বৰ্ত্তক ত্যাগ কৰিবলৈ উপদেশ দিলে।

ৰজাই গন্ধৰ্ব্বৰ ভীতি প্ৰদৰ্শনলৈ আওকাণ কৰি তেওঁক কলে "মিত্ৰদ্ৰোহ মহাপাপ। মই সম্বৰ্ত্তক ত্যাগ কৰিবলৈ অক্ষম।"

সেইকথা শুনি গন্ধৰ্ব্বই কলে "ৰজা, ইন্দ্ৰই আপোনাৰ ওপৰত বজ্ৰাঘাত কৰিলে আপুনি কেনেকৈ ৰক্ষা পাব?" সেই কথাৰ লগে লগে আকাশত বজ্ৰধ্বনি শুনা গ'ল।

ইন্দ্ৰই যুদ্ধ দিবলৈকে আগবাঢ়ি অহা আশঙ্কা কৰি ৰজা মৰুত্ত ভয়ত সম্বৰ্ত্তৰ শৰণাপন্ন হ'ল।

সম্বৰ্ত্তই "ভয় নাই" বুলি ৰজাক অভয় দান কৰিলে। ইয়াৰ পিচত তেওঁ তপোবলৰ প্ৰভাব বিস্তাৰ কৰিলে। যুদ্ধলৈ আগ বাঢ়ি অহা ইন্দ্ৰই থতমত খাই শান্ত ৰূপ ধৰি যজ্ঞানুষ্ঠানত যোগদান কৰিলেগৈ। তেওঁ সেই যজ্ঞৰ ভাগো গ্ৰহণ কৰিলে। বৃহস্পতিৰ ঈৰ্ষা বিফল হ'ল। ব্ৰহ্মচৰ্য্য শক্তিৰ জয় হ'ল।

ঈৰ্ষা এটা মহাপাপ। ই প্ৰায় সকলো মানুহৰে অন্তৰত প্ৰৱেশ কৰি তেওঁলোকক অতিপাত অধোগামী কৰে। বৃহস্পতিৰ যি জ্ঞান সেই জ্ঞান সম্বৰ্ত্তৰ জ্ঞানতকৈও এখোপ ওপৰত আছিল। তেনে মহাজ্ঞানীও ঈৰ্ষাৰ বশীভূত হৈছিল। সাধাৰণ মানুহৰ মনত সেইটো সহজে ঠাই পোৱা একো আচৰিত নহয়।

## উতঙ্ক

পাণ্ডৱসকলৰপৰা বিদায় লৈ শ্ৰীকৃষ্ণ দ্বাৰকালৈ উলটি গৈছিল। যাওঁতে বাটত উতঙ্ক নামে এজন উত্তম ব্ৰাহ্মণৰ লগত সাক্ষাত হল। তেওঁক দেখা মাত্ৰে শ্ৰীকৃষ্ণই ৰথৰপৰা নামি নানা উপচাৰলৈ তেওঁক যথাবিহিত অৰ্চ্চনা কৰিলে। তেৰেঁা শ্ৰীকৃষ্ণক যথাৰীতি সম্ভাষণ জনালে।

তাৰ পিচত শ্ৰীকৃষ্ণক উতঙ্কই সুধিলে—"হে মাধৱ, পাণ্ডৱ আৰু কৌৰৱ-সকলৰ ভিতৰত মিলা-প্ৰীতি আছেনে? তেওঁলোক সকলোৱে মঙ্গলনে?"

সন্ন্যাসী উতঙ্কৰ কাণত সংসাৰৰ একো খবৰেই সোমোৱাগৈ নাই। কুৰুক্ষেত্ৰৰ যুদ্ধৰ কোনো বাতৰিকে তেওঁ কৰ পৰা নাছিল। ব্ৰাহ্মণৰ এই প্ৰশ্নত শ্ৰীকৃষ্ণই খন্তেক স্তম্ভিত হৈ তেওঁৰ মুখৰ ফালে চাই থাকিল। পিচত তেওঁ কলে "দ্বিজবৰ, পাণ্ডৱ আৰু কৌৰৱসকলৰ ভিতৰত ইতিমধ্যে এখন ভয়ানক যুদ্ধ হৈ গল। শান্তি স্থাপন কৰিবলৈ গৈ মই যথাসাধ্য চেষ্টা কৰিও বিফল হলো। বিধিৰ বিধান কোনেও লংঘন কৰিব নোৱাৰিলে।" এই বুলি কৈ শ্ৰীকৃষ্ণই গোটেই ঘটনা সংক্ষেপে বৰ্ণনা কৰি কলে।

এইকথা শুনি উতঙ্কৰ বৰ খং উঠিল। শ্ৰীকৃষ্ণৰ ফালে চাই তেওঁ কলে "বাসুদেৱ আপুনি স্বয়ং থকা সত্ত্বেও এনে ঘটনা ঘটিবলৈ পালেনে? আপুনি তেওঁলোকক ৰক্ষা নকৰিলে কিয়? আপুনি তেনেহলে কপট কৰি তেওঁলোকৰ বিনাশৰ ব্যৱস্থা কৰিলে? মই আপোনাক সেইবাবে অভিশাপ দিম।"

তেতিয়া শ্ৰীকৃষ্ণই মিচিকিয়া হাঁহি এটা মাৰি কলে "ব্ৰাহ্মণ, শান্ত হওক। আপুনি তপস্বী। খং তুলি আপুনি নিজৰ তপোবল হ্ৰাস নকৰিব। প্ৰথমতে মোৰ কথাখিনি অনুগ্ৰহ কৰি স্থিৰচিত্তে শুনি লওক। তাৰ পাচত যদি মন যায় অভিশাপ দিব।" এইবুলি শ্ৰীকৃষ্ণই ব্ৰাহ্মণক শান্ত কৰিবলৈ চেষ্টা কৰিলে।

শ্ৰীকৃষ্ণই তেতিয়া উতঙ্কক জ্ঞানচক্ষু প্ৰদান কৰি তেওঁৰ বিশ্বৰূপ দৰ্শন কৰালে। শ্ৰীকৃষ্ণই লগে লগে কবলৈ ধৰিলে "জগতৰ মঙ্গল আৰু ধৰ্ম্ম ৰক্ষাৰ নিমিত্তে মই বহুবাৰ জন্ম গ্ৰহণ কৰিছোঁ৷ আৰু ভবিষ্যতেও কৰিব লাগিব। যি অৱতাৰ ধৰি মই বৰ্ত্তমান যুগত জন্ম গ্ৰহণ কৰিছোঁ৷ সেই অৱ-তাৰৰ ধৰ্ম্মকে মই পালন কৰিছোঁ৷। দেৱকুলত যেতিয়া জন্ম গ্ৰহণ কৰোঁ৷ তেতিয়া দেৱধৰ্ম্মকে পালন কৰোঁ৷। ৰাক্ষস কুলত জন্মগ্ৰহণ কৰিলে ৰক্ষ আৰু ৰাক্ষসৰ ধৰ্ম্মকে পালন কৰোঁ৷। মনুষ্য বা পশু হৈ জন্ম ললে সেই

অৱতাৰৰ ধৰ্ম্মকে পালন কৰাটো মোৰ কৰ্ত্তব্য। বিবেকহীন কৌৰৱ-সকলক কতৰকমে কাকুতি মিনতি কৰি বুজনি দিলোঁ কিন্তু অহঙ্কাৰত মতলীয়া হৈ তেওঁলোকে মোৰ পৰামৰ্শলৈ জ্ৰূক্ষেপকে নকৰিলে। তেওঁলোকক ভয় দেখুৱায়ো চালো তাতো তেওঁলোকৰ সুবুদ্ধি উদয় নহল। খং উঠি মোৰ বিশ্বৰূপ দৰ্শনো কৰালোঁ—সিও নিষ্ফল হল। অধৰ্ম্ম কৰিবলৈকে তেওঁলোক উঠি পৰি লাগিল। ফলত যুদ্ধত সকলোৱে প্ৰাণ হেৰুৱালে। গতিকে হে ব্ৰাহ্মণ শিৰোমণি, মোৰ ওপৰত অনৰ্থক খঙ নকৰিব। ইয়াত খঙৰ কোনো থল নাই।"

এইকথা শুনি উতঙ্ক শান্ত হল। তেতিয়া শ্ৰীকৃষ্ণই ৰংমনে তেওঁক কলে "মই আপোনাক এটি বৰ দি যাব খোজোঁ। কি বৰ অভিলাষ কৰে আপুনি প্ৰকাশ কৰি কওক।"

উতঙ্কই তাৰ উত্তৰত কলে "হে অচ্যুত, মই আপোনাৰ দৰ্শন লাভ কৰিলোঁ আৰু আপোনাৰ বিশ্বৰূপ দৰ্শন কৰাৰ সৌভাগ্য লাভ কৰিলোঁ সেয়ে অধিক। মোক আৰু আন বৰৰ কি আৱশ্যক?"

কিন্তু ভক্তবৎসল শ্ৰীকৃষ্ণই নেৰানেপেৰাকৈ ধৰাত সেই বনবাসী আশা-আকাংক্ষা বিহীন ব্ৰাহ্মণ উতঙ্কই কলে "প্ৰভু, মোক বৰ দিবলৈ যদি আপোনাৰ একান্ত অভিলাষ হৈছে তেন্তে মই ইমানকে প্ৰাৰ্থনা কৰোঁ যে মই যলৈকে যাওঁ বা যতে থাকো মোৰ তৃষ্ণা নিবাৰণৰ কাৰণে যেন তেতিয়াই এটোপা পানীৰ সন্ধান পাওঁ।" সেই কথা শুনি শ্ৰীকৃষ্ণই কলে "আপুনি ইমানকৈ প্ৰাৰ্থনা কৰেনে? তেন্তে তথাস্তু।" এই বুলি তেওঁ দ্বাৰকাৰ ফালে গুচি গল।

তাৰ পিচত এদিন উতঙ্কৰ বৰ পিয়াহ লাগিল। ভালেমান বেলি পানীৰ সন্ধান কৰি বিফল মনোৰথ হৈ অচ্যুতক স্মৰণ কৰিলে। তেনেতে এটা ব্যাধৰূপী চণ্ডাল আহি তেওঁৰ মুখৰ আগত থিয় হলহি। সেই চণ্ডালটো অৰ্দ্ধ উলঙ্গ অৱস্থাত আছিল। যি এডোখৰ কাপোৰ আছিল সি ফটাচিটা আৰু লেতেৰা। লগত কেইটামান চিকাৰী কুকুৰ, হাতত ধনু-কাঁড় আৰু কান্ধত খোৱা পানী ভৰাই লোৱা এটা জন্তুৰ ছালৰ জোলোঙা আছিল।

চণ্ডালটোৱে মিচিকিয়া হাঁহি এটা মাৰি কলে "পিয়াহত কাতৰ হৈ পৰিছে হবলা? আপোনাৰ সেই অৱস্থা দেখা পাই মই বৰ দুখ পাইছোঁ। মোৰ এই জোলোঙাত থকা পানী গ্ৰহণ কৰি পিয়াহ গুচাওক।" মুখৰ আগত সাক্ষাৎ এটা চণ্ডাল, ছালৰ জোলোঙা, কুকুৰ এইবিলাক দেখা পাই তেওঁৰ মনত বৰ ঘৃণা উপজিল। তেওঁ কলে "ওহোঁ, মোক এই পানী নালাগে।"

আকৌ এবাৰ শ্ৰীকৃষ্ণক মনে মনে চিন্তা কৰি কবলৈ ধৰিলে "এয়ে আপোনাৰ বৰ নেকি ?" বুলি কৈ মনে মনে বৰ বেজাৰ পালে। পানী গ্ৰহণ কৰিবলৈ বাৰে বাৰে অনুৰোধ কৰা দেখি উতঙ্কৰ বৰ খং উঠিল। তেতিয়া চণ্ডালটো কুকুৰে সৈতে তেওঁৰ চকুৰ আগতে অন্তৰ্দ্ধান হল।

চণ্ডালটো এনেভাৱে অন্তৰ্দ্ধান হোৱা দেখি উতঙ্কই ভাবিলে "কোন এওঁ ? এওঁকটো ব্যাধ যেন নালাগিল ? মোক পৰীক্ষা কৰিবলৈকে এওঁ আহিছিল নেকি ? হায়, হায়। মই মহা ভুল কৰিলোঁ। মই জ্ঞান লাভ কৰাৰ কি কি ফল হল ? চণ্ডালে উপযাচি দিয়া পানী মই কিয় নাখালোঁ ?" এনেকৈ ভাবি চিন্তি উতঙ্কই বৰ অনুতাপ কৰিবলৈ ধৰিলে।

খন্তেক পিচতে স্বয়ং ভগৱানে শঙ্খ চক্ৰ গদা পদ্ম ৰূপ ধাৰণ কৰি উতঙ্কৰ মুখৰ আগত আৱিৰ্ভাৱ হলহি।

উতঙ্কই বৰ খেদ কৰি ভগৱানক সুধিলে "হে পুৰুষোত্তম মোক এনেভাৱে পৰীক্ষা কৰিলা কিয় ? ব্যাধৰ জোলোঙা এটাত ভৰাইহে মোলৈ খোৱা পানী পঠালা ? এইটো কেনে ধৰ্ম্ম বাৰু ?"

জনাৰ্দ্দনে হাঁহি মাৰি কলে "উতঙ্ক, মই ইন্দ্ৰক আপোনাৰ কাৰণে অমৃত আনিবলৈ আদেশ কৰিছিলোঁ। কিন্তু সেই কথাত তেওঁ আপত্তি দৰ্শাই কলে "পৃথিৱীৰ মানুহৰ কাৰণে অমৃত পঠোৱা সম্ভৱ নহব। আন কিবা কৰিব লগা থাকিলে কওক।" তেতিয়া মোৰ একান্ত অনুৰোধ এৰাব নোৱাৰি তেওঁ সন্মত হৈ কলে "বাৰু মই তাকেই কৰিম।" জলস্বৰূপে অমৃতকে মই উতঙ্কক দিমগৈ। কিন্তু মই চণ্ডাল ৰূপ ধৰিহে তেওঁৰ ওচৰলৈ যাম। তেওঁ মোৰ হাতে জল গ্ৰহণ কৰিলে ভালেই হব।" আপুনি জ্ঞানী পুৰুষ, চণ্ডালৰ বেশত আহিলেও আপুনি ঘিণ নকৰিব বুলি ভাবিয়েই মই ইন্দ্ৰৰ কথাত সন্মত হলোঁ। আপোনাৰ এনে আচৰণত মোৰেই পৰাজয় ঘটিছে।"

অমৃত হেৰুৱাই উতঙ্কই লাজত তলমূৰ কৰি ৰল।

## যৱধানৰ পিঠাগুৰি আৰু সোণৰ নেউল

যুদ্ধৰ অন্তত মহাৰাজ যুধিষ্ঠিৰে ৰাজ্যভাৰ গ্ৰহণ কৰি অভিষিক্ত হল। কিছুকাল অন্তত এক মহা অশ্বমেধ যজ্ঞৰ আয়োজন কৰিলে। যজ্ঞৰ নিমন্ত্ৰণতে নিমন্ত্ৰণ পাই সকলো ৰজা আহি সেই অনুষ্ঠানত যোগদান দিলে।

বিশেষ আয়োজনৰে যজ্ঞৰ কাম সুচাৰুৰূপে সম্পাদন হৈ গল। যজ্ঞলৈ নানা ঠাইৰপৰা আহূত হৈ বহুতো ব্ৰাহ্মণ আৰু ভিখাৰী বা কাঙালীসকল আহিল আৰু সকলোৱেই প্ৰচুৰ পৰিমাণে ধনৰত্ন দান দক্ষিণা আদি লাভ কৰি সন্তুষ্ট হল। যজ্ঞৰ যাৱতীয় বিধানমতে সকলো কাৰ্য্য বিৰাট সমাৰোহেৰে সুসম্পন্ন কৰা হল।

ঠিক তেনে সময়তে এটা নেউল যজ্ঞস্থলীলৈ সোমাই গৈ সকলোৰে ফালে চাই বৰকৈ হাঁহি মাৰি দিলে। এটা সামান্য জীৱই মানুহৰ দৰে হাঁহি মাৰি দিয়া দেখি সেইটো যজ্ঞ বিঘ্নকাৰী কিবা ভূত বা প্ৰেত বুলি শঙ্কা কৰি সকলো ঋত্বিক ভয়ত অস্থিৰ হৈ পৰিল। নেউলটোৰ গাৰ এফাল সোণালী আছিল। বহুদূৰৰপৰা অহা ৰজাসকল আৰু পণ্ডিত ব্ৰাহ্মণসকলক দেখি সেই আচৰিত ধৰণৰ নেউলটোৱে কলে "হে ৰজাসকল, আপোনালোকে আজি এই মহাযজ্ঞ যথাৰ্থৰূপে সম্পন্ন কৰা হল বুলি ভাবিছে? কিন্তু ইতি-পূৰ্ব্বে কুৰুক্ষেত্ৰবাসী এজন নিচলা ব্ৰাহ্মণে কেৱল যৱধানৰ পিঠাগুৰি দান কৰি ধন্য হৈছিল। আপোনালোকে এই যজ্ঞত যি যি বস্তু দান কৰিলে সেই সকলো সেই পিঠাগুৰি দানৰ তুলনাত অতি তুচ্ছ বুলি জানিব। আজি আপোনালোকৰ দানৰ কথাবোৰ কৈ মিছাতে অহঙ্কাৰ কৰিছে।"

নেউলৰ মুখে এনে কথা শুনি সভাৰ সকলোৱে তবধ মানিলে। হোতা-সকলে নেউলক সুধিলে "সাধু মহাপুৰুষসকলে সম্পন্ন কৰা এই যজ্ঞলৈ তোমাৰ আগমনৰ কাৰণ কি? তুমিনো কোন? ক'ৰ পৰা আহিলা? তুমি আমাৰ যজ্ঞনিন্দা কৰাৰ অৰ্থ কি? শাস্ত্ৰমতেই দেখোন এই মহাযজ্ঞ সম্পন্ন কৰা হৈছে। তাত নিন্দা কৰা উচিত হোৱা নাই। যজ্ঞত যোগ দিয়া অতিথিসকলক যথা ৰীতি অভ্যাৰ্থনা কৰা হৈছে। সকলোকে সন্তোষ লগাই দান দক্ষিণাও কৰা হৈছে। যথাবিধি মন্ত্ৰোচ্চাৰণ কৰি অগ্নিত আহুতি দিয়া হৈছে। চতুৰ্ব্বৰ্ণৰ সকলো লোকে সন্তোষ পাই গৈছে। ইমানৰ ওপৰতো তুমি এতিয়া নিন্দা কৰিছাহি কিয়? সঁচা কথাটো কোৱা-চোন।"

এইকথা শুনি সেই নেউলটোৱে হাঁহি হাঁহি কলে "হে ব্ৰাহ্মণসকল মই মিছা কোৱা নাই। আপোনালোকৰ ওপৰত বা মহাৰাজ যুধিষ্ঠিৰৰ ওপৰত মোৰ কোনো আক্ৰোশ নাই। কিন্তু সঁচা কথা কবলৈ গলে মোৰ মতে এই যজ্ঞ বিমান পৰোভৱেৰে সমাপন কৰিলেও সেই নিচলা বামুণে কৰা দানৰ সমতুল্য নহয়। মই কোনো ঈৰ্ষাবশতঃ এইকথা কোৱা নাই। কুৰুক্ষেত্ৰবাসী সেই ব্ৰাহ্মণ সকলোতকৈ শ্ৰেষ্ঠ দাতা। সেই দানৰ ফলত

তেওঁ সপৰিবাৰে সেই মুহূৰ্ত্তে সৌশৰীৰে স্বৰ্গলৈ যাব পাৰিলে। সেই ঘটনা মই এই দুটা চকুৰেই দেখি আহিছোঁ। তাৰ বিৱৰণ দিওঁ শুনক। আপোনালোকৰ ভিতৰত এই যুদ্ধখন লাগি উঠাৰ আগতে কুৰুক্ষেত্ৰত এজন ব্ৰাহ্মণে ভিক্ষা কৰি পেট প্ৰৱৰ্ত্তাই আছিল। তেওঁৰ পৰিয়ালটোত মাত্ৰ চাৰিটি প্ৰাণী। তেওঁ, তেওঁৰ পত্নী, লৰা এটি আৰু বোৱাৰীয়েক। নিতৌ সন্ধ্যা-পৰত আটাই কেউটি একেলগে বহি এসাজ আহাৰ কৰে। কোনো দিন সেই সাজৰ জোখাৰেও ভিক্ষা নাপায়। যি দিনা তেনে অৱস্থা হয় সেই দিনা লঘোনেই যায়, পিচদিনা পুনৰ সেই সন্ধ্যা সময়ত আহাৰ কৰে। ভিক্ষা লব্ধ বস্তু পিছদিনাৰ কাৰণে সাঁচি নথৈছিল। এইটোৱেই আছিল তেওঁ-লোকৰ ব্ৰত।

এইদৰে ব্ৰতী জীৱন যাপন কৰি থকা কাল ছোৱাৰ ভিতৰতে এসময়ত অনাবৃষ্টিৰ ফলত দেশত দুৰ্ভিক্ষই দেখা দিলে। অন্নাভাৱত দেশত হাহাকাৰ লাগি উঠিল। বৰষুণৰ অভাৱতে খেতিবাতি নহল। সেই কাৰণতে এই পৰিয়ালটি অনাহাৰত দিন কটাবলগীয়াত পৰিল। পেটৰ ভোকত দুৱাৰে দুৱাৰে ঘূৰি এদিন বৰ কষ্টৰ মূৰত এমুঠি যৱধান পালে মাত্ৰ। সেই মুঠি যৱধানকে পিঠা গুৰি কৰি ললে। আৰু নিজৰ নিজৰ আহ্নিকাদি নিত্যকৰ্ম্ম শেষ কৰি তেওঁলোকে তাকে আহাৰৰ কাৰণে সমানে ভগাই ললে। পিচত সকলোটিয়ে ঈশ্বৰৰ নাম লৈ খাবলৈ বহিল।

তেনেতে এজন ব্ৰাহ্মণ পেটৰ ভোকত কলমলাই আহি তাত উপস্থিত হল। এজন অতিথি অহা দেখা পাই তেওঁলোকে বৰ বং মনেৰে তেওঁক আথেবেথে হাতমুখ ধুৱাই বহিবলৈ আসন পাৰি দিলে। অতিথি সৎকাৰ কৰিবলৈ পাই গোটেই পৰিয়ালটিয়ে বৰ সৌভাগ্য বুলি ভাবি অপাৰ আনন্দ লাভ কৰিলে। ব্ৰাহ্মণ গৃহস্থজনে অতিথিক নম্ৰভাৱে কলে "প্ৰভু, মই অতি নিচলা। এই যৱধানৰ গুৰিকেইটাকে সজকৈ তৈয়াৰ কৰি লৈছোঁ। ইয়াকে আপুনি গ্ৰহণ কৰি আমাক কৃতাৰ্থ কৰক। আপোনাৰ মঙ্গল হওক। এইবুলি ব্ৰাহ্মণে তেওঁৰ ভাগৰ কণ আলহীজনৰ ফালে আগবঢ়াই দিলে। অতিথিয়ে পেটৰ ভোকত বংমনে ততালিকে সেইকণ খাই অন্ত কৰিলে।

কিন্তু অতিথিৰ ভোক নুগুচিল। তেওঁ আৰু কিবা পাম বুলি হাত দাঙি বৈ থাকিল। অতিথিৰ ধৰণ কৰণ দেখি ব্ৰাহ্মণ পত্নীগৰাকীয়ে গিৰিয়েকৰ ফালে চাই কলে "মোৰ ভাগটোও আলহীক দিয়ক—তেখেতৰ তৃপ্তি হলেই সন্তোষ পাম।" তাকে শুনি গিৰিয়েকে কলে "হে পতিব্ৰতে, পৃথিৱীত জীৱ, জন্তু, কীট, পতঙ্গ সকলোৱে তেওঁলোকৰ নিজৰ নিজৰ

ত্ৰিকতাক যতনেৰে ৰক্ষা কৰে। তোমাৰ কথাটো মই ভাল দেখা নাই। তুমি অতি যতনেৰে এই ক্ষুদ্ৰ সংসাৰখন ৰক্ষা কৰি আহিছা। তেনেস্থলত তোমাক ৰক্ষা নকৰিলে মোৰ অমঙ্গল হব। প্ৰিয়ে, তোমাৰ শৰীৰ ভাগি পৰিছে হাড়কেইডাল আৰু ছালখন আছেগৈ মাত্ৰ। তোমাক শুদা পেটে ৰাখি অতিথি শুশ্ৰূষা কৰি ফল কি?" এই বুলি যৈণীয়েকৰ কথা ৰাখিবলৈ ব্ৰাহ্মণে আপত্তি কৰিলে।

তেতিয়া ব্ৰাহ্মণ পত্নীয়ে উত্তৰ দিলে "প্ৰভু, ধৰ্ম্ম বোলক অৰ্থ বোলক সকলো পুৰুষাৰ্থ আমাৰ দুয়োৰে যুটীয়া। নিয়ক, মোৰ ভাগটোও অতিথিক দিয়ক। আপোনাৰো দেখোন মোৰ দৰেই ভোক লাগি আছে। মোৰ কথা ৰাখক, নিয়ক।

পত্নীৰ ঐকান্তিক আগ্ৰহত ব্ৰাহ্মণে তেওঁৰ ভাগটোও অতিথিৰ ফালে আগবঢ়াই দিলে। অতিথিয়ে সেই ভাগো খাই অন্ত কৰিলে। কিন্তু তথাপি তেওঁৰ ভোক নুগুছিল। ভিক্ষাৰী ব্ৰাহ্মণ ভোকত হাত দাঙিয়েই ৰল।

তাকে দেখি ব্ৰাহ্মণৰ লৰাটিয়ে কলে "পিতা, মোৰ ভাগটোও অতিথিক দি তৃপ্ত কৰক।"

পুতেকৰ কথা শুনি ব্ৰাহ্মণ বিহ্বল হৈ পৰিল। পুতেকৰ ফালে চাই কলে "বাছা, বয়সিয়াল মানুহে ভোক সহ্য কৰিব পাৰে। কিন্তু ডেকা লৰাই ভোক সহিবলৈ স্বাভাৱিকতে টান পায়। নহয় নহয়, তোমাৰ ভাগ মই অতিথিক একোপধ্যে দিব নোৱাৰোঁ।"

পুতেক সেই কথাত মান্তি নহল। কলে "বুঢ়াকালত মাক-বাপেকক ৰক্ষা কৰাটো পুত্ৰৰ কৰ্ত্তব্য। বাপেক পুতেকৰ ভিতৰত পাৰ্থক্য থাকিব নোৱাৰে। এদিন বাপেকেই পুতেকৰ ৰূপ ধৰি পৃথিৱীত জন্মগ্ৰহণ কৰে। গতিকে মোৰ যি ভাগ সেইটোও আপোনাৰেই। এতেকে মোৰ ভাগটো দি এই ক্ষুধাতুৰ অতিথিক সন্তোষ কৰক।" এইবুলি পুতেকে কাওবাওকৈ বাপেকক ক'বলৈ ধৰিলে।

বাপেকে তেতিয়া কলে "বাছা, তোমাৰ স্বভাৱ আৰু সহ্যগুণ দেখি মই বৰ সন্তোষ পালোঁ। তোমাৰ কল্যাণ হওক। তেন্তে তোমাৰ ভাগটোও অতিথিকে দিওঁ।" এইবুলি সেই ভাগটোও আগবঢ়াই দিলে। তাকো অতিথিজনে ততালিকে শেষ কৰিলে। তথাপিও অতিথিৰ ভোক নুগুছিল। ভোজন শেষ কৰাৰ কোনো লক্ষণ ব্ৰাহ্মণে প্ৰকাশ নকৰিলে। সেইটো দেখি ব্ৰাহ্মণ গৃহস্থই বৰ লাজ পালে। তেতিয়া বোৱাৰীয়েকে কলে "পিতা, মোৰ ভাগটোনো ৰাখি কি কৰিম? সেইখিনিও মই আনন্দ মনেৰে অতিথিক দি দিওঁ। আপোনাৰ আশীৰ্ব্বাদ পালেই মোৰ মঙ্গল হব।"

সেই কথাত ব্ৰাহ্মণে কলে "গুণৱতী আই মোৰ, তোমাৰ গাৰ বৰণ এঙাৰকলীয়া হৈ পৰিছে। শৰীৰটো খীনাই-শুকাই গৈছে। তোমাৰ বৰ ভোক লাগি আছে। এনেস্থলত তোমাৰ ভাগটো অতিথিক দিলে মোক ধৰ্ম্মে নসহিব। তোমাৰ শৰীৰটো বৰ কোমল, তুমি অভুক্ত হৈ থকা মই সহিব নোৱাৰোঁ।" এই বুলি তেওঁৰ ভাগটো অতিথিৰ ফালে আগবঢ়াই দিবলৈ টান পালে। কিন্তু বোৱাৰীয়েকে নেৰিলে। কাবৌকৈ কবলৈ ধৰিলে পিতা, আপুনি মোৰ পৰম গুৰু, পৰম দেৱতা, মোৰ ভাগটো দয়া কৰি অতিথিক দিয়ক। মোৰ এই শৰীৰটোকে গুৰুসেৱাৰ নিমিত্তে উছৰ্গা কৰা আছে। মোৰ সজগতিৰ বাটত আগভেটা নিদিব। মোৰ ভাগৰ এই সামান্য পিঠাগুৰিকণো অতিথিক ভোজন কৰিবলৈ দিয়ক।" এইবুলি সেই ভাগটো লাহেকৈ ঠেলি দিলে।

তেতিয়া শহুৰেকে "আই পতিব্ৰতে, তুমি সকলো প্ৰকাৰে সৌভাগ্যৱতী হোৱা" বুলি আশীৰ্ব্বাদ দি সেই ভাগটোও অতিথিক গ্ৰহণ কৰিবলৈ আগবঢ়াই দিলে।

সেই ভাগো খাই ব্ৰাহ্মণ তৃপ্ত হল আৰু ৰংমনে কলে "আপোনাৰ পবিত্ৰ আৰু সাধ্যানুযায়ী দিয়া অকৃত্ৰিম দান পাই মোৰ অন্তৰত বৰ তৃপ্তি পালোঁ। আপোনাৰ দান সঁচাকৈয়ে বৰ অদ্ভুত। সৌৱা চাওক, দেৱতা সকলে আকাশৰ পৰা আপোনালোকৰ ওপৰত পুষ্পবৃষ্টি কৰিছে। দেৱতা, ঋষি, গন্ধৰ্ব্ব সকলোৱে আপোনালোকৰ দৰ্শন পাবলৈ আকাশত অপেক্ষা কৰি আছে। আপুনি, আপোনাৰ সহধৰ্ম্মিনী, পো-বোৱাৰী সকলোটি লৈ স্বৰ্গলৈ যাব লাগিব। এই দানৰ ফলত আপোনাৰ পিতৃ-পুৰুষ সকলো স্বৰ্গলোক-প্ৰাপ্ত হৈছে। সাধাৰণতে মানুহে ভোকৰ জ্বালাত জ্ঞান হেৰুৱায়, চিন্তাৰপৰা ধৰ্ম্ম আঁতৰি যায়। জ্ঞানীসকলো পেটৰ পোৰনীত বুদ্ধিভ্ৰষ্ট হৈ পৰে। আজি আপুনি নিজৰ তিৰুতা, পো-বোৱাৰী সকলোৰে মমতা এৰি একমাত্ৰ ধৰ্ম্মকে সাবটি ধৰিলে। ৰজাসকলে কেবাটিও অশ্বমেধ যজ্ঞৰ ফল একেলগ কৰিলেও আপোনাৰ দানৰ লগত তুলনা কৰিব নোৱাৰে। আপোনাৰ কাৰণে দিব্যৰথ প্ৰস্তুত হৈ আছে। এতিয়া আপোনালোকে দিব্যলোক লাভ কৰিবলৈ পাব।" এনেকৈ আশীৰ্ব্বাদ দি সেই অতিথি ব্ৰাহ্মণ অন্তৰ্হিত হল।"

ভিক্ষাৰী ব্ৰাহ্মণৰ এই ঘটনাৰ বিৱৰণ দি নেউলে কলে "এই উঞ্চ ধৰ্ম্মানৰ পিঠাগুৰি দানৰ সময় হোৱাত তাত উপস্থিত হৈ মই তাৰ কেইটামান

খুদকণ স্পৰ্শ কৰা মাত্ৰে মূৰটো সোণালী হৈ পৰিল। তাৰ পিচত মই সেই যৱধান গুৰি কৰা ঠাই ডোখৰলৈ যোৱাত তাত সিঁচৰতি হৈ পৰি থকা খুদকণ মোৰ গাৰ এফালে লগাত সেই গাৰ ফালটোও সোণালী হৈ পৰিল। তাকে দেখি গাৰ বাকীফালো সোণালী কৰিবৰ আশাত ভালেমান তপোবন আৰু যজ্ঞস্থলী ঘূৰিপকি ফুৰি নিৰাশ হৈ জগদ্বিখ্যাত ধৰ্ম্মপুত্ৰই যজ্ঞপতাৰ কথা শুনি মই এইখিনি পাইছোঁহি। কিন্তু ইয়াতো মোৰ গাৰ বাকীফাল সোণবৰণীয়া কৰিবলৈ সুবিধা কৰিব নোৱাৰিলোঁ। সেইবাবেই মই কবলৈ বাধ্য হলোঁ যে এই যজ্ঞ সেই এমুঠি যৱধানৰ গুৰি দানৰ তুল্য নহল।" এইবুলি কৈ নেউল অন্তৰ্হিত হল।

# যুধিষ্ঠিৰৰ ৰাজত্ব

যি কোনো এটা হেপাহৰ বস্তু পোৱাৰ আগমুহূৰ্ত্তলৈকে সেই বস্তুটোৰ প্ৰতি মানুহৰ আসক্তি থাকে। সেই বস্তু লাভ কৰাৰ পিচত মানুহৰ মনলৈ কিছু অবসাদ আহে আৰু নতুন আকাংক্ষাৰ দাস হয়, তাৰ পৰা পাব পাৰে মনোকষ্ট, শান্তি কিন্তু নাপায়। যুদ্ধত যোগদান কৰা, শত্ৰু বিনাশ কৰা আদি ক্ষত্ৰিয় ধৰ্ম্ম হলেও নিজৰ ভাতৃসকলৰ বিনাশ সাধন কৰি পদমৰ্য্যদা, প্ৰচুৰ সম্পদ আৰু ৰাজ্য লাভ কৰিও প্ৰকৃত সুখ থাকিব পাৰে জানো? এই কথাকে কুৰুক্ষেত্ৰ যুদ্ধৰ আগমুহূৰ্ত্তত অৰ্জ্জুনে শ্ৰীকৃষ্ণক বিশেষ যুক্তিৰ কথাৰে প্ৰশ্ন কৰিছিল। শ্ৰীকৃষ্ণই তাৰ উত্তৰত মানুহৰ কৰ্ম্মনীতি আৰু কেনেকৈ কৰ্ত্তব্য পালন কৰিব লাগে তাৰ কৌশল শিকাই দিলে। এইটো ঠিক কথা যে অৰ্জ্জুনে যিদৰে অনুভৱ কৰিছিল আৰু প্ৰশ্ন কৰিছিল তাত যথেষ্ট যুক্তি আৰু অন্তৰ্নিহিত শক্তি আৰু সত্যতা লুকাই আছিল।

কৌৰৱসকলক জয় কৰি পাণ্ডৱসকলে অপ্ৰতিদ্বন্দ্বী হৈ সসাগৰা পৃথিবীৰ অধীশ্বৰ হল। ধৰ্ম্ম অনুসৰি ৰাজ্য পালনেই তেওঁলোকৰ প্ৰধান কৰ্ত্তব্য বুলি তাকে কৰিবলৈ ধৰিলে। কিন্তু ৰাজত্ব লাভ কৰা যেনে সুখ বুলি আশা কৰিছিল, তেনে সুখ তাত নাপালে।

জনমেজয়ে বৈশম্পায়নক সুধিলে "যুদ্ধ জয় কৰি যেতিয়া পাণ্ডৱসকলে

সমুদায় ৰাজ্যৰ অধিকাৰী হ'ল তেতিয়া তেওঁলোকে ধৃতৰাষ্ট্ৰৰ প্ৰতি কেনে ব্যৱহাৰ কৰিছিল ?

ব্যাস ৰচিত মহাভাৰত বক্তা বৈশম্পায়নে উত্তৰত এইদৰে কলে "শোক সাগৰত বুৰ গৈ থকা অন্ধ ধৃতৰাষ্ট্ৰক সকলো প্ৰকাৰে সন্মান কৰি পাণ্ডৱসকলে ৰাজ্য শাসন কৰিলে। তেওঁলোকে ধৃতৰাষ্ট্ৰক সন্তোষে ৰাখিবলৈ চেষ্টা কৰিলে। সদায় সকলো কথাতে ধৃতৰাষ্ট্ৰৰ পৰামৰ্শ, উপদেশ আৰু অনুমতি লৈ যুধিষ্ঠিৰে ৰাজ্যশাসন কৰিবলৈ ধৰিলে। তেওঁলোকে ধৃতৰাষ্ট্ৰই বেয়া পোৱা কোনো কাম কৰা নাছিল। সপোনত হেৰা পোৱা ধনৰ দৰে গান্ধাৰীয়ে তেওঁৰ এশটাকৈ পুত্ৰ হেৰুৱালে। কুন্তীদেবীয়ে অশেষ ভক্তি আৰু শ্ৰদ্ধাৰে সৈতে গান্ধাৰীৰ আদেশ মানি চলিবলৈ ধৰিলে। দ্ৰৌপদীয়েও অতি নম্ৰভাৱে কুন্তীদেবী আৰু গান্ধাৰীক সেৱা-শুশ্ৰূষা কৰিবলৈ ধৰিলে।

ধৃতৰাষ্ট্ৰৰ কাৰণেত তেওঁৰ নিমিত্তে যুধিষ্ঠিৰে উত্তম শয্যা, উত্তম উত্তম বস্ত্ৰাদি আৰু সাজ-সজ্জাৰ বাবে প্ৰয়োজনীয় সকলো বয়-বস্তুৰ যোগাৰ দিলে। ধৃতৰাষ্ট্ৰৰ কাৰণে নানান তৰহৰ ৰুচিকৰ খাদ্যবস্তুৰ যোগান দিয়াৰ দিহা কৰি দিলে। কৃপাচাৰ্য্য ধৃতৰাষ্ট্ৰৰ লগতে থাকিল। ব্যাসদেৱে ধৃতৰাষ্ট্ৰক সান্ত্বনা দি থাকিবলৈ চেষ্টা কৰি নানান তৰহৰ ধৰ্ম্মোপদেশ দি থাকিবলৈ ধৰিলে। ৰাজকাৰ্য্য বিষয়ত যুধিষ্ঠিৰে সকলো বিষয়তে ধৃতৰাষ্ট্ৰৰপৰা অনুমতি লৈ থাকে। অন্ধ ধৃতৰাষ্ট্ৰৰ মনলৈ যাতে কোনো প্ৰকাৰৰ দুখ-কষ্ট নাহে কথা-বতৰা হবৰ সময়ত যুধিষ্ঠিৰে সদায় সেইটো লক্ষ্য ৰাখে। ৰজাসকলেও মহাৰাজ ধৃতৰাষ্ট্ৰক পূৰ্ব্বৰ দৰেই সন্মান দেখুৱাই থাকে। লিগিৰীহঁতেও গান্ধাৰীৰ সেৱা-শুশ্ৰূষাত বঢ়াটুটা নেদেখুৱায়। ধৰ্ম্মপুত্ৰই ভায়েক আটাই কেইজনক সাৱধান কৰি থাকে যাতে তেওঁলোকে যেন পাহৰিও কদাপি পুত্ৰ হেৰুৱা অন্ধ ধৃতৰাষ্ট্ৰৰ দুখ বেজাৰৰ কাৰণ নহয়। ভীমসেনৰ বাহিৰে আন কেয়োজনে জ্যেষ্ঠৰ উপদেশমতে ধৃতৰাষ্ট্ৰক বৰ ভক্তি শ্ৰদ্ধা কৰি থাকে। পুত্ৰসকল জীয়াই থকা হলে ধৃতৰাষ্ট্ৰই যি পৰিমাণে আনন্দ পালেহেঁতেন এতিয়াও পাণ্ডৱসকলৰপৰা সেই একে পৰিমাণে নিস্বাৰ্থ আলপৈচান পাই তেনে সুখ আৰু আনন্দ অনুভৱ কৰি আছিল। ধৃতৰাষ্ট্ৰয়ো পাণ্ডৱসকলক চেনেহৰ চকুৰে চাই থাকে। পাণ্ডৱসকলৰ ব্যৱহাৰত তেওঁ অলপো ত্ৰুটী পোৱা নাছিল। পাণ্ডৱসকলৰ প্ৰতিও তেওঁৰ কোনো প্ৰকাৰ স্নেহৰ অভাৱ নাছিল।

এইদৰে পাণ্ডৱসকলে ধৃতৰাষ্ট্ৰক যথোপযুক্ত সন্মান দেখুৱাই আছিল। কেৱল ভীমসেনে মাজে সময়ে বিৰক্ত কৰি থাকে। কিছুদিনৰ পিছত

ভীমসেনে ধৃতৰাষ্ট্ৰৰ আলপৈচান ধৰা লিগিৰাইঁতক তেওঁৰ হাক-বচন মতে নচলিবলৈ ফুচুলাবলৈ ধৰিলে। 'দুষ্ট বুদ্ধি দুৰ্য্যোধন নিহত হ'ল ভালেই হল'—এনেবোৰ কথা ধৃতৰাষ্ট্ৰই শুনাকৈ আলেঙে আলেঙে কৈ থাকে। দুৰ্য্যোধন, দুঃশাসন, কৰ্ণ আদিৰ কথাবোৰ মনত পৰি তেওঁ মাজে মাজে অধৈৰ্য্য হৈ পৰে। তাকে লৈ মাজে মাজে তেওঁ ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীক শুনাই শুনাই তেওঁলোকৰ বদনাম ৰটি ফুৰে। শেষত ভীমৰ এনেবোৰ কথা শুনি শুনি ধৃতৰাষ্ট্ৰই মনে মনে বৰ বেজাৰ কৰি থাকে। তাকে দেখি গান্ধাৰীও অতিশয় ব্যথিত হয় আৰু মনে মনে শোক পায়। কিন্তু তেওঁ বৰ উচচমনা, সম্ভ্ৰান্ত আৰু ধৰ্ম্মপ্ৰাণ মহিলা আছিল। ভীমৰ তেনেবোৰ অপ্ৰিয় কথা শুনিলেও গান্ধাৰীয়ে মূৰ্ত্তিমতী ধৰ্ম্মস্বৰূপা কুন্তীদেৰীৰ প্ৰশান্ত মুখলৈ চাই ভীমৰ সেইবোৰ কথা পাহৰি শান্ত ৰূপ ধৰে।

এনেদৰে পোন্ধৰটা বছৰ পাৰ হৈ গল।

## ধৃতৰাষ্ট্ৰ

বৃদ্ধ ধৃতৰাষ্ট্ৰই ভীমসেনৰ কথাবোৰ শুনি থাকি লাহে লাহে গৈ শেষত অন্তৰত বৰ আঘাত পালে আৰু যুধিষ্ঠিৰৰপৰা পোৱা সুখ সুবিধাবিলাক তিতা লাগিবলৈ ধৰিলে। আধাপেটীকৈ আহাৰ কৰি দিনে দিনে নিজৰ শৰীৰটো খীণোৱাবলৈ ধৰিলে। গান্ধাৰীয়েও তাকে কৰিলে। শেষত এদিন ধৰ্ম্মপুত্ৰক ওচৰলৈ মতাই নি কলে "বাছা, তোমাৰ মঙ্গল হওক। তোমাৰ নিষ্কপট সেৱা-যত্নত আজি পোন্ধৰটা বছৰ অতি সুখেৰে কটালোঁ। ভালেমান দান-দক্ষিণা সেৱা-পূজা কৰিবলৈ পালো। শাস্ত্ৰানুযায়ী শ্ৰাদ্ধাদি সকলো কাম শেষ কৰিলোঁ। পুত্ৰহীনা গান্ধাৰীয়েও তেওঁৰ সকলো মনোকষ্ট পাহৰি সেৱা-যত্ন কৰি আহিছে। দ্ৰৌপদীৰ অপমানকাৰী আৰু তোমাৰ পিতৃৰাজ্য অপহৰণকাৰী মোৰ মূৰ্খ সন্তানবিলাকে অধৰ্ম্ম আচৰণ কৰি ইহসংসাৰ এৰি গুচি গল। যুদ্ধত পৃষ্ঠভঙ্গ নিদি যুদ্ধ কৰি প্ৰাণ বিসৰ্জ্জন দিয়াত সকলোৱে বীৰোচিত স্বৰ্গ লাভ কৰিলে। এতিয়া মই আৰু গান্ধাৰীয়ে পৰকালৰ সম্বলৰ কাৰণে যত্ন কৰা উচিত বুলি বিবেচনা কৰিছো। তুমি নিজেওতে শাস্ত্ৰজ্ঞ পুৰুষ। তোমাক আৰু কি বুজাম? আমি এতিয়া বাকলি

কনন পিন্ধি বনলৈ গমন কৰা উচিত বুলি ভাবিছো। তোমাক আশীৰ্ব্বাদ দি আমি বনলৈ যাত্ৰা কৰোঁ—তোমাৰ ইয়াত নিশ্চয় অমত নহব। আমি আমাৰ বংশৰ নিয়ম মানি চলাটো উচিত। তুমি ৰজা। আমাৰ তপস্যালব্ধ পুণ্যৰ ফলভাগী তুমি হবলৈ পাবা।”

এইকথা শুনি যুধিষ্ঠিৰে ধৃতৰাষ্ট্ৰৰ মুখৰ ফালে চাই আচৰিত হৈ কলে “আপুনি আধাপেটাকৈ খাই, মাটিত শয়ন কৰি কাল কটাই শৰীৰটো ক্ষয় কৰিছে—এইকথা মই সমূলি গম পোৱা নাই। আপুনি সুখে-সন্তোষে দিন কটাই আছে বুলি ভাবি মই বঞ্চিত হৈছোঁ। আপুনি আমাৰ পিতৃ-স্বৰূপ। এতিয়া দেখিছোঁ—আপুনি অসহনীয় কষ্ট পাইছে। ৰাজ্যলোভ ঘা সুখভোগ কৰি মোৰ তেন্তে লাভ কি হল। উঃ মই বৰ হতভগীয়া। আশাৰ ছলনাত পৰি মই জীৱনত মহা ভুল কৰিলোঁ। আপোনাৰ পুত্ৰতুল্য যুযুৎসুৱে ৰাজ্যভাৰ গ্ৰহণ কৰক, নতুবা আপোনাৰ ইচ্ছামতে আন কাৰোবাক ৰাজ্য অৰ্পণ কৰক, সিও যদি নহয় আপুনি নিজেই ৰাজপাট গ্ৰহণ কৰক। ময়ে বনলৈ যাওঁ। আজিলৈকে মই যি অপকীৰ্ত্তি অৰ্জ্জন কৰি আহিলোঁ—সেয়ে যথেষ্ট। আপুনি আৰু মোক অপবাদ দি জৰ্জ্জৰিত নকৰিব। আচলতে মইতো ৰজা নহয়? আপুনিয়েই ৰজা। মই আপোনাক কি সাধ্যে বনলৈ যাবলৈ অনুমতি দিওঁ? দুৰ্য্যোধনৰ ওপৰত মোৰ এতিয়া কোনো ৰোষ নাই। বিধি-বিড়ম্বনাত আমাৰ সকলোৰে বুদ্ধিভ্ৰষ্ট হোৱাৰ ফলতে এনেবোৰ মহামাৰি হবলৈ পালে। দুৰ্য্যোধন আদিৰ দৰেই আমি আপোনাৰ পুত্ৰ। কুন্তীদেবী আৰু গান্ধাৰী দুয়ো আমাৰ সমতুল্য মাতৃ। আপুনি বনগামী হলে ময়ো আপোনাৰ সহযাত্ৰী হম। আপোনাক হেৰুৱালে এই ৰাজত্বই মোক একো সুখ দিব নোৱাৰে। মই নতশিৰে আপোনাক মিনতি জনাইছো। আপুনি আমাৰ ওপৰত অসন্তোষ নকৰিব। আপোনাৰ সেৱা কৰি মই মনত প্ৰকৃত শান্তি লাভ কৰিম।”

ধৃতৰাষ্ট্ৰই কলে “কুন্তীপুত্ৰ, বনলৈ গৈ তপস্যা কৰি শেষৰ দিন কেইটা শান্তিৰে কটাবলৈ মোৰ বৰ ইচ্ছা গৈছে। মই বহুকাল তোমাৰ ঘৰত কটালোঁ। তুমি আৰু তোমাৰ আত্মীয় কুটুম্ব সকলোৱে আমাৰ দুয়োকে আনন্দ মনেৰে শুশ্ৰূষা কৰিলাহঁক। এতিয়া আমাক বিদায় দি আমাৰ অভিলাষ পূৰ্ণ কৰা বাছা।” এই বুলি ধৃতৰাষ্ট্ৰই কঁপি কঁপি হাতযোৰ কৰি ধৰ্ম্মপুত্ৰৰ ফালে কাতৰভাৱে চাই বিদুৰ আৰু কৃপাচাৰ্য্যক কলে “তোমালোকে ধৰ্ম্মপুত্ৰক মান্তি কৰাই আমাৰ বনবাসৰ অনুমতি পাবলৈ চেষ্টা কৰা। মোৰ জিভা অচল হৈ আহিছে। শৰীৰ আলৰ হৈ পৰিছে। সৰুহতে

কথা কলেই ভাগৰ লাগে।” এইদৰে কৈ তেওঁ মূৰ ঘূৰাই হঠাতে গান্ধাৰীৰ কোলাত মূৰ থৈ পৰি গ'ল। তেওঁৰ এনে অৱস্থা দেখি যুধিষ্ঠিৰৰ বেজাৰে খুন্দা মাৰি ধৰিলে। পেটে পেটে তেওঁ ভাবিলে ‘হাতীৰ সমান বলিষ্ঠ এই পুৰুষে এদিন লৌহভীম চেপা মাৰি মোহাৰি গুৰি কৰি পেলাইছিল। আজি সেই পুৰুষৰ শৰীৰ শোকে বেজাৰে অস্থি-চৰ্ম্ম সাৰ হৈছে—জ্ঞানহীন হৈ অনাথৰ দৰে গান্ধাৰীৰ কোলাত ঢলি পৰিছে। এই সকলোৰে মূলময়েই নহয় জানো? ছিঃ ছিঃ মোৰ ধৰ্ম্মজ্ঞান, বুদ্ধি আৰু শাস্ত্ৰজ্ঞান ধিক!’ চিন্তা আৰু বেজাৰত ধৰ্ম্মপুত্ৰৰ অন্তৰ দহিবলৈ ধৰিলে।

ধৰ্ম্মপুত্ৰই তেতিয়া লৰালৰিকৈ ধৃতৰাষ্ট্ৰৰ চকুৱে মুখে পানীৰ ছাটি মাৰি চেঁচা হাতখন চকুৱে মুখে বুলাবলৈ ধৰিলে। খন্তেক পিচতে ধৃতৰাষ্ট্ৰই জ্ঞান পাই চকু মেলি ধৰ্ম্মপুত্ৰক দুয়োখন হাতেৰে সাবটি ধৰি কলে “বাছা, তোমাৰ এই পবিত্ৰ স্পৰ্শই মোক অমৃতৰ সমান আনন্দ দিলে।

ইতিমধ্যে ব্যাসদেৱ সেই ঠাইত উপস্থিত হৈ সকলো কথা বতৰা শুনি ধৰ্ম্মপুত্ৰক কলে “কুৰুকুলৰ শ্ৰেষ্ঠ পুৰুষ এই ধৃতৰাষ্ট্ৰই যি অভিলাষ প্ৰকাশ কৰিছে তাক পূৰ্ণ কৰিবলৈ সুযোগ দিয়া। তেওঁ দেখাতে অতি বৃদ্ধ হৈছে; তদুপৰি পুত্ৰহীন হৈ আছে। এই পুত্ৰশোক আৰু বেছিদিন ভোগ কৰি থাকিবলৈ তেওঁৰ শৰীৰ অক্ষম। মনস্বিনী গান্ধাৰীয়ে অতি ধৈৰ্য্যৰে তেওঁৰ পুত্ৰশোক সহি আছে। ধৰ্ম্মপুত্ৰ, মোৰ কথা শুনা। ধৃতৰাষ্ট্ৰক বনলৈ যাবলৈ দিয়া। এই ঠাইত তেওঁৰ মৃত্যু ঘটিবলৈ নিদিবা। এই জ্ঞানী বৃদ্ধ পুৰুষজনক বনবাসৰ প্ৰাকৃতিক সৌন্দৰ্য্য আৰু পুষ্পসুৰভি উপভোগ কৰাত বাধা নিদিবা। তেওঁ প্ৰাচীন ৰাজৰ্ষিসকলৰ পথ অনুসৰণ কৰিবলৈ ইচ্ছা কৰিছে। ৰজাসকলৰ এয়ে শেষৰ ধৰ্ম্ম। যুদ্ধত প্ৰাণ বলি দিয়া বা বনবাস কৰি আয়ু ক্ষয় কৰা ক্ষত্ৰিয়সকলৰ ধৰ্ম্ম। এওঁ ভালেমান সজ কৰ্ম্ম কৰিলে আৰু পৃথিৱী ভোগো কৰিলে। তোমালোকৰ বনবাসৰ কালছোৱাত তেৰ বছৰ ধৰি পুত্ৰসকলৰ সেৱা যত্নত বিশাল ৰাজ্য এখনত থাকি সুখ ভোগ কৰিছে। ভালেমান দান ধৰ্ম্মও কৰিলে। তুমিও পোন্ধৰ বছৰ ধৰি আপ্ৰাণ যত্নেৰে এওঁৰ সেৱা কৰিলা। তোমাৰ সেৱাত আমি কোনো ত্ৰুটী দেখা নাই। এতিয়া এওঁৰ তপস্যাৰ সময় উপস্থিত। বোধ কৰি এওঁ বনবাস খাটিবলৈ ওলোৱা নাই। তুমি এওঁক বনবাসৰ অনুমতি দান কৰা।”

সেইকথা শুনি ধৰ্ম্মপুত্ৰই “তেন্তে সেয়ে হওক” বুলি অনুমতি দান কৰিলে। তেতিয়া ব্যাসদেৱেও তেওঁৰ আশ্ৰমলৈ উলটি গল।

## ধৃতৰাষ্ট্ৰ, কুন্তী আৰু গান্ধাৰীৰ বন গমন

বন গমনৰ কথাটোত যুধিষ্ঠিৰৰ অনুমোদন পোৱাত ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰী দুয়ো নিজৰ কাৰেঙলৈ গৈ উপবাসে থাকি ব্ৰত কৰিলে। গান্ধাৰী আৰু কুন্তী দুয়ো একেলগে বহি ব্ৰতান্তে আহাৰ কৰিলে। ধৃতৰাষ্ট্ৰই ধৰ্ম্মপুত্ৰক মাতি কাষতে বহুৱাই লৈ মূৰত হাত দি আশীৰ্ব্বাদ কৰিলে। তাৰ পিচত গান্ধাৰীৰ কান্ধত হাত থৈ বনলৈ যাত্ৰা কৰিবৰ নিমিত্তে প্ৰস্তুত হল। স্বামী অন্ধ বুলি গান্ধাৰীয়ে আজীৱন ওৰণিৰে মুখ ঢাকি কটাইছিল। সেই অৱস্থাতে তেওঁ কুন্তীদেৱীৰ কান্ধত ভৰ দি বাট বুলিবলৈ ধৰিলে। এই তিনিও গৰাকীয়ে সেইদৰে ৰাজকাৰেঙ পৰিত্যাগ কৰি বনলৈ যাত্ৰা কৰিলে।

বনবাসৰ কালছোৱাত কুন্তীদেৱীয়ে গান্ধাৰীৰ সেৱা-শুশ্ৰূষা কৰি জীৱন অতিবাহিত কৰিবলৈ মনে মনে স্থিৰ কৰি লৈছিল। বনযাত্ৰাৰ সময়ত তেওঁ ধৰ্ম্মপুত্ৰলৈ চাই কলে "বাছা যুধিষ্ঠিৰ, সহদেৱৰ ওপৰত কেতিয়াও খং নকৰিবা। তোমাৰ অগ্ৰজ বীৰশ্ৰেষ্ঠ স্বৰ্গীয় কৰ্ণক ভক্তিভাৱে স্মৰণ কৰি থাকিবা। তেওঁ মোৰেই গৰ্ভজাত সন্তান—তোমালোকৰ জ্যেষ্ঠ সহোদৰ। এইকথা ইতিপূৰ্ব্বে মই তোমালোকৰ আগত প্ৰকাশ নকৰাৰ বাবে মই দায়ী। দ্ৰৌপদীক সদায় চেনেহৰ চকুৰে চাবা। ভীম, অৰ্জ্জুন, নকুল, সহদেৱ কোনেও যেন কষ্ট নাপায় তালৈ বিশেষ লক্ষ্য ৰাখিবা। বংশ ৰক্ষাৰ ভাৰ এতিয়া তোমাৰ ওপৰত ৰ'ল।"

যুধিষ্ঠিৰে ভাবিছিল যে মাক কুন্তীদেৱী কেৱল গান্ধাৰীক আগবঢ়াই থবলৈহে তেওঁলোকৰ লগত গৈছিল। কিন্তু এতিয়া মাতৃৰ মুখত এনে কথা শুনি ধৰ্ম্মপুত্ৰ খন্তেকৰ নিমিত্তে থৰ দি ৰল। পিচত তেওঁ মাকলৈ চাই অধৈৰ্য্যভাৱে কলে "আই মাতৃ, আপুনি এনে কাম নকৰিব। আশীৰ্ব্বাদ দি আমাক যুদ্ধলৈ পঠাই দি এতিয়া আমাক পৰিত্যাগ কৰি হঠাৎ বনলৈ গুচি যোৱাটো ধৰ্ম্মসঙ্গত নহব।" কিন্তু কুন্তীদেৱীয়ে সেই কথালৈ আওকাণ কৰি বনযাত্ৰাৰ দৃঢ় সঙ্কল্পত অচল অটল হৈ ৰল।

যুধিষ্ঠিৰৰ ফালে চাই কুন্তীদেৱীয়ে কলে "বাছা, মই মোৰ স্বামীৰ কাষলৈ যাবলৈ ইচ্ছা কৰিছোঁ। গান্ধাৰীৰ লগতে বাকী জীৱন তপস্যাত কটাই তোমাৰ পিতৃদেৱৰ কাষ চাপিমগৈ বুলি স্থিৰ কৰিছোঁ। তুমি এতিয়া ঘৰলৈ যোৱা। ধৰ্ম্মতে তোমাৰ মতি সদায় অচল হৈ থাকে যেন।" এই বুলি কুন্তীদেৱীয়ে পুতেকৰ মূৰত হাত দি আশীৰ্ব্বাদ কৰিলে।

যুধিষ্ঠিৰ নিমাত হৈ স্তব্ধ হৈ ৰল। তেনে অৱস্থাতে কুন্তীদেৱীয়ে পুতেক কেইজনৰ ফালে চকুৰে মনিব পৰালৈকে চাই চাই বনলৈ যাবলৈ ধৰিলে।

ধৃতৰাষ্ট্ৰই গান্ধাৰীৰ কান্ধত আৰু গান্ধাৰীয়ে কুন্তীদেৱীৰ কান্ধত ভৰ দি বাটে বাটে গৈ আছে। সকলো নিমাত। এই দৃশ্যৰ বৰ্ণনা ইমান জীৱন্ত যে ভাবিলে ঘটনাটো যেন কালিহে ঘটিছে এনে হে লাগে।

ধৃতৰাষ্ট্ৰ, গান্ধাৰী আৰু কুন্তীদেৱীয়ে তিনিটা বছৰ বনত তপস্যা কৰি কটালে। এদিন ধৃতৰাষ্ট্ৰই স্নানান্তে আশ্ৰমলৈ উলটি আহোঁতে বনৰ এঠাইত জুই লগা দেখা পালে। বতাহৰ কোবত সেই জুয়ে গোটেই বননিখন জুৰি ললে। বনৰীয়া পশু-পক্ষীবিলাক ভয়ত পলাই বিল পুখুৰী আদিত পৰি আশ্ৰয় বিচাৰিবলৈ ধৰিলে।

তেতিয়া ধৃতৰাষ্ট্ৰই তেওঁৰ সঙ্গী সঞ্জয়ক কলে "তুমি শীঘ্ৰে পলাই প্ৰাণটো ৰক্ষা কৰা।" তাৰ পিচত অন্ধ ধৃতৰাষ্ট্ৰই ওৰণিৰে মুখ ঢাকি বহি থকা গান্ধাৰী আৰু কুন্তীদেৱীৰ লগত পূবমুৰা হৈ বহি যোগমগ্ন অৱস্থাতে অগ্নিদগ্ধ হৈ প্ৰাণ এৰিলে।

ধৃতৰাষ্ট্ৰ অন্তৰ্হিত হোৱাৰ পিচতে তেওঁৰ চকুৰ মণি আৰু প্ৰাণ স্বৰূপ সঞ্জয়ে সন্ন্যাস ব্ৰত গ্ৰহণ কৰি হিমালয় অভিমুখে যাত্ৰা কৰি গুচি গল।

## শ্ৰীকৃষ্ণৰ তিৰোধান

ভাৰত যুদ্ধৰ শেষত শ্ৰীকৃষ্ণই দ্বাৰকাত ছয়ত্ৰিশ বছৰ ধৰি ৰাজ্য পালন কৰিলে। শ্ৰীকৃষ্ণৰ নিজৰ বংশজাত যাদৱ ৰাজকোঁৱৰসকলে কুল মৰ্য্যদা উলংঘা কৰি ভোগবিলাসত কাল কটাবলৈ ধৰিলে। তেওঁলোক বৃষ্ণি, অন্ধক, ভোজ এনেকৈ কেইবাটাও নামেৰে জনাজাত হৈ আছিল। লাহে লাহে তেওঁলোক ভোগ সুখত মগ্ন হৈ সংযম আৰু বংশ গৌৰৱ লুপ্ত কৰিবলৈ ধৰিলে।

পিচত এদিন কেইজনমান ঋষি দ্বাৰকাত উপস্থিত হলহি। যাদৱ ৰাজকোঁৱৰসকল ইমান উচ্ছৃঙ্খল হৈ পৰিছিল যে তেওঁলোকে বয়সস্থ জ্ঞানী

লোকসকলৰ প্ৰাপ্য সন্মানৰ বিবেচনাও হেৰুৱাই পেলালে। ঋষিসকলক দেখা পাই তেওঁলোকক অৱমাননা কৰাৰ মনেৰেই ৰাজকোঁৱৰসকলে তেওঁলোকৰ ভিতৰৰ এজনক গৰ্ভিনী তিৰুতাৰ ভেশচন কৰি ঋষিসকলৰ ওচৰলৈ লৈ গৈ কলে "হে পণ্ডিতসকল, এই তিৰুতা গৰাকীয়ে লৰা সন্তান প্ৰসৱ কৰিবনে ছোৱালী সন্তান প্ৰসৱ কৰিব কওকচোন ?"

ঋষিসকলে জাজ্বল্যমান অস্বাভাৱিক আৰু বিদ্ৰূপাত্মক কথা শুনি খঙতে কলে "এই তিৰুতাজনীয়ে এডাল গদা প্ৰসৱ কৰিব। এই গদাডালেই তোমালোকৰ বংশৰ যমস্বৰূপ হব।" এইদৰে অভিশাপ দি ঋষিসকল গুচি গ'ল। ঋষিসকলৰ অভিসম্পাতৰ কথা শুনি ধেমালিয়েই অন্তত গৈ বংশনাশৰ কাৰণত পৰিণত হোৱা দেখি যাদৱসকলে ভয় খালে। পিচদিনা ঋষিবাক্য অনুযায়ী তিৰুতাৰ ভেশচন কৰা শাম্বৰ প্ৰসৱ যন্ত্ৰণা আৰম্ভ হ'ল। অন্তত গৈ সঁচাসচি এদাল লোহাৰ গদা প্ৰসৱ হ'ল। তেতিয়া যাদৱসকলে ঋষিসকলৰ বাক্য সত্যত পৰিণত হব বুলি বিশ্বাস কৰি আতঙ্কত অস্থিৰ হৈ পৰিল। সেই গদাডালক তেতিয়া সাক্ষাত যম দেখাদি দেখিলে।

সকলো যাদৱে একেলগে আলোচনাত বহি স্থিৰ কৰিলে যে সেই গদাডাল ভাঙি গুৰি কৰি সাগৰত পেলাই দিয়া যাওক। সেইমতে কামো কৰিলে। পিচৰ বছৰ সাগৰৰ সেই ঠাই ডোখৰতে এবিধ বন গজি উঠা দেখা গ'ল। কিন্তু যাদৱসকলে তেওঁলোকৰ ভয়ৰ কাৰণটো নষ্ট হৈ যোৱা যেন পাই অভিসম্পাতৰ কথা পাহৰি গৈছিল।

এদিন যাদৱসকলে মদ ফটিকা খাই দল বান্ধি সাগৰৰ পাৰলৈ গৈ নানা ৰকমৰ নাচ বাগ কৰি মতলীয়া হ'ল। লাহে লাহে মদৰ জালে গাত ধৰা যেন অনুমান হ'ল।

যাদৱকুলৰ কৃতবৰ্ম্মাই কৌৰৱৰ পক্ষ লৈ আৰু সাত্যকিয়ে পাণ্ডৱৰ পক্ষ লৈ কুৰুক্ষেত্ৰত যুদ্ধ কৰাৰ কথা পাঠকসকলে জানে।

সেইদিনা সাত্যকিয়ে কৃতবৰ্ম্মাক নিন্দা কৰি কবলৈ ধৰিলে "কোন ক্ষত্ৰিয়ই শুই থকা পুৰুষক আঘাত কৰে হে ? কৃতবৰ্ম্মা, আপুনি যাদৱকুলৰ ঘোৰ কলঙ্ক আৰু অপযশ আনিলে। তেতিয়া ভালেমান যাদৱে এনে কাৰ্য্যৰ কাৰণে কৃতবৰ্ম্মাক নিন্দা কৰি সাত্যকিক সমৰ্থন কৰিলে। সেই কথাত কৃতবৰ্ম্মা খঙত জ্বলি-পকি উঠিল।

কৃতবৰ্ম্মাই কলে "যুদ্ধত কটা হাতেৰে যোগাসনত বহি প্ৰাণায়াম কৰি থকা অৱস্থাত মহান ভূৰিশ্ৰৱাক তুমিয়েই নিৰ্ব্বোধ ঘাটকৰ দৰে হত্যা কৰা নাছিলা নে ? সেইজন পুৰুষেই আজি মোক নিন্দা কৰিবলৈ আহিছা ?"

তেতিয়া আন যাদৱসকলে সাত্যকিৰ তেনে বৰ্ব্বৰোচিত আঁচৰণৰ কথা শুনি তেওঁক নিন্দা কৰিবলৈ ধৰিলে। এইদৰে যাদৱসকলৰ মাজত কাজিয়া আৰম্ভ হল আৰু শেষত হতাহতি আৰম্ভ হল।

"সুপ্ত পুৰুষ ঘাতক এই পাপিষ্ঠক চাব নাপায়, এতিয়াই এওঁক শেষ কৰা যাওক" বুলি সাত্যকিয়ে কৃতবৰ্ম্মাক আক্ৰমণ কৰি চকুৰ পচাৰতে তৰোৱালেৰে কোব মাৰি তেওঁৰ মুণ্ড ছেদন কৰিলে।

তাকে দেখি কৃতবৰ্ম্মাৰ পক্ষৰ বহুতে সাত্যকিক বেঢ়ি ধৰি মদৰ কলহ টেকেলি যেয়ে যিহকে পালে তাকেই সাত্যকিৰ গালৈ দলিয়াবলৈ ধৰিলে। সাত্যকিক আক্ৰমণ কৰা দেখি শ্ৰীকৃষ্ণৰ পুতেক প্ৰদ্যুম্নই তেওঁলোকক উলটি ধৰি আক্ৰমণ কৰিলে। বিপক্ষ দল গোট বান্ধি সাত্যকি আৰু প্ৰদ্যুম্নক বেঢ়ি ধৰি আক্ৰমণ কৰাত সাত্যকি আৰু প্ৰদ্যুম্ন দুয়ো প্ৰাণ হেৰুৱালে। সেইকথা শুনি শ্ৰীকৃষ্ণই খঙত জাজ্জ্বল্যমান হৈ আহি সাগৰত গজি উঠা ৰনবিলাকক্‌কে আঁজুৰি লৈ সকলোকে আক্ৰমণ কৰিবলৈ ধৰিলে। বাকী-বিলাকেও সেইবোৰকে উঘালি লৈ কণামুণাকৈ ইটোৱে সিটোক আক্ৰমণ কৰি এখন তাণ্ডৱলীলাৰ সৃষ্টি কৰিলে।

গদাৰ ভস্মৰপৰা গজি উঠা সেই বনবিলাক ঋষিৰ অভিশাপৰ ফলত একো একোডাল গদা হৈ পৰিল। সেই গদাৰ আঘাতত মদমত্ত হৈ যুদ্ধ কৰি গোটেই যদুবংশ ধ্বংস হল।

এই ঘটনা দেখি বলৰামে প্ৰাণত বৰ আঘাত পালে। তেওঁ তেতিয়াই যোগাসনত বহি প্ৰাণত্যাগ কৰিলে। বগা সাপৰ আকাৰ ধৰি এটা জ্যোতি তেওঁৰ মুখৰপৰা বাহিৰ হৈ সাগৰৰ ফালে তীব্ৰ বেগেৰে গৈ তাতে পৰি লীন হৈ গ'ল। বলৰামৰ অৱতাৰৰ কাৰ্য্য সমাপ্ত হ'ল।

গোটেই যদুবংশ ধ্বংস হোৱাত আৰু জ্যেষ্ঠ বলভদ্ৰৰ অন্তৰ্দ্ধাণত শ্ৰীকৃষ্ণও ধ্যানমগ্ন হ'ল। পূৰ্ব্বৰ ঘটনাবিলাক স্মৰণ কৰি তেওঁৰ তিৰোধানৰ সময় চাপি আহিল বুলি জানি শ্ৰীকৃষ্ণই সাগৰৰ পাৰৰ ৰননিৰ মাজে মাজে ঘূৰি পকি গৈ এঠাইত দীঘল দি পৰিল। তাৰ পিচত তেওঁ তন্দ্ৰাভিভূত হ'ল।

তেনে সময়তে এজন ব্যাধে চিকাৰ বিচাৰি সেই ঠাইত উপস্থিত হৈ দূৰৈৰপৰা বনৰ মাজত দীঘল দি পৰি থকা অৱস্থাত বাসুদেৱৰ ভৰি দুখনকে কোনো জন্তু বুলি ভ্ৰম কৰি ধনু ভিৰাই কাঁড় মাৰি পঠিয়ালে।

কাঁড় গৈ শ্ৰীকৃষ্ণৰ ভৰিয়েদি সোমাই যোৱাত তেওঁ তত্তালিকে প্ৰাণত্যাগ কৰিলে। এনে ভাৱেই মহা মহিমামণ্ডিত ভগৱন্ত শ্ৰীকৃষ্ণই ইহলীলা সম্বৰণ কৰিলে।

# যুধিষ্ঠিৰৰ স্বৰ্গাৰোহণ

যদুবংশ ধ্বংস আৰু শ্ৰীকৃষ্ণৰ প্ৰয়াণৰ বাতৰি হস্তিনাপুৰ পালেগৈ। সেই বাতৰি পাই পাণ্ডৱসকলৰো পাৰ্থিব মোহ আৰু আসক্তি লোপ পালে। তেতিয়াই অভিমন্যুৰ পুতেক পৰীক্ষিতক ৰাজ্যভাৰ অৰ্পণ কৰি দ্ৰৌপদীক লগত লৈ পাণ্ডৱসকলে ৰাজধানী পৰিত্যাগ কৰি বনলৈ গুচি গ'ল।

নানান ঠাই পৰিভ্ৰমণ আৰু তীৰ্থ পৰ্য্যটন কৰি অৱশেষত তেওঁলোক হিমালয়ৰ নামনি পালেগৈ। এটা কুকুৰো তেওঁলোকৰ পিচ লৈ গৈ আছিল। পৰ্ব্বতত উঠি গৈ থাকোঁতে থাকোঁতে প্ৰথমে দ্ৰৌপদী আৰু তাৰ পিচত সহদেৱ, নকুল, অৰ্জ্জুন, ভীম ক্ৰমে এজন এজনকৈ চাৰিওজনে পৰি পৰি প্ৰাণ এৰিলে। ৰাকী ৰল যুধিষ্ঠিৰ। এইদৰে চাৰিওজন পাণ্ডৱে পাৰ্থিব শৰীৰ ত্যাগ কৰি জীৱমুক্ত হ'ল। চাৰিজন ভায়েক আৰু দ্ৰৌপদীক হেৰুৱায়ো সত্যদৰ্শী ধৰ্ম্মপুত্ৰৰ মন বিচলিত নহ'ল। অবিচলিত চিত্তে তেওঁ আগুৱাই যাবলৈ ধৰিলে। একমাত্ৰ সেই কুকুৰটিয়ে তেওঁৰ সঙ্গী আৰু ৰক্ষকৰূপে অনুগমন কৰিলে। একমাত্ৰ ধৰ্ম্মইহে যে মনুষ্যৰ ৰক্ষক ব্যাসদেৱে এই ঘটনাৰ মাজেদি তাকে বুজাইছে। কুকুৰৰ ভেশ ধৰি সাক্ষাৎ ধৰ্ম্ম যুধিষ্ঠিৰৰ লগে লগে গ'ল। বহুদূৰ যোৱাৰ পিচত স্বয়ং ইন্দ্ৰই ৰথ লৈ তেওঁৰ সন্মুখত উপস্থিত হ'ল।

যুধিষ্ঠিৰৰ ফালে চাই ইন্দ্ৰই কলে "তোমাৰ ভাতৃসকল আৰু দ্ৰৌপদী ইতিমধ্যে স্বৰ্গ পাইছেগৈ। কেৱল তুমিয়েহে বাকী। সোঁ শৰীৰে এই ৰথত উঠা। তোমাক স্বৰ্গলৈ নিবলৈকে মোৰ আগমন।"

যুধিষ্ঠিৰৰ ৰথত উঠিবলৈ যোৱা দেখি কুকুৰটোও লগে লগে গ'ল। কিন্তু ইন্দ্ৰই কুকুৰটোক আগভেটা দি কলে "স্বৰ্গত জানো কুকুৰৰ স্থান আছে?"

সেই কথা শুনি যুধিষ্ঠিৰে কলে "তেন্তে মোৰো ঠাই নাই।" এই বুলি কৈ কুকুৰক পৰিত্যাগ কৰি ধৰ্ম্মপুত্ৰ স্বৰ্গলৈ যাবলৈ অমান্তি হ'ল। ধৰ্ম্ম-পুত্ৰক পৰীক্ষা কৰিবলৈকে সাক্ষাত ধৰ্ম্মৰাজে কুকুৰৰ ভেশ ধৰি তেওঁৰ অনুগমন কৰিছিল। পুত্ৰৰ ধৰ্ম্মনিষ্ঠাত সন্তোষ পাই কুকুৰৰূপী ধৰ্ম্মৰাজ তত্তালিকে অন্তৰ্দ্ধান হ'ল।

তাৰ পিচত যুধিষ্ঠিৰে স্বৰ্গাৰোহণ কৰিলে। স্বৰ্গত উপস্থিত হোৱা মাত্ৰে দুৰ্য্যোধনক দেখা পালে। সেই কুৰুবীৰে জ্যোতিৰ্ম্ময় আদিত্যে দেৱৰ

দৰে বিজয় শ্ৰীধৰি প্ৰকাশমান হৈ দেৱতামণ্ডলীৰ মাজত শোভা পাই আছে। তেতিয়া যুধিষ্ঠিৰে সেই দেৱতাসকলক কলে ৰাজ্যলোভী আৰু ক্ষুদ্ৰ দৃষ্টি সম্পন্ন এই দুৰ্য্যোধন যি ঠাইত বৰ্ত্তমান মই সেই ঠাইত থাকিব নোখোজোঁ। এওঁ আমাক বহুতো লঘু-লাঞ্ছনা কৰি যন্ত্ৰণা দিছিল। আৰু সেই কাৰণতে মই কৌৰৱসকলক তেওঁলোকৰ মিত্ৰসমন্বিতে নিপাত কৰিছোঁ। ধৰ্ম্মপ্ৰাণা পতিব্ৰতা দ্ৰৌপদীক এই পুৰুষৰ আদেশতে সভাৰ মাজলৈ টানি আনি অপমান কৰা হৈছিল। এনে পুৰুষৰ মুখদৰ্শন কৰি থাকিবলৈ মই অপাৰগ। মোৰ ভাইসকল কত আছে? তেওঁলোকৰ ওচৰলৈ যাবৰ ইচ্ছা হৈছে"। এই বুলি যুধিষ্ঠিৰে সেই ঠাইৰপৰা আন ফালে গুচি গ'ল।

সৰ্ব্বজ্ঞ দেবৰ্ষি নাৰদে মিচিকিয়া হাঁহি এটি মাৰি ধৰ্ম্মপুত্ৰক আগভেটা দি কলে মহাৰাজ, এনে কথা নকব। স্বৰ্গত কোনো ৰকমৰ শত্ৰুতাৰ থল নাই। দুৰ্য্যোধন সম্পৰ্কে এনে কথা আৰু মনলৈ নানিব। বীৰ দুৰ্য্যোধনে ক্ষত্ৰিয় ধৰ্ম্মৰ বলত এনে পদ লাভ কৰিছে। বাছা, অতীত ঘটনাবিলাকৰ কথা ভাবি বেজাৰ বা খং কৰা অনুচিত। ৰজা দুৰ্য্যোধনৰ লগত স্বৰ্গত যথানিয়মে বাস কৰি থাকক। ইয়াত শত্ৰুতাৰ কথা উত্থাপন কৰিব নাপায়। মনুষ্য শৰীৰ ধাৰণ কৰি স্বৰ্গলৈ অহাৰ কাৰণেই আপোনাৰ মনত এনেবোৰ ভ্ৰান্ত ধাৰণাই ঠাই পাইছে। এতিয়া সেই সকলোবোৰ পৰিহাৰ কৰক।"

সেইকথা শুনি যুধিষ্ঠিৰে কলে "হে ব্ৰাহ্মণ, এনে অধৰ্ম্মিক পাপী মহাপুৰুষসকলৰ দ্ৰোহকাৰী এই দুৰ্য্যোধনেই শত্ৰুতাচৰণ কৰি অগণন বীৰ পুৰুষৰ মৃত্যুৰ কাৰণ হৈছে। সেই পাতকী দুৰ্য্যোধনে এনে বীৰৰ স্বৰ্গ লাভ কৰিছেহি। বীৰ, মহাবীৰ, সত্ত্বগুণসম্পন্ন মোৰ ভাতৃসকল দ্ৰৌপদীয়ে আহি কি প্ৰকাৰৰ গতি লাভ কৰিছেহি কওকচোন? মহাবীৰ কৰ্ণ আৰু মোৰ নিমিত্তে প্ৰাণ ত্যাগ কৰা বীৰসকলক দেখোন কাকো ইয়াত দেখা নাই। তেওঁলোকক এবাৰ চাবৰ মন গৈছে। বিৰাট ৰাজ, দ্ৰুপদ, ধৃষ্টদ্যুম্ন, পাঞ্চালকমাৰ, শিখণ্ডী, দ্ৰৌপদীৰ পুত্ৰকেইটি আৰু মহাযোদ্ধা অভিমন্যু এই সকলোকে চাবলৈ বৰ আগ্ৰহ হৈছে। তেওঁলোকৰ এজনো ইয়াত নাই দেখোন? মোৰ পক্ষে যুদ্ধ কৰি যি যি সকল বীৰে তেওঁলোকৰ জীৱন আহুতি দিলে সেই বীৰ সকলেই বা ক'ত? তেওঁলোকৰ সঙ্গতহে বাস কৰিবলৈ মন গৈছে। আই কুন্তীদেবীয়ে মোক মোৰ জ্যেষ্ঠ ভাই কৰ্ণৰ উদ্দেশ্যে তৰ্পণ দিবলৈ আদেশ কৰিলে। সেইকথা মনত পৰি মই বৰ কষ্ট পাইছোঁ। কৰ্ণৰ প্ৰকৃত ৰহস্য আগতে গম নোপোৱাৰ কাৰণেই

আমাৰ হাতত তেওঁৰ প্ৰাণ গ'ল। তেওঁক এবাৰ চাবলৈ মোৰ প্ৰাণে ছুটফটাই আছে। মোৰ প্ৰাণাধিক প্ৰিয় ভাই ভীম, দেৱৰাজ তুল্য অৰ্জ্জুন, নকুল আৰু সহদেৱ, নিত্যধৰ্ম্মশীলা পাঞ্চালীক চাবলৈকো বৰ হেঁপাহ লাগি আছে। ওহোঁ, ইয়াত আৰু মোৰ বৰ অসহ্য লাগি উঠিছে। ভাই-সকলক এৰি স্বৰ্গত থাকি কি লাভ? তেওঁলোকে বাস কৰা ঠাইহে মোৰ মানত স্বৰ্গ। এই ঠাই মোৰ স্বৰ্গ যেনেই লগা নাই।

যুধিষ্ঠিৰৰ মুখত এনে কথা শুনি দেৱতাসকলে কলে "হে যুধিষ্ঠিৰ, আপোনাৰ সেই ঠাইলৈকে যাবৰ মন গৈছে যদি পলম নকৰিব। এই মুহুৰ্ত্তেই যাব পাৰে।" এইবুলি দেৱতাসকলে যুধিষ্ঠিৰক সেই ঠাইলৈ লৈ যাবলৈ দেৱদূতক আদেশ কৰিলে।

আগে আগে দেবদূত আৰু পিচে পিচে যুধিষ্ঠিৰ গৈ থাকিল। যোৱা বাটটো ঘোপমৰা এন্ধাৰ। চকুত পৰা সকলো দৃশ্য অতি ভীষণ আছিল। মৰাশ, অস্থি, মৰাশৰ চুলি আদি কুৎসিৎ বস্তুবিলাক চাৰিওফালে সিচঁৰতি হৈ পৰি আছিল আৰু সেই সকলোবোৰ ঠাইত ক্ৰিমি কীট আদিৰে উপচি আছিল। অসহনীয় দুৰ্গন্ধই নাক ভেদি গ'ল। ইফালে সিফালে হাত-ভৰি ছিগি পৰি থকা মানুহবিলাক দেখা পোৱা গ'ল। এইবোৰ দেখি শুনি যুধিষ্ঠিৰ বিমূঢ় হ'ল। সাত পাঁচ নানান কথা ভাবি ভাবি তেওঁ আগুৱাই যাবলৈ ধৰিলে।

এবাৰ যুধিষ্ঠিৰে দেৱদূতক সুধিলে "এই বাটেদি আৰু কিমান দূৰ যাব লাগিব? মোৰ ভাইসকল ক'ত?"

দূতে আন একো নকৈ কেৱল কলে উলটি যাওঁ বুলিলে যাবও পাৰে।"

অসহনীয় উৎকট গোন্ধত তত্-ভত্ নাপাই যুধিষ্ঠিৰে উলটি যাবলৈকে মন কৰিলে। কিন্তু তেনে সময়তে চাৰিওফালৰপৰা করুণ আৰ্ত্তনাদ শুনিবলৈ পালে।

কোনোৱে কলে 'হে ধৰ্ম্মপুত্ৰ, উলটি নাযাবা। দয়া কৰি এক মুহুৰ্ত্তৰ কাৰণে অপেক্ষা কৰক। আপোনাৰ শুভাগমনত চাৰিওফালে মলয়লীয়া গোন্ধ ওলাইছে। আমি তেওঁ অলপ শান্তি সুখ অনুভৱ কৰিছোঁ। হে কুন্তীপুত্ৰ, আপোনাৰ দৰ্শনত আমি বিমল আনন্দ পাইছোঁহঁক।

কোনোৱে কলে "আপোনাৰ উপস্থিতিত আমি যন্ত্ৰণাৰ ভালেখিনি লাঘৱ পাইছোঁ।" যুধিষ্ঠিৰে এনে ধৰণৰ কৰুণ বিননি আৰু কান্দোনৰ ৰোল শুনি তবধ মানি থিয় দি ৰ'ল। মুখেৰে 'হায়! হায়' কৰিবলৈ ধৰিলে। মাত কথাবিলাক চিনি পোৱা যেন লাগিল। শোকে খুন্দা মাৰি ধৰাত

যুধিষ্ঠিৰে আকুল ভাৱে চাৰিওফালে চাই সুধিবলৈ ধৰিলে "আপোনালোকনো কোন ? আপোনালোকে ইয়াত কিয় আছেহি ?"

এফালৰপৰা একাষাৰ মাত আহিল "মই কৰ্ণ"। আন এফালৰপৰা শুনা গ'ল "মই ভীম", "মই অৰ্জ্জুন", "মই দ্ৰৌপদী", "মই সহদেৱ", "আমি দ্ৰৌপদীৰ পুত্ৰ"। এনেদৰে যুধিষ্ঠিৰৰ আত্মীয়-কুটুম্বসকলে সঁহাৰি দি কোৱা কথাবোৰ শুনিবলৈ পালে।

শোকে-দুখে বিয়াকুল হৈ যুধিষ্ঠিৰে কবলৈ ধৰিলে "হায় কি পাপৰ ফলত নো এওঁলোক এই দুৰৱস্থাত পৰিলহি ? ধৃতৰাষ্ট্ৰৰ পুত্ৰ দুৰ্য্যোধনেনো কি পুণ্যৰ ফলত স্বৰ্গসুখ ভোগ কৰিলেহি। মোৰ ভাই বন্ধুসকল নৰকতহে পৰিল দেখোন ? মই শুই আছোঁ নে জাগ্ৰত ? মোৰ জ্ঞান লুপ্ত হৈছে নেকি ? মোৰ চিত্ত বিকৃত হৈ গ'ল নেকি ? এইদৰে কৈ দেৱতাসকলক আৰু ধৰ্ম্মৰ নিন্দাবাদ কৰিবলৈ ধৰিলে। পিচত তেওঁ দেৱদূতৰ ফালে চাই কলে "আপুনি যাৰ আদেশ মানি মোৰ লগত আহিছে তেওঁৰ ওচৰলৈ উলটি যাওকগৈ। মই আৰু আপোনাৰ সঙ্গ নলওঁ—এই ঠাইতে মই থাকিম। কেৱল মোৰ কাৰণেই এই আত্মীয়-কুটুম্বসকলে এনে নৰক যন্ত্ৰণা ভোগ কৰিছেহি। গতিকে মোৰো এয়েহে উপযুক্ত স্থান।"

যুধিষ্ঠিৰৰ কথা শুনি দেৱদূতে ইন্দ্ৰৰ ওচৰলৈ গৈ সকলো কথা জনালে।

মুহূৰ্ত্ততে ইন্দ্ৰ আৰু যম দুয়ো যুধিষ্ঠিৰৰ ওচৰত উপস্থিত হ'ল। তেওঁলোকৰ আগমনত গোটেইখন পোহৰ হৈ উঠিল। লগে লগে নৰক যন্ত্ৰণাৰ পৰা সকলো মুক্ত হ'ল। চাৰিওফালে সুগন্ধি বতাহ বলি বায়ুমণ্ডল পবিত্ৰ হৈ পৰিল। স্বয়ং ধৰ্ম্মৰাজ যমে তেওঁৰ পুত্ৰ যুধিষ্ঠিৰলৈ চাই কলে "হে উদাৰ চেতা পুৰুষ, তুমি মোৰ হাতত এই তৃতীয় বাৰৰ কাৰণে পৰীক্ষাত উত্তীৰ্ণ হলা। তোমাৰ ভাই বন্ধুসকলৰ লগত তুমিও নৰকত বাস কৰিবলৈ অভিলাষ কৰিছিলা। ৰাজপাট ভোগ কৰা শাসকসকলে নৰক দৰ্শন কৰিবই লাগে। সেইটো কাৰণতে তুমিও এক মুহূৰ্ত্তৰ কাৰণে হলেও এই মহাদুখ অনুভৱ কৰিবলৈ পালা। বিখ্যাত বীৰ সব্যসাচী, মৰমৰ ভায়েৰা ভীমসেন, সত্যনিষ্ঠ কৰ্ণ, এই সকলৰ এজনেও আচলমতে নৰক যন্ত্ৰণা ভোগ কৰা নাই। তোমাৰ পৰীক্ষাৰ কাৰণে ই এটা মোৰ ছলনা মাথোন। এইখন আচলতে দেৱলোকহে। চোৱা, ত্ৰিভুবন ভ্ৰমণকাৰী সৌ নাৰদ ঋষি এই দেৱলোকত বাস কৰিছেহি। গতিকে আৰু বেজাৰ নকৰিবা।"

তাৰ পিচত যুধিষ্ঠিৰে মানৱদেহ পৰিহাৰ কৰি দিব্যদেহ ধাৰণ কৰিলে।

লগে লগে মনুষ্য স্বভাৱজনিত শত্ৰুভাৱ আৰু দুখ কষ্টৰপৰা মুক্ত হৈ যুধিষ্ঠিৰে পূৰ্ণ পবিত্ৰতা লাভ কৰিলে।

জ্যেষ্ঠ ভাই কৰ্ণ, ভাতৃসকল, আত্মীয়-কুটুম্ব আৰু ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলকে আদি কৰি সকলোৱে খং আৰু দ্বেষভাৱ পৰিত্যাগ কৰি দিব্যদেহ ধাৰণ কৰি দেৱপদ লাভ কৰিলে। এই সকলো দেখি শুনি দেৱপূজিত আৰু ঋষিকুলৰ বন্দিত যুধিষ্ঠিৰে পৰম শান্তি লাভ কৰিলে ॥

ওঁ শান্তি! ওঁ শান্তি!! ওঁ শান্তি!!!